জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ যাকেৰি নাহিকে উপাম ।
তোহাৰি চৰণক ৰেণু শত কোটি বাৰেক কৰোহো প্ৰণাম ॥

# বৰ চৰিত



ঁদীননাথ বেজবৰুৱা

# বৰ চৰিত

মহাপুৰুষ জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু
মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ চৰিত



ৰচক : ৺ দীননাথ বেজবৰুৱা

# ভূমিকা

বৰচৰিত পুথিৰ লিখক স্বনামধন্য দীননাথ বেজবৰুৱাৰ অতি বৃদ্ধ প্ৰপিতামহ পুৰুষোত্তম বৰুৱাই স্থাপন কৰা কমলাবাৰী সত্ৰৰ প্ৰতি কেনে ভাবভক্তি আছিল এই বিষয়ে তেওঁৰ স্বনামধন্য সাহিত্যৰথী পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱাই "মোৰ জীৱন সোঁৱৰণ" নামে আত্মজীৱনীত লিখিছে—"মহাপুৰুষ শ্ৰীমাধৱদেৱৰ প্ৰিয়তম শিষ্য উজনিত মহাপুৰুষৰ গাৰ বদল নিৰিকাৰ পদ্ম আতা বা বদুলা আতাৰ থান কমলাবাৰী পিতৃদেৱতাৰ প্ৰাণস্বৰূপ আৰু কমলাবাৰীৰ গোঁসাইভকত-সকল বুকুৰ সম্বল আছিল। এই সত্ৰ আৰু ভকতৰ অৰ্থে তেওঁ যথাসৰ্বস্ব দিবলৈ সদায় সাজু আছিল; আৰু দিছিলও। পিতৃদেৱতাই সদায় কৈছিল, 'মহাপুৰুষ গুৰুজনে নিজৰ নাঁৱৰ পৰা সৰ্বস্ব পানীত দলিয়াই পেলাই দি ভক্তবস্তুক তুলি লৈছিল; এতেকে ভক্তবস্তুতকৈ শ্ৰেষ্ঠবস্তু নাই।' মোৰ মনত আছে, দলে দলে কমলাবাৰী সত্ৰৰ ভকত সদায় দেউতাৰ ওচৰলৈ অহা যোৱা কৰিছিল, আৰু সিধা আদি খাদ্যদ্ৰব্যসম্ভাৰৰ উপৰিও থানৰ কীৰ্ত্তন ঘৰত তেওঁলোকে জাৰকালি গাতলৈ বহি নাম গাবলৈ ৰঙা বানত একোখন লাভ কৰিছিল। এইটো নিশ্চয়কৈ ক'ব পাৰো, যে কমলাবাৰী, বৰপেটা, মধুপুৰ সত্ৰৰ গোঁসাই ভকতসকলক দানকাৰ্য্যত পিতৃ-দেৱতাৰ মাহে-মাহে দৰমহাৰ আদ্‌খিনি ধন ভগন হৈছিল। দেউতা লক্ষীমপুৰত থাকোতেই কমলাবাৰী সত্ৰত কন্দল উপস্থিত হৈ সত্ৰখন দুভাগ হৈ ফাটি, এভাগ আঁতৰি খাৰিজা বা ন-কমলাবাৰী সত্ৰ হয় আৰু এই সত্ৰৰ ঘাইগৰাকী পিতৃদেৱতা হৈছিল।"

লক্ষ্মীনাথ বেজবৰুৱাই উল্লেখ কৰা ন-কমলাবাৰী সত্ৰ বৰ্ত্তমান উত্তৰ কমলাবাৰী নামেৰেহে জনাজাত। পূৰণি কমলাবাৰী সত্ৰ পুনৰ দুখন হয়—এইখন সত্ৰৰ পুৰণি ভাগটো বৰ্ত্তমান তিতাবৰ অঞ্চলৰ মহিমাবাৰীত আছে—সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত গোস্বামী। আনটি ভাগ নতুন কমলাবাৰী নামেৰে মাজুলীৰ কমলাবাৰীত টুনীৰ কাষতে আছে—বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ণচন্দ্ৰ গোস্বামী। উত্তৰ কমলাবাৰী সত্ৰ স্থাপন হোৱাৰ দিনৰে পৰা সত্ৰাধিকাৰ জন ব্ৰাহ্মণ সত্ৰৰ পৰা অনা হয়-বৰ্ত্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলাকান্ত গোস্বামী। তিনিওখনি সত্ৰই উদাসীন আৰু নিকাসংহতিৰ।

লক্ষ্মীনাথ বেজবৰুৱাই কমলাবাৰী সত্ৰৰ তেতিয়াৰ ভাওনাৰ (এয়া ১৮৭০ চনৰ আগৰ বেজবৰুৱাৰ বাল্যকালৰ কথা) বিষয়ে লিখিছে—"কমলাবাৰী সত্ৰৰ ভকতসকলে এবাৰ কি দুবাৰ পিতৃদেৱতাৰ আহবানত আহি লক্ষীমপুৰত ভাওনা কৰিছিল। সেই ভাওনা চাইযে আমাৰ কি মহানন্দ হৈছিল কৈ শেষ কৰিব নোৱাৰি।"

কমলাবাৰী সত্ৰৰ প্ৰতি এনেভাবে অনুৰাগী বৰেণ্যপুৰুষ দীননাথ বেজবৰুৱাই চাকৰি জীৱনৰ পৰা অৱসৰ লোৱাৰ পাছত জীৱনৰ ভালেমান মূল্যবান বছৰ কমলাবাৰী সত্ৰতে কটাইছিল। বহু মূল্যবান বছৰৰ সাধ্য-সাধনাৰ ফলস্বৰূপে বেজবৰুৱাই ৰচনা কৰা হাতেলিখা পুথি ৫৩১ পাতৰ বৰচৰিত পুথি নামে এই সুবৃহৎ চৰিত পুথি খনিৰ বহুদিশৰ পৰাই বিশেষত্ব আছে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আৰু সমসাময়িক বা উত্তৰকালৰ আন আন মহৎপুৰুষসকলৰ প্ৰসিদ্ধ চৰিত পুথি সমূহতো নথকা ভালেমান আপুৰুগীয়া তথ্যেৰে এইখিনি চৰিতপুথি ভৰি আছে। এইখনি সুবৃহৎ চৰিতপুথিৰ সংগৃহীত সম্বলৰ সম্পৰ্কত চৰিতকাৰ বেজবৰুৱাদেৱে নিজেই তলৰদৰে লিখিছে—

ৰামচৰণ ঠাকুৰ আৰ তান সুত।
দৈত্যাৰি ঠাকুৰ নাম যাহাৰ প্ৰখ্যাত ॥
তাহাৰৰ বিৰচিত বংশাৱলী সাৰ।
লোকক কৃপায়ে দুয়ো কৰিলা প্ৰচাৰ ॥
দ্বিজ ৰামানন্দ তেহো ভকতৰ শ্ৰেষ্ঠ।
তাহান ৰচিত পদ চৰিত্ৰ বিশিষ্ট ॥
সেহি গ্ৰন্থ ত্ৰিতয়ৰ পয়াৰৰ কথা।
মতি অনুসাৰে উদ্ধাৰিয়া আনি এথা।
যি কিছু কথাকে প্ৰষ্ঠ সেহি গ্ৰন্থনত।
যিবা শুনি আঁছো মহা সন্তৰ মুখত ॥
প্ৰসংগত স্থানে স্থানে আঁছো যোগ কৰি।
যি লোকে জানিব চৰিত্ৰৰ আগগুৰি ॥
সিকাৰণে চৰিত্ৰ কৰিবাৰ আশাকৰো।
দোষক্ষমা হেতু সন্ত চৰণত ধৰো ॥

ওপৰৰ পদৰ পৰাই এয়া স্পষ্ট যে বৰচৰিত পুথিৰ পদৰচনা কৰাৰ আগতেই বেজবৰুৱাই ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ আৰু ৰমানন্দ দ্বিজ ৰচিত তিনিখনি পদচৰিত পুথি নিবীড়-ভাবে অধ্যয়ন কৰি এই তিনিখনিৰ সাৰসংগ্ৰহ কৰাৰ উপৰিও সন্ত মহন্তসকলৰ মুখে-মুখে প্ৰচলিত গুৰুসকলৰ চৰিত্ৰ শুনি, সংগ্ৰহ কৰি সেইখিনিও চালি-জাৰি এই চৰিতপুথিত স্থান দিছে। উল্লেখযোগ্য যে দীননাথ বেজবৰুৱাদেৱে এই সুবৃহৎ চৰিতপুথি ৰচনা কৰা সময়ত ওপৰত উল্লেখ কৰা চৰিত পুথি তিনিখনৰ এখনো ছপা আকাৰলৈ অনা নাছিল; গতিকে বেজবৰুৱা-দেৱে উল্লিখিত তিনিওখনি চৰিতপুথি সাঁচিপাত বা তুলাপাতৰ হাতেলিখা পদপুথি ৰূপতেই পঢ়িছিল। উল্লিখিত তিনিওখন চৰিতপুথিৰ উপৰিও শ্ৰীশঙ্কৰদেৱৰ জন্মস্থান বৰদোৱাত ৰচিত সুবৃহৎ গদ্যচৰিত পুথি 'কথা-গুৰুচৰিত' বেজবৰুৱা ডাঙৰীয়াই পঢ়া কথা উল্লেখ কৰা নাই। এই গ্ৰন্থ অৱশ্যে বেজবৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ বহুবছৰৰ পাছতহে প্ৰকাশ হৈছে। ৰচনা কাল বেজবৰুৱাৰ বৰচৰিত পুথিতকৈ এশবছৰমান আগ হ'ব পাৰে। ভূষণ দ্বিজ ৰচিত আন এখনি চৰিত পুথিৰ কথাও বেজবৰুৱা ডাঙৰীয়াই উল্লেখ কৰা নাই। কমলাবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা বদুলা আতা বা পদ্মপাণি আতাৰ এখনি পদচৰিত্ৰ পুথি পাছত প্ৰকাশ হৈছে। এইখনি চৰিত পুথি কমলাবাৰী সত্ৰৰে একান্ত ভক্ত নিত্যানন্দ আতৈয়ে ৰচনা কৰা। এইখন চৰিতপুথিৰ লগত

বেজবৰুৱাই ৰবচৰিত পুথিত বৰ্ণনা কৰা বদুলা আতাৰ চৰিত্ৰৰ কথাবিলাক প্ৰায় মিল দেখা যায়। কমলাবাৰী সত্ৰতে বিৰচিত এইখনি পদচৰিত্ৰ পুথি দীননাথ বেজবৰুৱাই পঢ়িছিল বুলি-য়েই মনে ধৰে। অৱশ্যে কমলাবাৰী সত্ৰতে জীৱনৰ বহুবছৰ বাস কৰা আৰু তাতে থাকিয়েই ৰবচৰিত পুথিও ৰচনা কৰা দীননাথ বেজবৰুৱাই যে উক্ত সত্ৰৰ প্ৰতিষ্ঠাতা বদুলা আতাৰ চৰিত্ৰৰ কথাখিনি সত্ৰৰ একান্ত ভক্তসকলৰ মুখত শুনি শুনি কণ্ঠস্থ হৈ গৈছিল—সেয়া ৰবচৰিত পুথিৰ বদুলা আতাৰ চৰিত্ৰ কথাখিনিয়ে প্ৰমাণ কৰে।

আন আন চৰিত পুথিত নথকা বহুতো আপুৰুগীয়া কথা এইখন চৰিতপুথিত সন্নিবিষ্ট কৰোতে বেজবৰুৱাই "যিবা শুনি আছো মহা সন্তৰ মুখত" বুলি উল্লেখ কৰিছে। বেজবৰুৱাই কমলাবাৰী সত্ৰৰ উপৰিও কমলাবাৰীৰ সৈতে একে পন্থৰ 'নিকাসংহতি'ৰ বৰপেটা সত্ৰত থাকি মুখপৰম্পৰাই চলি থকা বহুমূলীয়া কথাবোৰ সংগ্ৰহ কৰিছিল আৰু গুৰুসকলৰ চৰিত্ৰ সম্পৰ্কীয় সেই অতিশয় মনোগ্ৰাহী প্ৰাণ-পৰিভৃপ্তী কথাবোৰ এই চৰিত পুথিত সুন্দৰভাবে সংযোজন কৰিছে। অসমৰ বৈষ্ণৱ সত্ৰসমূহত 'চৰিত—তোলা' প্ৰথাবুলি এটি অতি সুন্দৰ প্ৰথা প্ৰচলিত আছে। এই প্ৰথা অনুসৰি তিথি-মহোৎসৱ আদিৰ নিয়মীয়া প্ৰসংগৰ পাছতে একোজন বিজ্ঞ বয়ঃপ্ৰবীণ ভক্তই আগ্ৰহী শ্ৰোতাসকলৰ আগত শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আদি মহাপুৰুষ সকলৰ চৰিত্ৰৰ অংশবিশেষ অতিশয় ভক্তিভাৱে কৈ যায় আৰু শ্ৰোতাসকলেও অতিশয় ভক্তিভাবে শুনে। সত্ৰীয়া ভক্ত সকলৰ এই মহানুভৱতাৰ ফলতেই যোৱা ৫০০ বছৰেও গুৰুসকলৰ চৰিত্ৰ হেৰাই নগৈ ভক্তসকলৰ মুখ পৰম্পৰাই চলি আহিছিল। অৱশ্যে ভক্তসকলৰ ভাৱপ্ৰৱণতাৰ বাবে আৰু মুখে মুখে পৰি ঠায়ে ঠায়ে কিছু অতিৰঞ্জিত আৰু বিকৃত হোৱা বাবে এইবিলাকত কিছু প্ৰবাদপূৰ্ণ কথাৰ সংযোগ ঘটিলেও আচৰিত হ'বলগা নাই। সেইখিনি মানিলেও ইয়াৰ ভিতৰত সৰহভাগ কথাই যে সত্যভিত্তিক আৰু এই বিলাক কথাৰ মাজত যে মধ্যযুগীয় অসমৰ প্ৰাণৱন্ত চিত্ৰ এখনো সোমাই আছে সেয়া মুক্তকণ্ঠে স্বীকাৰ কৰিব লাগিব। এইদৰে চলি অহা কথা-বিলাকৰ বহুতেই পদপুথি বা গদ্যপুথি আকাৰে ৰচিত হৈ প্ৰকাশলৈ আহিছে। দীননাথ বেজবৰুৱাৰ ৰবচৰিত পুথিৰো বহুকথাই এইদৰে মুখ পৰম্পৰাই চলি অহা কথাৰ পৰা অনা আৰু সেই-খিনি পদপুথি আকাৰে লিপিবদ্ধ কৰি বেজবৰুৱাই নিশ্চয় এক মহৎ কৰ্ম কৰি থৈ গৈছে। চৰিতপুথিসমূহ অসমীয়া সাহিত্যৰ এক মূল্যবান সম্পদ। এই সম্পদশালী ভঁৰালত দীননাথ বেজবৰুৱাৰ ৰবচৰিত পুথিও নিশ্চিতভাবে এটি উজ্জ্বল মুক্তা। বৈষ্ণৱযুগৰ পদপুথিৰ আহিত পদপুথি ৰচনা কৰাৰ পদ্ধতিটো বৃটিছৰ আমোললৈকে ফল্গু নদীৰ ধাৰাৰ দৰে তলে তলে চলি আহিছিল। বিশেষকৈ সত্ৰীয়া গোঁসাই আৰু ভকতসকলে বৈষ্ণৱ আহিৰ পদপুথি সমূহকে বিশেষ শ্ৰদ্ধাৰে গ্ৰহণ কৰে। সত্ৰসভাসমূহৰ পদপুথিৰ প্ৰতি এনে আকৰ্ষণলৈ শ্ৰদ্ধা জনাই বৃটিছ যুগৰ উজ্জ্বল ৰত্ন দীননাথ বেজবৰুৱায়ো বৈষ্ণৱ পদৰ আহিত ৰবচৰিত পুথি ৰচনা কৰি থৈ গৈছে। পুথিখনিৰ বহুঠাইত দীননাথ বেজবৰুৱাৰ কবিত্ব প্ৰতিভাও প্ৰকাশ পাইছে।

আন আন চৰিত পুথিত পাবলৈ নথকা এইখনি বৰচৰিত পুথিত সন্নিবিষ্ট কিছুমান আপুৰুগীয়া কথাৰ উল্লেখ তলত কৰা হ'ল—

কোচবিহাৰৰ মধুপুৰ সত্ৰৰ বদুলাৰ পদ্মআতাই যেতিয়া দ্বিতীয়জনা মহাপুৰুষ মাধৱদেৱৰ পৰা ভাগৱতী বৈষ্ণৱ ধৰ্মত শৰণ গ্ৰহণ কৰি মাধৱদেৱৰ 'পাৰ বদলে' উত্তৰনিত ধৰ্মপ্ৰচাৰ কৰাৰ দায়িত্ব লাভ কৰে। তেতিয়া মাধৱদেৱে বদুলাক তেৰাৰ চাৰিজন মুখ্যশিষ্য তথা সংগীৰ লগত বাটত সাক্ষাৎ কৰি চাৰিবিধৰ পৰমাৰ্থিক সুখ লাভ কৰি যাবলৈ উপদেশ দিয়ে। এই চাৰি-বিধ পৰমাৰ্থিক সুখ হ'ল—কলয়া সুখ, মজিয়াৰ সুখ, হৈদঙা সুখ আৰু নেওঁৰাতলৰ সুখ। ইয়াৰ পৰা বুজা যায় যে সময়ৰ অভাৱত মাধৱদেৱে বদুলা আতাক নিজেই সকলো পাৰমাৰ্থিক তত্ব দান নকৰি সংগী আতাসকলৰ পৰাও অংশবিশেষ গ্ৰহণ কৰিবলৈ উপদেশ দিছিল, সৎসংগ বৈষ্ণৱ ধৰ্মৰ এক অপৰিহাৰ্য অংগস্বৰূপ আছিল। মাধৱদেৱে যে সংগী আতাসকলক প্ৰাধান্য দিছিল আৰু তেৰাসকলৰ সম্ভ্ৰম বৃদ্ধিৰ চেষ্টা অব্যাহত ৰাখিছিল এয়া তাৰে নিদৰ্শন।

বৰচৰিত পুথিত উল্লিখিত কলয়া সুখ এনে—মাধৱদেৱ সুন্দৰীদিয়াত থাকোতে প্ৰিয়শিষ্য গোপাল আতাৰ আয়োজন মতে এক বিশাল জাৰণিৰ মাজত থকা পুখুৰীৰ পাৰত একেৰাহে সাতদিন সাতৰাতি নাম-কীৰ্তন কৰি পৰমাৰ্থিক চৰ্চা কৰিছিল। পুখুৰীত বিস্তৰ কলৰাকলি পৰি পানী পকনীয়া উঠিছিল। সেয়েহে এই পৰমাৰ্থিক সুখক কলয়া সুখ বোলা হৈছে। এই সাতদিন-সাতৰাতি পৰমাৰ্থিক তত্বৰ আলোচনা বদুলা আতাক গোপাল আতাৰ পৰাই গ্ৰহণ কৰিবলৈ মাধৱদেৱে উপদেশ দিছিল।

মজিয়াৰ সুখ-মাধৱদেৱে প্ৰিয় সংগী নাৰায়ণ দাস ঠাকুৰ আতাৰ নিমন্ত্ৰণ অনুযায়ী তেৰাৰ গৃহত সুখেৰে ভোজন কৰোতে উভয়ৰ ভিতৰত খোৱাৰ মজিয়াত পৰমাৰ্থিক চৰ্চা হৈছিল। এই পৰমাৰ্থিক সুখত মজিয়াৰ সুখ বোলা হৈছিল—মাধৱদেৱে এইখিনি পৰমাৰ্থিক তত্ব নাৰায়ণ দাস ঠাকুৰ আতাৰ পৰাই গ্ৰহণ কৰিবলৈ বদলা আতাক নিৰ্দেশ দিছে।

নেওঁৰাতলৰ সুখ—মাধৱদেৱ বৰপেটাত থাকোতে মথুৰাদাস বুঢ়া আতাৰ উদ্যোগত নামঘৰ আৰু মণিকূটৰ মধ্যবৰ্তী নেওৰাৰ তলত মাধৱদেৱে মুখ্যভক্তসকলৰ লগত যি পৰমাৰ্থিক আলোচনা কৰিছিল সেয়া নেওঁৰাতলৰ সুখ নামে অভিহিত হৈছে। মাধৱদেৱে এইখিনি পৰ-মাৰ্থিক তত্ব মথুৰাদাস বুঢ়া আতাৰ পৰাই বদুলা আতাক গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিছিল।

হৈদঙা সুখৰ নায়ক আছিল দক্ষিণকূলীয়া বৰবিষ্ণু আতা। মাধৱদেৱে এবাৰ হৈ দিয়া নাঁৱেৰে বৰবিষ্ণু আতাৰ আবাসস্থানলৈ গৈ থাকোতে নাঁৱৰ ভিতৰতে হৈৰ তলত পৰমাৰ্থিক তত্ব আলোচনা কৰিছিল।—এই পৰমাৰ্থিক সুখকে 'হৈদঙা সুখ' বোলা হৈছে। বদুলা আতাক এইখিনি পৰমাৰ্থিক তত্ব বৰবিষ্ণু আতাৰ পৰাই লাভ কৰিবলৈ মাধৱদেৱে পৰামৰ্শ দিছিল। উল্লেখযোগ্য যে এই চাৰিবিধ পৰমাৰ্থিক সুখৰ উল্লেখ আন চৰিত পুথিত পাবলৈ নাই।

বৰচৰিত পুথিত উল্লেখ আছে যে মাধৱদেৱে এবাৰ কিবা কথাত বিৰক্ত হৈ প্ৰিয়শিষ্য গোপালদেৱক (ভবানীপুৰীয়া গোপাল আতা) নদীত নাঁৱৰ পৰা নমাই দিছিল। অৱশ্যে এই ঘটনাৰ পৰা গোপাল আতাৰ প্ৰাধান্য আগতকৈ বাঢ়িলহে আৰু মাধৱদেৱ গোপাল আতাৰ অলপদিনৰ পাছতে পুনৰ্মিলন ঘটিল। যিহওক বৰচৰিত পুথিৰ এই বৰ্ণনা আন চৰিত পুথিত নাই। গোপালআতা প্ৰবৰ্তিত কালসংহতি পন্থাৰ অসমৰ এজন মুখ্য প্ৰবক্তা শ্ৰীমোহন চন্দ্ৰ মহন্ত আৰু ডাঃ নবীন চন্দ্ৰ বৰদলৈ সম্পাদিত, পূৰ্ণানন্দ, ৰামগোপাল, হৰিবল্লভ আদি চাৰিজন চৰিত-কাৰৰ দ্বাৰা 'পদপুথি ৰূপত' ৰচিত সুবৃহৎ শ্ৰীশ্ৰীগোপাল দেৱ চৰিত পুথিতো এনে এটি কথা নাই। এই কথা যে দীননাথ বেজবৰুৱাই আন কোনো 'সন্ত মহন্ত'ৰ মুখত শুনিয়েই লিখিছে সেয়া নিশ্চিত।

এইখিনিতে এটি প্ৰশ্ন উঠে যে মহাপুৰুষসকলৰ কেইবাখনো পদ-চৰিত-পুথি আৰু কথা-চৰিতো ইতিমধ্যে প্ৰকাশ পোৱাৰ পাছত দীননাথ বেজবৰুৱা ৰচিত বৰচৰিত পুথিৰ বিশেষ প্ৰয়োজন কি। তাৰ উত্তৰত ক'ব পাৰি যে ৰামচৰণ ঠাকুৰ ৰচিত চৰিত পুথিত কেৱল শ্ৰীশঙ্কৰদেৱৰ চৰিত্ৰহে প্ৰাধান্য লাভ কৰিছে। আনহাতে দৈত্যাৰি ঠাকুৰ ৰচিত পুথিত মাধৱ দেৱৰ চৰিত্ৰ বাহুল্যভাৱে আছে। দ্বিজ ৰামানন্দ আৰু ভূষণ দ্বিজ ৰচিত চৰিত পুথিতো সকলো কথা বিস্তৃত ৰূপত পাবলৈ নাই। বৰদোৱাত ৰচিত সুবৃহৎ কথাগুৰু চৰিতখনিত সকলো বৈষ্ণৱ ধৰ্মগুৰুকে সামৰা হৈছে যদিও ইয়াৰ গদ্যভাষাৰ পুৰণি ঠাঁচৰ বাবে সৰ্বসাধাৰণে পঢ়ি ৰস নাপায়। বৰদোৱা চৰিত নামে চৰিত পুথিখনিও বৰ সংক্ষিপ্ত। আনহাতে এইবিলাক চৰিত পুথিও বজাৰত বিচাৰিলে পাবলৈ নোহোৱা অৱস্থা। দীননাথ বেজবৰুৱা ৰচিত বৰচৰিত পুথিত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, ভৱানীপুৰীয়া গোপাল আতা, মথুৰাদাস বুঢ়া আতা, নাৰায়ণ দাস ঠাকুৰ আতা, বৰবিষ্ণু আতা, হৰিহৰ আতা, কেশৱচৰণ ভাটৌকুছীয়া আতা, দামোদৰদেৱ, বংশীগোপালদেৱ, বদুলাৰ পদ্মআতাকে মুখ্যকৰি বৈষ্ণৱযুগ আৰু উত্তৰ বৈষ্ণৱযুগৰ প্ৰায় সকলো উজ্জ্বল নক্ষত্ৰৰে প্ৰভা বিকীৰিত হৈছিল। সেই যুগৰ ধৰ্ম, সাহিত্য, সংস্কৃতি, শিক্ষা, সমাজ আদিৰ চিত্ৰৰ উপৰিও অৰ্থনীতি আৰু বেপাৰ বাণিজ্যৰ কথাও আৰু বিশেষকৈ সেই যুগৰ ৰাস্তাঘাট বাটপথৰ বিৱৰণ আদিও এই চৰিতপুথিত আছে। মুঠতে বৰচৰিত পুথিক মধ্যযুগৰ অসমৰ এখনি প্ৰাণৱন্ত চিত্ৰ বুলি ক'লেও বঢ়াই কোৱা নহয়।

মহাপুৰুষসকলৰ চৰিত্ৰৰ বহু আপুৰুগীয়া তথ্য এই গ্ৰন্থত আছে। বিশেষকৈ মহাপুৰুষসকলে কীৰ্ত্তন ঘোষা, বৰগীত কাব্য নাটক আদি ক'ত বাস কৰোতে কি উৎসৱ পৰ্বা কি উপলক্ষে ৰচনা কৰিছিল সেইখিনি গৱেষণা কৰিবলৈ এইখনি এখনি উপযুক্ত আধাৰ গ্ৰন্থ। এই সুবৃহৎ গ্ৰন্থখনি ৰচনা কৰোতে বেজবৰুৱা ডাঙৰীয়াই বহুবছৰ ধৰি অক্লান্ত পৰিশ্ৰম কৰিব লগা হৈছিল। গ্ৰন্থৰ সামৰণিত বেজবৰুৱাই যি বিনম্ৰভাব প্ৰকাশ কৰিছে তাৰ মাজেদিয়েই বেজবৰুৱা ডাঙৰীয়াই বৰণ কৰা সাধ্য সাধনাৰো ইঙ্গিত আছে।

হেন নিৰঞ্জন দেৱ দৈৱকীনন্দন।
ব্ৰহ্মহৰে সেৱৈ যাৰ অভয়চৰণ ॥
ভকত বৎসল প্ৰভু দেৱ জগন্নাথ।
শৰণে পশিলো মই অজ্ঞানী অনাথ ॥
মই অতি মূঢ়মতি নিষ্কিঞ্চনজন।
তথাপিতো আশাকৈলো চৰিত্ৰৰচন ॥
ব্ৰহ্মাহৰ অনন্তৰো অগম্যচৰিত।
তাক লিখিবাক পাৰো ইতি বৰ চিত্ৰ ॥
কিন্তু বৰপেটা আৰু কমলাবাৰী স্থান।
মধুপুৰ মুকুতৰ সভা বিদ্যমান ॥
সেহি স্থান সমূহৰ অধিকাৰী আজ্ঞা।
পায়া অল্প প্ৰকাশিবো নোহো মই প্ৰজ্ঞা ॥

ওপৰত উল্লেখ কৰা দৰে বেজবৰুৱা ডাঙৰীয়াই কমলাবাৰী বৰপেটা আৰু মধুপুৰ সত্ৰত বহুদিন থাকি সন্ত-মহন্তসকলৰ পৰা মৌখিকভাৱে নামা চৰিত্ৰকথা শুনি আৰু লিখিবৰ বাবে তেওঁ-

সকলৰ পৰা আজ্ঞা লৈ কমলাবাৰী সত্ৰতে বহুদিন থাকি তলত লিখাদৰে দুজনা অধিকাৰীৰ আজ্ঞালৈ এইপুথি ৰচনা কৰিছিল—

কমলাবাৰীৰ অধিকাৰী মহাসন্ত ।
গুণশীল খ্যাত শ্ৰীমন্ত লক্ষ্মীকান্ত ॥
তাহান উদ্যোগ আজ্ঞা শ্ৰেষ্ঠ যেবে পাইলো ।
চৰিতৰ ভাষা পুথি তাহান্ত লভিলো ॥
ই কাৰ্য্য কৰিতে প্ৰতি সমূহ সহিতে ।
আশীৰ্বাদ কৰি আজ্ঞা দিলা ভালমতে ॥
শ্ৰীমন্ত মহীকান্ত দেৱ অধিকাৰী ।
ই কাৰ্য্য কৰিতে অনুমতি দিলা বৰি ॥
আতাৰ চৰণযুগ প্ৰসাদত আমি ।
অবিলম্বে চৰিতৰ কাৰ্য্য সাধো স্বামী ॥

ওপৰৰ উল্লেখৰ পৰা জানিব পাৰি যে দীননাথ বেজবৰুৱা ডাঙৰীয়াই এই সুবৃহৎ চৰিত পুথিৰ পদ ৰচনা কৰিবলৈ তেতিয়াৰ পুৰণি কমলাবাৰী সত্ৰৰ অধিকাৰ লক্ষ্মীকান্তদেৱ আৰু উত্তৰ কমলাবাৰীৰ অধিকাৰ মহীকান্ত দেৱৰ পৰা আৰু সত্ৰৰ সমূহ বৈষ্ণৱ ভক্তবৃন্দৰ পৰা অনুমতি লৈছিল আৰু তেৰাসকলৰ পৰা প্ৰেৰণাও পাইছিল । বেজবৰুৱাই পুনৰ লিখিছে—

সমূহ সহিত যেবে শুদ্ধ আজ্ঞা দিল ।
চৰিত্ৰ লেখিতে তেবে মোৰ শাস ভৈল ॥
বৰঃপেটা মধুপুৰ স্থানতো জনাইলোঁ ।
তানহৈতে আৰ শুদ্ধ আদেশ লভিলোঁ ॥
পাছে অনুক্ৰমে সংগ্ৰহ কৰি নিলোঁ ।
দুইজন অধিকাৰী গুৰুক জানাইলোঁ ॥
কীৰ্ত্তন ঘৰ টুপতে বৈঠক কৰিলন্ত ।
সমূহ সহিতে তাৰা সৱে শুনিলন্ত ॥
সাতদিন চৰিত্ৰক সবিশেষ শুনি ।
সংশোধন কৰি দিলা যথা যৈত যেনি ॥
শোধনান্তে তাৰাসৱে দস্তখত কৰি ।
পুস্তক কৰিল আজ্ঞা দিলন্ত বিস্তাৰি ॥

ওপৰৰ পদ কেইফাঁকিৰ পৰা এনে অনুমান কৰিব পাৰি যে দীননাথ বেজবৰুৱা ডাঙৰীয়াই প্ৰথমতে সংগৃহীত কথাখিনি গদ্য আকাৰতে লিপিবদ্ধ কৰি দুয়োখন কমলাবাৰী সত্ৰৰ অধিকাৰ দুজনাৰ উপস্থিতিত কমলাবাৰী সত্ৰৰ ভক্তসকলৰ আগত সেইখিনি পাঠ কৰি পদ কৰিবলৈ আনুষ্ঠানিক ভাৱে অনুমতি লৈছিল । ইয়াৰ মাজেদি বেজবৰুৱা ডাঙৰীয়াৰ সত্যৰ প্ৰতি শ্ৰদ্ধা ভক্তিভাৱে আৰু বিনয়ীভাৱ প্ৰকাশ পাইছে আৰু বেজবৰুৱাৰ কষ্টসাধ্য দীৰ্ঘম্যাদী প্ৰচেষ্টাৰ কথাও ইয়াৰ মাজতে লুকাই আছে ।

আন কেবাখনো চৰিতপুথিত শংকৰদেৱে বাৰবছৰ বয়সতহে মহেন্দ্ৰ কন্দলীৰ পাঠশালালৈ পঢ়িবলৈ গৈছিল বুলি উল্লেখ আছে। কিন্তু দীননাথ বেজবৰুৱাৰ বৰচৰিত পুথিৰ মতে পাচ-বছৰ বয়সতে শংকৰদেৱে মহেন্দ্ৰ কন্দলীৰ পাঠশালালৈ পঢ়িবলৈ গৈছিল।

পঞ্চম বয়স ভৈল দেখি বূঢ়ী আই।
পঢ়িবাক দিলা যাই মহেন্দ্ৰৰ ঠাই ॥

হয়তো এনে হব পাৰে যে শিশু শংকৰদেৱে প্ৰথমবাৰ পাঁচবছৰ বয়সতে মহেন্দ্ৰ কন্দলীৰ টোললৈ গৈছিল আৰু মন নবহাত সেইবাৰ উলটি আহিল। দ্বিতীয়বাৰ বাৰ বছৰ বয়সত পুনৰ টোললৈ গৈছে আন চৰিত পুথিত বৰ্ণনা থকামতে কতিক দিন কৰি পঢ়িবলৈ ধৰিলেগৈ।

এইখন চৰিতপুথিত শ্ৰীশংকৰদেৱ বৰদোৱাত থাকোতে সাতবৈকুণ্ঠৰ চিত্ৰপত আঁকি নিজেই এক বৈকুণ্ঠৰ ঈশ্বৰৰ উপৰিও বিভিন্ন ভূমিকাত অৱতীৰ্ণ হোৱা কথা অতি মনোগ্ৰাহীভাৱে বৰ্ণনা কৰা হৈছে। শংকৰদেৱৰ যুগত লিখা-পঢ়া জনা শিক্ষিতলোকৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পৰা বিধৰ সংখ্যালঘিষ্ঠ আছিল যদিও সেই যুগৰ সাধাৰণ মানুহবো কিছুমান বিষয়ত অসা-ধাৰণ জ্ঞান আছিল। শংকৰদেৱৰ গৃহৰ বূঢ়ী দাসী চন্দ্ৰৱীয়ে স্বয়ং শংকৰদেৱৰে কেবাবাৰো ভুল ধৰা কথা চৰিত পুথিখনিত সুন্দৰকৈ বৰ্ণিত হৈছে। বিশেষকৈ শংকদেৱে চিহ্নযাত্ৰা ভাওনাৰ বাবে সাতবৈকুণ্ঠৰ চিত্ৰপট আঁকোতে চন্দৰীয়ে—

চন্দৰীৰ নামত শংকৰৰ গৃহদাসী।
পট লিখিবাৰ ক্ষণে মিলিলেক আসি ॥
বোলে ডেকাগিৰি দেখো বটবৃক্ষ নাই।
শংকৰে বোলন্ত কহা দিব কোন ঠাই ॥
হাসিয়া বোলন্ত বাপু ভাল কথা কৈলা।
বৈকুণ্ঠৰ পতি হৈয়া থান নিচিনিলা ॥
এহি বুলি বূঢ়ী শংকৰৰ আজ্ঞা মানি।
দেখায়া দিলন্ত যৈত থানক প্ৰমাণি ॥
বূঢ়ীৰ বচনে কল্পতৰু বৃক্ষ দিলা।
ৰামৰাম গুৰু আদি বিস্ময় মানিলা ॥

চিহ্নযাত্ৰা ভাওনাৰ বৰ্ণনা দীননাথ বেজবৰুৱাৰ বৰচৰিত পুথিতে সকলো চৰিত পুথিৰ ভিতৰত সৰ্বাধিক হৃদয়গ্ৰাহী হৈছে।

নজানোন্ত সভাসদ কিবা ৰাত্ৰি-দিন।
পৃথিৱী বৈকুণ্ঠ স্বৰ্গ তাতো নোহে হীন ॥

কোচবিহাৰৰ নৰনাৰায়ণ ৰজাই শ্ৰীশংকৰদেৱৰ শ্ৰীকৃষ্ণৰ লীলাসম্বলিত বিখ্যাত হুকুবিহাত দীঘল বৃন্দাবনীয়া কাপোৰ দেখি সন্তুষ্ট হৈ শংকৰদেৱক কামৰূপ ৰাজ্যৰ অধিকাৰী পতাৰ কথাও এইখন চৰিত পুথিতহে স্পষ্টকৈ লিখিত হৈছে। শ্ৰীশংকৰদেৱে কামৰূপ ৰাজ্যৰ ৰাজ্যভাৰ পোৱাৰ কথা—

শুনিয়া বিবাদী বিপ্রসব চলি গৈলা ।
শংকৰদেৱক ৰাজা বুলিবে লাগিলা ॥
চলিয়ো গৃহক আবে দিলো ৰাজ্য খণ্ড ।
বাৰভূঞা তুমি গুণদোষে দিবা দণ্ড ॥
তোমাৰ আজ্ঞাতে চলিবেক সব প্রজা ।
বিদায় দিলন্ত সেহিমতে মহাৰজা ॥
আনন্দ কৰিলে শুক্লধ্বজ বিজবৰ ।
ভুবনেশ্বৰীৰ আনন্দৰ নাই পাৰ ॥

ওপৰৰ পদত উল্লিখিত ভুবনেশ্বৰী কোঁচ সেনাপতি আৰু যুবৰাজ শুক্লধ্বজ চিলাৰায়ৰ ভাৰ্যা আৰু শংকৰদেৱৰ বংশীয় ভাতৃ শ্ৰীৰামৰায় ভূঞাৰ কন্যা । কোনো কোনো চৰিত পুথিৰ মতে এওঁৰ নাম কমলাপ্ৰিয়া ।

দীননাথ বেজবৰুৱাৰ ৰচিত বৰচৰিত পুথিত গাৰোৰ গোবিন্দ, ভোটৰ জয়ানন্দ ( শৰণ লোৱাৰ পাছত গুৰুৱে দিয়া নাম ) আদি জনজাতীয় শিষ্যসকলে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰা কথা সুন্দৰভাবে বৰ্ণিত হৈছে ।

এইখন চৰিত পুথিত মহাপুৰুষ মাধবদেৱৰ অধ্যক্ষতাত আৰু মথুৰাদাস বূঢ়া আতাৰ উদ্যোগত বিখ্যাত বৰপেটা সত্ৰৰ ৰঙিয়াল গৃহ নিৰ্মাণৰ কথা বিতংভাৱে মনপৰশাকৈ বৰ্ণনা কৰা হৈছে—আন চৰিত পুথিত এনেদৰে পাবলৈ নাই । বদুলা আতাৰ দ্বাৰা প্ৰতিষ্ঠিত কমলাবাৰী সত্ৰৰ হৰিমন্দিৰ আৰু চাৰিহাটী নিৰ্মাণৰ অতি সুন্দৰ মনোগ্ৰাহী বৰ্ণনাও এইখনি চৰিত-পুথিৰ বিশেষত্ব ।

বৰদোৱাত থকোতে শংকৰদেৱে বনৰীয়া হাতী খেদা, বনৰীয়া ম'হ আৰু উদণ্ড ষাড়গৰুৰ অত্যাচাৰৰ বিষয়ে ৰাইজৰ পৰা বিভিন্ন সময়ত অভিযোগ পাই সেইবিলাক দমন কৰি ৰাইজক ৰক্ষা কৰা আৰু ৰাধিকাশান্তি নামে কৈবৰ্তকূলৰ সতীনাৰীৰ মহিমা প্ৰকাশ কৰি শান্তিজান বান্ধি ৰাইজক বানপানীৰ অত্যাচাৰৰ পৰা মুক্ত কৰা আদি শংকৰদেৱৰ জীৱনৰ ভালেকেইটি গঠনমূলক কাৰ্যৰ সুন্দৰ বিৱৰণ আছে । আন কোনো কোনো চৰিত পুথিত শান্তিজান আৰু ষাড়গৰুৰ কথা থাকিলেও বনৰীয়া হাতী আৰু বনৰীয়া ম'হৰ কথা নাই ।

আন সকলো চৰিত পুথিতে শ্ৰীশঙ্কৰদেৱে জীৱনত দুবাৰ তীৰ্থযাত্ৰা কৰাৰ কথা উল্লেখ আছে—প্ৰথমবাৰ বাৰবছৰৰ বাবে ন'জন সংগীৰ লগত আৰু ২য় বাৰ ছমাহৰ বাবে ছকুৰি সংগীৰে সৈতে । কিন্তু কেৱল এইখনি চৰিতপুথিতহে শঙ্কৰদেৱে সোতৰ বছৰ বয়সতে বুঢ়ী আই খেৰসূতিৰ অজ্ঞাতে এবাৰ তীৰ্থলৈ যোৱাৰ কথা অৰ্থাৎ শঙ্কৰদেৱে মুঠ তিনিবাৰ তীৰ্থযাত্ৰা কৰাৰ কথা উল্লেখ আছে । এইটো এইখনি চৰিতপুথিয়ে দিয়া এটি আপুৰুগীয়া সম্ভেদ বুলি ক'ব পাৰি । তলত পদৰ উদ্ধৃতি দিয়া হ'ল—

সপ্তদশ বৎসৰ ভৈল শঙ্কৰৰ তীৰ্থক যাইবাৰ সাজ ।
কৰিয়া নিশ্চয় আইৰ অগোচৰে গৃহৰ ভৈলেক বাজ ॥
পৰমানন্দ আৰু সৰ্বজয় দুই ।
শঙ্কৰৰ লগ কৰি চলিলন্ত তই ॥

তাহাৰ সহিতে পাচে কুসুমতনয় ।
গংগা বাৰানসী বৃন্দাবনক ভ্ৰময় ॥

বৰচৰিত পুথিৰ মতে এইবাৰৰ যাত্ৰাতেই শঙ্কৰদেৱে জগন্নাথ প্ৰভুত শৰণ ল'লে । শঙ্কৰ দেৱৰ গুৰু কোন প্ৰশ্নৰ উত্তৰো ইয়াৰ মাজতে লুকাই আছে । বেজবৰুৱাই পদত লিখিছে—

আত্মাক দেখিয়া গুৰু মনত স্মৰিলা ।
জগন্নাথ প্ৰভুত গুৰু শৰণ পশিলা ॥

এই প্ৰথমবাৰৰ তীৰ্থযাত্ৰাত শঙ্কৰদেৱে বদৰিকা শ্ৰমত উদ্ধৱক, অযোধ্যাত হনুমন্তক লগ পাইছিল আৰু সমসাময়িক আন এজন ধৰ্মগুৰু ৰূপসনাতনৰ লগত শঙ্কৰদেৱৰ সাক্ষাৎ হৈছিল বুলি উল্লেখ আছে ।

মহাপুৰুষ শঙ্কৰদেৱৰ দ্বিতীয়া ভাৰ্যা কালিন্দীৰ কন্যা ৰুক্মিণীৰ বিবাহ সম্পৰ্কে আনচৰিত পুথিত পাবলৈ নাই । দীননাথ বেজবৰুৱাৰ বৰচৰিত পুথিত ৰুক্মিণীৰ বিবাহৰ বৰ্ণনা তলৰ দৰে আছে—

কতোদিনে জনেক কায়স্থ আনি তথা ।
ৰুক্মিণী কন্যাক বিবাহ দিলন্ত সৰ্বথা ॥
নানান যৌতুক দিলা ভূমি দাসদাসী ।
সুখে ৰহিচন্ত আই আনন্দ প্ৰকাশি ॥
প্ৰথমৰ কন্যা মনু নামে মহাসতী ।
স্বামীসমে থাকে গুৰুজনৰ সংগতি ॥

ওপৰৰ উক্তিৰ পৰা বুজা যায় যে ৰুক্মিণীৰ বিবাহৰ সময়তো শঙ্কৰদেৱৰ প্ৰথমা কন্যা মনু আৰু তেওঁৰ স্বামী শ্ৰীশঙ্কৰদেৱৰ লগতে আছিল । এই তথ্য আন চৰিত পুথিত পোৱা নাযায় ।

বৰচৰিত পুথিৰ ৰচনাত দীননাথ বেজবৰুৱাৰ কবিত্বশক্তিৰ মুক্তপ্ৰকাশ ঘটা ভালেমান হৃদয়গ্ৰাহী বৰ্ণনা আছে । বেজবৰুৱাই মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰথমা পত্নী সূৰ্যৱতী আইৰ অকাল মৃত্যুৰ কাহিনী অতি হৃদয়গ্ৰাহী ভাষাৰে বৰ্ণনা কৰি কৰুণ ৰসৰ সৃষ্টি কৰাৰ লগতে পাঠকৰ মনত ভক্তি ভাৱৰো সৃষ্টি কৰিব পাৰিছিল । ভাবৰ অনুৰূপে দুলড়ী, লেচাৰী আদি ছন্দৰ ব্যৱহাৰেও কাব্যখনি বহুঠাইত হৃদয়গ্ৰাহী কৰি তুলিছে । লগত সূৰ্যৱতীৰ মৃত্যুৰ অন্তৰপৰশা বৰ্ণনাটিৰ শাৰীচেৰেক তুলি দিয়া হ'ল ঃ

## ছবি ছন্দ

সূৰ্যৱতী আইৰ কন্যা মনু নামে যিটো ধন্যা
বয়স নৱম মাস ভৈলা ।
সূৰ্যৱতী মহাসতী ৰোগত কাতৰ অতি
ধৰফৰ কৰিবাক লৈলা ॥
অগনিৰ তাপেযেন পোৰে কাঠ তৃণবন
সেহিমতে শৰীৰ দহয় ।

দেখিমাত্র সূৰ্য্যৱতী কান্দয় মনুক প্ৰতি
ধাৰাসাৰ লোটক বহয় ॥
আমাসাৰ মনুআই এহিসে জন্মক লাই
পৰিছেৰা দেখি এবো তোক ।
হে প্ৰাণবন্ধু স্বামী কৰিয়ো উদ্ধাৰ তুমি
চৰণে নেৰিবা আবে মোক ॥

তৰুণী প্ৰথমা ভাৰ্যাৰ মৃত্যুকাতৰ অৱস্থা দেখি ডেকা শঙ্কৰদেৱৰ প্ৰতিক্ৰিয়া কবি দীননাথে দুলড়ী ছন্দত হৃদয়গ্ৰাহী ভাবে প্ৰকাশ কৰিছে—

দুলড়ী

ভাৰ্য্যাৰ বচন শুনিয়া শঙ্কৰ
আগবাঢ়ি চলি গৈলা ।
দেখি সূৰ্য্যৱতী উঠিয়া তহিতি
চৰণে পৰিয়া ৰৈলা ॥
পাছে মিলিচুলি মলচিয়া ধূলি
তুলিয়া মাথাত পাৱ ।
শুনিয়ো গোঁসাই দিয়োক বিদায়
ইজন্মক লাগি যাও ॥
জন্মে জন্মে আমি আন নবাঞ্চিবো
তুমি হৈবা নিজ পতি ।
কৰোহো কাতৰ তোমাৰ চৰণ
বিনে নাহি আন গতি ॥
ইটো কন্যাখানি পালিবা আপুনি
তুমি নিজগুৰু স্বামী ।
মোৰ প্ৰাণ যায় উদ্ধাৰা গোঁসাই
শৰণ পশিলো আমি ॥
এহিমতে স্তুতি কৰি শঙ্কৰক
মনে ধৰি তান পাৱ ।
ৰামকৃষ্ণ বৰি প্ৰাণ পৰিহৰি
বৈকুণ্ঠে চলিলা মাৱ ॥

দীননাথ বেজবৰুৱাৰ পদ ৰচনান গাম্ভীৰ্য আৰু লালিত্য গুণ বহু ঠাইত প্ৰকাশ পাইছে। অনুপ্ৰাশ, উপমা আদি কাব্যিক অলংকাৰেও তেওঁৰ ৰচনাত সফলভাৱেই ভূমুকি মাৰিছে। গুৰুসকলৰ জীৱনৰ সৰুবৰ ঘটনাসমূহক দীননাথ বেজবৰুৱাই গাম্ভীৰ্যপূৰ্ণ পদ-ৰচনাৰে মহিমাময় কৰি তুলিছে গুৰুসকলৰ চৰিত্ৰক তেওঁ হৃদয়েৰে অনুভৱ কৰিছে আৰু চিন্তাৰে চুঞ্চি পাইছে। শঙ্কৰদেৱৰ কাষলৈ সততে আহি থকা মাধৱদেৱৰ বিষয়ে গুৰুজনাৰ কন্যা ৰুক্মিণীয়ে গুৰুজনক দিয়া সম্বাদত গুৰুজন ( শঙ্কৰদেৱ ) অভিভূত হোৱাৰ চিত্ৰ বেজবৰুৱাই তলৰ দৰে বৰ্ণনা কৰিছে :

এদিনা মাধৱদেৱ বহিয়া আছয় ।
ৰুক্মিণী দেৱীয়ে গৈয়া পিতৃক কহয় ॥
উঠিয়োক পিতা তব বান্ধব মাধৱ ।
আসি বসিয়াছে কৰিবাক লাগি সেৱ ॥
শুনিয়া শঙ্কৰগুৰু মহাপ্ৰেম হুইয়া ।
বোলন্ত জানিলা তুমি বান্ধৱ বুলিয়া ॥
ধন্য ধন্য আই তুমি দুহিত্ৰা জন্মিলা ।

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ আধ্যাত্মিক আলোচনাবিলাক বেজবৰুৱাদেৱে সুললিত পদেৰে চিত্তাকৰ্ষক ভাবে বৰ্ণনা কৰিব পাৰিছে ।

এহি বুলি আথে বেথে বাহিৰে আসিয়া ।
বহন্ত শঙ্কৰদেৱ সমাহিত হৈয়া ॥
প্ৰণামিয়া মাধদেৱে কথাক পোছন্ত ।
বৈকুণ্ঠৰ যশৰস কহিয়া থাকন্ত ॥
কৃষ্ণ যশৰস প্ৰকাশন্ত নিৰন্তৰ ।
শুনন্তে আনন্দ মিলে ভকত সবৰ ॥
সেব্য সেৱক ভাৱে জগত ঈশ্বৰ ।
গুপ্তজ্ঞান প্ৰকাশন্ত কৰি প্ৰশ্নোত্তৰ ॥
সকল সেৱকে শুনি আনন্দিত মন ।
কৃষ্ণকথা অমৃতক পিয়ে ঘনেঘন ॥

স্বনামধন্য দীননাথ বেজবৰুৱা তেওঁৰ সমসাময়িক কালত শঙ্কৰদেৱ মাধৱদেৱ আদি মহাপুৰুষসকলৰ বিষয়ে সৰ্বাধিক কথা জনা লোক আছিল । বেজবৰুৱাৰ স্বনামধন্য পুত্ৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই মহাপুৰুষসকলৰ চৰিত্ৰ বিষয়ক শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ নামে দুখনি গদ্যগ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিছিল । এই গ্ৰন্থদুখনি ৰচনা কৰোতে কেইখনমান পদ চৰিত্ৰ পুথিৰ উপৰিও লক্ষ্মীনাথ বেজবৰুৱাই পিতৃ দীননাথ বেজবৰুৱাৰ মুখৰ পৰাই বহুতো কথা সংগ্ৰহ কৰিছিল । ৺লক্ষ্মীনাথ বেজবৰুৱাই শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ পুথিত নিজপিতৃ দীননাথ বেজবৰুৱাৰ এই বিষয়ত শ্ৰেষ্ঠ জ্ঞানৰ বিষয়ে তলৰ দৰে উল্লেখ কৰিছে ঃ

"আমাৰ ঘৰত শঙ্কৰদেৱৰ তিথিৰ কীৰ্ত্তনৰ তৃতীয় দিনৰ দিনা পূজ্য পিতৃদেৱতা দীননাথ বেজবৰুৱাই চৰিত্ৰ তোলোতে কোৱা আমাৰ মনত আছে যে শঙ্কৰদেৱৰ মাতৃ শঙ্কৰদেৱৰ জন্মৰ তিনি দিনৰ অন্তত ঢুকায় । কোৱা বাহুল্য যে মহাপুৰুষীয়া সম্প্ৰদায়ৰ নাম প্ৰসংগ নীতি নিয়ম আৰু গুৰুসকলৰ চৰিত্ৰ, ধৰ্ম, কৰ্ম, সম্পৰ্কে আমাৰ পিতৃদেৱতা *authority* স্বৰূপে মান্য আছিল । এই মহাপুৰুষীয়া সকলৰ অনেক সন্ত–সাধু ভকতসকলে নামপ্ৰসংগৰ বিশুদ্ধ প্ৰণালী আৰু দুই মহাপুৰুষ শঙ্কৰ–মাধৱৰ চৰিত্ৰৰ অনেক গোপনীয় তত্ব তেওঁৰ ওচৰত শিকিবলৈ অহাত আমি দেখিছিলো ; সেইদেখি এই বিষয়তো তেওঁৰ মতকে গ্ৰহণীয় বুলি আমি বিবেচনা কৰিলো ।"

বৈষ্ণৱ পণ্ডিত দীননাথ বেজবৰুৱাই ৰচনা কৰা বৰচৰিত পুথি নিৰ্বিবাদে অসমীয়া সাহিত্যৰ এক মহামূল্যবান সম্পদ ।

সেৱক
শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মা
অধ্যাপক
জগন্নাথ বৰুৱা মহাবিদ্যালয়

যোৰহাট
১৬।১০।৮৪

# দীননাথ বেজবৰুৱা

দীননাথ বেজবৰুৱাৰ উপৰিপুৰুষ কাশ্যপ ঋষি গোত্ৰীয় ৰসায়নবিদ্যা বিশাৰদ আৰু পাণ্ডিত্য গুণসম্পন্ন ব্ৰাহ্মণ কলিবৰ। ১৫১৪ শকত আহোম ৰাজসিংহাসনত চুহামুঙ্গা স্বৰ্গদেউ থকা দিনত ( মহাপুৰুষ শংকৰদেৱৰ সমসাময়িক কালত ) মিথিলাৰ পৰা অসমলৈ আহে। কলিবৰৰ পুত্ৰ গোবিন্দ, গোবিন্দৰ পুত্ৰ পুৰুষোত্তমক ১৫৭৬ শকত ৰাজপাট পোৱা জয়ধ্বজসিংহ স্বৰ্গদেৱে বৰুৱা পদ দি সন্তৰ বসতিথলী মাজুলীৰ কমলাবাৰীত পাতে। ৰসায়নবিদ্যা বিশাৰদ বাবেই এই বংশই পাছলৈ ৰজাঘৰৰ বেজবৰুৱা পদ পায়। বেজবৰুৱা পদৰ বিষয়ে বুৰঞ্জী পণ্ডিত হিতেশ্বৰ বৰবৰুৱাই আহোমৰ দিন নামে সুৱহৎ বুৰঞ্জী গ্ৰন্থত এনেদৰে লিখিছে : "আহোম ভাষাত বেজবৰুৱাক 'ফু-ক-ছাও-ছা-বি' বোলে। এওঁ ৰজাঘৰৰ ৰাজবৈদ্য। ঔষধ কৰিবলৈ নিযুক্ত কৰা মানুহখেলক বেজ বোলে। এওঁ সেই মানুহখেলৰ ওপৰত বিষয়া আৰু স্বৰ্গদেৱৰ 'বেজঘৰ'ৰ তত্বাবধায়ক।"

এই বংশৰ লোকসকলে পাছলৈ বৰুৱা আৰু বেজবৰুৱা পদ লাভ কৰি অসম মাতৃৰ মুখ উজলাই তোলে। এই প্ৰখ্যাত বংশৰ কীৰ্তিপুৰুষ সকলৰ ভিতৰত সাহিত্যিক গুৰু হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱা, মণিৰাম দেৱানৰ লগত একেলগে ফাঁচীকাঠত উঠি মৃত্যুবৰণ কৰি দেশৰ বাবে শ্বহীদ হোৱা পিয়লি বৰুৱা ( মহেশ চন্দ্ৰ শৰ্মা বেজবৰুৱা ), বৃটিছ যুগৰ প্ৰখ্যাত আয়ুৰ্বেদিক চিকিৎসক দণ্ডীৰাম বেজবৰুৱা, স্বনামধন্য দীননাথ বেজবৰুৱা, সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, শিক্ষাবিদ গোবিন্দ চন্দ্ৰ বেজবৰুৱা, উদ্যোগীপুৰুষ ৰাধাগোবিন্দ বৰুৱা, পুৰুষসিংহ চন্দ্ৰকমল বেজবৰুৱা আদিৰ নাম উল্লেখযোগ্য।

ওপৰত উল্লেখ কৰা কলিবৰৰ পৰা তৃতীয় পুৰুষ পুৰুষোত্তম বৰুৱাই মহাপুৰুষ মাধৱদেৱৰ প্ৰিয় শিষ্য নিকাসংহতিৰ অন্যতম প্ৰতিষ্ঠাতা বদুলাআতা ( পদ্মপাণি বা কমলাকান্ত আতা ) ৰ ধৰ্মনিষ্ঠাত মুগ্ধ হৈ আতাক কমলাবাৰীত সত্ৰ স্থাপন কৰি দিয়ে। পুৰুষোত্তমৰ পুত্ৰ নিৰঞ্জন, তেওঁৰ পুত্ৰ জগন্নাথ, তেওঁৰ পুত্ৰ অংগদদেৱ। তেওঁৰ পুত্ৰ কৃষ্ণৰামৰ দিনৰ পৰা প্ৰখ্যাত বেজবৰুৱা বংশৰ এই ঠালটোৱে যোৰহাট নগৰৰ পৰা প্ৰায় পাঁচ কিঃ মিঃ উত্তৰে থকা ৰজাহাউলী ( বালিগাঁও ) গাঁৱত বাস কৰিছিল। কৃষ্ণৰামৰ পুত্ৰ হৰিৰাম আৰু দীননাথ। হৰিৰাম দীননাথতকৈ সম্ভৱতঃ ৪০ বছৰৰো অধিক বয়সৰ ডাঙৰ আছিল আৰু তেওঁলোকৰ মাতৃও বেলেগ আছিল। কৃষ্ণৰামৰ দিনতে আহোমৰ ৰাজধানী ৰংপুৰৰ পৰা যোৰহাটলৈ উঠি আহে। কৃষ্ণৰাম ৰজাৰ বেজবৰুৱা আছিল। তেওঁৰ জ্যেষ্ঠপুত্ৰ হৰিৰামেও ৰজাৰ বেজবৰুৱা ( মুখ্য চিকিৎসক ) পদ পাইছিল।

বেজবৰুৱা বংশৰ পদ্মফুল দীননাথ বেজবৰুৱাৰ জন্ম হৈছিল ১৭৩৫ শক (১৮১৩ চন) ত পূৰ্বে উল্লেখ কৰা বালিগাঁৱৰ ৰজাহাউলীত। বেজবৰুৱা পৰিয়ালে পানী খোৱা ডাঙৰ পুখুৰীটো এতিয়াও সেই গাঁৱত আছে। ঘনিষ্ঠ বংশপৰিয়ালো কেবাঘৰো আছে। দীননাথৰ চাৰি বছৰ বয়সতে মাতৃবিয়োগ ঘটাত তেওঁৰ জ্যেষ্ঠ ভাতৃ হলিৰাম বেজবৰুৱাৰ পত্নী আৰু বাইদেৱেক দুধি দেৱীয়ে তুলিতালি ডাঙৰ-দীঘল কৰিছিল। তেওঁৰ জ্যেষ্ঠ ভাতৃ হলিৰাম বেজবৰুৱাও ৰজাদিনৰ বেজবৰুৱা আছিল আৰু বয়োকনিষ্ঠ ভাতৃ দীননাথক পুত্ৰতুল্য স্নেহ কৰি বৈদ্যবিদ্যাৰ শিক্ষা দিছিল। দীননাথে ১৯ বছৰ বয়সলৈকে পিতৃ আৰু জ্যেষ্ঠ ভাতৃৰ পৰা চিকিৎসা বিদ্যাৰ শিক্ষা পোৱাৰ উপৰিও যাদুঅধ্যাপক আৰু মিত্ৰধৰ অধ্যাপকৰ তলত সংস্কৃত শিক্ষা গ্ৰহণ কৰিছিল। কিছুদিন তেওঁ নিজে সংস্কৃত টোলত শিক্ষকতাও কৰিছিল। ১৯ বছৰ বয়সতে তেওঁ প্ৰথমবাৰ বিবাহ পাশত আবদ্ধ হয় আৰু সেই বছৰতে তেওঁৰ পিতৃবিয়োগ হয়। তেতিয়াৰ পৰা তেওঁৰ অভিভাৱক হ'ল পিতৃতুল্য জ্যেষ্ঠ ভাতৃ হলিৰাম বেজবৰুৱা।

দীননাথ বেজবৰুৱাৰ বাল্যকালতে অসমৰ ওপৰেদি মায়ামৰা বিদ্ৰোহ আৰু মানৰ আক্ৰমণ (তিনিবাৰ) এই দুটা ভয়ংকৰ ধুমুহা পাৰ হৈ গ'ল। আৰু তেওঁৰ তেৰবছৰ বয়সতে অসমত আহোম ৰাজত্বৰ অৱসান ঘটি বৃটিছ শাসনৰ সূত্ৰপাত ঘটিল। বেজবৰুৱাৰ ১৯/২০ বছৰ বয়সত বৃটিছৰ তলত পুৰন্দৰসিংহ স্বৰ্গদেৱে উজনি অসমৰ ৰাজ্যভাৰ লাভ কৰাত দীননাথে ৰজাৰ বেজবৰুৱা অৰ্থাৎ মুখ্যচিকিৎসকৰ পদ লাভ কৰে। তদুপৰি বিদ্বান আৰু সুদৰ্শন তথা সকলো কাৰ্যতে দক্ষ ডেকা বেজবৰুৱাই ৰজাৰ তলত ফৌজদাৰী চিৰস্তাদাৰৰ পদটো লাভ কৰে। কেইবছৰমান পাছত বৃটিছে পুৰন্দৰসিংহৰ পৰা উজনি অসমৰ ৰাজ্যভাৰ সম্পূৰ্ণভাৱে নিজৰ হাতলৈ নিয়াত ৰজাৰ সুদক্ষ বিষয়া দীননাথে বৃটিছৰ তলত প্ৰথমতে দেৱানী বিচাৰ বিভাগৰ মহাফেজ আৰু তাৰপাছত দেৱানী চিৰস্তাদাৰৰ পদ লাভ কৰে। দীননাথৰ কাৰ্য-কুশলতাত বৃটিছ উৰ্ধতন কৰ্তৃপক্ষ অত্যন্ত সন্তুষ্ট হোৱাত তেওঁ ১৮৬১ চনত মুন্সিফ পদ পাই নগাঁৱলৈ বদলি হৈ যায়। তাত তিনিবছৰ মুন্সিফ আৰু ডেপুটী কালেক্টৰৰ কাম সুখ্যাতিৰে কৰাত তাৰপাছত বৰপেটা, তেজপুৰ, উত্তৰ লক্ষীমপুৰ আৰু গুৱাহাটীলৈ বদলি হৈ ১৮৭১ চনত এক্সট্ৰা এচিষ্টেণ্ট কমিচনাৰ হৈ ১৮৭৩ চনত অৱসৰ গ্ৰহণ কৰি শিৱসাগৰৰ ঘৰলৈ আহে। তেতিয়া শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰত থকাত বেজবৰুৱা ডাঙৰীয়াই শিৱসাগৰতে ঘৰ-দুৱাৰ সাজি স্থায়ীভাৱে বসতি কৰিছিল। পুৰন্দৰ সিংহ ৰজাৰ তলত চাকৰি কৰাৰ উপৰিও বেজবৰুৱা ডাঙৰীয়াই বৃটিছৰ তলত ৩৭ বছৰ চাকৰি কৰিছিল।

২২ বছৰ কাল অৱসৰ জীৱন কটোৱাৰ পাছত স্বধৰ্মপৰায়ণ বেজবৰুৱাই জীৱনৰ সেৱাৰ থলী কমলাবাৰী সত্ৰতেই শেষ নিশ্বাস ত্যাগ কৰিলে। এই বিষয়ে দীননাথ বেজবৰুৱাৰ স্বনামধন্য পুত্ৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে ঃ "ডাঙৰীয়াই যেতিয়া বুজিব পাৰিলে যে মৃত্যু তেওঁৰ সন্নিকট তেতিয়াই তেওঁ নাওঁ, মানুহ ধৰাই লৈ প্ৰাণ পৰিত্যাগ কৰিবৰ নিমিত্তে তেওঁৰ গুৰুঘৰ কমলাবাৰী সত্ৰলৈ আহিল, তাতে তেওঁৰ মনস্কামনা সিদ্ধি কৰি স্ত্ৰী, পুত্ৰ, কন্যা আৰু বৈষ্ণৱসকলৰ দ্বাৰাই পৰিবৃত হৈ ১৮৯৫ খৃষ্টাব্দৰ ১৪ জেঠৰ শুক্লা তৃতীয়া তিথিত তনু ত্যাগ কৰিলে।"

ওপৰৰ উদ্ধৃতিৰ পৰাই ধৰিব পাৰি যে আলোচ্য বৰচৰিত পুথিখন ১৮৯৫ চনৰ আগত ৰচনা কৰা। সেয়েহে এই পুথিৰ ৰচনাকাল এতিয়াৰ পৰা প্ৰায় এশ বছৰৰ আগৰ বুলি

ধৰাত কোনো বাধা নাই। এইখন পুথি আৰু দীননাথ বেজবৰুৱাৰ অন্যান্য সাহিত্য ৰচনাৰ বিষয়ে লক্ষ্মীনাথ বেজবৰুৱাই পিতৃৰ জীৱনীত তলৰ দৰে উল্লেখ কৰিছে :

"স্কন্দপুৰাণৰ অন্তৰ্গত উৎকল খণ্ড পুথিৰ অসমীয়া পদ তেওঁ ভাঙনি কৰিছিল। সেই পুথি এতিয়া হাতেলিখা অৱস্থাত আছে। ৰুদ্ৰ-যামলৰ অন্তৰ্গত হৰ-গৌৰী সম্বাদৰ আচাৰ্যসংহতি নামে পুথিৰো তেওঁ অসমীয়া ভাষাত পদ কৰিছিল, আৰু সি ছপা হৈ আছে। গুৰুচৰিত্ৰ নামেৰে শংকৰদেৱ-মাধবদেৱৰ জীৱন চৰিত পুথি তেওঁ ৰচনা কৰি অনেক অৰ্থব্যয় কৰি হাতেৰে নকল কৰোৱাই কমলাবাৰী-বৰপেটা আদি সত্ৰত দিছিল, আৰু সেই থানবিলাকত সেই পুথি বৰ আদৰৰ হৈ আছে। ১৭৬৬ শকত (১৮৪৪ খৃষ্টাব্দ) তেওঁ 'বেজবৰুৱা বংশাৱলী' পুথিৰ ৰচনা কৰিছিল। সেই পুথি ছপা হোৱা নাই। তেওঁ অসমৰ বুৰঞ্জী পুথি এখন লিখিবলৈকো কাৰবাৰ কৰি তাৰৈ সজুঁলি গোটাইছিল, কিন্তু সি হৈ নুঠিল। তেওঁৰ দ্বাৰা ৰচিত অসম বুৰঞ্জী নিশ্চয় এখন অমূল্য গ্ৰন্থ হ'লহেঁতেন। কাৰণ তেওঁ অসম দেশৰ বিষয়ে ইমানবোৰ পুৰণি বৃত্তান্ত জানিছিল যে তেওঁ অসম বুৰঞ্জীৰ ভঁৰাল স্বৰূপ আছিল বুলিলেও বেছি কোৱা নহয়।"

স্বনামধন্য পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱাৰ নিজ পিতৃ দীননাথ বেজবৰুৱাৰ সাহিত্য কৰ্মৰ বিষয়ে ওপৰৰ উক্তিৰ পৰাই বুজা যায় যে তেওঁ নিজে দীননাথ বেজবৰুৱা ৰচিত বৰচৰিত পুথিখনি দেখা পোৱা নাছিল বাবেই নামটো গুৰুচৰিত্ৰ বুলি উল্লেখ কৰিছে। তদুপৰি দীননাথ বেজবৰুৱা ৰচিত বৰচৰিত পুথি অকল "শংকৰদেৱ-মাধৱদেৱৰ জীৱনচৰিত্ৰ পুথি" নহয়। এই সুবৃহৎ পুথিত শঙ্কৰদেৱৰ পৰা বদলাৰ পদ্মপাণি আতালৈকে প্ৰায় ২০০ বছৰ কালৰ ভিতৰৰ অসমৰ বৈষ্ণৱ ধৰ্মগুৰু সকলৰ বিস্তৃত চৰিত্ৰ আছে।

সাহিত্যকৰ্মৰ উপৰিও দীননাথ বেজবৰুৱা দেৱৰ বিদ্যানুৰাগৰ কথা অসমত সুবিদিত। বেজবৰুৱা দেৱৰ প্ৰেৰণাতে তেওঁৰ সুযোগ্য পুত্ৰ গোবিন্দ চন্দ্ৰ বেজবৰুৱা আৰু শ্ৰীনাথ বেজবৰুৱাই উজনি অসমৰ শিৱসাগৰ, যোৰহাট, গোলাঘাট, দেৰগাওঁ, কেন্দুগুৰি আদি ঠাইত বেজবৰুৱা স্কুল স্থাপন কৰি সৰ্বসাধাৰণ ৰাইজলৈ শিক্ষাৰ দুৱাৰ মুকলি কৰি দিছিল। দীননাথ বেজবৰুৱাৰ অন্য এজন পুত্ৰ গোলাপ বেজবৰুৱা বিলাত ফেৰৎ ডাক্তৰ আছিল। আগৰ কালত ডা-ডাঙৰীয়া সকলৰ আহিত ডাঙৰীয়া দীননাথ বেজবৰুৱাই দুগৰাকী ভাৰ্যা গ্ৰহণ কৰিছিল, দুগৰাকী পতিৱ্ৰতা সহ-ধৰ্মিনীৰ পৰা দীননাথ বেজবৰুৱাৰ মুঠ তেৰজন পুত্ৰ আৰু ছগৰাকী কন্যাসন্তান লাভ হৈছিল। তাৰে স্বনামধন্য কেবাজনৰো নাম ইতিপূৰ্বে উল্লেখ কৰা হৈছে। এইজনা বৰেণ্য পুৰুষৰ চৰিত্ৰ সম্পৰ্কে পুত্ৰ লক্ষ্মীনাথ বেজবৰুৱাই লিখাৰ পৰাই তলত কেইশাৰীমান উদ্ধৃত কৰা হ'ল—

"বেজবৰুৱা ডাঙৰীয়াৰ চৰিত্ৰ বৰ নিৰ্মল আৰু শুদ্ধ আছিল। সদাচাৰ তেওঁৰ প্ৰধান লক্ষণ আছিল। অপবিত্ৰ বস্তু আৰু অশুচি কাৰ্যৰ পৰা তেওঁ নিজকে অনেক আতৰত ৰাখিছিল। তেওঁ কোনো প্ৰকাৰৰ ৰাগী লগা বস্তু নাখাইছিল। আনকি ধপাত তেওঁৰ টোলৰ চাৰিধাপৰ ভিতৰ সোমাব নোৱাৰিছিল। ভাং কানি ধপাতক তেওঁ 'সাতসুৰাৰ একসুৰা' বুলিছিল।"

দীননাথ বেজবৰুৱাৰ দয়া-দাক্ষিণ্যৰ বিষয়ে পুত্ৰ লক্ষ্মীনাথে লিখিছে—

"ডাঙৰীয়াই মুক্তহস্তে দান কৰিছিল। ভিক্ষুকক কেতিয়াও তেওঁ ঘৰৰ পৰা শুদাহাতে ওভোতাই নপঠাইছিল। দেশৰ সকলো সজকাৰ্যত তেওঁৰ হাতৰ মুঠি মুকলি আছিল। অনেক দুখীয়া

ল'ৰাক তেওঁ সহায় কৰি স্কুলত পঢ়ুৱাইছিল। ল'ৰাক বিদ্যাশিক্ষা দিয়াত তেওঁৰ প্ৰগাঢ় অনুৰাগ চিৰকাল দেখা গৈছিল।"

দীননাথ বেজবৰুৱাৰ ব্যক্তিত্ব সম্পৰ্কে স্বনামধন্য পুত্ৰ লক্ষ্মীনাথে লিখিছে—

"বঙহ-পৰিয়ালৰ ভিতৰত তেওঁ 'পিতামহ ভীষ্ম' যেন আছিল। মমতা তেওঁৰ অন্তৰত বৰ প্ৰবল আছিল। জীৱৰ প্ৰতি দয়াৰ ভাব তেওঁৰ মনত বৰ প্ৰবল আছিল, জীৱ-হিংসা কৰাটো তেওঁ মুঠেই সহিব নোৱাৰিছিল। পুতেকহঁতলৈ যদিও তেওঁৰ বৰ মৰম-চেনেহ আছিল, তথাপি সিহঁতক কঠোৰ শিক্ষা সংযম আৰু শাসনৰ তলত ৰাখিছিল।"

দীননাথ বেজবৰুৱাৰ শাৰীৰিক সৌষ্ঠব সম্পৰ্কে পুত্ৰ লক্ষ্মীনাথে লিখিছে—

"দীননাথ বেজবৰুৱা ডাঙৰীয়া শকত-আবত আৰু ওখ পুৰুষ আছিল। এশজনৰ ভিতৰত তেওঁৰ গহীন-গম্ভীৰ প্ৰশান্ত-মূৰ্তি ফুটি ওলাইছিল। তেওঁৰ বৰণ তেজগোৰা আছিল। তেওঁৰ গাত বৰ বল আছিল, দুটা তিনিটা বলী মানুহে ধৰি তুলিব নোৱাৰা গধুৰ বস্তু তেওঁ অকলে অলপ প্ৰয়াসতে তুলিব পাৰিছিল। নিয়মিত সাত্বিক আহাৰ, নিয়মিত পৰিশ্ৰম আৰু সদাচাৰ তেওঁৰ চিৰসংগী থকা নিমিত্তে তেওঁ ইমান দীৰ্ঘকাল (প্ৰায় ৮৩ বছৰ) সবল আৰু সুস্থ শৰীৰে জীয়াই আছিল। ঘোঁৰাত উঠাত ঘোঁৰাত ভালকৈ উঠিব জনা ইংৰাজসকলেও তেওঁক হৰুৱাব নোৱাৰিছিল।"

ওপৰৰ উধৃতিখিনিৰ পৰা স্পষ্টকৈ বুজা যায় যে ৰবচৰিত পুথিৰ লিখক দীননাথ বেজবৰুৱা এজন পুৰুষৰত্ন আছিল। বেজবৰুৱাৰ ঈশ্বৰ ভক্তি, গুৰুভক্তি আদি গুণ-বিলাক দৃঢ়ভাবে থকাৰ বাবেই তেওঁ অবসৰ জীৱনত এনে এখন সুবৃহৎ গ্ৰন্থ ৰচনা কৰি কালনৈ খ্যাতি ৰাখি যাব পাৰিলে। প্ৰায় এশ বছৰ কাল অপ্ৰকাশিত থকাৰ পাছত বেজবৰুৱা বংশৰে ডা° নীলকমল বেজবৰুৱাদেৱে এই গ্ৰন্থ প্ৰকাশলৈ অনাত ডা° বেজবৰুৱা নিশ্চয় অসমীয়া জাতিৰ ধন্যবাদৰ পাত্ৰ হৈছে।"

দীননাথ বেজবৰুৱাৰ জীৱনীটি সংগ্ৰহ কৰোতে শ্ৰীনৰেন্দ্ৰনাথ বেজবৰুৱাই আমাক বেজবৰুৱা বংশাৱলী এখন চাবলৈ দি, অধ্যাপক মহেশ চন্দ্ৰ ভট্টাচাৰ্যই আমাক জীৱনী সংগ্ৰহ পুথি এখনি যোগাৰ কৰি দি ধন্যবাদৰ পাত্ৰ হৈছে। আমাৰ সাহিত্য সেৱী জ্যেষ্ঠ পুত্ৰ শ্ৰীমান দেৱব্ৰত শৰ্মাই ভূমিকাখনি আৰু এই জীৱনীটিৰ প্ৰতিলিপি কৰি দিয়াত তেওঁলৈ স্নেহ আৰু আশীৰ্ব্বাদ জনালোঁ।

ইতি—

শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মা
অধ্যাপক
জগন্নাথ বৰুৱা মহাবিদ্যালয়
যোৰহাট
১৬।৪।৮৪

# প্ৰকাশকৰ একাষাৰ

বেজবৰুৱা বংশৰ পদ্মফুল দীননাথ বেজবৰুৱা ৰচিত বৰচৰিত পুথিখনি যোৱা প্ৰায় এশ বছৰ কাল অপ্ৰকাশিত অৱস্থাত মাজুলীৰ কমলাবাৰী সত্ৰৰ সত্ৰীয়া পুথিভঁড়ালত আছিল্। এই গ্ৰন্থখনি মহিমাবাৰীত থকা পূৰণি কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত গোস্বামী সত্ৰাধিকাৰ প্ৰভুৰ অনুগ্ৰহত উক্তসত্ৰৰে নিষ্ঠাবান ভক্ত বৈষ্ণৱ শাস্ত্ৰত সুপণ্ডিত শ্ৰদ্ধেয় শ্ৰীধৰ্মেশ্বৰ হাজৰিকা নামলগোৱা দেৱে একেৰাহে ছমাহ কাল পৰিশ্ৰম কৰি এটি প্ৰতিলিপি কৰি ৰাখে। পুথিখনি প্ৰথমৰ অংশটো—য'ত হৰ-গৌৰী সম্বাদৰ অন্তৰ্গত আচাৰ্য সংহতি পদানুবাদ আছে—পূৰণি কমলাবাৰী সত্ৰৰ পুথিভঁড়ালত নাপাই শ্ৰীনামলগোৱাদেৱে উত্তৰ কমলাবাৰী সত্ৰৰ পৰা উদ্ধাৰ কৰে আৰু সমগ্ৰ পুথিখনিৰ প্ৰতিলিপি সম্পূৰ্ণ কৰে। এই সম্পৰ্কত শ্ৰীনামলগোৱাদেৱে উত্তৰ কমলাবাৰী সত্ৰৰ প্ৰবীণ ভক্ত ৮৬ বছৰ বয়সীয়া শ্ৰীচন্দ্ৰনাথ শৰ্মা ভাগৱতীৰ পৰা প্ৰেৰণা লাভ কৰিছিল। সাঁচিপতীয়া পদপুথিৰ আহিত ২৫০ খন তুলাপাতৰ দুই পিঠিয়ে লিখা পদ-পুথিখনিৰ পাঠ উদ্ধাৰ কাৰ্যত শ্ৰীভাগৱতীদেৱে শ্ৰীনামলগোৱাদেৱক উৎসাহিত কৰে। পুথি-খনিৰ সম্পৰ্কত শ্ৰীৰত্নেশ্বৰ ৰাজখোৱা আলধৰা মোক্তাৰৰ সহায়-সহযোগ উল্লেখযোগ্য।

তিতাবৰ মহিমাবাৰীত থকা পূৰণি কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীভৱকান্ত গোস্বামী-দেৱে গ্ৰন্থৰচক দীননাথ বেজবৰুৱাৰ ঘনিষ্ঠ ৰক্তসম্বন্ধীয় বুলি জানি আমাক আহ্বান কৰি নি পুথিখনি প্ৰকাশৰ সম্পৰ্কত আমাৰ সহযোগ বিচৰাত আমি অসমীয়া চৰিত-সাহিত্যৰ এক মূল্যবান সম্পদস্বৰূপ এই চৰিত পুথিখনি প্ৰকাশ কৰিবলৈ অগ্ৰসৰ হওঁ।

এইখিনিতে পুথিখনিৰ লিপিকাৰ আৰু সংগ্ৰাহক শ্ৰীধৰ্মেশ্বৰ হাজৰিকা নামলগোৱাদেৱৰ বিষয়ে একেষাৰ কোৱাৰ প্ৰয়োজন। শ্ৰীনামলগোৱাদেৱৰ জন্ম ১৮৪০ শকত উত্তৰ লক্ষীমপুৰৰ কাষৰ সোমদিৰি নৈৰ কাষৰ তেলীয়া গাঁৱত। পিতৃৰ নাম ৺অম্বুৰাম হাজৰিকা। ন-বছৰ বয়সতে শ্ৰীশ্ৰীকমলাবাৰী সত্ৰলৈ আহি বৰ্তমান ৬৬ বছৰ বয়সলৈকে নামলগোৱাদেৱে কঠোৰ ভাৱে সত্ৰীয়া নিয়ম-নীতি মানি চলি ত্যাগ আৰু আধ্যাত্মিক চৰ্চাৰ মাজেদি উদাসীন জীৱন যাপন কৰি আছে। নামলগোৱাদেৱক আশ্ৰয় দান কৰি সত্ৰীয়া ধৰ্ম আৰু সংস্কৃতিত শিক্ষিত কৰি তোলা গুণবান ভক্তগৰাকী আছিল ৺মণিৰাম গায়ন মোক্তাৰ। সত্ৰীয় ধৰ্ম আৰু সংস্কৃ-তিৰ মাজতে জীৱনৰ ৫৭ টা বছৰ কটাই দিয়া নামলগোৱাদেৱে এতিয়ালৈকে ১৬ খনি গ্ৰন্থৰ সংকলন কৰি প্ৰকাশ কৰাইছে।

বৰচৰিত পুথিখনি মূল পদ-পুথিৰ লগত মিলাই লিপিকাৰৰ প্ৰমাদ যথাসাধ্য আঁতৰ কৰি ছপাৰ উপযোগী কৰি দিয়াত জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ জ্যেষ্ঠ অধ্যাপক সাহিত্যসেৱী শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মাদেৱে আমাক বিশেষভাৱে সহায় কৰিছে। শ্ৰীশৰ্মাদেৱেই গ্ৰন্থখনিৰ এটি আহল-বহল ভূমিকা লিখি গ্ৰন্থখনি পাঠকৰ আগত বিশেষ ভাৱে পৰিচিত কৰি দিছে। দীননাথ বেজবৰুৱাৰ জীৱনীটোও শ্ৰীশৰ্মাদেৱেই যুগুত কৰি দিছে। অধ্যাপক শৰ্মাদেৱলৈ আমি আন্তৰিক ধন্যবাদ জনালো।

এনে পূৰণি পুথিৰ সম্পাদনা কাৰ্য অতি কষ্টসাধ্য। শৰ্মাদেৱে বিভিন্ন চৰিত পুথিৰ লগত পুথিখনিৰ এটি তুলনামূলক বিচাৰ কৰি পুথিখনিৰ বিশেষত্বখিনি ভূমিকাত ডাঙি ধৰাত নিশ্চয় পুথিখনি অধ্যয়ন কৰোতে আগ্ৰহী পাঠকসকলৰ সুবিধা হ'ব।

শেষত এই প্ৰকাশকৰ বৃদ্ধ প্ৰপিতামহৰ কনিষ্ঠ ভাতৃ স্বনামধন্য দীননাথ বেজবৰুৱাৰ বৰচৰিত পুথিখনি অসমীয়া ৰাইজে আদৰেৰে গ্ৰহণ কৰিলে আমি কৃতাৰ্থ মানিম।

Sputnick যুগৰ আধুনিক পাঠক-পাঠিকা সকলৰ মনত ৺দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ একনিষ্ঠ ভক্তি আৰু গুৰু-গোসাইৰ ওপৰত প্ৰবল দৃঢ় বিশ্বাসে যদি বৰ্তমান জীৱনৰ নানা তৰহৰ চাকনৈয়াত থাৱনী দিব পাৰে তেন্তে পূৰণিয়ে নতুনক সহায়-সহাৰি দিব।

ডঃ নীলকমল বেজবৰুৱা

# বৰচৰিত পুথি সংগ্ৰাহকৰ একাষাৰ

মহাত্মা শ্ৰীশ্ৰীবদলা-পদ্ম বা কমলাকান্ত আতা পুৰুষ জনাক সত্ৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে অসম ৰজাৰ প্ৰিয়পাত্ৰ ৺শ্ৰীপুৰুষোত্তম বেজবৰুৱাদেৱে ভূমি দান দিছিল। সেই ভূমিতে শ্ৰীশ্ৰীকমলা কান্ত আতাই সত্ৰ প্ৰতিষ্ঠা কৰাৰ কাৰণে কমলাবাৰী সত্ৰ নামে বিখ্যাত হৈ আজি পৰিমিত শ্ৰীমন্ত শঙ্কৰী সংস্কৃতি প্ৰচাৰ কৰি আছে।

৺শ্ৰীপুৰুষোত্তম বৰুৱাদেৱৰ বংশধৰ নাতি ৺শ্ৰীকৃষ্ণৰাম বেজবৰুৱাদেৱ; তেখেতৰ পুত্ৰ ৺শ্ৰীদীননাথ বেজবৰুৱা ডাঙৰীয়াদেৱে ৰচনা কৰি এই চৰিত্ৰখন নিজহাতে লিখি, এখন বৰপেটা সত্ৰত, এখন মধুপুৰ সত্ৰত, এখন কমলাবাৰী সত্ৰত, এখন নাৰায়ণপুৰৰ সত্ৰত আৰু এখন উত্তৰ কমলাবাৰী সত্ৰত দান দিছিল। পদৰ সংখ্যা প্ৰায় পাঁচ হেজাৰ হ'ব।

**চৰিত্ৰ ৰচক জনাই নিজৰ পৰিচয় দি লিখিছে**

যথা— পুৰুষোত্তম বৰুৱাৰ বংশত জন্মিলো।
কৃষ্ণৰাম বৰুৱাৰ পুত্ৰ নাম পাইলো॥
বেজবৰুৱা দীননাথ মই অতি দীন।
নিজ ভৃত্য দাস বুলি নকৰিয়ো ঘিণ॥
নকৰিয়ো আশাভঙ্গ দেৱকৃপাময়।
ভণে দ্বিজ দীননাথে হুয়োক সদয়॥
কমলাবাৰীৰ অধিকাৰী মহাসন্ত।
গুণশীল খ্যাত শ্ৰীমন্ত লক্ষ্মীকান্ত॥
তাহান উদ্যোগ আজ্ঞা শ্ৰেষ্ঠৰূপে পাইলো।
চৰিত্ৰৰ ভাষা পুথি তাহান্ত লভিলো॥
ইকাৰ্য্য কৰিতে প্ৰতি সমূহ সহিতে।
আশীৰ্ব্বাদ কৰি আজ্ঞা দিল ভালমতে॥
শ্ৰীমন্ত মহীকান্ত দেৱ অধিকাৰী।
ই কাৰ্য্য কৰিতে তানে মতি দিলা কৰি॥
বৰপেটা মধুপুৰ স্থানতো জনাইলা।
তথাহৈতে আৰ শুদ্ধ আদেশ লভিলো॥
পাছে অনুক্ৰমে সংগ্ৰহক কৰি নিলো।
দুইজনা অধিকাৰী গোসাইত জনাইলো॥
কীৰ্ত্তণ ঘৰ তুপত বৈঠক কৰিলন্ত।
সমূহ সহিতে তাৰা সবে শুনিলন্ত॥
সাতদিন চৰিত্ৰক সাৰশেষে শুনি।
সংশোধন কৰিদিলা যথা যৈত যেনি॥

সোধনান্তে তাৰাসবে দস্তখট কৰি।
শাস্ত্ৰক কৰিতে আজ্ঞা দিলন্ত বিচাৰি ।।
সেহি আজ্ঞা ধৰি পাছে পুস্তক লেখিলো।
জানি ক্ষমা কৰিবাক প্ৰাৰ্থনা কৰিলো ।।

পুথি ৰচনা কৰোতাজনাৰ বৈশিষ্ট এয়ে যে এই পুথিত প্ৰথমতে শ্ৰীমন্ত শঙ্কৰ-মাধৱদেৱক ঈশ্বৰৰ অংশ প্ৰমাণ দিবৰ কাৰণে, হৰ-গৌৰী সম্বাদৰ ষষ্টিতম পতলৰ আচাৰ্য্য সংহতিৰ শ্লোক সংগ্ৰহ কৰি সেই শ্লোকৰ পদ্যানুবাদত ৰচনা কৰি লিখা আছে। তাৰ উপৰিও ৰুদ্ৰযামল আৰু পদ্মপুৰাণত স্বৰ্গ খণ্ডৰ কথা সংযোজনা কৰি থৈছে।

চৰিত্ৰ লিখোতে, ৺ৰামচৰণ ঠাকুৰদেৱৰ চৰিত, ৺দৈত্যাৰি ঠাকুৰদেৱৰ চৰিত, ৺ৰমানন্দ দ্বিজৰ চৰিতৰ পৰা কথা উদ্ধাৰ কৰি লিখিছে। এইবিলাক চৰিত্ৰৰ বাহিৰেও বৰপেটা সত্ৰৰ চৰিত, মধুপুৰ সত্ৰৰ চৰিত, কমলাবাৰী সত্ৰৰ চৰিত আৰু সাধুসন্তৰ মুখে শুনা চৰিত মিলাই ৰচনা কৰাৰ কাৰণে চৰিতখনি অতি মধুৰ হৈছে।

চৰিত খনিত জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ, মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ দুয়োজনাৰ চৰিত্ৰৰ লগত শ্ৰীশ্ৰীবুঢ়া আতা, শ্ৰীশ্ৰীভৱানীপুৰীয়া গোপাল আতা শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতা, বেহেৰুৰাত শ্ৰীশ্ৰীহৰিহৰ আতা, শ্ৰীশ্ৰীৰাম আতা, শ্ৰীশ্ৰীবিষ্ণু আতা, শ্ৰীশ্ৰীবৰবিষ্ণু আতা, শ্ৰীশ্ৰীদামোদৰ দেৱ, শ্ৰীশ্ৰীবংশীগোপাল দেৱ, শ্ৰীশ্ৰীবদলা-কমলাকান্ত আতা, শ্ৰীশ্ৰীৰমানন্দ ঠাকুৰ দেৱ প্ৰভৃতি ভাটৌক-চাকা সত্ৰৰ কেশৱচৰণ আতা সকলো আতা-আতৈ সকলৰ কথায়ো প্ৰসঙ্গক্ৰমে ঠাই পাইছে। সেই কাৰণেই এই চৰিতখনিক "বৰচৰিত" বুলি নাম দিয়া হৈছে।

এই চৰিতখনি শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ পুথিভঁৰালত আছিল। প্ৰকাশ কৰিবৰ মনেৰে কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু আৰু পৰিচালক শ্ৰীযুত ৰত্নেশ্বৰ আলধৰা মোক্তাৰে আমাক নকল কৰিবলৈ পুথিখনি দিয়ে। পুথিখনিৰ পাতবিলাক প্ৰায় ২০ ইঞ্চি দীঘল আৰু ৭ ইঞ্চি বহল সাঁচিপাতৰ আকাৰত তুলাপাতত লিখা আছে। তুলাপাত বিলাক দুজাপ তিনিজাপ কৰি আঠা দি জাপি মাহ হালধি সনা আছে। তুলাপাত কাৰণে কিছুমান পাতৰ মূৰবিলাক পছাৰ কাৰণে পাঠ উদ্ধাৰ কৰিবলৈ সুবিধা নাপালো। মাজুলীত থকা নতুন কমলাবাৰী আৰু উত্তৰ কমলাবাৰী সত্ৰত বিচাৰি আৰু দুখন পুথি পালো। নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু শ্ৰীশ্ৰীযুক্ত নাৰায়ণ চন্দ্ৰ গোস্বামী দেৱৰ পৰা এখন আৰু উত্তৰ কমলাবাৰী সত্ৰৰ শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা ভাগৱতী বুঢ়া ভকতৰ ওচৰত এখন পুথি পালো। তিনিওখন পুথি মিলাই পাঠ উদ্ধাৰ কৰি দিলো ।। ১৯০৫ শক। ভাদ। ১৯৮৩ চন। ইতি—সংগ্ৰাহক—শ্ৰীধৰ্ম্মেশ্বৰ হাজৰিকা নামলগোৱা, কমলাবাৰী সত্ৰ, তিতাবৰ-মহীমাবাৰী, যোৰহাট (অসম)।

(সম্পূৰ্ণ পুথিৰ—৫৫০ পৃষ্ঠা ৫০০০ পদ সংখ্যা হব 8 শাৰীত পদ হয় ২০০০০ বিশ হাজাৰ শাৰী)



৺দীননাথ বেজবৰুৱা।

# বিষয় সূচী

# বৰ চৰিত

শ্ৰীকৃষ্ণায় নমঃ

কৃষ্ণ শঙ্কৰং বন্দে জগৎ গুৰুম্

মহাপুৰুষ-জগৎ গুৰু শ্ৰীশ্ৰীশঙ্কৰ মাধৱ দেৱৰ চৰিত।

ৰুদ্ৰ যামলৰ—হৰ-গৌৰী সম্বাদৰ কথা।

৺ দীননাথ বেজবৰুৱা সংগৃহিত

ঋষয় উচুঃ—

ব্যাসশিষ্য মহাপ্ৰাজ্ঞ সৰ্ব্ববেদ বিদাম্বৰঃ।

শ্লোক—

শ্ৰুতা ত্বন্মুখাম্বুজাৎ পুৰাণ সংহিতাশুভাঃ॥
সত্য ত্ৰেতা দ্বাপৰাণাং ভাৱস্থাতে মুখাৎশ্ৰুতাঃ।
চতুৰ্থস্য যুগেচৈৱ ধৰ্ম্মাবস্থা যুদানঘাঃ ॥১॥

অৰ্থ-পদ-শৌণকাদি ঋষিপুছে সুত মহাজন।
তযুমুখে শুনি আছো সংহিতা পুৰাণ॥
সত্য ত্ৰেতা দ্বাপৰৰ শুনি আছো কথা।
কলিযুগ ধৰ্ম্ম আবে কহিয়োক যথা ॥১॥

সুতোবাচ—শ্লোকঃ—

সাধু পৃষ্ট মহাভাগ যুণয়ো বিমলাসয়ঃ।
যদাহ ভগবান্ ৰুদ্ৰ প্ৰষ্ট গৌৰিজয়া বিভু।
শৃনুস্মত্বন্মুখা ন মদ্যং সাৱধানে মহৰ্ষয়ঃ ॥২॥

অৰ্থ—পদঃ-

সুতনিগদতি সুদ্ধাসয় মুণিগণ।
পৰম পবিত্ৰ কথা কহিবো এখন॥
যিটো কথা মহেশানী দেবীৰ প্ৰশ্নত।
মহাদেৱে প্ৰকাশিয়া কহিলা পৰ্ব্বত॥
তাক প্ৰকাশিয়া কহো সুনিলোহো যেনে।
সাৱধানে শুনিয়োক মুণি মহাজনে॥

পাৰ্ব্বত্যুবাচ—শ্লোক—

দেৱ দেৱ মহাদেৱ সৰ্ব্ব সংহাৰ কাৰক।
দুষ্টেন কলিনা ধৰ্ম্মে নাসিতে ক্ষৌণীমণ্ডলে॥
সংসাৰাৰ্ণৱ তৰণে কিমুপায় নৃনাং প্ৰভু।
এতন্মেশ্ৰুহি ভগৱান কৃপয়া পৰমেশ্বৰঃ ॥৩॥

অৰ্থ—পদ—

পাৰ্ব্বতী বদতি স্বামী প্ৰভু শুলপাণি।
সৰ্ব্ব সংহাৰক দেৱ দেৱ মহামানি॥
দুষ্টকলি পৃথিবীৰ ধৰ্ম্মক নাশিব।
সংসাৰ তৰিতে নৰ কি উপায় হৈব॥
তাক কহিয়োক কৃপাময় মহেশ্বৰ।
শুনিয়া দিলন্ত শিবে দেবীক উত্তৰ ॥৩॥

মহাদেবো বাচঃ—

শ্লোক—

শৃনুতত পৰমেসানী যথা মে পৰি পৃস্যসি।
আদৌ সত্যে শুদ্ধধৰ্ম্ম অসিদ্ধৈ হৰি নামকং॥
মদকৃত্বা যজ্ঞ দানানি মন্ত্ৰহোমা দিকানিচ।
বৈকুণ্ঠলোকে তৎস্থানং হৰিণামেৱ্ লভ্যতে॥
যজ্ঞ দান বহিৰ্ভূতা লোকানদৃষ্টা দিবৌকষ।
কপতে নৈৱনামানি গোপয়া মানুসুৰোযষা॥
তান্যে বহবি নামাণি ৰামকৃষ্ণা বতাৰতঃ।
ব্যক্তি কৃত্য কলেৰ্লোকান বহুসচোদ্ধৰিস্যতি ॥৪।

অৰ্থ—পদঃ—

শুনিয়ো পাৰ্ব্বতী যেন পুছিলা আমাত।
আদি সত্যযুগে হৰিনাম আছিলন্ত।
যজ্ঞ দান হোম কিছু লোকে নকৰন্ত॥
দেখি দেৱগণে তাত বিষাদ পাইলন্ত।
যজ্ঞাদি নকৰিলোকে বৈকুণ্ঠক যাই।
জানি দেৱগণে তাত কপত কৰাই॥
নামক গুপুত কৰাইলন্ত আতি।
কলিযুগে সেহিনাম ব্যক্ত কৰিলন্তি॥
ৰামকৃষ্ণ অৱতাৰ ধৰিয়া মাধৱ।
নাম ব্যক্ত কৰি কলি লোক উদ্ধাৰিব ॥৪॥

পাৰ্ব্বত্যুবাচ —শ্লোক ঃ—

কৃষ্ণে স্বধামপগতে ব্রাহ্মণোধৰ্ম্ম কৰ্মনি ।
জুধিষ্ঠিৰ ধৰ্ম্মসুতে স্বৰ্গতে ধৰ্ম্ম পালকে ।
উদ্ধবোকৃষ্ণ বাক্যেন বদৰ্য্যাং শ্ৰম সংস্থিতে ।
সুদ্ধোদনিসুতো বুদ্ধো নাম্না অৱতৰিস্যাতি ।
গয়াপ্রদেসতাং দেৱী চৰিত্ৰং শৃনু তস্যৱৈ ।
চন্নংকৃত্বা বেদমাৰ্গ শাস্ত্ৰে বাসানয় জগৎ ।
মোহয়িস্যতি তৎশিষ্যে বামাচাৰ্য্যা দিভিঃ বিভু ।
তদ্দৃষ্টাহং মহেসানী শঙ্কৰাচাৰ্য্য নামতঃ ।
সম্ভবিশ্যান শুদ্ধোধৰ্ম্মো বৰ্ত্তয়িস্যামিনীৰ্থনং ॥
নাম্নপৰমহংসঙ্কং প্রতিস্যান্দিশি সুন্দৰীং ॥
শ্ৰীমদ্ভাগৱতং শাস্ত্ৰং বুদ্ধেণেৰতিৰকৃতা ।
লোপ প্ৰায়ং মিদং শাস্ত্ৰং ব্যক্তিকৃত্য দুষাসদান্ ॥
বুদ্ধশিক্ষ্যানি নিৰ্জ্জিতা বাদেন পৰমেশ্বৰী ।
লোকান সমুদ্ধৰিস্যামি দোসসিদ্ধৌ কলৌযুগে ।
ধৰ্ম্মপৰমহংসাখ্য মুপদিশ্যন্মুখাৎ তদা ॥ ৫ ॥

অৰ্থ-পদ ঃ —

পাছে সেই কৃষ্ণপ্ৰভু ভকত বৎসল ॥
বৈকুণ্ঠ ধামক গৈলা এৰি ভূমীস্থল ॥
ধৰ্ম্মৰ পালক জুধিষ্ঠিৰ ধৰ্ম্ম সুত ।
পৃথিবী চাৰিয়া স্বৰ্গে হৈব উপগত ॥
কৃষ্ণৰ আদেশ পায়া উদ্ধৱ মহন্ত ।
বদৰি আশ্ৰমে গৈয়া তথা ৰহিবন্ত ॥
সেহি সময়ত সুদ্ধোদনী সুতৰূপে ।
বৌদ্ধ অৱতাৰ হৈব জানিবা স্বৰূপে ॥
গয়া প্ৰদেসত অৱতৰি মহামতি ।
বেদপথ চন্নকৰি থাকিবা তহিতি ॥
বামানয় শাস্ত্ৰ প্ৰকাশিবা জগতত ।
তানশিষ্যসবে মোহি ফুৰিবে সতত ॥ ৫ ॥
তাক দেখি শঙ্কৰ আচাৰ্য্য নামধৰি ।
সম্ভৱ হৈবোহো মই ধৰ্ম্ম ৰক্ষা কৰি ॥
প্ৰয়াগ পুষ্কৰ বাৰানসি আদিস্থান ।
সেই ধৰ্ম্মে নিৰত হৈবেক সাধুজন ॥
পাছে ধৰ্ম্ম প্ৰবৰ্তয়া মই ভগবতী ।
তাৰহন্তে নিজস্থানে আসিবাহো ঐতি ॥
তাকদেখি পুনৰ্ব্বাৰ বোদ্ধ অধমিস্তা ।
ধৰ্ম্মক নাসিবে লাগি হৈবেক প্ৰবিস্তা ॥
ধৰ্ম্মলোপ কৰে জানি জগত আধাৰ ।
পাৰ্সদ সহিতে গৈয়া হৈব অৱতাৰ ॥
বৌদ্ধধৰ্ম্ম বিনাসিয়া ধৰ্ম্মক পালিব ।
সিকাৰণে হৰি চাৰি অংশে গৈয়া হৈব ॥
শ্ৰীশঙ্কৰ শ্ৰীচৈতন্য শ্ৰীহৰিব্যাস ।
শ্ৰীৰমানন্দ নামে হৈবেক প্ৰকাশ ॥
তাহাৰ বলিত হৈব ধৰ্ম্ম প্ৰবৰ্ত্তক ।
দখিণ পশ্চিম পূৰ্ব্ব আৰু উত্তৰক ॥
ইহাৰাৰ উপদেশে কলিৰ প্ৰজাৰ ।
তৰণ উপায় হৈব জানা দেৱীসাৰ ॥
পাৰ্ব্বতী বদতি নিলকণ্ঠ মহাদেউ ।
কহিয়ো আমাক তযুপদে কৰো সেউ ॥
কামৰূপ স্থান মোৰ ক্ষেত্ৰ সুখাবহ ।
কামাখ্যা ৰূপিনী মই কৰোহো নিৰ্ব্বাহ ॥
যিটোস্থানে তবলিঙ্গ আছে বিশ্বনাথ ।
মাধৱ নামত হয়গ্ৰিৱ জগন্নাথ ॥
তথাত আচন্ত তাৰলোক নিৰন্তৰ ।
তাৰ ধৰ্ম্মাচাৰ্য্য কোন হৈব মহেশ্বৰ ॥
মহাদেৱ বদতি শুনিয়োক দেৱীতুমি ।
কামৰূপ খ্যাত যিটো মহাপুণ্য ভুমী ॥
ব্ৰহ্মা বিষ্ণু আদি পাৰিষদ গণ সমে ।
যতদেৱ আছে তাত জন্মিব মনোৰমে ॥
অৱতাৰ হৈব জানা ঈশ্বৰ মুৰাৰি ।
ভক্তি পন্থ প্ৰকাশিব লোক হিত কাৰি ॥
পাৰ্ব্বতী বদতি শিৱ জগতৰ গুৰু ।
কোন স্থানে কিবা নামে হৰি কল্পতৰু ॥
প্ৰকাশ হৈবেক যেন প্ৰভু কৃপাময় ।
তাক কহিয়োক যাৰ জানা পৰিচয় ॥
শিৱনিগদতি শুনা পাৰ্ব্বতী গোসানী ।
যেনমতে অৱতাৰ হৈব চক্ৰপাণি ॥
হৈবেক কুসুম নাম কায়স্থ প্ৰধান ।
বটদ্ৰৱা নামেগ্ৰাম মহা যশ বান ॥
তান ভাৰ্য্যা হৈব সত্য সন্ধিকা নামত ।
অপুত্ৰক হৈয়া বহু বয়স যাইবন্ত ॥
মনত ভাবিয়া পাইব কুসুম প্ৰধান ।
শিৱ অৰ্চ্চা কৰি ময় হৈবো পুত্ৰবান ॥
তাত পাছে আমাক অৰ্চ্চিব দুইজন ।
শয়ণ কৰিয়া ৰৈব আনন্দিত মন ॥

মুণ্ডামালি জতাধাৰী পঞ্চ বক্তু হই ।
স্বপ্নে সত্য সন্ধ্যাক দৰ্শন দিবো মই ॥
সাক্ষাতে কহিবো স্থান দিয়োক সুন্দৰী ।
মোৰ ঘোৰ ৰূপদেখি তেহো জাইব দৰি ॥
ভয় পাইয়া দেবী পাছে নেত্ৰক মুদিব ।
শুনা দেবী তাত পৰে যেন কথা হৈব ॥
পাছে ভকতৰ ভয় নাসন মুৰাৰি ।
চতুৰ্ভুজ শংখ চক্ৰ গদা পদ্ম ধাৰি ॥
সেহিৰূপে মোহোৰ কন্ধত আৰোহিয়া ।
দেবী সত্য সন্ধ্যাক দৰ্শন দিব গৈয়া ॥
পাচে দেৱী লাহে লাহে নয়ণ মেলিব ।
শান্ত মূৰ্ত্তি চতুৰ্ভুজ হৰিক দেখিব ॥
তাঙ্কদেখি পৰম আনন্দ হৈয়া ৰৈব ।
দেখি বিষ্ণু মোক পাছে বচন বুলিব ॥
বিষ্ণু নিগদতি শুনা দেৱ মহেশ্বৰ ।
তয়ুনামে আন গৰ্ভে হৈবো অৱতাৰ ॥
খেদ নকৰিবা তুমি দেবী পশুপতি ।
তোমাৰ বাঞ্চিত মই কৰিবো সম্প্ৰতি ॥
বিষ্ণুৰ সিমত বাণী আনন্দে শুনিয়া ।
স্কন্ধ হৈতে নিয়া সত্য সন্ধ্যা মাথে দিয়া ॥
তাতে স্থাপি প্ৰদক্ষিণে নমি মাধৱক ।
চলিয়া আসিবো দেৱী আপোন স্থানক ॥
দেখি সত্যসন্ধ্যা সকম্পিত হৰ্শ মনে ।
নিদ্ৰাত্যেজি স্বামীক কহিব সাৱধানে ॥
শুনিয়া কুসুম ভূঞ্জা প্ৰসংসিয়া আতি ।
আপোন গৃহতে থাকিবন্ত হৰিচিন্তি ॥
পাছে সত্য সন্ধ্যাদেৱী গৰ্ভৱতী হৈব ।
দশমাসা দশদিনে পুত্ৰ প্ৰসবিব ॥
শ্ৰীশঙ্কৰ গঙ্গাধৰ নাম হৈব আগে ।
ক্ৰমে বিহাৰিব নিজ বালকৰ আগে ॥
শাস্ত্ৰ সকলক পঢ়িবাৰ অৰ্থে তান ।
সুনিশ্চিত মতি অতি হৈব বিদ্যমান ॥
পাৰ্ব্বতী বদতি মহেশ্বৰ বিদ্যমান ।
কোনস্থানে কাৰ মুখে কত বৰ্ণমান ॥
শঙ্কৰে পঢ়িব শাস্ত্ৰ তাক কহিয়োক ।
পৰম আনন্দ মনে শুনু যেন তাক ॥
শঙ্কৰে কহন্ত শুনা দেবী ভগৱতী ।
ব্ৰহ্মপুত্ৰতিৰে গোপেশ্বৰ আছে যৈতি ॥
শিঙ্গৰি নামত নগ (পৰ্ব্বত) পৰম প্ৰখ্যাত ।
বিশ্বেশ্বৰী নদী তাত বহত সাক্ষাত ॥
অগৰা নামত হ্ৰদ আতি অনুপম ।
পৰম সুখদ ক্ষেত্ৰ নাহি তাৰ সম ॥
ঋষ্য শৃঙ্গ ঋষি আসি তহিতে জন্মিব ।
মহেন্দ্ৰ কন্দলি বিপ্ৰ তান নাম হৈব ॥
পাঠশালা পাতি বহু বিপ্ৰ পুত্ৰ গণ ।
তেহো পঢ়াইবেক কৰি অনেক যতন ॥
সেহি পাঠ শালাক শঙ্কৰ দেৱ জাইব ।
ৰাম ৰাম মিত্ৰ সমে শাস্ত্ৰ অধ্যাপিব ॥
পুনু পুছিলন্ত দেবী পাৰ্ব্বতী গোসানী ।
যিটো শঙ্কৰৰ মিত্ৰ দেৱ শুলপাণি ॥
তাহাৰ কহিয়ো কথা শুনিবাক চাওঁ ।
তয়ুমুখে শুনিবৰ আনন্দক পাওঁ ॥
বদতি শঙ্কৰ সুনা দেবী ৰৰাননী ।
সেহি কথা কহো মই শুনিয়ো গোসানী ॥
হৰিৰ নাভিত হন্তে যিটো উতপন্ন ।
জগত স্ৰজিলা দেৱ চতুৰ আনন ॥
ৰাম ৰাম বিপ্ৰৰূপে শঙ্কৰ মিত্ৰ হৈব ।
ব্ৰহ্মা বিষ্ণু দুয়োজনে ভক্তি প্ৰচাৰিব ॥
শঙ্কৰক পঢ়িবাৰ দেখি ছাত্ৰগণে ।
ঈশ্বৰাংস নজানিয়া শূদ্ৰমাণি মনে ॥
অসুয়া কৰন্তে যেন হৈবন্ত বৃতান্ত ।
তাক শুনিয়োক দেৱী হুয়া মন শান্ত ॥
সপোনত দেখিব মহেন্দ্ৰ দ্বিজবৰ ॥
ৰাম ৰাম সমে শ্ৰীশঙ্কৰ ঈশ্বৰ ॥
ব্ৰহ্মা বিষ্ণু দুইকো জানি কৰিয়া সাদৰ ।
দশবৰ্ষ পঢ়াইবেক শাস্ত্ৰ বহুতৰ ॥
গুৰুক দখিনা দিয়া গৃহক চলিব ।
তথাতে প্ৰথমে যোগ অভ্যাস কৰিব ।
পাচে কতিপয় বৰ্ষ তীৰ্থ যাত্ৰা কৰি ॥
গঙ্গা জগন্নাথ আদি সেবিব সাদৰি ॥
পাছে ৰাম ৰাম সমে গৃহক আসিয়া ।
ভাগৱত ধৰ্ম্ম প্ৰকাশিব আলোচিয়া ॥
ব্যাস সুত মহা ভাগৱত শুকমুণি ।
জগদীস নামে দ্বিজ হৈবেক আপুনি ॥
তেহো জগন্নাথৰ আদেশ মনে মানি ।
ভাগৱত শাস্ত্ৰ পাঞ্চৰাত্ৰ তন্ত্ৰ আনি ॥

ৰাম ৰাম সমে শঙ্কৰক শুনাইবেক ।
বিষ্ণুৰ সহস্ৰনাম আৰুৰ গীতাক ॥
তাক শুনি শঙ্কৰে মনত বাৰম্বাৰ ।
বিচাৰিয়া স্থিৰ পাছে কৰিবন্ত সাৰ ॥
কেশৱেসে দেৱ ধৰ্ম্ম নামেসে নিশ্চয় ।
ভক্তেসে পৰম গুৰু ভক্ত হন্তে ভক্তি হয় ॥
আত পৰে ধৰ্ম্ম নাহি কলিৰ লোকৰ ।
তাকেস্থিৰ কৰিলন্ত শঙ্কৰ দেৱবৰ ॥
তাকচিন্তি কেশৱৰ ভক্তি প্ৰচাৰিব ।
কলি পাপ সাগৰত লোক উদ্ধাৰিব ॥
ধৰ্ম্ম প্ৰচাৰিবে প্ৰতি শ্ৰীশঙ্কৰ দেউ ॥
কামৰূপ গৈয়া ঈশ্বৰক কৰি সেউ ।
পাটবাউসী নামে সত্ৰক স্থাপিব ॥
কলিযুগে হৰিনাম ধৰ্ম্ম প্ৰচাৰিব ॥
* মোহোৰ বংশত উতপন্ন ৰাজা বৰ ।
নৰ নাৰায়ণ নামে গুণে শ্ৰেষ্টতৰ ॥
তেহো শঙ্কৰক তাত অভিষেক কৰি ।
স্থাপিবেক জানা তুমি পৰমা সুন্দৰী ॥
পৰম ধৰ্ম্মৰ মহা বিজ ভক্তি পন্থ ।
তথাত ৰচিব ভক্তি প্ৰবৰ্ত্তক গ্ৰন্থ ॥
ষন্মাষ অধিক তথা অঠাৰ বৎসৰ ।
মহা ভাগৱত ধৰ্ম্ম কৰিব প্ৰচাৰ ॥
শ্ৰৱণ কীৰ্ত্তন শুদ্ধ ভক্তি জ্ঞান দিয়া ।
লোক উদ্ধৰিবে সাধুগণ সঙ্গে লৈয়া ॥
পাৰ্ব্বতী বন্দতি পুনৰ্ব্বাৰ মহেশক ।
শুনিবাক ইচ্ছা মাধৱ দেৱৰ কথাক ॥
কহন্ত ঈশ্বৰ শিৱ দেবীৰ আগত ।
ৰোহিনী তনয় হেন মাধৱ নামত ।
প্ৰথমতে প্ৰবৃত্তিৰ পথে ৰত হৈব ।
শঙ্কৰক পায়া সেহি পথক এৰিব ॥
শঙ্কৰক গুৰুলভি তান আজ্ঞা মানি ।
দেবীপূজা এৰি হৰি পূজিব তৈসানি ॥
সেই দেৱমাধৱৰ ধৰ্ম্মক আশ্ৰয়ি ।
তৰিবে কলিৰ লোক জানিবা নিশ্চয়ি ॥
মাধৱত হন্তে হৈব আচাৰ্য্য যতেক ।
তাক কহো শুনা দেৱী নামক প্ৰত্যেক ॥

বংশি গোপাল যদুমণি আৰুৰ শ্ৰীহৰি ।
এহি তিনিজন দ্বিজ বেদজ্ঞ সুন্দৰী ।
মাধৱৰ ভাগিন ৰাম চৰণ মহন্ত ॥
গোপাল মথুৰাদাস গোবিন্দ নাম সন্ত ॥
বিষ্ণু লক্ষ্মীকান্ত পদ্মপাণি মহোদয় ।
গোপাল কেশৱ হৈব আচাৰ্য্য শুনয় ॥
কৃষ্ণ মিশ্ৰ যিটো বিপ্ৰ দামোদৰ সন্ত ।
তেহো দ্বিজ দামোদৰ নামত হৈবন্ত ॥
তাৰাহন্তে হৈব আচাৰ্য্য বাৰ জনা ।
কবিযত্ন আদি বিষ্ণু ভক্ত বৰাননা ॥
বাসুদেৱ অংশে হৈব শ্ৰীমন্ত শঙ্কৰ ।
মাধৱত ধৰ্ম্ম স্থাপি হৈয়া অৱসৰ ॥
বেহাৰত কিছুকাল থাকিয়া তহিত ।
নিজস্থান বৈকুণ্ঠক চলিয়া যাইবন্ত ॥
মাধৱদেৱে সেহিধৰ্ম্ম কতোশিষ্য মানে ।
প্ৰচাৰিয়া সমপিব নিজ ভৃত্য মানে ॥

(ইতি ৰুদ্ৰযামাল সংহিতায়াং আচাৰ্য্য
সংহতিনাম ষষ্টিতম পতলং ।)

পুনৰ ধৰ্ম্ম নাৰায়ণ সম্বাদত :—

**যমে শ্ৰীকৃষ্ণক প্ৰশ্ন কৰে :**

শুনি যমৰাজাৰ সংশয় গুৰুতৰ ।
শিৰে কৃতাঞ্জলি কৰি কৰয় কাতৰ ॥
হে প্ৰাণবন্ধু কৃষ্ণ অগতিৰ গতি ।
পশিলো শৰণে ৰাখা আমাক সম্প্ৰতি ॥
দুৰ্লভ ভকতি তযু চৰিত্ৰ অমৃত ।
ধন্য কলিযুগ ধন্য ভাৰত বৰিষ ॥
ধন্য ধন্য নৰতনু লভিলন্ত কিষ ।
ধন্য ধন্য ৰামনাম অমৃত সাগৰ ॥
চাৰিৰ সংযোগে তনু পায়া মানবৰ ।
কৰিয়া ভকতি কিবা হেতু নতৰয় ।
কোন সঞ্চা মিছা তাৰ নাহিকে নিশ্চয় ।
কাক বোলে গুৰু পিতৃ বোলে কাক ।
কোন সব ধাংতাজ্ঞান কহিয়ো আমাক ॥
যুগধৰ্ম্ম কোন তাক কহিয়ো প্ৰকাশি ।
কোন পথ বিপথ কতেক জীৱ ৰাশি ॥

---

* নৰনাৰায়ণ ৰজা সদাশিৱৰ বংশ ।

কাক বোলে আগমি ভক্তিৰ কোন থান ।
কহিয়া কৰিয়ো পাতকিক পৰিত্ৰাণ ॥
ৰসময়ী ভকতি স্বৰূপ কোন ৰূপ ।
কোন সত্য অসত্যৰ কহিয়ো স্বৰূপ ॥
ধন্য ধন্য যমৰাই সাৰ্থক পুছিলা ।
আপুনি তৰিলা তুমি আনকো তাৰিলা ॥
ৰহস্যতো ৰহস্য বেদত গুহ্যতৰ ।
সাৱসেষ কথা সব কৰিবো প্ৰচাৰ ॥
শুদ্ৰকুলে যৈসানি জন্মিবো মঞি গৈয়া ।
ভাৰতত মহাপুৰুষৰ নাম লৈয়া ॥
কলিযুগ ধৰ্ম্ম প্ৰচাৰ কৰিবো ।
থাৱে থাৱে হৰিগুণ কীৰ্ত্তন থাপিবো ।
শৰণ ভজন ভক্তি কৰিবো বেকত ।
অহোপ্ৰাণে ধৰিব চত্তৰ প্ৰাণী যত ।

0 0 0

কৃষ্ণনিগদতি শুনা ৰহস্য কাহিনি ।
ভাৰতে মনুষ্য জন্ম ধৰিবো যৈসাণি ।
পশ্চিমে চৈতন্য উত্তৰে হৰিব্যাস ।
দক্ষিণ দিশত ৰমানন্দৰ প্ৰকাশ ।
ধৰিয়া শঙ্কৰ নাম পূৰ্ব্বত ৰহিবো ।
মাধৱত ধৰ্ম্মস্থাপি বৈকুণ্ঠে চলিবো ।
নৱসিদ্ধ, চাৰিসিদ্ধ পাৰিষদ গণ ।
বাহুয় গোপাল মোৰ ভক্ত বাৰজন ॥
সবহি মোহোৰ লগে আশিব নৃপতি ।
মইবিনে আন দেৱ তাত নেদে মতি ॥
গঙ্গাধৰ আদি মোৰ দশ গুটিনাম ।
হৃদয়ে কৃষ্ণক ধৰি জপে অবিশ্ৰাম ॥
শৰণ ভজন ভক্তি কৰিয়া যতনে ।
চাৰিত শৰণ চাৰিনাম একমনে ॥
কৰিয়া কীৰ্ত্তন ভক্তি কৰি সম্প্ৰদায় ।
মোহোৰ পাছত সত্ৰ পাতি থাই থাই ॥
মোৰ আজ্ঞা পালি প্ৰচাৰি ধৰ্ম্মক ।
দৃঢ়ত্তৰ কৰি ধৰি শিখাইবে লোকক ॥
( ইত্যাদি ভবিষ্যপুৰাণ ধৰ্ম্মনাৰায়ণ সংবাদ )

মধ্য স্বৰ্গখণ্ড অনন্ত কন্দলী ৰচিত :—

শিৱনাৰদৰ সম্বাদ এহিযানে ।
শঙ্কৰৰ কৃপাত জানিলো এহিজ্ঞানে ॥
শঙ্কৰক শুদ্ৰ বুলি কোনে নমানয় ।
কদাচিতো নুগুচয় সংসাৰৰ ভয় ॥
নৃসিংহ বৰাহ আদি পঞ্চ অৱতাৰ ।
তাঙ্ক কেনে পণ্ডিতে ভজয় কহাসাৰ ॥
কৃষ্ণৰূপে বশ্যকুলে জাতয়ে ভৈলন্ত ।
অসূয়া নকৰি কেনে পণ্ডিতে পুজন্ত ॥
শঙ্কৰক নমানয় শাস্ত্ৰক নচাই ।
সুত সংহিতাত আবে দেখিয়োক চাই ॥
অগস্তি সংহিতা হৰগৌৰীৰ তন্ত্ৰত ।
বশিষ্ঠ সংহিতা আৰু ৰুদ্ৰ যামলত ॥
নাৰদি পুৰাণ আৰু যোগিনী তন্ত্ৰত
দেখিয়োক আৰু ইতিহাস পুৰাণত ।
শঙ্কৰক কৃষ্ণ বুলি ইসবে কহয় ।
কুতৰ্ক মোহত থাকি পণ্ডিতে নিন্দয় ।
সাৰ্ব্বভৌম পতি প্ৰাগজ্যোতি মধ্যে সাৰ ॥
অযুত শিষ্যক পঢ়াইলন্ত দ্বিজবৰ ।
একবাৰ তাঙ্কপাছে দৰশন পাইলো ।
পঞ্চম বৎসৰ তৈতে বাদক কৰিলো ॥
বাদেভঙ্গহৈয়া মই পঢ়িবাক গৈলো ।
তাহান মুখত শাস্ত্ৰ অনেক পঢ়িলো ॥
শঙ্কৰ ঈশ্বৰ বুলি তথাতে জানিলো ।
শঙ্কৰৰ চৰণত শৰণ পশিলো ॥
স্বৰ্গখণ্ড ৰহস্যক তথাতে পঢ়িলো ।
ইটো কথা সংখেপতে সামৰিয়া থৈলো ॥
ভনে দ্বিজ দীননাথ অনাথৰ স্বামী ।
জন্মে জন্মে গুৰু পদনপাসৰো আমি ॥
আবে ধৰ্ম্মেশ্বৰে পুনু সংগ্ৰিহিত কৈল ।
গুৰুৰ চৰিত্ৰ চয় নিয়োজিয়া থৈল ॥
শঙ্কৰ মাধৱ হৰি বোলা অবিশ্ৰাম ।
সুখে দুখে মুখে নচাবোক ৰাম নাম ॥

# ॥ শ্ৰীকৃষ্ণ শঙ্কৰ মাধৱংবন্দে জগৎগুৰুম্ ॥

## শ্ৰীগুৰবে নমঃ

॥ পদ ॥

নমো জগন্নাথ জগতৰ আদি মূল ।
যাৰ যশ ৰাশি ব্যাপিয়াছাহা বিপুল ।
যাৰ গুণ নাম কৰি শ্ৰৱণ কীৰ্ত্তন ।
ভৱ তৰিবাৰ নাৱ আছে বিভোপন ॥ ১ ॥
হেন জগতৰ গুৰু অনন্ত মুৰাৰি ।
তান পদ পঙ্কজৰ ৰেণু শিৰে ধৰি ॥
হেনয় গুৰুৰ পাদ পদ্ম প্ৰসাদত ।
পদ্যছন্দে আৰম্ভণ লিখিলো সাম্প্ৰত ॥ ২ ॥
কাম্ৰ যামলৰ মহা সংহিতাৰ কথা ।
মহাদেৱ পাৰ্ব্বতীৰ প্ৰশ্নোত্তৰ যথা ॥
ষষ্ঠিতম পটলৰ যেন উপাখ্যান ।
প্ৰথমতে বিৰচণ ভৈল কিছুমান ॥ ৩ ॥
পাছে গুৰু সেৱকৰ চৰণ সেৱিয়া
শ্ৰীশঙ্কৰ মাধৱৰ কথাক আনিয়া ॥
ৰাম চৰণ ঠাকুৰ আৰ তান সুত ।
দৈত্যাৰি ঠাকুৰ নাম যাহাৰ প্ৰখ্যাত ॥ ৪ ॥
তাহাৰাৰ বিৰচিত বংশাৱলী সাৰ ।
লোকক কৃপায়ে দুয়ো কৰিলা প্ৰচাৰ ॥
দ্বীজ ৰমানন্দ তেহো ভকতৰ শ্ৰেষ্ঠ ।
তাহান ৰচিত পদ চৰিত্ৰ বিশিষ্ঠ ॥ ৫ ॥
সেহি গ্ৰন্থ ত্ৰ্তয়ৰ পয়াৰৰ কথা ।
মতি অনুসাৰে উদ্ধাৰিয়া আনি এথা ॥
যি কিছু নাহিকে গ্ৰন্থ সেহি গ্ৰন্থনত ।
যিবা শুনি আছো মহা সন্তৰ মুখত ॥ ৬ ॥
প্ৰসঙ্গত স্থানে স্থানে তাকো যোগ কৰি ।
দিলেহে জানিব চৰিত্ৰৰ আগ গুৰি ।
সিকাৰণে মিশ্ৰ কৰিবৰ আশা কৰো ।
দোষ ক্ষমা হেতু সন্ত চৰণত ধৰোঁ ॥ ৭ ॥
মই অজ্ঞানীৰ মন বুদ্ধিহীন জানি ।
ক্ষমাক প্ৰাৰ্থোহো শিষ্ট চৰণে প্ৰণামি ॥
হে জগতৰ গুৰু জগত কাৰণ ।
ভক্তবাঞ্চা কল্পতৰু তোমাৰ চৰণ ॥ ৮ ॥
শৰণে পশিয়া মই কৰোহো কাতৰ ।
শঙ্কৰ মাধৱ হৰি কৰিয়ো উদ্ধাৰ ॥
জয় জয় দেৱকী নন্দন দামোদৰ ।
ব্ৰহ্মা মহেশ্বৰ যাৰ চৰণ কিঙ্কৰ ॥ ৯ ॥
পৰম পণ্ডিতো তবে যাক সুমৰণে ।
আৰম্ভৰ সিদ্ধি হৌক কৃষ্ণক স্মৰণে ॥
নমো নমো নাৰায়ণ জগত কাৰণ ।
ভকত অভয়দাতা সত্য সনাতন ॥
শঙ্কৰৰ মাধৱৰ চৰিত্ৰ বৰ্ণন ।
কৰো তয়ু প্ৰসাদত নমি নাৰায়ণ ॥
মিনতি বচন বোলো শুনা সাধুজন ।
সন্ত সাধুজনে মোক বুলিয়া বচন ॥
দুয়ো মহাপুৰুষৰ কথা যত ।
পদবন্ধে একস্থান কৰিয়ো সমস্ত ॥
তাসম্বাৰ বাক্য পালি কৰোঁ একস্থান ।
ক্ষমিবা দোষণ বড়া ছুটা বৰ্তমান ॥
কহে দিননাথ শিশুমতি অতিশয় ।
জানি ইটো দোষ মৰষিয়ো সাধুচয় ॥
কলিত লোকৰ অল্পবুদ্ধি জ্ঞান ভৈল ।
তপ জপ পূজাদিৰো শক্তি কমি গৈল ॥
নানা কৰ্ম্ম বিকৰ্ম্ম কৰিয়া লোক যত ।
স্বৰ্গ নৰকত আতি কৰৈ আয়াজাত ॥
তল গৈলা লোক কলি পাপ সাগৰত ।
কৃপাময় কৃষ্ণে দেখি শুনিয়া মনত ॥
সকলো দেৱতা সমে আলোচনা কৰি ।
অৱতাৰ ভৈলা কৃষ্ণ গুৰুৰূপ ধৰি ॥
ঈশ্বৰে কহিলা অনন্ত ব্ৰহ্ম আগে ।
দৃষ্টান্ত গোটেক আছে কহিবাক লাগে ॥
অৰণ্যৰ মাজে বুঢ়া বুঢ়ী আছিলেক ।
গোটেক সন্তান জন্মি মাত মাতিলেক ॥ ১৫ ॥
পিতাক বোলন্ত বুঢ়া বুঢ়ী জননীক ।
পিতা মাতা নতু শুনে বোলয় কাহাক ॥
দেখি বুঢ়া গৃহিনীক বুলিলা বচন ।
দেখা সমঙ্কক শিশু নুশুনে কথন ॥ ১৬ ॥
তুমি আমি যেনে বোলো শিশু তাকে বোলে ।

এতেকে শিখাব লাগে শিশুগোট ভালে ॥
তুমিপিতা বোলা মাতা বোলোহো তোমাক ।
যিমতে জানয় পুত্রে সিমত ভাষাক ॥ ১৭ ॥
হেন আলোচিয়া তাৰা তাহাকে কৰিলা ।
শুনিয়া বালকে সেহিমতে আচৰিলা ॥
এতেকে যিমতে তুমি আমি আচৰিবো ।
গুৰু শিষ্য ভাৱধৰি শিষ্যক দেখাইবো ।
হেন আলোচন কৰি দুয়ো ব্ৰহ্ম আশি ।
কৃষ্ণ গুণ নাম ৰূপ ধৰ্ম্মক প্ৰকাশি ॥
জীৱৰ তৰণ মোক্ষ উপায় কৰিলা ।
ভৱসিন্ধু তৰিবাৰ মহানাৱ ভৈলা ॥ ১৯ ॥
শঙ্কৰ স্বৰূপে গুৰু ৰূপক ধৰিলা ।
শিষ্যভাৱ দেখাইতে মাধৱ ৰূপ ভৈলা ॥
গুৰুশিষ্য ভাৱ দেখিয়া লোক চয় ।
আক আচৰিলে লোক তৰিবে নিচয় ॥
হেন থিৰ কৰি হৰি জগত ঈশ্বৰ ।
নৰৰূপ ধৰি আশি ভৈলা অৱতাৰ ॥
প্ৰথমতে শঙ্কৰ দেৱৰ কহো যথা ।
মাধৱ দেৱৰ পাছে কহিবোহো কথা ॥
শঙ্কৰৰ উপৰি অঠাৰ পুৰুষৰ ।
সন্তৰ আদেশ লাগে লিখিবে আমাৰ ॥
* কো হংস সো হংস ব্ৰহ্ম হংস নাম ।
দাসোহংস মহাহংস ব্ৰহ্মগিৰী সম ॥
প্ৰেমগিৰী চন্দ্ৰগিৰী স্বৰ্ণগিৰী হৰি ।
গন্ধৰ্ব্বগিৰী তাহান পুত্ৰ অত্ৰিগিৰী ॥
তাহান পতনী মহাগুণে অনুপমা ।
নভৈলেক পুত্ৰ কন্যা ভৈলা শ্ৰেষ্ঠতমা ॥ ২৩ ॥
কৃষ্ণকান্তি কন্যা ৰূপে গুণে ভগৱতী ।
তান ৰূপ গুণ কৈতো নাহি গুণৱতী ॥

যোগ্যৱৰ নতুপাছে গৃহতে আছিলা ।
তাহাৰ অৰ্জনে শঙ্কৰে অতি তুষ্ট ভৈলা ॥ ২৪ ॥
দিনেক আছিলা দেৱী মন্দিৰ মাৰ্জ্জন্তে ।
শিৱে আলিঙ্গিয়া পুত্ৰে বৰদিয়া যান্তে ॥
গৰ্ভাৱতী ভৈল আই লোকে দেখি তথা ।
ৰজাৰ আগত জান দিলেক সৰ্ব্বথা ॥
ৰাজা শুনিলন্ত আই সকল কহিলা ।
জলত পৰিক্ষা কৰিবাক আদেশিলা ॥
শৰীৰৰ অলঙ্কাৰ জলত পেলাৱে ।
নবুৰয় যদি তেবে ৰাক্য সত্য হইবে ॥ ২৬ ॥
পাছে চেৰতিয়া গণে নদীত পেলাইলা ।
টোপোলা সহিতে দ্ৰব্য ওপঙ্গি উঠিলা ॥
তথাপিতো দুষ্টলোকে ৰাজাত কহিলা ।
কুমন্ত্ৰ বলত কিম্বা ওপঙ্গিয়া ৰৈলা ॥ ২৭ ॥
ৰাজাবোলে এইক অলঙ্কাৰ সমে নিয়ো ।
নদীৰ গহন জলে পেলায়া অশিয়ো ॥
শুনিয়া নিলন্ত আইক নৌকাত তুলিয়া ।
অগাধ গঙ্গাৰ জলে পেলাইল ডুবাইয়া ॥ ২৮ ॥
শৰীৰে নিভিজে জলে বসিয়া ৰৈলন্ত ।
দেখি কোটোৱালে গৈয়া ৰাজাত কৈলন্ত ॥
আপুনি আশিয়া দেখি আচৰিত ভৈলা ।
আইক সমাৰোহে আনি গৃহত ৰাখিলা ॥ ২৯ ॥
প্ৰভাৱ দেখিয়া ৰাজা ধন্য ধন্য দিলা ।
পুত্ৰ প্ৰসবিতে লাগি চাহিয়া ৰহিলা ॥
কালক্ৰমে আয় পুত্ৰ গুটি প্ৰসবাইলা ।
শুনিৰাজা সিটোগ্ৰামে অধিকাৰি কৈলা ॥ ৩০ ॥
শিৱৰ কৃপাত ভৈলা সেহিতো কাৰণে ।
শঙ্কৰৰ নাম দিলা বিজ্ঞ মহাজনে ॥
এতেকতে অত্ৰিগিৰী সুতা মহাসতী ।

* কথাগুৰু চৰিত্ৰৰ ৩ পৃঃ উপৰী বংশৰ কথাত আছে – এদিন নাৰদদেৱ বৈকুণ্ঠলৈ গৈছিল, কৃষ্ণৰ আদেশে নাৰদে এটি গীত গালে, নাৰদৰ গীতৰ পিছত সৰস্বতীক এটা গীত গাবলৈ কলে, সৰস্বতীৰ গীতত কৃষ্ণৰ শৰীৰ দ্ৰৱ হৈ প্ৰেমৰস বাহিৰ হ'ল তাৰপৰা সুৰধনী গঙ্গাৰ উৎপত্তি হয় ( গৰ্গসংহিতাত এই কথা আছে ) তাৰপৰা এটি শিশু উদ্ভৱ হ'ল, সেই শিশুৰ নাম থলে প্ৰেম পূৰ্ণানন্দ, তাৰপৰা শিৱই আনি কাশিত থলেহি । পস্থত থৈ যোৱাত সুপন্থগিৰি নাম থলে, তেওঁৰ পৰা ব্ৰহ্মগিৰি জন্ম হয় । ব্ৰহ্মগিৰিৰ পুত্ৰ চন্দ্ৰগিৰি, তত পুত্ৰ কৃষ্ণগিৰি, পুত্ৰ অত্ৰ, তত পুত্ৰ সুবৰ্ণগিৰি, তত পুত্ৰ গন্ধৰ্ব্বগিৰি পুত্ৰ হেমগিৰি, পুত্ৰ হৰিবৰগিৰি, পুত্ৰ কৃষ্ণকান্তি, পুত্ৰ লণ্ডাবৰ, পুত্ৰ চণ্ডীবৰ পুত্ৰ ৰাজধৰ, পুত্ৰ সূৰ্য্য বৰ পুত্ৰ কুসুম্বৰ, পুত্ৰ শ্ৰীশ্ৰীশঙ্কৰবৰ ॥

সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

তাহান তনয় চণ্ডিবৰ মহামতি ॥ ৩১ ॥
পুত্ৰকামে চণ্ডি মহা দেবীক আৰাধি ।
চণ্ডিবৰ নামে সুত পাইলা ভক্তিসাধি ॥
দেবীৰ প্ৰসাদে ভৈল কাৰণে তথাত ।
দেবীদাস নামভৈলা লোকত প্ৰখ্যাত ॥ ৩২ ॥
কাণ্যকুব্জ দেশত আছিল শুদ্ধভাৱে ।
ৰাজঘৰ হন্তে মহা সম্ভ্ৰমক পাৱে ॥
গৌৰেশ্বৰ নামেৰাজা পৰম পণ্ডিত ।
ৰূপ গুণ প্ৰভাৱত আতি অখণ্ডিত ॥ ৩৩ ॥
তান ভাতৃ কামৰূপ দেশৰ নৃপতি ।
নাচিল বিশিষ্ট দ্বিজ কায়স্থ তহিতি ॥
কমতা নগৰে ৰাজা থাকি কিছুদিন ।
গৌৰেশ্বৰ নৃপতিক লিখিলা লিখন ॥ ৩৪ ॥
উত্তম ব্ৰাহ্মণ কিছু কায়স্থ প্ৰধান ।
আমাৰ ৰাজ্যক লাগি কৰিয়ো যোগান ॥
তাক শুনি গৌৰেশ্বৰ নৃপতি প্ৰধান ।
সাতঘৰ দ্বিজ সাত কায়স্থ গুণিন ॥ ৩৫ ॥
চণ্ডিবৰ লক্ষণ বয়ন লৱবৰ ।
মথুৰা গোপাল বহৰ পুত্ৰ সাটঘৰ ॥
শ্ৰীপতি শ্ৰীহৰিপতি শ্ৰীহৰি পণ্ডিত ।
শ্ৰীৰাম চিদানন্দ সদা হৰি এহি সাত । ৩৬ ॥
কাণ্যকুংব্জ দেশৰ আনিয়া পথাইলন্ত ।
পাইয়া কান্তেশ্বৰ মহা আনন্দ ভৈলন্ত ॥
পাছে চণ্ডিবৰক থাপিয়া ৰাজ্যবৰ ।
দাস দাসী ভূমীবস্ত্ৰ দিলন্ত বিস্তৰ ॥ ৩৭ ॥
তথাপি নভৈল তান সি স্থানে সন্তোষ ।
নিজস্থানে জাইবো হেন কৰিল আক্ৰোষ ॥
পিতৃৰ শুনিলা দেশে পীড়া অতিশয় ।
কেমনে চলিয়া যাইবো মনত ভাবয় ॥ ৩৮ ॥
নিদিয়া বিদায় ৰাজা তাহাকো জানিলা ।
যাইবাক লাগিয়া নানা উপায় চিন্তিলা ॥
ৰাজ্যত নকই গৈলা পলায়ন কৰি ।
পুনু কৌনজক গৈলা ছদ্ম বেশ ধৰি ॥ ৩৯ ॥
গৃহত থাকন্তে সুখে সিটো কতোদিন ।
নাপায়া ৰাজায়ে বিছাৰিলা সেহি স্থান ॥
তহিতে থাকন্তে কান্তেশ্বৰে পুত্ৰ পাই ।
কয়দ কৰিয়া ৰাজা দিলন্ত পঠাই ॥ ৪০ ॥
সেহি অপৰাধে কান্তেশ্বৰ নৰপতি ।
কাৰাগাৰে ৰাখিলন্ত সুখদে তহিতি ॥
কিছুদিনে ভাগ্যবসে দৈব উপগত ।
হংসগিলা নামে মহা পণ্ডিত আগত ॥ ৪১ ॥
বাদকৰি বহুস্থানে জিনি আশিছিল ।
ক্ৰমাগতে কান্তেশ্বৰ স্থানত পশিল ॥
বাদকৰি পণ্ডিতক সকলে জিনিল ।
তাঙ্ক জিনিবাক কোনোজনে নপাৰিল ॥ ৪২ ॥
বাদ কৰিবাৰ আৰ পণ্ডিত চাহিলা ।
পণ্ডিত নপায়া ৰাজা চিন্তিবাক লৈলা ॥
ৰাজাৰ মনত পাছে স্মৰণ ভৈলন্ত ।
কাৰাগাৰে আছে দেবী দাস মহাসন্ত ॥ ৪৩ ॥
ৰাজ সভা মধ্যে দেবী দাস মহাজন ।
বাদিক পণ্ডিত সমে কৰিলা কথন ॥
লাগি গৈল বাদ ঘোৰ দেবী দাস সমে ।
দেবীদাসে জন্মকথা সুধিলা প্ৰথমে ॥ ৪৪ ॥
পোতনী গ্ৰামত বুলি পণ্ডিতে কহিলা ।
তয়ু জন্ম কোনস্থানে পণ্ডিতে পুচিলা ।
গোগৰিয়া গ্ৰাম দেবীদাসে কহিলন্ত ।
একে গো তাতে আৰু গৰিয়া অধম ।
এহি বুলি হাসে তেহো ভাবিয়া বিষম ॥
দেৱীদাসে বোলে জৈত পৰয় পোতনি ।
তাক শুদ্ধিকৰে নৰে গোৰ লাদ আনি ॥ ৪৬
এহিবুলি দেবীদাসে হৰিসে হাষন্ত ।
উত্তৰ নাপায়া লাজ পণ্ডিত ভৈলন্ত ॥
আনো নানা শাস্ত্ৰালাপে দেবীদাস হন্তে ।
লাজপায়া তথা হন্তে বলায়া গৈলন্তে ॥ ৪৭ ॥
দেখি কান্তেশ্বৰ ৰাজা সন্তোষিত হৈয়া ।
দিলা অধিকাৰী তাঙ্ক পাতি বৰ ভুঞা ॥
বটদ্ৰৱা নামস্থানে নগৰ কৰিয়া ।
মহাৰঙ্গে ৰহিলন্ত ভোগক ভুঞ্জিয়া ॥ ৪৮ ॥
কতোকাল থাকন্তে একভৈল পুত্ৰ ।
ৰাজাৰ বৰত অতি লভিল সু পুত্ৰ ॥
ৰাজ্য বৰে ভৈলা দেখি ৰাজধৰ নাম ।
দানি মানি সুবিখ্যাত সোভন পৰম ॥ ৪৯ ॥
পুত্ৰৰ কামনা কৰি সূৰ্য্যক পূজিলা ।
সূৰ্য্যৰ প্ৰসাদে পুত্ৰ সূৰ্য্যবৰ ভৈলা ॥
আৰ দুই পুত্ৰ তান ভৈল মহাজন ।
জয়ন্তা মাধৱ দলৈ গুণে বিতোপন ॥ ৫০ ॥

মাধৱ দলৈৰ পুত্ৰ নাম ৰতিকান্ত ।
জয়ন্ত দলৈৰ পুত্ৰ সদানন্দ সান্ত ॥
সদানন্দ পুত্ৰ ৰামৰায় সুবিনয় ।
শঙ্কৰ দেৱৰ প্ৰিয় গুণৰ আলয় ॥ ৫১ ॥
তাহান ভক্তিক কৰি পৰম যতনে ।
শ্ৰীশঙ্কৰ লগেথাকে অতি ৰঙ্গমনে ॥
ৰাম ৰাইৰ কথা যত কহিবো পাছত ।
সূৰ্যবৰ পুত্ৰভৈলা কুসুম নামত ॥ ৫২ ॥
সেই সূৰ্যবৰে পুত্ৰ কামনা কৰিয়া ।
ঈশ্বৰ অৰ্চ্চনা কৈলা নানা পুষ্পদিয়া ॥
ঈশ্বৰ কৃপায়ে পুত্ৰ কুসুম্বৰ ভৈলা ।
দেখি সূৰ্য্য বৰৰ আনন্দ মিলি গৈলা ॥ ৫৩ ॥
সন্তজন ৰঞ্জন গঞ্জন দুষ্ট জন ।
গৌৰবৰ্ণ শৰীৰ পৰম সুসোভন ॥
তান যশ গুণ কিবা কহিবো সাক্ষাত ।
শঙ্কৰ স্বৰূপে হৰি অৱতাৰ জাত ॥ ৫৪ ॥
সমস্ত ঐশ্বৰ্য্যযুক্ত সুমধুৰ বাণী ।
লক্ষ্মীসম দেখি যেন তাহান পতনী ॥
তথাপি মনত তান সুখ নাহিকয় ।
সমস্ত সম্পদ যুক্ত নাহিকে তনয় ॥ ৫৫ ॥
নানা কৰ্ম্ম কৰন্তে পুত্ৰক আশা কৰি ।
নপাইলন্ত পুত্ৰ তন্ত্ৰ মন্ত্ৰক আচৰি ॥
পাছে জ্ঞাতি মিত্ৰ সমে আলোচ কৰিল ।
পুত্ৰ কামনায়ে মহেশক আৰাধিল ॥ ৫৬ ॥
তান ভকতিত তুষ্ট ভৈলন্ত শঙ্কৰ ।
স্বপ্নত আসিয়া পাছে দিলা পুত্ৰবৰ ॥
স্বপ্নদেখি দুয়োজন আনন্দ মনত ।
কহিলন্ত জ্ঞাতি মিত্ৰে স্বপ্নকথা যত ॥ ৫৭ ॥

মনত হৰিষ কৰি দুয়ো গৃহে ৰৈলা ।
পাছে সত্যসন্ধ্যা সতী গৰ্ভৱতী ভৈলা ॥
পূৰ্ণ দশমাস দশদিন যেবে ভৈল ।
নানা সুমঙ্গল আতি তাহাতে মিলিল ॥ ৫৮
সিকালত শুনিলা দৈৱীক স্তুতি বাণী ।
মাৱে মাত্ৰ শুনন্ত নুশুনে অন্য প্ৰাণী ॥
য্যোতিষ্ময় প্ৰকাসন্ত সুতিকাৰ গৃহ ।
সত্যসন্ধ্যা দেখি ভৈল আনন্দ বিগ্ৰহ ॥ ৫৯
আকাশৰ হন্তে সুগন্ধিত পুষ্পচয় ।
সুতি গৃহ পৰি পৰি স্তুতিক কৰয় ॥
সুৰভি বহয় মৃদু মলয়ৰ বাৱ ।
সন্তসব মন ভৈল প্ৰসন্ন স্বভাৱ ॥ ৬০
সেহি সময়ত হৰিদেৱ কৃপাময় ।
সত্যসন্ধ্যা হন্তে ভৈলন্ত উদয় ॥
আশ্বিন প্ৰবেশি পঞ্চদিন বহিগৈল ।
সেহিদিনা শঙ্কৰ দেৱৰ জন্ম ভৈল ॥ ৬১
শুকুলা দশমী আশি ভৈল শুক্ৰবাৰে ।
কৰ্ম্ম কহি পাপনষ্ট কৈলা জগতৰে ॥*
তেৰশত এক সত্তৰ শকে আশ্বিনতে ।
ৰোহিণী নক্ষত্ৰ দশমী উপগতে ॥ ৬২
ৰজনী যোগত গুৰু প্ৰাদুৰ্ভাব ভৈলা ।
সন্ত সাধুসবৰ আনন্দ মিলি গৈলা ॥
যখন ভূমিস্থ হৈলা জগতৰ গুৰু ।
তিনি আবৰণত বেষ্টিত দিব্য গুৰু ॥ ৬৩ ॥
দুই হাতে দুই অস্ত্ৰ সংসাৰ খণ্ডন ।
নিজধাম হন্তে আসি কৰিলা বিধান ॥
তুলসী অগ্ৰত ৰামখা ভূঞা সন্ত ।
সহস্ৰেক প্ৰদীপ লগায়া আছিলন্ত ॥ ৬৪

* ৰামচৰণকৃত ৩৬২ পদৰ মতে ।

ব্ৰহ্মমুনি ৰামচন্দ্ৰ শকাব্দ, মাসবাৰ পঞ্চমদিন
এসমধ্যাৰাগ্ৰৌ বিংশ পলাধিক ত্ৰয়দণ্ডগতা
সিতদশে ঋষোদয়ে বিংশতি তাড়কা ।

১৩৭১ শকাব্দৰ আহিন মাহৰ ৩ দিন যাওঁতে বৃহস্পতিবাৰে ৰাতি তিনিদণ্ড বিশপল যাওঁতে শুক্লাদশমী তিথিত শ্ৰীশঙ্কৰদেৱৰ জন্ম হয় ।

নতুন কমলাবাৰী সত্ৰাধিকাৰ শ্ৰীশ্ৰীনাৰায়ণ চন্দ্ৰ দেৱ গোস্বামীয়ে সংগ্ৰহ কৰা শঙ্কৰদেৱৰ জন্ম পত্ৰিকা মতে এই তাৰিখ পাওঁ ।

সংগ্ৰাহক — ধৰ্ম্মেশ্বৰ

অকস্মাতে সিসব প্ৰদীপ নুমাইলেক ।
দেখিয়া সকললোকে বিস্ময় পাইলেক ॥
সুবৰ্ণৰ পাত্ৰ আনি দিলন্ত মাধবী ।
স্নান কৰাইলেক চণ্ডৰী মহাদেবী ॥ ৬৫
পাচে চণ্ডৰীয়ে সত্যসন্ধ্যা কোলেদিলা ।
সাৱধানে নিম্না দেবী স্তন পৰসাইলা ॥
মুখকাতি কৰি শিশু পান নকৰিলা ।
তিনিগোটা হাঁমিমাৰি মাৱক দেখাইলা ॥ ৬৬
মুখৰ ভিতৰে আই সমস্তে দেখিলা ।
যশোদাক কৃষ্ণে যেন জগত দেখাইলা ॥
মহাভয় হয়া আই বিস্ময় লভিলা ।
ঈশ্বৰ জানিয়া ভয়ে সকম্পিত ভৈলা ॥ ৬৭
চণ্ডৰী মাধবী দুয়ো দেখিলন্ত ৰূপ ।
অস্ত্ৰ এৰি ভৈলাপ্ৰভু বালক স্বৰূপ ॥
তান জন্মস্থান আলিপুখুৰী প্ৰক্কাত ।
সেহিস্থানবাসী লোক অনেক সুসান্ত ॥ ৬৮
সিসৱৰ আনন্দ উৎসৱ মিলি গৈল ।
কিন্তু সত্যসন্ধ্যা দেবী পীড়াযুক্ত ভৈল ॥
জানিলন্ত মোৰ প্ৰাণ নৰৈবন্ত এথা ।
সাণ্ডৰীক পুত্ৰ গুটী সমৰ্পিয়া তথা । ৬৯
তেখনে চাৰিল প্ৰাণ দেবী মহাসতী ।
দেখি কুসুম্বৰ ভৈল শোকাকুল মতি ॥
পাছে কুসুম্বৰ মাতা খেৰ সুতি আই ।
শঙ্কৰদেৱক প্ৰতিপাল কৰি চই ॥ ৭০
কিন্তু বৃদ্ধভৈল কিছু নাহিকয় স্তনে ।
দুগ্ধহীন দেখি কিছু নকৰে ভোজন ॥
দ্বিতীয় দিনত আই মহাখেদ আছে ।
ব্ৰহ্মাদেৱে আশি স্বপ্ন বুলিলন্ত পাছে ॥ ৭১ ॥
কি কাৰণে স্তননেদা আদৰ নকৰা ।
পূৰ্ব্বৰ কাহিনী কিবা মনত নধৰা ॥
আই বোলে প্ৰভুমোৰ স্তনে দুগ্ধ হীন ।
দুগ্ধকল দেন্তে কিছু নকৰে ভোজন ॥ ৭২ ॥
ব্ৰহ্মা বোলে মোৰ বৰে স্তন পূৰ্ণ হৌক ।
সেবি বন্দি ভক্তিভাৱে পাণ কৰায়োক ॥
এইবুলি স্বপ্নতে অদৃশ্য ভৈলা বিধি ।
চেতন লভিয়া আয় বোলে কাৰ্য্য সিদ্ধি ॥ ৭৩
পৰিপূৰ্ণ স্তনদেখি সন্তোষিত ভৈলা ।
প্ৰভাতে উঠিয়া স্নান কাৰ্য্য আচৰিলা ॥
গন্ধপুষ্প নানাদ্ৰব্য আগত থাপিল ।
সাষ্টাঙ্গে পৰিয়া দেবী প্ৰাৰ্থিবাক লৈল ॥ ৭৪ ॥
দেখি গুৰুজনে মহা আনন্দ কৰিয়া ।
সম্যাহন্তে গৈয়া আইৰ কোলাত চৰিয়া ॥
স্তনপান কৰিলন্ত আইৰ মন পুৰি ।
দেখিয়া চণ্ডৰী মাধৈ সুমৰিলা হৰি ॥ ৭৫ ॥
চতুৰ্থ দিবসে শয়ণৰ দুই পাশে ।
দুই প্ৰদীপৰ মাজে জ্যোতিৰ্ম্ময়ে আছে ॥
তলবল কৰে দেখি পাছে বুঢ়ী আই ।
ঈশ্বৰৰ শক্তি জানি ভৈলন্ত বিস্ময় ॥ ৭৬ ॥
পঞ্চম দিনত আই চণ্ডৰী সহিতি ।
হাতে সৰ ধনু ধৰা দেখি ভৈলা ভিতি ॥
ৰহন্তে ষষ্ঠম দিন ষষ্ঠি কাৰ্য্য কৰি ।
সাত দিনে সন্ধৰা দৈবজ্ঞ জ্ঞানীবৰি ॥ ৭৭ ॥
গণি পঢ়ি দেখি তান গুণ কাৰ্য্য যত ।
প্ৰভাৱ হৈবেক যেন তাক কহিলন্ত ॥
শঙ্কৰৰ বৰদানে যিহেতু আসিল ।
শ্ৰীশঙ্কৰ নাম তান সিহেতুকে দিল ॥ ৭৮ ॥
গুপ্তনাম গঙ্গাধৰ আৰু অষ্টনাম ।
সকল কহিলা সিটো দৈবজ্ঞ উত্তম ॥
অষ্টম দিবসে শয়ণৰ খট্টা পাৰে ।
ভয়ঙ্কৰ সৰ্পগোটে মেৰদিয়া ধৰে ॥ ৭৮ ॥
দেখিয়া কুসুম ভূঞা চেদিয়া পেলাইলা ।
সৰ্পহন্তে জ্যোতিৰ্ম্ময় ৰূপ বাজভৈলা ॥
নৱম দিবসে বেৰ জলঙ্গা ভেদিয়া ।
সূৰ্য্যৰ কিৰণ গুৰু গাৱত পৰিয়া ॥ ৭৯ ॥
থাকন্তে দেখিয়া শুক্ল সৰ্প গোটে আসি ।
অসংখ্য ফণাক ধৰি আচন্ত প্ৰকাশি ॥
দেখি বুঢ়ী আই মহা ভীত মন ভৈল ।
দেখিল মাত্ৰকে সৰ্প তৈৰ আন্তৰিল ॥ ৮০ ॥
দশম দিনত ভূঞা কুসুম সাদৰে ।
গুৰুৰ মস্তকে স্নেহে শুঙন্ত আদৰে ।
ওষ্ঠলগ্ন ভৈল এৰুৱাইতে নপাৰয় ।
ক্ষণিক থাকিয়া গুৰু আপুনি এৰয় ॥ ৮১ ॥
একাদশ দ্বাদসত কুসুম প্ৰধান ।
প্ৰভাৱ দেখিয়া সুবিস্মিত ভৈল মন ॥
এয়োদশ দিনে আই চণ্ডৰী দেখিলা ।
শয়ণৰ ঠাইত যেন জ্যোতিৰ্ম্ময় ভৈলা ॥ ৮২ ॥

চতুৰ্দ্দশ দিনে আই প্ৰভাৱ দেখিলা ।
পঞ্চদশ দিনতো চণ্ডীৱৰে দেখা পাইলা ॥
ষষ্ঠদশ সপ্তদশ দিন আৰু অষ্টাদশে ।
ঐশ্বৰিক ভাৱ গুৰু দেখাইলা বিশেষে ॥ ৮৩ ॥
ঊনবিংশ দিনে আসি পক্ষি ভয়ঙ্কৰ ।
সূতিকা গৃহক প্ৰদক্ষিণ বাৰম্বাৰ ॥
কৰিয়া আকাশে গৈলা মহা বেগধৰি ।
নিকতৰ বটবৃক্ষ পড়িল উভৰি ॥ ৮৪ ॥
দেখি সৰ্ব্বজন মহা ভয়যুক্ত ভৈলা ।
সকলো বোলন্ত ইটো গৰুড় আসিলা ॥
বিংশতি একবিংশ দ্বাবিংশ ত্ৰয়োবিংশত ।
চণ্ডীৱৰী মাধৱী দেখে ৰূপ অদভুত ॥ ৮৫ ॥
চতুৰ্বিংশ দিনে সূতি আছিলা গোসায় ।
খুঁটা ভাগি চৌতি এক খসিয়া পৰয় ॥
দেখি গুৰুজনে এক পাৱে দাগি ধৰি ।
চৌতি গোট দূৰলাগি পেলাইলা আচাৰি ॥ ৮৬ ॥
সি সময়ে চণ্ডীৱৰী মাধৱী দেখিলন্ত ।
চতুৰ্ভুজ ৰূপ ধৰি পাৱ বঢ়াইলন্ত ॥
দণ্ডৱতে প্ৰণাম কৰিয়া অৱসৰে ।
দেখে শিশুৰূপে আছে খাটৰ ওপৰে ॥ ৮৭ ॥
পঞ্চবিংশ দিনে ৰাম আদি শিশুগণ ।
শঙ্কৰক আবৰিয়া আছন্ত তখন ॥
অনাকাকো নেদেখিয়া বালক শঙ্কৰ ।
ৰাম ৰাম গুৰুক বুলিলা বাৰম্বাৰ ॥ ৮৮ ॥
বিধি অংশে আসি আছা আমি বিষ্ণু অংশ ।
কতকাল থাকিবোহো শয়নে নিসংশ ॥
যিকাৰণে আমি আছো কৰিবাক লাগে ।
ৰাম ৰামে বোলে নতু হই সিটো যোগে ॥ ৮৯ ॥
বাৰৰ বাহিৰ হন্তে বুঢ়ী আই শুনি ।
কোনে হেন কথা কহে নপাইলন্ত গুণি ॥
পুছিলাতে ৰাম ৰামে আনন্দ কহিলা ।
তোমাৰ নাতিৰ তুমি শক্তি নজানিলা ॥ ৯০ ॥
শুনি আই পূৰ্ব্বকথা কৰিয়া স্মৰণ ।
বিস্ময় এৰিয়া ভৈল আনন্দিত মন ॥
চতুৰ্বিংশ দিৱসত ধুমুহা প্ৰধান ।
শয়ন গৃহত ভৈলা বৃক্ষৰ পতন ॥ ৯১ ॥
দেখি গুৰুজনে পাৱ বঢ়াইলা বিশেষ ।
ৰামধৰ পাৱে যেন লঙ্ঘিল আকাশ ॥
সেহি পাৱ দিয়া ঘৰ ভাঙিয়া ৰাখিলা ।
বৃন্দাৱনে যেন গোবৰ্দ্ধনক ধৰিলা ॥ ৯২ ॥
দেখি ভূঞা ব্ৰাহ্মণসকল লোক আসি ।
খুটা লগায় গৃহ ভাতি বিস্ময় প্ৰকাশি ॥
সপ্তবিংশ অষ্টবিংশ ঊনত্ৰিংশ ত্ৰিংশ দিনে ।
আই দেখিলন্ত ঐশ্বৰীক কথা মানে ॥ ৯৩ ॥
একত্ৰিংশ দিনে শুদ্ধিকাৰ্য্য সমাপিয়া ।
আনন্দে দ্ৰৱিত ভৈলা সমস্তৰে হিয়া ॥
পাছে ৰাম ৰাম আদি সকল বালক ।
শঙ্কৰ দেৱক থাকে আবৰি প্ৰত্যেক ॥ ৯৪
একদিনা শয়ন খাটৰ পিছ দিকে ।
শৰিসাৰ মেৰ এক আছিল প্ৰত্যেকে ॥
শয়নৰ হন্তে শ্ৰীশঙ্কৰ মুৰাৰী ।
পাৱহানি পেলাইলন্ত মেৰক উভাৰি ॥ ৯৫
অত্যাচৰ্য্য মানিয়া কুসুম মহামতি ।
উৎপাত শঙ্কিয়া জ্যোতিষ চোৰাই তৈতি ॥
গণিয়া কহিলা সঙ্কৰাদি জ্ঞানীগণে ।
উৎপাতৰ শঙ্কা আও নকৰিবা মনে ॥ ৯৬
শাৰিসা যতেক ছিল মেৰৰ মধ্যত ।
আনহন্তে হৈবন্ত উদ্ধাৰ জীৱ তত ॥
হেনশুনি আনন্দ লভিয়া সৰ্ব্বজন ।
শঙ্কৰ ঈশ্বৰ বুলি জানিলা তখন ॥ ৯৭
অনুক্ৰমে ছয়মাস ভৈল শঙ্কৰৰ ।
একদিনা শুৱাই থৈলা খাটৰ উপৰ ॥
ৰাম ৰাম আদি বালকক ৰক্ষা দিলা ।
স্নান কৰিবাক আয় ঘাটক চলিলা ॥
সেহি অৱসৰে গুৰু বালকে কহয় ।
উপৰৰ দুগ্ধ চৰু আনাহা নমায় ॥
ৰাম ৰামে বোলে আমি চুকি নাপাওঁ তাক ।
শুনি গুৰুজনে উঠি বসিলা প্ৰত্যেক ॥ ৯৯
খাটহন্তে নামি দধি নিজ হন্তে আনি ।
বালক সবাকো দিলা ভুজিলা আপুনি ॥
স্নান হন্তে আসি বুঢ়ী দেখি ক্ৰোধ মনে ।
ৰাম ৰামে পুছিলন্ত ইভৈল কেমনে ॥ ১০০ ॥
ৰাম ৰামে বোলে শ্ৰীশঙ্কৰ থিয় হই ।
সুদীৰ্ঘ ৰূপকধৰি আনিলা নমাই ॥
আপুনু ভুজিলা তেহো আমাসাক দিলা ।
শুনি বুঢ়ী আয় পূৰ্ব্ব শকতি স্মৰিলা ॥ ১০১ ॥

আনোদিন সেইৰূপে সোপচা কল আনি।
ভূজিলা বালক সঙ্গে গুৰুচক্ৰ পানী ॥
এহিমতে গুৰুদেৱে নানা লীলা কৰি।
ক্ৰমে বৃদ্ধি ভৈলা জগতৰে উপকাৰি ॥ ১০২ ॥
কুসুমেও আনন্দতে মজিয়া থাকন্ত।
গুৰুজনো চন্দ্ৰযেন বাঢ়িয়া আশন্ত ॥
যতলীলা কৈলা কোনে বৰ্ণাইতে পাৰে।
সন্তৰ কৃপাৰহেতু কৰিলা প্ৰচাৰে ॥ ১০৩ ॥
বুঢ়ী আই পূৰ্ব্বৰ বাঞ্চিত পূৰ্ণ কৰি।
সদায়ে সেৱন্ত প্ৰতিপালক আছৰি ॥
অনন্তৰে শ্ৰীকুসুম ভূঞা মহাজন।
বিবাহ কৰিলা আৰু কন্যা একজন ॥ ১০৪ ॥
তাহাৰ গৰ্ভত বনগঞা গিৰি নাম।
পুত্ৰ এক ভৈল গুণে শীলে অনুপাম ॥
* পঞ্চম বৰিষ পাছে উপগত হন্তে।
কুসুম্বৰ ভূঞা তৈতে প্ৰাণ চাৰিলন্তে ॥ ১০৫
দিতীয় বিবাহিতা সতীসয় তৰি গৈল।
দুয়ো পুত্ৰ পিতামহী প্ৰতিপাল কৈল ॥
শঙ্কৰেও নানা লীলা বালক সহিতে।
কৰিয়া সুখদে আছে ৰহিয়া তহিতে ॥ ১০৬
পঞ্চম বৰিশ ভৈল দেখি বুঢ়ী আই।
পঢ়িবাক দিলা নিয়া মহেন্দ্ৰৰ থায় ॥
প্ৰতিদিনে মহেন্দ্ৰ কন্দলী পঢ়াৱন্ত ।*
শঙ্কৰে পাৰন্ত তবু মন নিদিয়ন্ত ॥ ১০৭ ॥
বালক সহিতে খেলা কৰিবাক লাগি।
গুৰু আঁৰ হলে চলি যাই মহা ভাগি ॥
গুৰুৰ আদেশ পাছে সব ছাত্ৰ গণ।
প্ৰতিদিনে শ্লোক ছয় কৰন্ত ৰচন ॥ ১০৮ ॥
যদি স্বৰ দীৰ্ঘ হ্ৰস্ব কিছু জনা নাই।
কেৱল প্ৰথম ফলা পঢ়িয়া আছই ॥
তথাপি শঙ্কৰে এক কবিতা কৰিলা।
শঙ্কৰে কবিতা কৰি দন্তখত দিলা ॥ ১০৯ ॥*

0 0 0

কবিতা লিখনত শঙ্কৰদেৱ ঃ—

কৰতল কমল কমল দল নয়ন।
ভবদব দহন গহন বন শয়ণ ॥
নপৰ নপৰ পৰ সতৰত গময়।
সভয় সভয় ভয় সমহৰ সততয় ॥
খৰতৰ বৰসৰ হত দশ বদন।
খগচৰ নগধৰ ফণধৰ শয়ণ ॥
জগদঘ মপহৰ ভৱভয় তৰণ।
পৰপদ লয়কৰ কমলয নয়ণ ॥
ভকতৰ ভয়হৰ ভগবন শৰণ।
শঙকৰ কহৰহ নমৰহ মৰণ ॥

0 0 0

দন্তখত সহিতে গুৰু ৰচনা দেখিয়া।
পুচন্ত কাহাৰ কিবা অৰ্থ আছে দিয়া ॥
বোলন্ত শঙ্কৰ গুৰু মোহোৰ কবিতা।
ভাবি চোৱা তাৰ অৰ্থ অতি অখণ্ডিতা ॥ ১১০ ॥
মহেন্দ্ৰ কন্দলি পাছে বিময়িয় কৰি।
অৰ্থ বুজি জানিলন্ত আপুনি শ্ৰীহৰি ॥
সামান্য বালক নোহে জানি মহামতি।
বুঢ়ী আইত কৈলা পাছে তাহান শকতি ॥ ১১১ ॥
তথাপিতো আইৰ বাক্যে গুৰু পঢ়াৱন্ত।
পাছে একদিনা গুৰু শক্তি দেখিলন্ত ॥
পঢ়াই গুনাই গুৰু গৃহে কামে গৈল।
পৰবেলা পঢ়াইবাক পুনু আসি ভৈল ॥ ১১২ ॥

বিদ্যা শিক্ষাত শঙ্কৰদেৱ ঃ—

শঙ্কৰক নেদেখিয়া চাত্ৰত পুচিলা।
আজি শ্ৰীশঙ্কৰ বাপু কোন স্থানে ৰৈলা ॥
চাত্ৰ গণে কহে গুৰু কুঠৰী মধ্যত।
শঙ্কৰ সুতিয়া আছে দেখিয়ো সাম্প্ৰত ॥ ১১৩ ॥
পাছে ক্ৰোধ কৰি গুৰু হাতে বেত লই।
গৈয়া দেখে কুঠৰিক মহাজ্যোতিৰ্ম্ময় ॥
ক্ষণিক স্তম্ভিয়া গুৰু দেখে পুনু পাছে।

* ৰামচৰণ ঠাকুৰৰ চৰিত আৰু কথাগুৰু চৰিত মতে শঙ্কৰদেৱে ১২ বছৰ বয়সতহে পঢ়াশালিলৈ গৈছিল, দৈত্যাৰি ঠাকুৰ আৰু ৰামানন্দ দ্বিজে পঢ়াৰ তাৰিখ দিয়া নাই পিছি অহা ১৫ বছৰ বয়সহে। সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

শঙ্কৰ ওপৰে সৰ্প চক্ৰধৰি আছে ॥ ১১৪ ॥
শৰীৰকো দেখে আতি অলৌকিক নয় ।
প্ৰণ মিজা দ্বিজেপৰি ভৈগৈল বিস্ময় ॥
কতোক্ষণ ৰহিগুৰু কিছুনাহি কয় ।
জীৰ্ণকষ্ঠে দেখে সুতি শঙ্কৰ আচয় ॥ ১১৫ ॥
আচৰ্য্য মানিয়া গুৰু কোলে লৈয়া গৈলা ।
বুঢ়ী আইৰ আগে গুৰু সকলো কহিলা ॥
সেহিদিনা হন্তে পাঠা পাঠ শঙ্কৰৰ ।
প্ৰভাৱ সুমৰি গুৰু নকৰে বিচাৰ ॥ ১১৬ ।
আতপৰে যেন কহিলন্ত বাল্য লীলা ।
তাক কহিবাক মনে আনন্দ মিলিলা ॥
ষাঠীজন বালক ৰাম ৰাম আদি কৰি ।
তাসম্বাৰ সঙ্গে ৰঙ্গে ফুৰন্ত বিহাৰি ॥ ১১৭ ॥
কতো বতা পক্ষীখেদে বালক সহিতি ।
ধৰিতে নপাৰে কোনো বালকে তহিতি ॥
দশ বিশ শঙ্কৰেও ধৰি আনি আসে ।
হাসি হাসি মেলি দেই আনন্দে চৌপাসে ॥ ১১৮ ॥
হৰিণ ময়ুৰ সেই মতে ধৰি আনি ।
প্ৰভাৱ দেখায়া মুক্ত কৰন্ত তৈসানি ॥
সিসব আচৰ্য্য কথা বালকে কহয় ।
শুনি বুঢ়ী আই মনে সুবিস্মিত হয় ॥ ১১৯ ॥
একদিনা ব্ৰহ্মপুত্ৰে সাঁতোৰন্তে আছে ।
শিহ গণে থাৱে থাৱে উৎকালন্তে আছে ॥
তাক ধৰিবাক অৰ্থে বালক শঙ্কৰ ।
শিহক খেদিয়া তাৰ লগে দিলা বুড় ॥ ১২০ ॥
চাৰিদণ্ড কালে শিহ খেদিয়া ফুৰন্ত ।
ওলাইবে নেদেখি সবে বালকে কান্দন্ত ॥
কিভৈল কৈগৈল বুলি সবে কৰে দুঃখ ।
ৰাম ৰাম কেতেখাৰ সুখাই গৈল মুখ ॥ ১২১
হাহাকাৰ কৰে সবে আগ পাছ গুণি ।
বোলে কি বুলিব আজি বুঢ়ী আই শুনি ॥
শঙ্কৰেও পাইলন্ত জলৰ গৈয়া গুৰি ।
ধৰিলন্ত শিহুক জলত খেদি কুৰি ॥ ১২২ ॥
কান্ধে দাণ্ডি ধৰি চাৰি দণ্ডে ওলাইলন্ত ।
দেখি শিশু গণে ৰঙ্গে আনন্দ কৰন্ত ॥
শঙ্কৰে সাতুৰি আসি চাপিলা কাষৰে ।
উঠিলন্ত তীৰত শিহুক ধৰি কৰে ॥ ১২৩ ॥
হাত তুলি সবে শিশু আনন্দ কৰিলা ।
বনগয়াঁ গিৰি দদা বুলি কোল দিলা ॥
সবাৰো আগতে গুৰু পেলাই আছে চাই ।
শঙ্কৰেও তিতা বস্ত্ৰ সলাইলেক জাই ॥ ১২৪ ॥
ধৰফৰ কৰে সুবলিত শিহ গুটি ।
লোধোপা বান্ধৱ তাক দেখি চুতি মুতি ॥
কতো জনে ধৰি আঙ্গুলীৰ আগে চোৰে ।
বোলে কিনো নকৰিল কুসুমৰ পোৱে ॥ ১২৫ ॥
সৰ্ব্বলোকে বোলে কিনো কথা অদভুত ।
মনুষ্যৰ হেনকৰ্ম্ম শুনি আছা কৈত ॥
নাকত আঙ্গুলী দিয়া বিস্ময়ে গুণন্ত ।
কেহোজনে বোলে এন্তে মনুষ্য নোহন্ত ॥ ১২৬ ॥
হেন কথা মনুষ্য কৈতবা আছে কৰি ।
এহি বুলি সমস্তে সুমৰে হৰি হৰি ॥
কতো বেলি যান্তে পাছে শ্ৰীমন্ত শঙ্কৰ ।
পদ আগে শিহ গোট কৰিলা আতৰ ॥ ১২৭ ॥

# বৰ চৰিত

## প্ৰথম খণ্ড

### ২য় অধ্যায়

*জলত পৰিয়া সিটো প্ৰাণ পৰি হৰি।
জ্যোতিৰ্ম্ময় হৈয়া গৈলা বৈকুণ্ঠ নগৰি॥
শিহুৰ শৰীৰ হন্তে জ্যোতি তলবল।
বাজহুয়া ওপৰে গৈলা দেখিলা সকল॥ ১২৮॥
তাত অনন্তৰে গুৰু কৰিয়া প্ৰবন্ধে।
গৃহক লড়িলা উঠি ধ্বজাবৰস্কন্ধে।
ঘৰে আশি দুয়ো ভাতৃ বহিলন্ত সুখে।
ৰাম ৰামে কৈলা বুঢ়ী আইৰ মুখে মুখে॥ ১২৯॥
শিহু ধৰি খেলা লীলা কৰিলন্ত যত।
বন গৰুা গিৰিয়ো কহিলা তাক তত॥
শুনি বুঢ়ী আইৰ অতি হৰষিত মন।
দুই হন্তৰ মুখত চুম্বন্ত ঘনে ঘন॥ ১৩০॥
স্নান পান কৰাই দেৱী দুগুটী ভাতৃক।
শয়ণ কৰাইল ৰঙ্গ মনে অতিৰেক॥
নন্দক নিলেক বৰুণৰ দূতে ধৰি।
আনিলন্ত কৃষ্ণে গৈয়া মনে দুঃখ কৰি॥ ১৩১॥
গাধিনাম তাৰ বৰুণৰ দূত সিটো।
নন্দক নিবাৰ দোষ মুক্ত ভৈলা ইটো॥
আঠ নব বৰিষৰ গৈল ইটো কথা।
শঙ্কৰে কৰিলা লীলা আৰ যেন তথা॥ ১৩২॥
ৰাত্ৰিদিনে শঙ্কৰ ক্ৰুৰয় খেলা কৰি।
শিশু চৰালকো কাৰো মাৰে কতো ধৰি॥
হেন দেখি বুঢ়ী আই কৰে মন দুঃখ।
ইহাৰ নিমিত্তে মোৰ নাহি কিছু সুখ॥ ১৩৩॥
অবচন কাৰী শিশু কোন বুদ্ধি কৰো।
কেনমতে মই আবে আজি তাক ধৰো॥
তাকো জানি শঙ্কৰো নাসন্ত ঘৰে পাছে।
দুপৰক লাগি আই বাট চাই আছে॥ ১৩৪॥
নাসন্ত শঙ্কৰদেৱ মাৰিবাৰ ডৰে।
বিচাৰিবে মনে আই গৈলা অনন্তৰে॥
আগ পাছ চাই সতী যান্ত লাসে লাসে।
শঙ্কৰো বসিলা শিশু সকলৰ পাশে॥ ১৩৫
চাবদিয়া যাই পাছে ধৰিবলন্ত বুঢ়ী।
দেখি শঙ্কৰৰ যেন ধাতু গৈল উৰি॥
হাতৰ এৰায়া পাছে দিলন্ত লৰৰ।
খেদন্ত পাছতে বুঢ়ী বেগে খৰতৰ॥ ১৩৬॥
সবেও বালক পাছে গৈলা ঘৰা ঘৰি।
নাসিলা শঙ্কৰদেৱ মাৰনক ডৰি॥
তান লগ লৈবে লাগি ধ্বজাক পাঞ্চিয়া।
গৃহক আসিলা দেৱী পুনু উলতিয়া॥ ১৩৭॥
সিদিনাৰ বেলা যেবে গৈলা তিনিপৰ।
লঘোনে শুকাইলা মুখ দেৱ শঙ্কৰৰ॥
পিতামহ জয়ন্তেও শুনি হেন কথা।
গৈলন্ত শঙ্কৰদেৱ বসি আছে যথা॥ ১৩৮॥
ধ্বজা সমে শঙ্কৰক অন্বেষণ কৰি।
পায়া আনিলন্ত তাক কোলে তুলি ধৰি॥
ধ্বজাসমে শঙ্কৰক ভোজন কৰাইলা।
কোলে কৰি নিয়া পাছে বুঢ়ী আইক দিলা॥ ১৩৯॥
দেখি বুঢ়ী শঙ্কৰৰ মুখে চুমা পাৰি।
অনেক প্ৰবোধ দিলা মনত সাদৰি॥
জয়ন্তেও ৰঙ্গে নানা কথাক শিকাইলা।
সন্ধ্যাহন্তে দেখি নিজ ঘৰে চলিগৈলা॥ ১৪০॥
সেহি ৰাত্ৰি আইলা এক ভয়ঙ্কৰ সৰ্প।
প্ৰবেশিল গৃহ সিটো কৰি মহা দৰ্প।
বুঢ়ী আই চন্দোৰীয়ো দেখি দুয়ো জনে।
মহাত্ৰাসে দুয়ো ভাইক লৈলা তেতিক্ষণে॥ ১৪১॥
আথে বেথে চোতালত পৰিলেক যাই।
কিবা কৰিবন্ত একো উপায় নপাই॥
ঘনে ঘনে সৰ্পগোটে ফোকাৰ তেজয়।
লহ লহ জিহ্বা দুই চক্ষু অগ্নি ময়॥ ১৪২॥
শঙ্কৰকো বুঢ়ী আই সাবতি ধৰন্ত।
শঙ্কৰো স্মৰিলা পূৰ্ব্বকথা যেনমত॥
কটীত বান্ধিলা বস্ত্ৰ অতিশয় টানি।
সৰ্পক চাহিয়া ক্ৰোধে বুলিলন্ত বাণী॥ ১৪৩॥

---

* ৮-৯ বছৰৰ লীলা শিহু উদ্ধাৰ।

মোৰঘৰ সোমালি পাতকী মৰিবাক ।
ক্ৰুৰজাতি নিস্খল অধম ধিকধিক ॥
এহিবুলি লাঞ্জত ধৰিল চাম্পদিয়া ।
পেলাইলন্ত তাঙ্ক পাছে চোতালত নিয়া ॥ ১৪৪ ॥
দুই হাতে তাকবলে বেগে ডাঙ্গি ধৰি ।
ফুৰাইলন্ত ওপৰক সাতপাক কৰি ॥
পাকতে চিগিল সৰ্প খণ্ড খণ্ড হুই ।
বালকে কেচুক যেন চিঙ্গিলন্ত তই ॥ ১৪৫ ॥
স্যমন্ত মণিৰ অৰ্থে যেন কৰিছিলা ।
*সেহি পাপে সত্ৰাজিত সৰ্প আসি ভৈলা ॥
সত্যভামা দেৱীৰ প্ৰাৰ্থনা মনে স্মৰি ।
সৰ্পক উদ্ধাৰ কৈলা শঙ্কৰ মুৰাৰি ॥ ১৪৬॥
মাধৱ জয়ন্ত আনো বান্ধৱ সকল ।
কোলাহল শুনিসবে তথাতে আসিল ॥
দেখিয়া সৰ্পৰ বধ কৰ্ম্ম অলৌকিক ।
সকলে মানিলা শঙ্কৰক দেৱাধিক ॥ ১৪৭ ॥
হৰিক স্মৰিয়া সবে গৈলা ঘৰাঘৰি ।
শঙ্কৰো ৰহিলা পিতামহীক সাদৰি ॥
এহিমতে দশম বৰ্ষৰ কথা গৈলা ।
একাদশ বৰ্ষত তাহাৰ যেন ভৈলা ॥ ১৪৮ ॥
খেলাক খেলন্ত ষাঠি বালকে সহিতে ।
পৰম আনন্দ মনে গৰুক চাৰন্তে ॥
একভিটি শঙ্কৰ ৰাম ৰাম আউৰ ভিতি ।
দুইৰ পক্ষে দুই ভাগ বালক তহিতি ॥ ১৪৯ ॥
চোপ খেলা কৰি পাছে ভণ্টা খেলা কৰে ।
হাৰন্তা জনৰ স্কন্ধে জিনন্তায়ে চৰে ॥
কতো হৰিষতে কৰে আলিঙ্গা আলিঙ্গী ।
কতো খঙ্গপাৰে মই জিনিলোহো বুলি ॥ ১৫০ ॥
নপঢ়াহা তুমি সদা ফুৰাহা উমলি ।
বৰ বংশে যাত তুমি ভৈলাহা কিবুলি ॥
এহিবুলি বুঢ়ী আই বুজাই বঢ়াই ।
কন্দলীক নিয়া পাছে দিলন্ত গতাই ॥ ১৫১ ॥
বুঢ়ীৰ তাৰণা পায়া পঢ়িবাক যান্ত ।
একদিনা যেনভৈল শুনিয়ো বৃত্তান্ত ॥
পাৱত জেতুকা সিন্ধি পাঠ শালে যান্ত ।
শঙ্কৰক দেখি গুৰু বিস্ময় মানন্ত ॥ ১৫২ ॥

*মাথাৰ ওপৰে সৰ্পে ফণা ছত্ৰ ধৰি ॥
পৰম সাদৰে আছে ৰৌদ্ৰক নিবাৰি ।
দেখি গুৰু বিস্ময়তে ৰাম উচ্চাৰিলা ॥
শঙ্কৰক এৰি সৰ্প অদৰ্শন ভৈলা ॥ ১৫৩ ॥
বসিলা শঙ্কৰদেৱ কণ্ঠৰ উপৰি ।
দেখিয়া কন্দলী সুমৰিলা ৰামহৰি ॥
দণ্ডৱতে গুৰু শঙ্কৰক নমিলন্ত ।
দেখিদেৱ শঙ্কৰেও শিৰে নমিলন্ত ॥ ১৫৪ ॥
তিনিগোটা শ্লোকে গুৰু স্তুতি কৰিলন্ত ।
বৈকুণ্ঠৰ পতি প্ৰভু তুমি ভগৱন্ত ॥
সান্দিপণি গুৰু গৃহে পঢ়িছিল যেহি ।
চদ্মকৰি মোৰ থাইক আসিলাহা সেহি ॥ ১৫৫ ॥
পৰম ঈশ্বৰ তুমি দেৱ দামোদৰ ।
শুনিয়া শঙ্কৰে হাসি দিলন্ত উত্তৰ ॥
আমি মহা পাতকী অধম শূদ্ৰ জাতি ।
তুমিসি আমাৰ গুৰু ব্ৰাহ্মণ সম্প্ৰতি ॥ ১৫৬ ॥
এহিবুলি গুৰুক নমিলা হাস্য কৰি ।
পৰম সাদৰে গুৰু ৰৈলা মৌন ধৰি ॥
ছাত্ৰ সকলক মাতি গুৰুৱে বুলিলা ।
আজি হন্তে শঙ্কৰৰ দেৱ নাম ভৈলা ॥ ১৫৭ ॥
শঙ্কৰদেৱ বুলি মাতিবাহা সৰ্ব্ব ক্ষণে ।
আসিছা ঈশ্বৰ প্ৰভু আমাৰ ভৱনে ॥
যি ৰূপে দেখিলো মই বেদৰ প্ৰমাণ ।
সেহিৰূপে কদাপিতো নেদেখয় আন ॥ ১৫৮ ॥
তথাপিতো ছাত্ৰসবে শুনি নসহিলা ।
বিৰলত শুদ্ৰবুলি নিন্দিবাক লৈলা ।
এহিমতে শ্ৰীশঙ্কৰ আছে ছাত্ৰ শালে ।
ৰাঘৱ আচৰ্য্য বিপ্ৰ তথা আসি পাইলে ॥ ১৫৯ ॥
শঙ্কৰক দেখি ক্ৰোধে বচন বুলিলা ।
শুনিয়ো কন্দলী কেনে আঙ্ক বৰ কৈলা ।
কিছুকো নেজানে এহি শুদ্ৰ দুৰাচাৰ ॥
দেৱীপূজা আদি কিছু কাৰ্য্য নাহি আৰ ॥ ১৬০ ॥
কিকাৰণে গুৰু তুমি পঢ়োৱাহা আক ।
শাস্ত্ৰ মদগৰ্ব্বে শূদ্ৰে নমানে আমাক ॥
হেন শুনি মাতিলন্ত গুৰুপাছে গুণি ।
কিকাৰ্য্যে আচাৰ্য্য আঙ্ক নিন্দাহা আপুনি ॥ ১৬১ ।

* ১০,১১ বছৰৰ লীলা সৰ্পৰূপী সত্ৰাজিতৰ উদ্ধাৰ ।

* পাঠশালত শুই থাকোতে সৰ্পই চত্ৰধৰে, কন্দলীৰ ঈশ্বৰ জ্ঞান, শঙ্কৰ দেৱৰ ব্ৰহ্মণ্য গুণ ।

সামান্য নুহিকে ইটো শ্ৰীমন্ত শঙ্কৰ ।
জানিলো প্ৰভাৱ দেখি এহেন্তে ঈশ্বৰ ॥
শূদ্ৰকুলে জন্মিলন্তে কিছু দোষ নাই ।
যাদৱ কুলত প্ৰভু উপজিলা যাই ॥ ১৬২ ॥
গুৱালৰ পুত্ৰ যাক নন্দ সুত কহে ।
মৎস্য কুৰ্ম্ম বৰহাদি যাৰ নাম ৰহে ॥
অনেক প্ৰভাৱ আন দেখিলোহো মই ।
মানুষ নোহন্ত এন্তে ঈশ্বৰ নিশ্চয় ॥ ১৬৩ ॥
ৰাঘৱে বোলন্ত যদি ঈশ্বৰ হোৱয় ।
প্ৰভাৱ দেখায়া মোক কৰায়ো প্ৰত্যয় ॥
শঙ্কৰে বোলয় শুন ৰাঘৱ ব্ৰাহ্মণ ।
মই হীনমতি আছো শূদ্ৰ একজন ॥ ১৬৪ ॥
আমাৰ প্ৰত্যয় তুমি কেন মতে পাইবা ।
নকৰিয়ো ৰাগমতো সন্তোষিত হৈবা ॥
পাছে গৈল শঙ্কৰ ঘৰক ৰঙ্গ কৰি ।
মহেন্দ্ৰৰ ঘৰে গৈলা ৰাঘৱ সাদৰি ॥ ১৬৫ ॥
ৰাতি নিদ্ৰা যান্তে পাছে ঈশ্বৰ মুৰাৰি ।
*ৰাঘৱ নিকতে আইলা বিপ্ৰৰূপ ধৰি ।
কান্ধত লাখুটি দিয়া গৰ্জ্জিয়া বুলিলা ।
কিকাৰণে বিপ্ৰহয়া আমাক নিন্দিলা ॥ ১৬৬ ॥
শূদ্ৰহেন বুলিমোক জগতে জানন্ত ।
কিকাৰণে শূদ্ৰবুলি মোক বিকৰ্থয় ॥
তাৰ প্ৰতিকাৰ কিছু কৰো এতিক্ষণ ।
আৰযেন কোনোজনে নকৰে এমন ॥ ১৬৭ ॥
এহিবুলি লাঠি খুন্দা মাৰিয়া পথায় ।
পৃষ্ঠি ভাগে মুখ গোট ভৈল ওলোতায় ॥
মৰো মৰো বুলি সিটো বিপ্ৰে কেকাৰয় ।
কিভৈল কিভৈল বুলি কন্দলি সোধয় ॥ ১৬৮ ॥
ভক্তৰ বচন শুনি কিছু তত্ত্ব পাইলা ।
কিছু কিছু কৰি পাছে চক্ষু মেলি চাইলা ॥
কেঙ্কাই কেঙ্কাই বিপ্ৰে মাতিলন্ত আছে ।
কহিয়ো শঙ্কৰদেৱ গুৰু কৈত আছে ॥ ১৬৯ ॥
গুৰুবোলে তোমাৰ তাহাত কোন কাম ।
কিকাৰণে লোৱা তুমি শঙ্কৰৰ নাম ।
আচাৰ্যে বোলন্ত মই দেখিলো সপোন ।
ব্ৰাহ্মণ স্বৰূপে এক পুৰুষ ভূষণ ॥ ১৭০ ॥
লাঠিধৰি প্ৰহাৰিলা মোহোৰ গালত ।
শঙ্কৰক শূদ্ৰবুলি নিন্দিলা কিমত ॥
মুণ্ডগোট বেঙ্কা কৰি ভৈলন্ত অন্তৰ্হিত ॥
জানিলোহো ভৈলো মই পৰম পতিত ॥ ১৭১ ॥
আমাক নিয়োক তান চৰণক লাগি ।
শুনি ধৰি নিলা ব্ৰাহ্মণক মহাভাগি ॥
বসি আছে শঙ্কৰ তাহাক লাগ পাই ।
শৰণে পশিলো বুলি পৰিলন্ত যাই ॥ ১৭২ ॥
দেখিয়া শঙ্কৰ হৰি তাহাঙ্ক সাদৰি ।
কৃপায়ে বুলিলা হাসি বচনে আদৰি ॥
নকৰিবা খেদ গৃহে চলা দ্বিজ বৰ ।
প্ৰণামি চলিলা দ্বিজে দুখ কৰি দুৰ ॥ ১৭৩ ॥
একদিনা লৌহিত্যক গাৱ ধুইবে গৈলা ।
স্নান কৰিবাৰ বেলা যেন কথা ভৈলা ॥
ষাঠিজন বালক পৰম ৰুচিকৰ ।
সিসবৰ সঙ্গে ক্ৰিয়া কৰিলা বিস্তৰ ॥ ১৭৪ ॥
সেহি বেলা শঙ্কৰে কহিলা নিজকাৰ্য্য ।
ৰাম ৰাম আদি শুনা বালক সমাজ ॥
সবে আসা জলৰ ওপৰে বসো আমি ।
শুনিয়া বালকে বোলে কাৰ সাধ্য স্বামী ॥ ১৭৫ ॥
ৰাম ৰামে বোলে প্ৰভু কাৰ সাধ্য আছে ।
জলৰ ওপৰে বসি কোন জন আছে ॥
শঙ্কৰে বোলন্ত সখা দেখিয়ো আমাক ।
*জলোপড়ি বসিথাকো ধৰিয়া আসনক ॥ ১৭৬ ॥
এহিবুলি প্ৰাণায়াম কৰি দেৱ হৰি ।
পদ্মাসনে বসিবৈলা আসনক ভিৰি ॥
শিশুগণে দেখি বোলে কিনো আচৰিত ।
হেন কৰ্ম্ম কৰৈ আৰ লোক আছে কৈত ॥ ১৭৭ ॥
দেখি শিশুগণ আৰ যতেক আছিল ।
পৰম বিস্ময় দেখি আনন্দে বসিল ॥
প্ৰহৰেক মানথাকি জলৰ উঠিয়া ।
শঙ্কৰে বুলিলা ৰাম ৰামক ডাকিয়া ॥ ১৭৮ ॥

---

* ৰাঘবাচাৰ্য্যৰ দৰ্পচূৰ্ণ ।

* শঙ্কদেৱে প্ৰাণায়াম সাধন কৰি জলৰ ওপৰত বহি থাকে আৰু জলৰ মাজত বহি যোগসাধনা কৰি নিতিতাকৈ থাকে ।

আসাবুৰ দিবো কোনে কত বেলি পাৰে।
অধিক থাকিলে সিটো জানিব সবাকে ।।
ৰাম ৰামে বুলিলন্ত শঙ্কৰক বাণী।
অদ্ভুত বচন বোলাহা কেন জানি ।। ১৭৯ ।।
গাৱ কাতি নেয় নিৰ অতিশয় চেষ্টা।
কাৰ শক্তি ভৰদিবে কিবা কথা বাঞ্চা ।।
তোমাক জিনিবে বুৰে নপাৰোহো আমি।
তোমাৰ মহিমা কোনে বুজিবেক স্বামী ।। ১৮০ ।।
হাসিয়া শঙ্কৰে বুৰ দিলন্ত সাদৰি।
জলৰ ভিতৰে গৈলা আথ বেথ কৰি ।।
গহন জলৰ অভ্যান্তৰত শঙ্কৰ।
আসন ভিৰিয়া বসি ৰৈলা দৃঢ়তৰ ।। ১৮১ ।।
পাঞ্চখানি ওৱা তৈতে কৰিল ভোজন।
তিৰত ক্ৰন্দন কৰে সবে শিশুগণ ।।
জলতো লভিয়া পূজা মান্য দেৱবৰ।
ভক্তগণ দুখদেখি উঠিলা তথাৰ ।। ১৮২ ।।
শিশুগণে দেখিয়া হৰিষ ভৈল মন।
জয় জয় শঙ্কৰ বুলিলা সৰ্ব্বজন ।।
ৰঙ্গেৰলি দিয়া পাছে বালক সকল।
প্ৰণামিয়া সবে শিশু ঈশ্বৰ বুলিল ।। ১৮৩ ।।
প্ৰহৰ পৰ্য্যন্তে তুমি জল মধ্যে থাকি।
বস্ত্ৰ নিভিজিলা দেখো আসিলা প্ৰত্যেকি ।।
এতেকে জানিলো তুমি ঈশ্বৰ নিশ্চয়।
আমাক মনুষ্য বুলি ভাণ্ডা কেননয় ।। ১৮৪ ।।
তহিতে আছিলা কিবা জল আন্তৰায়।
তাতেসে তোমাৰ গাৱে বস্ত্ৰ নিভিজয় ।।
ঈশ্বৰৰ চেষ্টাজানি সবে শিশুগণ।
শঙ্কৰক গৃহেলৈয়া কৰিলা গমন ।। ১৮৫ ।।
ৰাম ৰাম আদি শিশু উল্লসিত মন।
গৃহে গৈয়া সবাকো কহিলা তাৱক্ষণ ।।
ভূঞা ব্ৰাহ্মণাদি আছে যত লোকগণ।
শুনিঞা মানিলা মনে এন্তে নাৰায়ণ ।। ১৮৬ ।।
আত অনন্তৰে দেৱ শঙ্কৰ বালক।
বাল্যলীলা কৰি পাছে ছাৰন্ত গৰুক ।।
কিন্তু গৰু চৰা মাত্ৰ উপলক্ষ কৰি।
বালক সকল সৈতে ফুৰন্ত বিহাৰি ।।১৮৭।।
একদিনা বুঢ়ী আই গৈলা আন ঘৰে।
* পেৰা মেলি টকা বস্ত্ৰ লৈলন্ত শঙ্কৰে ।। ১৮৮।।
মহেন্দ্ৰ কন্দলী দ্বিজে দিয়া সেহি ভেটি।
গুৰুক বিদায় লৈয়া চলিলা প্ৰকতি ।।
শঙ্কৰে পঢ়ে কি নাই দেখিবাৰ মনে।
পাঠশালে গৈলা দেবী পৰম যতনে ।। ১৮৯ ।।
গুৰুৰ চৰণে বুঢ়ী নমস্কাৰ কৈলা।
পুছন্ত গুৰুত আই শঙ্কৰ কৈক গৈলা ।।
গুৰু বোলে মাৱ তুমি শুনিয়ো উত্তৰ।
কতনো প্ৰভাৱ কৈবো শঙ্কৰ দেৱৰ ।। ১৯০ ।।
ক্ৰীড়িবাৰ মন সদা আছয় তাহাৰ।
দেখা দুই গোটি টকা বস্ত্ৰক আৱৰ ।।
ভেটিদিয়া উমলিবে মোক কহি গৈলা।
এহিবুলি টকা বস্ত্ৰ বুঢ়ীক সুম্পিলা ।। ১৯১ ।।
বস্ত্ৰটকা গুৰু স্থানে বুঢ়ী এৰি যাই।
আনন্দে গৃহক গৈয়া আছে বাট চাই ।।
গোধূলিকা বেলা যেবে গৈলন্ত শঙ্কৰ।
আই বোলে বাপু আজি তুমি পঢ়িলা বিস্তৰ ।।১৯২।।
এহি বুলি হাতত ধৰিলা আতি বেগে।
মাৰিবে চেকনি গোট লৈলা সেহি চেগে ।।
দেখি শঙ্কৰৰ পাছে কাম্পে হাত ভৰি।
মহা ত্ৰাস মনে যেন জীৱ গৈলা উৰি ।।১৯৩ ।।
বুঢ়ীবোলে তই কেনে নপঢ়শ শাস্ত্ৰ।
* গুৰুক দিয়াছ নিয়া মোৰ টকা বস্ত্ৰ ।।
শঙ্কৰে বোলন্ত আই কৈৰ টকা তোৰ।
টকা টকা কৰি ফুৰ কিসক নমৰ ।। ১৯৪ ।।
এহিবুলি শঙ্কৰে গাৱক আচৰিলা।
হাতৰ এৰায়া পাছে লৰবেক দিলা।
বাপু বাপু বুলি বুঢ়ী খেদিয়া যাহন্ত।
কৈক যাস বুলি পাছে শঙ্কৰ পলান্ত ।।১৯৫।।
* বতা পক্ষী গণক সকল শিশু সঙ্গে।
খেদি খেদি ধৰন্ত শঙ্কৰ মহা ৰঙ্গে ।।
আন শিশু কিছুমাত্ৰ ধৰিতে নপাৰে।
ৰাম ৰাম গুৰু মাত্ৰ এক দুই ধৰে ।।১৯৬।।

* শ্ৰীশঙ্কৰদেৱে গুৰুক টকাবস্ত্ৰৰ ভেটিদি উমলিবলৈ যায়।
* বতা চৰাই ধৰি খেলা কৰে।

পিন্ধন ধুতিৰ কোছ ভৰাই আনি আসি ।
এক এক কৰি এৰি দেন্ত হাসি হাসি ॥
সৰ্ব্বজয় আদি বালক যে নিৰন্তৰে ।
সকলে কহন্ত আসি বুঢ়ী আইৰ তৰে ॥ ১৯৭ ॥
মহাদুঃখ মনে আই ৰহে বাট চাই ।
আসিবাৰ দেখি বোলে আসিলা বুপাই ॥
কিবা কাৰ্য্যে যোৱা তুমি আছে গৰখীয়া ।
নযাইবাহা বাপু তুমি বোলোহো প্ৰাথিয়া । ১৯৮ ।
তথাপিতো প্ৰতিদিনে খেলা মনে যান্ত ।
মহাদুঃখ মনে আই চিন্তাক কৰন্ত ॥
গধূলি আসিলে আই সাদৰে আনিয়া ।
তপ্ত জল গাৱে দিয়া স্নান কৰাই নিয়া ॥১৯৯॥
পৰমান্ন মিষ্ট অন্ন নানা ভক্ষ ভোজ্যে ।
ভোজন কৰায়া দেৱী আনন্দতে মজে ॥
পাছে বুঢ়ী আই কৰি অনেক যতন ।
পঢ়িবাক অৰ্থে কৰৈ গুৰুক গতন ॥ ২০০ ॥
প্ৰভাৱ জানিয়া গুৰু দেৱ শঙ্কৰৰ ।
পঢ়াইতে যতন আৰ নকৰে বিস্তৰ ॥
বুঢ়ীৰ মনক পূৰি দেখিবাৰ কাজে ।
পঢ়াৱন্ত শঙ্কৰক কন্দলী সহজে ॥ ২০১ ॥
এহিমতে কতোদিন আচন্ত পঢ়িয়া ।
তথাপি শিক্ষাত মন স্থিৰ নহিকিয়া ॥
আপুনি ঈশ্বৰ তেহো জানে বেদ সাৰ ।
তান পঢ়িবাৰ কাৰ্য্য কিবা ভৈল আৰ ॥ ২০২ ॥
খেলা খেলিবাৰ মন সদায়ে কৰন্ত ।
পঢ়িব কাৰণে ইচ্ছা মতে নকৰন্ত ॥
পাছে পঢ়ি শুনি মহা বিদ্যাৱন্ত ভৈলা ।
গৃহক যাইবাক লাগি মনে আলোছিলা ॥
পঞ্চদশ বৰ্ষযেবে এহিমতে গৈলা ।
ষোড়শ বৎসৰ আসি শঙ্কৰৰ ভৈলা ॥ ২০৩ ॥
দিনেক পঢ়িয়াযেবে আছন্ত শঙ্কৰ ।
সবে শাস্ত্ৰ পঢ়িতেবে আসিলন্ত ঘৰ ।
*গুৰুক দক্ষিণা দিবে সবে আলোছিলা ।
প্ৰথমতে পাঠশালে কাপক ধৰিলা ॥ ২০৪ ॥
তাম কাহ ধন সোণ ঝাৰি খুৰি যত ।
আপুনি ঈশ্বৰে তৈড় মিলাইলা সমস্ত ॥
গুৰুঋণ শুজো বুলি সবে দ্ৰব্য দিলা ।
সবাকো আগতে দিয়া প্ৰণাম কৰিলা ॥ ২০৫ ॥
মস্তকত ধৰি গুৰু আশীষ কৰিলা ।
শঙ্কৰদেৱক বহু আশীৰ্ব্বাদ দিলা ॥
আশীৰ্ব্বাদ লৈয়া পাছে গৃহে চলি গৈলা ।
শুনিয়োক তাত পাছে যেন কথা ভৈলা ॥ ২০৬ ॥
জয়ন্তে কৰয় চৰ্চ্চা যত ৰাজ কাম ।
সপ্তদশ বৎসৰে শঙ্কৰে গৈলা গ্ৰাম ॥
ভৈলন্ত প্ৰসিদ্ধ ভূঞা পাছে ডেকাগিৰি ।
আপোনাৰ ৰাজ্যক চাহন্ত ফুৰি ফুৰি ॥ ২০৭ ॥
সমস্ত ভূয়ায়ে আসি তাহাত খাটন্ত ।
পিতৃৰ সমান ভূঞা প্ৰসিদ্ধ ভৈলন্ত ॥
মনবৌক তানপদে ভকতৰ নিধি ।
শঙ্কৰ মাধৱ প্ৰভু বাঞ্চা কৰা সিদ্ধি ॥ ২০৮ ॥

---

* ১৭ বছৰত গুৰু দক্ষিণা দি গৃহলৈ যায় ।

# বৰ চৰিত

## প্ৰথম খণ্ড

### তৃতীয় অধ্যায়

দুলড়ি

শুনা সাধু জন  থিৰ কৰি মন  আত অনন্তৰে তথা।
মহা ৰুচিকৰ  শঙ্কৰ দেৱৰ  চৰিত্ৰ বৰ্ণন যথা ॥ ২০৯ ॥
যত যত শাস্ত্ৰ  বিচাৰি পাছত  যোগশাস্ত্ৰ পাইলা যাই।
পৰলোকে হিত  সাধিবাক চিত্ত  ধৰিলা যোগ উপায় ॥ ২১০ ॥
প্ৰণায়াম ধৰি  নানা যত্ন কৰি  যোগ উপাসিবে মনে।
শৰীৰৰ চয়  চক্ৰ অতিশয়  *কৰিলা শ্ৰমে চিন্তন ॥ ২১১ ॥
পাণ অপাণ  সমান উদন  আদি আছে বায়ু চয়।
বস্য কৰিলন্ত  চলাইবে পাৰন্ত  যিবায়ু যৈতে লাগয় ॥ ২১২ ॥
বায়ুক ক্ষেপিয়া  উশাস তেজিয়া  আসন ভিৰি হৰিষি।
থাকন্ত সদায়।  সুনিচ্চল কায়  দণ্ড চাৰি দুই বসি ॥২১৩ ॥
জলে, ডুব দিয়া  থাকন্ত বসিয়া  জলৰ ভিতৰে যাই।
জল দূৰ কৰি ॥  পৰ দুই চাৰি।  বসিয়া থাকে তথাই ॥ ২১৪ ॥
বস্ত্ৰো নিভিজয়।  শুকানে থাকয় ॥  উঠন্তে পাছে জলৰ।
থলত বসিয়া  আনো নানা মতে  যোগক কৰে বিস্তাৰ ॥ ২১৫ ॥
ধাৰণা যে ধ্যান  সমাধি আসন  প্ৰাণায়াম আদি যত।
বিষয়ত ৰতি  তেজিয়া তহিঁতি  আচৰাহা যোগ যত ॥ ২১৬ ॥
শৰীৰৰ চয়  চক্ৰক চিন্তিয়া  * মনক কৰি নিয়ম।
পাছে মনে ভাবি  দেখিলা বিচাৰি  ইটোনয় কলিধৰ্ম্ম ॥ ২১৭ ॥
এৰি সিটো কথা  বিচাৰিলা তথা  কলিৰ লোকৰ গতি।
নহৈবে নিশ্চয়  নামৰ ভাণ্ডাৰ  নুখুলিলে আনমতি ॥ ২১৮ ॥
সপ্তদশ বৎসৰ  ভৈল শঙ্কৰৰ  তীৰ্থক যাইবাৰ সাজ।
কৰিয়া নিশ্চয়  আইৰ আগোচৰে  গৃহক ভৈলেক বাজ ॥ ২১৯ ॥
গুৰু গুণ যশ  শুনা সাধুজন  হুইয়া সাৱধান মন।
কৰিয়া উৎসৱ  শঙ্কৰ মাধৱ  বুলিয়োক সৰ্ব্বজন ॥ ২২০ ॥

---

* যমনিয়মাদি অষ্টাঙ্গ যোগ সাধন শৰীৰৰ চয় চক্ৰ ভেদ, আইৰ অগোচৰে ভাৰত ভ্ৰমণলৈ যায়।

* চাৰিদল ছয়দল নাভি দশদল
অষ্টদল পদ্ম আছে হৃদয় কমল ॥
তালুত ষোড়ষ ললাতত দল দুই।
যোগ শাস্ত্ৰ মতে চয় চক্ৰ এহি হুই। (অনাদিপাতন শ্ৰীশঙ্কৰদেৱ)
শৰীৰৰ চয়চক্ৰ চিন্তে যিটো জন।
তাহাৰো গুচোৱা মৃত্যু ভয় নাৰায়ণ। (বেদস্তুতি ঐ)

পৰমানন্দ আৰু সৰ্ব্ব জয় দুই ।
শঙ্কৰক লগকৰি চলিলন্ত তই ॥
তাহাৰ সহিতে পাছে কুসুম তনয় ।
গঙ্গা বাৰানসী বৃন্দা বনত ভ্ৰময় । ২১১ ॥
পাছে গৈয়া প্ৰবেসিলা বদৰিকাশ্ৰম ।
* উদ্ধৱ সহিতে আলা পিয়া সুখতম ॥
সৰ্ব্বকথা সুমৰাইয়া উদ্ধৱে তুসিলা ॥
কৃতকাৰ্য্য হইয়া গুৰু তাৰ হন্তে আইলা ॥ ২২২ ॥
প্ৰয়াগ পুস্কৰ বৃন্দাবনক গৈলন্ত ।
পাইলা অযোধ্যাত ৰূপ সনাতন সন্ত ॥
দুইজনে শুনি গুৰু জনৰ কাহিনী ।
ভক্তি ভাৱে আসি প্ৰণামিলা দুয়ো প্ৰাণী ॥২২৩॥
ৰূপৰ পতনী মহা শ্ৰেষ্ঠ মধ্যে গণি ।
প্ৰণাম কৰিলা আসি গুৰুক তৈসানি ॥
সেহি দিনা তিনোজন ভৈলা চিনা চিনি ।
শঙ্কৰ সবাৰো মূল জানিলা আপুনি ॥ ২২৪ ॥
পৰে ৰূপ সনাতন ভাৰ্য্যা সমন্বিতে ।
শঙ্কৰত ধৰ্ম্মক ধৰিলা আনন্দতে ॥
মহা ভাগৱতী ধৰ্ম্ম প্ৰচাৰিবে প্ৰতি ।
আদেশ কৰিলা গুৰু তাহাবাক প্ৰতি ॥ ২২৫ ॥
সেবি বন্তি ৰূপ সনাতন চলি গৈলা ।
শ্ৰীশঙ্কৰ গুৰু অযোধ্যাত প্ৰবেশিলা ॥
হনুমন্ত সমে গুৰু আলাপ কৰিলা ।
তান মন পুৰি ৰাম ৰূপে দেখা দিলা ॥ ১২৬ ॥
তাত পৰে আসি নৱদ্বীপে আগমন ।
গঙ্গাত স্নানিয়া গৈলা শ্ৰীক্ষেত্ৰ ভবন ॥
আত্মাক দেখিয়া গুৰু মনত স্মৰিলা ।
জগন্নাথ প্ৰভুত গুৰু শৰণ পশিলা ॥ ২২৭ ॥
অনুক্ৰমে নানা তীৰ্থ স্থান ফুৰি আছে ।
গৃহত যিভৈল কথা শুনিয়োক পাছে ॥
জয়ন্তা মাধৱ আদি বংশ পৰিয়াল ।
বুঢ়ী আইক বঞ্চি তেহে সৰ্ব্বস্বকে নিল ॥ ২২৮ ॥
বুঢ়াখা জয়ন্ত দুই প্ৰতিপাল কৰি ।
খেৰ সুতি বুঢ়ী আইক ৰাখিলা সাদৰি ॥
কতো দিন মানে দিন ভ্ৰমি তথাতে আছিলা ।
পাছে ৰাত্ৰিকালে দেৱ শঙ্কৰ আসিলা ॥ ২২৯ ॥
ভোজন কৰিয়া আই শয়ণত আছে ।
শংকৰেও প্ৰবেশিয়া মাত দিলা পাছে ॥
আই আই বোলন্ত বুঢ়ী মাত বুজিলন্ত ।
হা বাপু আইলা বুলি আকুল ভৈলন্ত ॥ ২৩০ ॥
বেগে বাজ হোন্তে খাট পাৱে জানুলাগি ।
ৰক্তস্ৰাৱ ভৈল নমানিয়া মহাভাগী ॥
বাজ হুয়া মহাপ্ৰেমে ক্ৰন্দন কৰিয়া ।
হা বাপু বুলি শংকৰক আলিঙ্গিয়া ॥ ২৩১ ॥
শঙ্কৰেও তান পাৱে প্ৰণতি কৰিয়া ।
তীৰ্থাদিৰ কথামানে কৈলা প্ৰকাশিয়া ॥
পাছে আই হাত যেন পাইলা নৱনিধি ।
নাতি পায়া মানিলন্ত ভৈল সৰ্ব্বসিদ্ধি ॥ ২৩২ ॥
স্নান পান কৰাই দেৱী কামনা পুৰিয়া ।
শংকৰ দেৱক দিব্য শয্যাত শুৱাইয়া ॥
প্ৰভাতে শুনিলা সবে শঙ্কৰ আসিলা ।
হাতে স্বৰ্গ পাইলা যেন আনন্দে মজিলা ॥২৩৩:।
মাধৱে জয়ন্তে পূৰ্ব্বে যত দ্ৰব্য নিল ।
সবাকো আনিয়া শঙ্কৰৰ আগে দিল ॥
ৰাজ চৰ্চ্চা কৰ্ম্মকো এৰিয়া দিলা পাছে ।
আনন্দে শংকৰদেৱৰ গৃহে ৰহি আছে ॥ ২৩৪ ॥
ভূঞা ব্ৰাহ্মণ আনো ভদ্ৰলোক যত ।
শংকৰক সাদৰিয়া সুধিলা সমস্ত ॥
তীৰ্থৰো সকলে কথা শঙ্কৰে কহিলা ।
আনন্দতে শুনি সবে ঘৰা ঘৰি গৈলা ॥ ২৩৫ ॥
কিছুকাল সেহি আলি পুখুৰী স্থানত ।
ৰহন্তে সকলো লোক ভৈল উপগত ॥
বোলন্ত শুনিয়ো বৰভূঞা ধৰ্ম্ম ৰাজ ।
এক ষাণ্ড গোট নানা কৰিল অকাজ ॥ ২৩৬ ॥
পথৰ কিনাৰে হাবি মাজৰ পথাৰে ।
গোপনে থাকিয়া কতো পন্থুকক মাৰে ॥
কাৰো হাড় ঘাৰ ভাঙ্গি কৰে ৰণ্ড ভণ্ড ।
কাতো হন্তে ভয় সিটো নকৰয় চণ্ড ॥ ২৩৭ ॥
তাৰভৰে আমাসাৰ পথ বন্ধ হৈল ।
যেন লাগে কৰাপ্ৰভু কহিলো সকল ॥
শঙ্কৰে বোলন্ত মই জানো আগ হন্তে ।
হৰিখা ভূঞায়ে শ্ৰাদ্ধে মেলিলা অহিতে ॥২৩৮॥

* বদৰীকা শ্ৰমত উদ্ধৱ দৰ্শন, জগন্নাথ দৰ্শন শৰণ গ্ৰহণ, তীৰ্থৰ প্ৰত্যাবৰ্ত্তন আৰু গৃহ প্ৰবেশ ।

সেহিকাল হন্তে যাণ্ডে মুক্ত ৰূপে খায়া ।
নানা দৰ্পে ফুৰে সিটো মহামত্ত হৈয়া ॥
তাহাৰ উপায় মই কৰিবো সম্প্ৰতি ।
চিন্তা এৰি চলি যোৱা সবে মহামতি ॥২৩৯ ।
শুনি তুষ্টমনে সবে প্ৰজা চলি গৈলা ।
শ্ৰীমন্ত শঙ্কৰদেৱ বিমৰিষে গৈলা ॥
ষাণ্ডক মৰ্দ্দিবে যত্ন কৰিলা সাদৰি ॥ ২৪০ ॥
ষাণ্ডক মৰ্দ্দন মই কৰো কেনকৰি ।
মনত ভাবিল এহি ষাণ্ড ভয়ঙ্কৰ ॥
ৰামখাৰ পিতৃ শ্ৰাদ্ধে মেলি আছে ষাড় ।
নবজন লোক ইয়ো খুন্দি মাৰিচয় ।
তাঙ্কদুৰ কৰিবাক আমাৰ লাগয় ॥ ২৪১ ॥
এহিস্থিৰ কৰি পাছে ঈশ্বৰ শঙ্কৰ ।
পৰদিনা ভোজন কৰিয়া অৱসৰ ॥
গুৱাক ভোজন কৰি আৰ হাতে লৈয়া ।
সুগন্ধ মালাক পাছে গলত পিন্ধিয়া ॥ ২৪২ ॥
কমলি ধৰা পৰ্ম্মা নন্দক সঙ্গকৰি ।
* ষাণ্ডক মৰ্দ্দিবে লাগি চলিল সাদৰি ॥
পন্থত দেখান্ত পাছে এক দিব্যনাৰী ।
ৰহি আছে শঙ্কৰক দৰ্শন ইচ্ছা কৰি ॥ ২৪৩ ॥
দেৱ শঙ্কৰেও তাঙ্ক দেখি চাহিলন্ত ।
দণ্ডৱতে প্ৰণামিলা শঙ্কৰ পাৱত ॥
চাৰিদণ্ড মানে শঙ্কৰক চান্ত তথা ।
শঙ্কৰেও পূৰ্ব্বে কথা স্মৰিলন্ত যথা ॥ ২৪৪ ॥
চলিয়ো সত্তৰে তুমি কৃষ্ণ পদ সেৱি ।
পূৰ্ণ ভৈল কামনা তোমাৰ মাতৃ দেৱী ॥
শুনি আনন্দিত হৈয়া ৰেণুকা সুন্দৰী ।
শঙ্কৰক প্ৰণামিয়া মহা ৰঙ্গ কৰি ॥ ২৪৫ ॥
তেখনে অদৃশ্য হুয়া বৈকুণ্ঠক গৈলা ।
দেখি পৰ্ম্মানন্দে পাছে বিস্ময়ে পুছিলা ॥
কোন নাৰী গোট তব পদে সেৱা কৰি ।
তোমাৰ বদন পদ্ম দেখিয়া সুন্দৰী ॥ ২৪৬ ॥
অদৰ্শন হৈয়া কেন কোন স্থানে গৈলা ।
শুনিয়া শঙ্কৰ দেৱে পূৰ্ব্ব কথা কৈলা ॥
ৰেণুকা নামত পৰ্শুৰামৰ জননী ।
যামদগ্নি ঋষি কোপে ৰহিছিল তেনি ॥ ২৪৭ ॥

আৰে সেহি দোষ ক্ষয় কৰিবৰ নাৰী ।
বৈকুণ্ঠ ধামক গৈলা কৰ্ম্ম খণ্ড কৰি ॥
এহিকথা আৰু তুমি কাক্তো নকহিবা ।
আপুনি জানিয়া মাত্ৰ সন্তোষিত হৈবা ॥২৪৮ ॥
আত অনন্তৰে দেৱ কুসুম্বৰ সুত ।
ষাণ্ডক মৰ্দ্দিবে লাগি যান্ত অদভুত ॥
মহাবেগে শঙ্কৰ পন্থত যান্ত চলি ।
ব্ৰাহ্মণ সকলে তাঙ্ক পন্থত আকলি ॥ ২৪৯ ॥
কৈক লাগি যোৱা বুলি তাহাঙ্ক সোধয় ।
শঙ্কৰে কহিলা ঐৰপৰা আসো গই ॥
ৰাজ আলি হন্তে এক পথগৈয়া আছে ।
সেহি পথে যাণ্ডে এক লোক পাইলা পাছে ॥ ২ ০ ॥
শঙ্কৰক দেখি কৰিলন্ত নমস্কাৰ ।
বোলে ডেকাগিৰি শুনা কাৰণ ইহাৰ ॥
ভয়ঙ্কৰ ষান্ত এক আসিয়া মিলিল ।
এহি পন্থে নবজন লোকক মাৰিল ॥ ২৫১ ॥
ষাণ্ডক ডৰাই লোক ইপন্থে নযায় ।
গৈলে তেতিক্ষণে তাক মাৰিয়া পেলায় ॥
হেনজানি ডেকাগিৰি পালতি যায়োক ।
শঙ্কৰে বোলন্ত মোক ষাণ্ড দেখায়োক ॥ ২৫২ ॥
মহাভয় হুয়া সিটো বচন বোলয় ।
দেখাইবাক লাগি মোৰ শক্তি নাহিকয় ॥
শঙ্কৰে বোলন্ত দূৰহন্তে দেখায়োক ।
কিছোকাৰ্য্য ষাণ্ডগোট লাগি আছে মোক ॥ ২৫৩ ॥
তেতে চৰে বুলি হাত তুলি দেখাইলন্ত ।
আথবেথ কৰি সিটো দূৰক পলান্ত ॥
মহাবেগে শঙ্কৰে ষাণ্ডক খেদি যাই ।
দূৰে চৰে ষাণ্ড তাক দৰশন পাই ॥ ২৫৪ ॥
শঙ্কৰক লাগি খেদি গৈলা দুৰাচাৰ ।
শঙ্কৰেও তাক খেদি যান্ত বাৰম্বাৰ ॥
মালতী ফুলৰ মালা হাতে তুলি ধৰি ।
খেদি যান্ত বৃষভক আস আস কৰি ॥ ২৫৫ ॥
আগবাঢ়ি ষাণ্ডে শৃঙ্গ পাতিয়া গৈলন্ত ।
শঙ্কৰেয়ো পুষ্পমালা মাথে পেলাইলন্ত ॥
দুই শৃঙ্গে দুই কৰ্ণে ধৰিলন্ত তাৰ ।
শ্ৰান্ত হৈ ষাণ্ড গোট ত্যজিলা ফোকাৰ ॥ ২৫৬ ॥

---

* ৰেণুকা উদ্ধাৰ আৰু যাণ্ড মৰ্দ্দন লীলা ।

চৰিয়ো বাছৰে তাৰ শৃঙ্গ কাণে ধৰি ।
কম্বলীধৰায়ে দেখি কাম্পে তৰতৰি ॥
পাচক লাগিয়া হেম্পচিয়া এৰি দিল ।
যাণ্ডগোট গিৰিসিত কৰিয়া পৰিল ॥ ২৫৭ ॥
হোঁ বুলি যাণ্ডক মাৰিল এক লাঠি ।
পৰিলন্ত গবৰি কৰিয়া সিটো বাস্তি ॥
থৰমৰ কৰি সিটো চক্ষু পালটাই ।
ভৈলকে শ্ৰীহীন তাৰ চুত্তি বুদ্ধি নাই ॥ ২৫৮ ॥
শঙ্কৰ ভাবন্ত জানো যাণ্ড যায় মৰি ।
চাহি আছে তাহক নিৰেখি দৃষ্টি দেখিলন্ত ॥
যাণ্ডে চক্ষু মেলি শঙ্কৰক দেখিলন্ত ।
যদি মোক আৰোবাৰ প্ৰহাৰ কৰন্ত ॥ ২৫৯ ॥
সমূলি মৰিবো আজি ইহাৰ হাতত ।
এইবুলি যাণ্ডে পাচে গুণয় মনত ॥
চক্ষুমূদি বায়ুক নিৰোধি ৰহিলন্ত ।
ভথবা মৰি বুলি নাকে শ্বাস চান্ত ॥ ২৬০ ॥
দেখন্ত শঙ্কৰে কৰিলন্ত আনমন ।
উঠিয়া লৰৰ দিলা যাণ্ড তেতিক্ষণ ॥
পলাই পলাই বুলি শঙ্কৰে বিস্ম নিলা ।
লৰবিয়া যাণ্ড গৈয়া অৰণ্যে পশিলা ॥ ২৬১ ॥
কমলী ধৰায়ে দেখি হাসে ৰঙ্গকৰি ।
ঘৰে গৈল শঙ্কৰ পূৰ্ব্বৰ পন্থ গুৰি ॥
শঙ্কৰে ঘৰক পায়া খসাইলা কাপোৰ ।
বুঢ়াখাক আদি সবে বোলে কৰ্ম্ম ঘোৰ ॥ ২৬২ ॥
যাণ্ড মৰ্দ্দিবাৰ শুনি হৰষিত মন ।
জয় জয় শঙ্কৰ বুলিলা বন্ধু জন ॥
পৰম ঈশ্বৰদেৱ শঙ্কৰ মুৰাৰি ।
যথা মতি সেবো তান চৰণত পৰি ॥ ২৬৩ ॥
মনবৌক তান পদে ভকতৰ নিধি ।
দীননাথে বোলে প্ৰভু বাঞ্চা কৰা সিদ্ধি ॥

# বৰ চৰিত

## প্ৰথম খণ্ড

### চতুৰ্থ অধ্যায়

পদ

আত অনন্তৰে আসি যেন কথা ভৈলা।
ভূঞা ব্ৰাহ্মণ সবে মনত গুণিলা ॥
ইটো আলি পুখুৰী স্থান আতি অল্প প্ৰায়।
সকলো প্ৰজায়ে সুখে ৰহিবে নাতয় ॥ ২৬৪ ॥
এহি বুলি আলোচিয়া যত জাতি গণ।
শঙ্কৰৰ আগে আসি ভৈলা উপসন্ন ॥
শঙ্কৰে সাদৰে সুমধুৰ বুলি বাণী।
শুনা পিতামহ আদি আইলা কোন খানি ॥২৬৫॥
কিকাৰ্য্য কৰিবে লাগে আদেশিয়ো মোক।
যাৰ যেন প্ৰয়োজন সবে কহিয়োক ॥
জয়ন্ত বদতি বাপু শুনা দেৱ বৰ।
তুমি মহাজ্ঞানী কাৰ্য্য জানাহা বিস্তৰ ॥২৬৬॥
আমাৰ উপৰি চণ্ডিবৰৰ নিবাস।
বৰদোৱা নামে স্থান আছয় বিশেষ ॥
পৰম শোভন অতি পুণ্যতম থাই।
যাত নিবাসিনে লোকে দুৰ্গতি নাপাই ॥২৬৭॥
দেশৰ বিভ্ৰাতে তযুপিতৃ কুসুম্বৰ।
তাঙ্ক এৰি এহি থাইতে কৰিলন্ত ঘৰ ॥
ক্ৰমে বংশ জাতি বন্ধু বান্ধৱ সকল।
বৃদ্ধিহৈয়া প্ৰবৰ্ত্তিতে অনাতন ভৈল ॥ ২৬৮ ॥
প্ৰতেকে পূৰ্ব্বৰ স্থানে যাইবাক ইচ্ছাই।
আসিয়া আছোহো সবে একত্ৰিত হই ॥
তোমাৰ হইব যদি অভিপ্ৰায় সিদ্ধি।
যেন ৰূপে হই তাৰ কৰিওক বিধি ॥ ২৬৯ ॥
শুনিয়া শঙ্কৰ দেৱে প্ৰসংশা কৰিলা।
আমাৰেসে বাঞ্চাসিদ্ধি কৰিতে আসিলা ॥
অৱশ্যে সি স্থানে যাইবো চলিয়ো সত্তৰ।
এহিবুলি আদেশক কৰিলা শঙ্কৰ ॥ ২৭০ ॥
* শুনি বন্ধু বান্ধৱৰ অভিপ্ৰায় কথা।
শঙ্কৰে আদেশ দিলা ৰাজ্যক সৰ্ব্বথা ॥

দাৱ কোৰ কুঠাৰ কোদাল লৈয়া সবে।
শিঘ্ৰেগৈয়া ভেটী মাটী উলিওৱা আবে ॥ ২৭১ ॥
শুনিয়া সকলে ভেটী মাটী উলিয়াইলা।
নানা দিব্য গৃহ বাট পদূলি কৰিলা ॥
মাধৱ জয়ন্ত ভূঞা ব্ৰাহ্মণ সকল।
নিজ ভূমি লৈ গৃহ নিৰ্ম্মি অবিকল ॥ ১৭২ ॥
শুভ তিথি শুভক্ষণ কৰিয়া বিচাৰ।
শ্ৰীশঙ্কৰো লৈলা গৈয়া সেহি নব ঘৰ ॥
পৰম আনন্দে সবে নিবাস কৰয়।
শঙ্কৰেও তথা বহি ৰাজ্যক চৰ্চ্চায় ॥ ২৭৩ ॥
একদিনা ৰাম ৰাম গুৰুক কহিলা।
দেৱ মন্দিৰেক কৰিবাৰ মন ভৈলা ॥
সকলোকে জানদিয়া আনা এতিক্ষণ।
আসিয়া মন্দিৰ গৃহ কৰো নিৰোপণ ॥ ২৭৪ ॥
তেতিক্ষণে গুৰু আনি সকলা ৰাজ্যক।
মন্দিৰ কৰিতে ভেটী বান্ধিলা প্ৰত্যেক ॥
মাটীক খানন্তে এক দিব্য মূৰ্ত্তি পাইলা।
শঙ্কৰ দেৱৰ মহা আনন্দ মিলিলা ॥ ২৭১ ॥
দেখা সৰ্ব্বজন কিনো ঈশ্বৰৰ কৃপা।
আৰম্ভতে পাইলো কেনে হৰিৰ স্বৰূপা ॥
এহিবুলি শিঘ্ৰে দিব্য মন্দিৰক নিয়া।
তাহাতে স্থাপিয়া পূজিবাক আৰম্ভিয়া ॥ ২৭৬ ॥
প্ৰথমতে সেহিমূৰ্ত্তি প্ৰতিষ্ঠাক লাগি।
অনাইলা কন্দলী মুক্ষ ব্ৰাহ্মণক মাগি ॥
ব্ৰাহ্মণ পণ্ডিত ভূঞা আসিয়া তখন।
প্ৰতিষ্ঠাৰ দ্ৰব্যসব কৰি আয়োজন ॥ ২৭৭ ॥
ৰাম ৰাম গুৰু পূজা কৰিতে লাগিলা।
প্ৰাণ প্ৰতিষ্ঠাৰ যত মন্ত্ৰক পঢ়িলা ॥
ধ্যান কৰি মন্ত্ৰ পঢ়ি পুষ্পমালা ধৰি।
প্ৰতিমা ওপৰে দেন্ত পৰম সাদৰি ॥ ২৭৮ ॥

---

* বৰদোৱা গমন, হৰিমন্দিৰ নিৰ্ম্মাণ আৰু অৰ্চ্চাবতাৰ শ্ৰীবিষ্ণুৰ বিগ্ৰহ প্ৰতিষ্ঠা।

প্ৰতিমা নিকটে বসি আচন্ত শঙ্কৰ।
সেহিমাল্লা উঠে তান্ মস্তক উপৰ॥
পুনঃ পুনঃ দেই গন্ধ পুষ্প যত যত।
সকলে শঙ্কৰ গুৰু শৰীৰে চৰন্ত॥ ২৭৯॥
আশ্চৰ্য্য দেখিয়া ৰাম ৰাম আদি কৰি।
সকলো মানিলা শঙ্কৰেসে মহা হৰি॥
কিসক ভাণ্ডনাকৰি আমাক আছয়।
নিশ্চয়ে জানিলো আমাসাৰ গুৰু হয়॥ ২৮০॥
হেন মতে যতভুঞা ব্ৰাহ্মণ যতেক।
পূজা অৱসানে পাছে কৈলা শঙ্কৰক॥
ভুক্তি মুক্তিদাতা তুমি বিনে নাহিআন।
চৰণে সেবিলো প্ৰভু দিয়োক শৰণ॥ ২৮১॥
শুনিয়া শঙ্কৰ দেৱে বচন বুলিলা।
আমাক ঈশ্বৰ বুলি কেমনে মানিলা॥
আমি শূদ্ৰ গুৰু তোম্ৰা ব্ৰাহ্মণ সকল।
শৰণ দিবাক লাগি কেনমতে বোল॥ ২৮২॥
শুনিয়া কন্দলি আদি দ্বিজগণ যত।
তোমাৰ মহিমা জ্ঞাত হৈলো যেন মত॥
তাক আৰে কহিবাৰ প্ৰয়োজন নাই।
কৰিয়োক দয়া আৰে আমাক গোসাই॥ ২৮৩॥
শুনিয়া শঙ্কৰদেৱে হাসি নমাতিলা।
শৰণ দিবাক লাগি শাস্ত্ৰক ৰচিলা॥
দশম স্কন্ধৰ গোপী উদ্ভৱ সম্বাদ।
সেহি শাস্ত্ৰ প্ৰথমতে ৰচিলা আহ্লাদ॥ ২৮৪॥
আৰ হৰিচন্দ্ৰ উপাখ্যান শাস্ত্ৰবৰ॥
ভাগৱত পুৰাণৰ কৰিয়া উদ্ধাৰ॥
লোকক কৃপায়ে প্ৰভু তাহাক বিস্তাৰি
ৰচিলা পয়াৰ চন্দে আঙক সাৰ কৰি॥ ২৮৫॥

* জড়মূৰ্ত্তি অৰ্চনাত—চৈতন্য মূৰ্ত্তি শ্ৰীশঙ্কৰ দেৱৰ অৰ্চনা হয়। শব্দব্ৰহ্ম – ভাগৱত শাস্ত্ৰ শ্ৰীকৃষ্ণৰ বাংঙময়ী মূৰ্ত্তি স্থাপিত কৰি ব্ৰাহ্মণ ভকতক শৰণ প্ৰদান কৰে।

# বৰ চৰিত

## প্ৰথম খণ্ড

### পঞ্চম অধ্যায়

চবি

এহিমতে কৌসুম্বৰ,
ৰাজাৰ চৰ্চ্চনা কৰি,
যতৰাজা প্ৰজাগণ,
পণ্ডিত দৈবজ্ঞ যত,
দেৱপূজা ভক্তিৰত,
ব্যাপিল জগতখান,
ভাতৃ বংশ যত যত,
দুঃখী ভীক্ষু সমস্তক,
এহিমতে দেৱবৰ,
যত বংশ জ্ঞাতি মানে,
শংকৰৰ মুখে আমি,
কেনয় বৈকুণ্ঠ স্থ ন,
এহিবুলি নৰনাৰী,
মাধৱ জয়ন্ত আদি,
সৰ্ব্বলোক বিদ্যাঙ্কৰ,
দেখিয়া শঙ্কৰ হৰি,
নমো জগতৰে গুৰু,
তোমাৰ চৰণে পড়ি,
ইটো আশা ভঙ্গ মোৰ,
মাধৱ শঙ্কৰ হৰি,

মনুষ্যৰ ৰূপধৰি,
সুখে নানা লীলাকৰি,
মহা সন্তোষিত মন,
অতিথি সন্যাসী তত,
নিত্য নৈমিত্তিক যত
মহাযশ বিতোপন,
পিতামহ সুবিখ্যাত,
ভক্ষ্য ভোজ্য নানামত,
সৰ্ব্বশাস্ত্ৰ বিদ্যাম্বৰ,
ভূগ্ৰা পণ্ডিত গণে,
শুনি আছো যেন বাণী
নজানোহো বিদ্যমান,
ভূগ্ৰাদ্বিজ শাৰী শাৰী
অনেক ব্ৰাহ্মণ বাদি,
জ্ঞানয় শাস্ত্ৰৰ তত্ব,
সকলো প্ৰশংসা কৰি,
ভকতৰ কল্পতৰু,
প্ৰণামোহো দেৱহৰি,
নকৰিয়ো দামোদৰ,
ৰৌকমনে সদাস্মৰি,

গৃহমধ্যে আচন্ত প্ৰকটী।
ভক্তসঙ্গে আছন্ত তহিতি।।
থাকন্তে সুখদে প্ৰীতি কৰি।
আনন্দতে প্ৰসংসন্ত বৰি।।২৮৬।।
কিঞ্চিতেকো নুপ নকৰান্ত।
দেশ দেশান্তৰত প্ৰখ্যাত।।
সকলৰ মনক তুষিলা।
যাৰযেন সমস্তকে দিলা।।২৮৭।।
ৰহতে আছন্ত কতো কাল।
সকল মিলিয়া আলোছিল।
হৰিস্মৰি বৈকুণ্ঠক যাবে।
শঙ্কৰত সোধো গৈয়া আৰে।।২৮৮।।
শঙ্কৰৰ স্থানক লড়িলা।
সিসবেও তথাক চলিলা।।
মহাৰঙ্গে গৈয়া পাইলা যেবে।
মহাৰঙ্গে প্ৰবোধিলা তেবে।।২৮৯।।
অনাদি অনন্ত নাৰায়ণ।
হওঁ যেন সংসাৰ তৰণ।।
নিজ ভৃত্য ভৃত্য হেন জানি।
মুখে সদা বোলাৰাম বাণী।।২৯০।।

## দুলড়ি

বুঢ়াখা মাধৱ,
শ্ৰীমন্ত শঙ্কৰে,
বোলন্ত পেসাই,
কিকাৰ্য্যাক লাগি,
বুঢ়াখা বোলন্ত,
ভূঞা বন্ধুযত,
বিদ্যাত পাৰ্গত,
সকলো আমাৰ,
* বাহ্য় বৈকুণ্ঠ,
পৰম আশাত,
তয়ু যশ স্মৰি,
আমাৰ উপৰি,
তোমাৰ চৰণ,
কৃপাময় কৃপা,
শঙ্কৰে বোলন্ত,
নৰোত্তম কৰ্ণ,
তোমাৰ বাক্য,
চিহ্নামে যাত্ৰা,
এহি বুলি গুৰু,
তালখোল বাদ্য,
তেতিক্ষণে কাষ্ঠ,
কপিলী নদীৰ,
শঙ্কৰৰ আজ্ঞা,
মহা ভক্তিভাৱে,
খোল চাইলেক,
বাদ সুশোভন,
পাছে ভূঞাগণে,
বহু ঠাই ভুৰি,
আৰু বুলিবেক,
শুনি আজ্ঞাবাণী,
মনে বোলে আমি,
হৰিষ মিলিলা,
ইসব কথাক,
বৈকুণ্ঠ নগৰ,
ধেমালীৰ ঘোষা,
সত্ৰ ভটিমাক,

আদি লোক চয়
সবাহাক্কে তেবে,
আদি আইলা কই,
আমাৰ থানক,
কহো স্বৰূপত,
আশিলো সমস্ত,
শাস্ত্ৰ আছে যত,
হৰিষ মিলোক,
কহি আছা যেন,
সবে আসি আছো,
সংসাৰ তৰিবো,
যত বংশ আছে,
কৰিয়া বন্দন,
কৰি তুমি বাপু
শুনিয়ো পেশাই,
পুৰ চতুৰ্ভুজ,
সন্যাসীত শিকি,
কৰিবো বিদিত ,
মনে বিমৰিষি,
সকলক তথা,
ডাল আনিলেক,
কাষত নিবাসী,
শুনিয়া কুমাৰে,
পৰম আনন্দে,
ঘূণ দিয়াইলেক,
দেখি বিতোপন,
কহিলা তেখনে,
কৰি ৰম্যপুৰী
সকলো দিশৰ,
সৰ্ব্ব দিশপ্ৰাণী,
কত পূণ্য বলে,
সত্তৰে আসিলা,
থৈলো এহিমানে,
পটত লিখিলা,
প্ৰথমে লিখিলা,
গীতক কৰিয়া,

উপসম যেবে ভৈলা।
আস্বাসি বুলিবে লৈলা ॥
কহিয়ো তাৰ কাৰণ।
আইলা কহা প্ৰয়োজন ॥২৯১॥
আমাথেৰ প্ৰয়োজন।
পৰম কাৰ্য্য গহন ॥
সবাহাক্কে আছা পঢ়ি।
দেখাইয়ো বৈকুণ্ঠ পুৰী ॥২৯২॥
তাক দেখিবাক মন।
কৰিয়া মন পূৰণ ॥
জানিলো নিশ্চে ইবাৰ।
তাহাক্কো কৰা নিস্তাৰ ॥২৯৩॥
কাতৰ কৰোহো আমি।
বৈকুণ্ঠ দেখায়ো স্বামী ॥
পিতামহ দুইজন।
তিনিয়ো অতিগহন ॥ ২৯৪ ॥
দেখাইবো বৈকুণ্ঠপুৰ।
হৰিষ পাবা প্ৰচুৰ ॥
উপায় পাছে চিন্তিলা।
কৰিবাক মন ভৈলা ॥২৯৫॥
চানেকি কৰিয়া দিল।
কুমাৰক নিয়া দিল ॥
যতনে খোল গঢ়িলা।
শঙ্কৰ দেৱক দিলা ॥২৯৬॥
ভৈলা অতি মনোনিত।
আনিলা বৈকুণ্ঠ হস্তে।
শঙ্কৰ দেৱ ঈশ্বৰ।
ৰস্তাক সাজা প্ৰচুৰ ॥২৯৭॥
লোক নিমন্ত্ৰণ কৰ।
আনিলা ডাকি সত্তৰ ॥
দেখিবো বৈকুণ্ঠ পুৰি।
শঙ্কৰৰ নামধৰি ॥২৯৮॥
শুনিয়োক কথা আৰ।
নাট কৰিলেক তাৰ ॥
দ্বিতীয় শ্লোক ৰচিলা।
চিহ্নসব বিভাগিলা ॥২৯৯॥

* শ্ৰীশঙ্কৰ দেৱৰ ৰাজ্যচৰ্চ্চা, নিত্য কৰ্ম্ম, আৰু ভূঞা ব্ৰাহ্মণৰ বৈকুণ্ঠ দৰ্শনৰ অভিলাষ।

## দুলড়ি

যাৰ যেন স্থান,
সংৰাবৰ চয়,
লক্ষ্মী সৰস্বতী,
সাত বৈকুণ্ঠৰ,
কেন্দ্ৰীক ৰামক,
নটুৱা পঞ্চম,
যিবা প্ৰব্যযেন,
যাত্ৰাৰ উৎসৱ,
শুনা সভাসদ,
তাহান চৰণে,
সভাসদ জন,
মূঢ়মতি দীন,
যিমত লক্ষণ,
অধিক শোভয়,
চৌদ্ধ পৰিষদ,
সপ্তম গোপাল,
বায়ন শিখাইল,
সমন্বিতে আতি,
লাগয় তাহাক,
কৰিবাক মনে,
হয়া নিশবদ,
পশিও শৰণে,
এৰি আন মন,
নাথদ্বিজে কহে,
কল্পতৰু উপবন।
স্বৰ্ণঘাট সুশোভন॥
পটতে সবাকো দিলা।
সবাকো তাত লিখিলা॥৩০০॥
আৰু পালি সাতজন।
নাটক কৰি সম্পন্ন॥
কৰাইলন্ত বিদ্যমান।
নিয়োজিলা স্থান স্থান।৩০১॥
গুৰুৰ চৰিত্ৰ কথা।
জন্মক নকৰা বৃথা।
গোৱা তাৰ গুণ নাম।
ডাকি বোলা ৰাম ৰাম॥৩০২॥

---

* চিহ্ন যাত্ৰা আৰম্ভ, খোল নিৰ্মাণ, চিহ্ন যাত্ৰাৰ নাট ৰচনা, সূত্ৰ, নটুৱা আৰু গায়ন, বায়ন ৰাগ গীত ৰচনা আৰু প্ৰশিক্ষণ।

# গুৰু চৰিত
## প্ৰথম খণ্ড
### ষষ্ঠ অধ্যায়

পদ

আত অনন্তৰে সাধু সভাসদ লোক।
শঙ্কৰ দেৱৰ মহিমাক শুনিয়োক ॥
মনে গুনিলন্ত পাছে দেৱতা শঙ্কৰ।
ঈশ্বৰ বুলিয়া জানিবেক সবেনৰ ॥ ৩০৩ ॥
এতেকে মায়াক কৰো নজানয় যেনে।
বুলি সন্যাসীৰ ৰূপে আসিলা তেখনে ॥
সুদীৰ্ঘ পুৰুষ সুশোভন তান কায়।
শৰীৰৰ কান্তি আতি চাহান নযায় ॥ ৩০৪ ॥
ভষ্মে বিভূষিত অঙ্গ অধিকে শুভায়।
অন্ন আদি ভোজন কিঞ্চিতো তান নাই।
শঙ্কৰে বোলন্ত বিদ্যা শিখায়ো আমাক।
যেনমতে পাৰো মই পট লিখিবাক ॥ ৩০৫ ॥
সন্যাসী বদন্তি বাপু শঙ্কৰ আতাই।
শিক্ষা [illegible] লেখিবাক কহিলো বুজাই ॥
নানান বিধৰ বৰ্ণ সব আনিলন্ত।
যত্ন কৰি বৈকুণ্ঠৰ পট লিখিলন্ত ॥ ৩০৬ ॥
সন্যাসী অদ্ভুত থাকে লিখিন্ত শঙ্কৰ।
বিস্ময়ে আছন্ত চাই সবে জনৰ ॥
ৰাম ৰাম গুৰু বুলাবা বলোৰাম।
[illegible] সবে এৰি আন কাম ॥ ৩০৭ ॥
সেহিমতে সাত বৈকুণ্ঠক লিখি যেনে।
[illegible] লেখিলা তেতে তেনে ॥
[illegible] বৈকুণ্ঠৰ সাত লিখিলা ঈশ্বৰ।
[illegible] লিখিলন্ত দিয়ো সবোনৰ ॥ ৩০৮ ॥
[illegible] সমস্তকে লিখি দিল।
[illegible] বৈকুণ্ঠৰ নকাৰিল ॥
[illegible] বৃক্ষ লিতে যেন নজানয়।
[illegible] পাছে [illegible] ॥ ৩০৯ ॥
[illegible]।
[illegible] ॥

বোলে ভেকাগিৰি দেখো বট বৃক্ষ নাই।
শঙ্কৰে বোলন্ত কহ্য দিবো কোনো ঠাই ॥ ৩১০ ॥
হাঁসিয়া বোলন্ত বাপু ভাল কথা কৈলা।
বৈকুণ্ঠৰ পতি হৈয়া থান নিচিনিলা ॥
এহিবুলি বুঢ়ী শঙ্কৰৰ আজ্ঞামানি।
দেখায়া দিলন্ত যৈত থানক প্ৰমাণি ॥ ৩১১ ॥
বুঢ়ীৰ বচনে কল্পতৰু বৃক্ষ দিলা।
ৰাম ৰাম গুৰু আদি বিস্ময় মানিলা ॥
সবে বোলে বুঢ়ী ইটো কথা পাইলি কৈত।
বৈকুণ্ঠৰ লোক এই চাপ্ৰে আছে এত ॥ ৩১২ ॥
এহিমতে পট দেখি কৰিলেক অন্ত।
নটুৱা শিখায়া পাছে ভাল শিখাইলন্ত।
যাৰ যিবা বাহন তাহাকো সাজিলন্ত।
মুখবন্ধ কৰিয়া ছো সব নিৰ্মিলন্ত ॥ ৩১৩ ॥
সভাৰ মাজত এক স্থানক ৰাখিলা।
স্তুত্ৰাসন আনি সেহি স্থানত বসিলা ॥
ৰাম ৰাম গুৰুক শঙ্কৰে আদেশিলা।
মূলমন্ত্ৰ পঢ়ি তেহো কৃষ্ণক পূজিলা ॥ ৩১৪ ॥
দেখি সমস্তৰে আনন্দৰ পাৰ নাই।
কৰিলা কীৰ্ত্তন তাল খোলক বজাই ॥
সেহিমতে গধূলা সময় ভৈল যেবে।
নানা গ্ৰাম হন্তে লোক আছিলেক তেবে ॥ ৩১৫
শঙ্কৰক নমস্থে বাদিক ভিত্ত দল।
তাৰসেবো ভৈলা যাত্ৰা দেখিবাক মন ॥
মমত আলোচি ভৈলা ব্ৰাহ্মণ আদি সব।
শঙ্কৰৰ মহত্তালি আজিসে জানিব ॥ ৩১৬ ॥
আজি শূদ্ৰ শঙ্কৰৰ দৰ্প হৈব চূৰ।
কিমতে দেখাব আজি বৈকুণ্ঠৰ পুৰ ॥
অসুলা কৰিয়া পাছে শঙ্কৰ দেৱক।
পান লৈয়া বসিলন্ত সভাত প্ৰত্যেক ॥ ৩১৭ ॥

[illegible] বৈকুণ্ঠৰ পট লিখন।

চাৰিগোটা আৰিয়া মটা যে নৱগোট ।
মহা সমাৰোহে নিয়া লগাইলা সভাত ॥
* গায়ন বায়নে বৰ ধেমালি জুৰিলা ।
বৰ গায়নৰ বেশে শঙ্কৰ উঠিলা ॥ ৩১৮ ॥
উদাৰ সহিতে বৰ গোবিন্দ উঠিল ।
আনো ভক্ত গণ পাছে গীত গাইতে গৈল ॥
প্ৰথমে শঙ্কৰদেৱে ৰাগ তুলিলেক ।
উদাৰ প্ৰভৃতি ভক্তে দোহাৰে প্ৰত্যেক । ৩১৯ ॥
তিমিৰ ৰাগক পাছে বলায়ে তুৰিলা ।
বায়ু মণ্ডলী ৰাগ শঙ্কৰেও দিলা ॥
ৰাগ উচ্চাৰণে মহা বতাস মিলিল ।
নিকটৰ পাতি সোন্দা বৃক্ষত লাগিল ॥ ৩২০ ॥
দুই ফাকি দেন্তে বৃক্ষে যত পাত ছিল ।
সকলো সৰিয়া তৈত ভৈলন্ত নিৰ্ম্মূল ॥
শেষ দুয়ো ফাকি দেন্তে মোসক ডালে পাছে ।
পূৰ্ণ কৈল পত্ৰ সব সেহি বৰ গাছে ॥ ৩২১ ॥
সকলো দেখিয়া মনে সুবিস্মিত ভৈলা ।
হৰি হৰি ৰাম কৃষ্ণ শঙ্কৰো স্মৰিলা ॥
এহিমতে শঙ্কৰে ৰাগক সাঙ্গ কৰি ।
পটমেলি বৈকুণ্ঠক দেখাইলা সাদৰি ॥ ৩২২ ॥
সাত দিশ্বৰৰ সাত প্ৰবেশ গাইয় ।
পাছে নটুৱাক পাছে আনিলেক চায় ॥
আৰু একজনা তাত ঈশ্বৰক লাগে ।
তাহাত ভৈলন্ত ৰাম ৰাম মহাভাগে ॥ ৩২৩ ॥
আৰৰ বৈকুণ্ঠ পতি আপুনি ভৈলন্ত ।
গৰুড়ৰ তাৰ গোট ধ্বজাক দিলন্ত ॥
নাট ধেমালি চোঁক ধেমালি বজাইল ।
বৰ ধেমালি দেৱ ধেমালি কৰাইল ॥ ৩২৪ ॥
বৰ বায়ন হৈয়া কুসুম্বৰ সুত ।
নৱগোটা খোল লৈলে একলে অদ্ভুত ॥
তেখেনে শঙ্কৰে দিব্য মূৰ্ত্তি ধৰি আছে ।
* নৱগোটা খোল আনন্দতে বাইল পাছে ॥ ৩২৫ ॥
আৰিয়া মটাৰ জোৎস্না প্ৰকাশিত আতি ।
সেহিৰূপে শঙ্কৰক দেখিলা তহিতি ॥
ৰাদিক ব্ৰাহ্মণে শঙ্কৰক নসহয় ।
দেখিয়া সিমন্ত শক্তিত লভ বিস্ময় ॥ ৩২৬ ।
গৰ্ব্ব চুৰ্ণ হৈয়া দ্বিজগণ মৌনে ৰৈল ।
শঙ্কৰ মানুষ নোহে বুলিয়া জানিল ।
সূত্ৰধাৰ হইয়া শ্ৰীশঙ্কৰ আসিয়া ।
নানাভাৱ ভঙ্গিদিয়া নৃত্যক কৰিয়া ॥ ৩২৭ ॥
যাত্ৰাৰ সূচক বুলিলন্ত মাতি যেবে ।
দেখি সৰ্ব্বলোকে মহা মোহ পাইলা তেবে ।
শঙ্কৰ বসিলা বৈকুণ্ঠত এক ৰূপে ॥
* বৰ বায়ন বৰ গায়নৰ স্বৰূপে ॥ ৩২৮ ॥
বৰভূঞা বেশে মুখ্য অধিকাৰী হই ।
একৰূপে বসি আছে সভামাজে ৰই ॥
ভাৱৰীয়া মাজে এক শঙ্কৰ আছয় ।
একৰূপে মটা গোট আছয় লগায় ॥ ৩২৯ ॥
এহিমতে এককালে নানাস্থানে আতি ।
নানা ৰূপে নানাস্থানে প্ৰকাশ কৰন্তি ॥
যি স্থানত যিবাকৰ্ম্ম নিৰীক্ষণ কৰে ।
দেখন্ত সবাতো শঙ্কৰক নিৰন্তৰে ॥ ৩৩০ ॥
গৰুড়ৰ ভাৱে আসিলন্ত ধ্বজাধৰ ।
লাম্ফদিয়া শঙ্কৰে উঠিলা তাহোপৰ ॥
অনন্তৰ শয্যা লেখি আছে যি স্থানত ।
গৰুড়ৰ নামি গৈয়া তাতে বসিলন্ত ॥ ৩৩১ ॥
ৰাম ৰাম সাক্ষাতে যেন ভৈল ব্ৰহ্মা ।
কোনে কহিবাক পাৰে তাহাৰে মহিমা ॥
আপুনি শঙ্কৰে সূত্ৰ ধৰি আছে তথা ।
খোলক বজায়া নাচে আপুনি সৰ্ব্বথা ॥ ৩৩২ ।
হৰৰ ভাৱক ধৰি ভৈলা সৰ্ব্বজয় ।
এক বৈকুণ্ঠত তাঙ্ক বসাইলন্ত তয় ॥
গায়ন সকলে গীত আনন্দতে গায় ।
সমজ্যায়ে যেন বৈকুণ্ঠক আছে চাই ॥ ৩৩৩ ॥
নজানন্ত সভাসদে কিবা ৰাত্ৰি দিন ।
পৃথিৱী বৈকুণ্ঠ স্বৰ্গ তাতো নোহে হীন ॥
যাত্ৰাৰ সকল কাৰ্য্য ক্ৰমে ক্ৰমে কৰি ।
বিপ্ৰ ভূঞা ভকতক দেখাইলা সাদৰি ॥ ৩৩৪ ॥

* ভাওনাত আৰিয়া আৰু মটা লগোৱাৰ আদি, যাত্ৰা আৰম্ভ, বায়ু মণ্ডলিৰাগ দিয়াত গছৰপাত সৰে । শ্ৰীশঙ্কৰদেৱে ন গোটা খোল লয় ।

* শ্ৰীশঙ্কৰ দেৱৰ অনিমা আদি অষ্ট ঐশ্বৰ্য্য প্ৰকাশ, কংসৰশালাত কৃষ্ণক দশ প্ৰকাৰে দৰ্শন কৰাৰ দৰে শ্ৰীশঙ্কৰদেৱকো দশ প্ৰকাৰে দৰ্শন পাইছিল ।

সেহিবেলা ব্ৰহ্মা ইন্দ্ৰ আদি দেৱ গণ ।
যাত্ৰা দেখিবাক লাগি আসিলা তেখন ॥
দেৱতা সৱৰ অঙ্গ গন্ধচয় আসি ।
সভাক ৰজিলা দশো দিশক প্ৰকাশি ॥ ৩৩৫ ॥
ওপৰত চায়া নেদেখয় কোনোজনে ।
ৰাম ৰামে মাত্ৰ দেখি কয় সৰ্ব্বজনে ॥
দেখা সৰ্ব্বজন কিনো কথা বিতোপন ।
আকাশ জুৰিয়া ৰৈল সৰ্ব্ব দেৱগণ ॥ ৩৩৬ ॥
এহিমতে যাত্ৰাযেবে সবে সাঙ্গ ভৈলা ।
দেৱৰ সুঘ্ৰাণ তৈৰহন্তে নিবৰ্ত্তিলা ॥
যাত্ৰা অৱসান কৰি শ্ৰীমন্ত শঙ্কৰ ।
মহেন্দ্ৰ কন্দলী স্থানে আসিয়া সত্তৰ ॥ ৩৩৭ ॥
প্ৰণামিবে চাহে গুৰু কন্দলী দেখিয়া ।
কি কৰাহা বুলি তাঙ্ক ধৰি আলিঙ্গিয়া ॥
তোমাকেসে নমস্কাৰ কৰিবে লাগয় ।
তুমিসি ঈশ্বৰ মই জানোহো নিশ্চয় ॥ ৩৩৮ ।
হেন শুনি শঙ্কৰেও পালতিয়া গৈলা ।
মহেন্দ্ৰ কন্দলী গুৰু উঠি ঠিয় ভৈলা ॥
হাজাৰ দশেক প্ৰজা তৈতে হুয়া আছে ।
হাত তুলি হৰিধনি কৰিলন্ত পাছে ॥ ৩৩৯ ॥
সিটো ধ্বনি বৈকুণ্ঠ লোকত প্ৰবেশিলা ।
দেখিয়া শঙ্কৰ গুৰু আনন্দিত ভৈলা ।
মহেন্দ্ৰ কন্দলী দণ্ডৱত কৰিলন্ত ।
কৰযোৰ কৰি সমজ্যাক বুলিলন্ত ॥ ৩৪০ ॥
• শুনা সভাসদ বোলো নিশ্চয় বচন ।
শঙ্কৰ দেৱত মই পশিলো শৰণ ॥
শুনিয়োক সৰ্ব্বজন কহিবো বুজাই ।
শঙ্কৰৰ মহিমাক কহন নযাই ॥ ৩৪১ ॥
পাঠশালা মধ্যে একদিনা শুতি লন্ত ।
অনন্তে আসিয়া তৈতে ছত্ৰ ধৰিলন্ত ॥
দেখিয়া আমাক সিটো সৰ্প আন্তৰিলা ।
চকমক কৰি পাছে শঙ্কৰ বসিলা ॥ ৩৪২ ॥
শুনা কৰ্ণপূৰ চতুৰ্ভুৰ্জ দুইজন ।
নৰোত্তম বৃদ্ধ তুমি পণ্ডিত গহন ॥
উৰ্দ্ধবাহু কৰি মই কৰো অঙ্গিকাৰ ।
শঙ্কৰত পৰেগুৰু নাহিকে আমাৰ ॥ ৩৪৩ ॥
শূদ্ৰবুলি সিটোপাপী কৰে তিৰস্কাৰ ।
তাহাৰ ব্ৰাহ্মণজন্ম আছোক ধিক্কাৰ ॥
শুনিয়ো পণ্ডিতগণ নুগুনস মনে ।
বৈকুণ্ঠক দেখাইবাক পাৰে কোন জনে ॥ ৩৪৪ ॥
অনেক শঙ্কৰদেখা নানাৰূপ ধৰি ।
সাত বৈকুণ্ঠৰ নানা কাৰ্য্যক আচৰি ॥
একে সময়তে যেন কৰিলে দেখিলা ।
মনুষ্যে কৰিতে কিবা পাৰে হেন লীলা ॥ ৩৪৫ ॥
এহি বুলি মহেন্দ্ৰ কন্দলী দ্বিজবৰ ।
মহিমা কহিলা কৰ্ব্ব দ্বিজৰ ভিতৰ ॥
শুনি ৰাম ৰাম চতুৰ্ভুৰ্জ নৰোত্তম ।
আনো বিপ্ৰচয় যত আছে শ্ৰেষ্ঠতম ॥ ৩৪৬ ॥
সৰ্বেবোলে প্ৰভাৱতে জানিলোহো আমি ।
তোমাৰ বচন মানিলোহো বেদ বাণী ॥
পাছে শঙ্কৰক তাৰাসবে বুলি লন্ত ।
সাক্ষাতে জানিলো আমি তুমি ভগৱন্ত ॥ ৩৪৭ ॥
আমাসাক শৰণ দিয়োক তুমি গুৰু ।
উদ্ধাৰ কৰিয়ো ভকতৰ কল্পতৰু ॥
শঙ্কৰে বোলন্ত ইটো কাৰ্য্য নুহি ভাল ।
ব্ৰাহ্মণে শূদ্ৰক সেৱা কৰে কোন কাল ॥ ৩৪৮ ॥
ব্ৰাহ্মণে শূদ্ৰৰ গুৰু বেদত প্ৰসিদ্ধ ।
আমাত শৰণ হৈবে নুহি যুক্তি সিদ্ধ ॥
বদতি ব্ৰাহ্মণ সবে শুনিয়ো বচন ।
কাৰ্য্যতে লক্ষিলো আমি তুমি নাৰায়ণ ॥ ৩৪৯ ॥
বৈশ্য নন্দ ৰাজন্য জাতিত বসুদেৱ ॥
তাহাৰাৰ পুত্ৰৰূপে ভৈলা কৃষ্ণদেৱ ॥
দেৱ ব্ৰহ্মঋষি কিবা তাঙ্ক নেশেৱিলা ॥
যাৰ গুণ নামে লোক সংসাৰ তাৰিলা ॥ ৩৫০ ॥
আমাক ভাণ্ডিবে চাৱা তুমি দেৱবৰ ।
তোমাত শৰণ আমি কৰিলোহো সাৰ ॥
শঙ্কৰে বোলন্ত বিপ্ৰসব যাওঁ ঘৰ ।
কালি প্ৰভাততে সবে আসিবা সত্তৰ ॥ ৩৫১ ।
এহি বুলি বিদায় কৰিলা দ্বিজ গণ ।
চলিলা গৃহক সবে আনন্দিত মন ॥
উত্তৰ সম্বাদ দশমৰ কথা আনি ।
প্ৰবন্ধে শঙ্কৰে তাঙ্ক আছন্ত বখানি ॥ ৩৫২ ।

---

• মহেন্দ্ৰকন্দলিৰ শঙ্কৰক গুৰুলভি ঈশ্বৰত শৰণ গ্ৰহণ ।

সেহি শাস্ত্ৰ আগত স্থাপিয়া বিপ্ৰগণ।
শৰণ কৰাইবো বুলি কৰিলন্ত মন॥
ৰাত্ৰি অৱসানে যত বিপ্ৰ মহামানী।
আসিল সবেও শঙ্কৰৰ আজ্ঞা মানি ॥৩৫৩॥
কৰিৰত্ন বিদ্যাৰত্ন ৰাম সৰস্বতী।
আইলা বিপ্ৰগণ সেৱা কৰিবাক প্ৰতি॥
ৰাম ৰাম গুৰু চতুৰ্ভুজ দুই জনে।
শঙ্কৰৰ পাশে চলি গৈলা শুভক্ষণে ॥৩৫৪॥
বোলে দুয়োজনে পাছে দেৱ শঙ্কৰক।
শৰণ কৰাও আবে প্ৰভু আমাসাক॥
শঙ্কৰে বোলন্ত ইটো কথা নুহি ভাল।
তুমি পুৰুহিত আমাদেৰ সৰ্ব্বকাল ॥৩৫৫॥
ৰাম ৰামে বোলে ডেকাগিৰি শুনিয়োক।
আজি নিশাভাগে মোক স্বপ্ন দেখাইলেক॥
আসিল ব্ৰাহ্মণ এক পৰম সুন্দৰ।
পকি আছে লোম তান সকল গাৱত ॥৩৫৬॥
কান্ধত পিন্ধন্ত সুবৰ্ণৰ নৱগুণ।
হেনৰূপে দেখিলোহো পৰম শোভন॥
মোক বুলিলন্ত শুনা বিপ্ৰ ৰাম ৰাম।
শৰণ নলৈয়া কেনে ব্যৰ্থ কৰা কাম ॥৩৫৭॥
কাহাত শৰণ লৈবো বুলিলো বচন
হাসিয়া ব্ৰাহ্মণে কহিলন্ত তাৰক্ষণ॥
জগত ঈশ্বৰ যিটো দেৱতাৰো দেৱ।
ব্ৰহ্মাহৰ দেৱঋষি কৰে যাক সেৱ ॥৩৫৮॥
কলিত নামক প্ৰকাশিবে লাগি আসি।
শূদ্ৰকুলে জন্ম ভৈল কহিলো প্ৰকাশি॥
সেহিসে শঙ্কৰ মই জানিবি সততে।
মোহোৰ শৰণ তুমি লৈয়ো প্ৰভাততে ॥৩৫৯॥
এহিবুলি সেহিৰূপে ব্ৰাহ্মণ প্ৰৱৰ।
ৰূপক ধৰিলা পাছে দেৱ শঙ্কৰৰ॥
পৰম বিস্ময় হইয়া স্বপ্নৰ জাগিলো।
শৰণ লৈবাক মনে সত্বৰে আসিলো ॥৩৬০॥
শুনিয়া শঙ্কৰেদেৱে হাঁসি আদেশিলা।
সৰ্ব্বজয় ভক্তে আনি শাস্ত্ৰক স্থাপিলা॥
শাস্ত্ৰক লাগিয়া দণ্ডৱত কৰাইল।
* যুক্তি অনুসাৰে তাঙ্ক শৰণ কৰাইল ॥৩৬১॥

ভূঞা ব্ৰাহ্মণে আনা নানা লোকচয়।
শৰণ লভিয়া সবে ভৈল ভাগ্যোদয়॥
এহিমতে শ্ৰীশঙ্কৰে গুৰুৰূপ ধৰি।
কৃষ্ণত শৰণ ধৰ্ম্ম লগাইল সাদৰি ॥৩৬২॥
ভৱ সংসাৰৰ ত্ৰাণহেতু হৰি আসি।
ভাগৱত শুদ্ধধৰ্ম্ম ফুৰিলা প্ৰকাশি॥
আত অনন্তৰে দেৱ শঙ্কৰ মুৰাৰি।
যেহেন লীলাক কৈলা শুনিয়ো বিস্তাৰি ॥৩৬৩॥
সাতগোটা মত্তমত্ত প্ৰমত্ত কুঞ্জৰ।
মহেন্দ্ৰ কন্দলী আদি বিশেষ লোকৰ॥
ধান খেত খায় বিধ্বংশেয় নিৰন্তৰ।
দেখিয়া বিষাদ বৰ ভৈলন্ত ৰাজ্যৰ ॥৩৬৪॥
শঙ্কৰদেৱৰ আগে দিলেক গোচৰ।
হস্তী নিবাৰণ কৰা তুমি ভূঞাবৰ॥
শুনিয়া শঙ্কৰদেৱ. আনন্দে চলিলা।
মহেন্দ্ৰ কন্দলী ব্ৰাহ্মণৰ গৃহ পাইলা ॥৩৬৫॥
গুৰুৰ চৰণে সেৱা কৰিবাক চান্ত।
দেখিয়া কন্দলি উঠি পাছে নিবাৰন্ত॥
সেৱিবাৰ যোগ্য তুমি নোহোৱা গোঁসাই।
তোমাৰ প্ৰভাৱ সব দেখি আছো মই ॥৩৬৬॥
কম্বল পৰিয়া দিলা শঙ্কৰ বসিলা।
ছাত্ৰ গণো আসি দেখি সৎকাৰ কৰিলা।
বদতি কন্দলী দেৱ শুনিয়ো শঙ্কৰ।
সাতোটা কুঞ্জৰে ধান খাই সমস্তৰ ॥৩৬৭॥
তাক নিবাৰন তুমি কৰিয়ো সত্বৰ।
জাঠি জোঙ জুইত কিছু নকৰয় দৰ॥
যিবা জানা খেদিবাৰ উপায় কৰিয়ো।
শস্য যেন মতে ৰহে তাহাক চিন্তিয়ো ॥৩৬৮॥
শঙ্কৰে বোলন্ত হস্তী দেখায়োক মোক।
যৈতে আছে তৈকে লাগি আমাক নিয়োক॥
শুনিয়া গ্ৰামিক লোকে খেতে লৈয়া গৈলা।
দেখে হস্তীচয় ধান খাইবাক আসিলা ॥৩৬৯॥
দেখিয়া শঙ্কৰে কঙ্কালত বস্ত্ৰ বান্ধি।
বৰবেগে হস্তীৰ পশিলা গৈয়া সন্ধি॥
পাক ফুৰি শঙ্কৰে হস্তীক খেদি যাই।
দন্তাল গোটৰ শুণ্ডে ধৰিলা জপটাই ॥৩৭০॥

* শব্দব্ৰহ্ম ভাগৱত শাস্ত্ৰ-শ্ৰীকৃষ্ণ ব্ৰহ্মৰূপী সনাতনত পাচোটি দণ্ডৱত কৰাই শৰণ কৰালে. ভক্ত নাম, গুৰু, দেৱ আৰু বৰ্ত্তমান গুৰু উপলক্ষ কৰি ৫ টি দণ্ডৱত কৰাৰ কথা "ভক্তি ৰত্নাকৰ" শাস্ত্ৰত শ্ৰীশঙ্কৰ দেৱে লিখি থৈছে। সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

ৰজলিয়া শংকৰেও আগক তানিলা।
চিহৰলি মাৰি হস্তী আতাসেক দিলা॥
হেম্পোচ মাৰিয়া পিছে তাক চাৰি দিলা।
চোটতে কুঞ্জৰে লৈয়া খালতে পৰিলা॥২৭১॥
দেখি সমস্তৰে হৰিষৰ পাৰ নাই।
আনোসব হস্তী তাৰ গৈলন্ত পলাই॥
পলাইল বুলিয়া শংকৰে নিও পাৰে।
একগোটা হস্তী খেদি আসিলা সত্তৰে॥৩৭২॥
তাকো শুণ্ডে ধৰি পাছে হেম্পুচিয়া মাৰে।
পেলাই লৈলন্ত দান্ত উভাৰিয়া মাৰে।
প্ৰাণ চাৰি হস্তীগোট পড়িয়া ৰহিল।
আনসব হস্তীপাছে অৰণ্যে পশিল॥৩৭৩॥
সেহিদিনা হন্তে শঙ্কৰৰ নাম লৈলে।
দূৰতে পলাই হস্তী পৰম বিকলে॥
দেখিয়া পুছিলা পাছে গুৰু ৰাম ৰাম।
কোন ইটো হস্তী আসি ভৈলকহা নাম।৩৭৪॥
ইহাৰ কাৰণ যদি থাকে দেৱ বৰ।
শুনিবাক লাগি ইচ্ছা হৈয়াছে আমাৰ॥
* বদতি শঙ্কৰ শুনা পূৰ্ব্বৰ কাহিনী।
কৌশল্য ৰাজাৰ যিটো কন্যা বিত্তোপনী॥৩৭৫॥
তাঙ্ক লভিবাক কাম্য কৃষ্ণ কৃপাময়।
বন্ধন কৰিলা সাত বৃষভক তয়॥
কৃষ্ণক বিৰোধ কৰি হস্তী আসি ভৈল।
উদ্ধাৰ ভৈলেক সিটো পাপত তৰিল।৩৭৬॥
হস্তী বিমৰ্দ্দন কৰি শঙ্কৰ ঈশ্বৰ।
লোকৰ বন্দনী হৈয়া গৈলা নিজঘৰ॥
এহিমতে কতোদিন গত ভৈল যেবে।
আসিল মহিষ দুই খেতে খাইতে তেবে॥৩৭৭॥
অনেক লোকক বিনাসিলা দুই পাপী।
নানা যত্ন কৰন্তেও নজাই তথাপি॥
শঙ্কৰ দেৱক সিটো কথাক জনাইলা।
শুনিয়া জগতগুৰু ক্ৰোধে খেদি গৈলা॥৩৭৮॥
মহিষৰ শৃঙ্গে ধৰি টান এক দিল।
জোংকাৰ প্ৰতাপে শৃঙ্গ মাথাতে ভাগিল॥
আৰৰ গোটক পাছে ধৰি অস্ফালিলা।
ৰুধিৰ চাদিয়া উঠি বেগে পলাইল॥৩৭৯॥
দেখিয়া প্ৰজাৰ আনন্দৰ পাৰ নাই।
কন্দলিও মহানন্দে হৰি উচ্চাৰয়॥
কমলি ধৰাই পাছে পুছিলা সাদৰি।
মহিষৰ কাহিনীকো কহা কৃপাকৰি॥৩৮০॥
কহন্ত শঙ্কৰে আৰে শুনা ভক্তগণ।
* দুন্দুভী নামত ছিল অসুৰ দুজন॥
বালীৰ হাতত মৰি মহিষ ভৈলন্ত।
আজিসে নিস্তাৰ ভৈল জানিবাহা অন্ত॥৩৮১॥
শুনি পৰ্ম্মানন্দ সৰ্ব্বজয় দুই জন।
কন্দলিও শুনিভৈল আনন্দিত মন॥
সিদিনাৰ ৰাত্ৰি স্বপ্ন দেখিলা কন্দলি।
আকাশৰ হন্তে আসিলেক এক বলি॥৩৮২॥
সুন্দৰ পুৰুষ মাত্ৰ খঞ্জা পাৱ দুই।
কন্দলিক বুলিলন্ত আনন্দিত হই॥
দেখিয়ো কন্দলি শঙ্কৰৰ লীলা চয়।
পৰম পুৰুষ এন্তে জানিবা নিশ্চয়॥৩৮৩॥
ভক্তৰ প্ৰাৰ্থনা শুনি দেৱ চক্ৰ পাণি।
কলিলোক উদ্ধাৰিতে আসিল ঐশানি॥
শুনহ কন্দলি তই লইবিহি শৰণ।
নুহিকা মানুষ এহে দেৱ নাৰায়ণ॥৩৮৪॥
আমাক জানিবা তুমি নিত্য নিৰঞ্জন।
তোৰ কৃপা অৰ্থে হৈয়া আসিলো ব্ৰাহ্মণে॥
নুহিকে মোহোৰ পাৱ খোৰা তুমি জান।
এহি বুলি স্বপ্নতে ভৈলন্ত অন্তৰ্ধান॥৩৮৫॥
চেতন লভিয়া গুৰু ৰাম ৰাম স্মৰি।
শুচি হৈয়া শঙ্কৰৰ পাশে গৈলা লৰি॥
স্বপ্নৰ বাতৰি কহি প্ৰণাম কৰিয়া।
শৰণ ভৈগৈল গুৰু আনন্দিত হৈয়া॥৩৮৬॥
আত অনন্তৰে যেন কথা উতপন্ন।
শুনিতে আনন্দ মিলে পৰম শোভণ॥
শুনা সভাসদ পদ শঙ্কৰ চৰিত্ৰ।
ইহাক শুনিলে হৈবে পাপীও পবিত্ৰ॥৩৮৭॥
যিটো জগতৰ গুৰু ঈশ্বৰ মুৰাৰি।
শঙ্কৰ স্বৰূপে ভক্তি ধৰ্ম্মক প্ৰচাৰি॥
কলিৰ লোকক নিস্তাৰিবো বুলি মনে।
দৈৱকী নন্দন আসি ভৈল ইটো স্থানে॥৩৮৮॥
হেন গুৰু পাৱে মোৰ নছাৰোক মতি।
ভক্ত সকলকো মই কৰোহো প্ৰণতি॥

* সাত হস্তি উদ্ধাৰ,

শঙ্কৰ মাধৱ দুয়ো গুৰু শিষ্য ৰূপে।
জীৱৰ তাৰণ হেতু আসিল স্বৰূপে ॥৩৮৯॥
কৃষ্ণ বলোৰাম ৰামলক্ষ্মণ যিমত।
শঙ্কৰ মাধৱ দুই জানিবা সিমত ॥
দুই গুৰু পদৰেণ মস্তকে বহিবো।
দাস হুয়া তান আজ্ঞা সদায়ে কৰিবো ॥৩৯০॥
গুৰুত অৰ্পিয়া চিত্ত চৰণে ধৰিবো।
ভক্তৰ সঙ্গক যেন সদায়ে লভিবো ॥
কৰিয়োক এই আশা পূৰণ মুৰাৰি।
ভণে দীননাথে ঘুৰিয়োক হৰি হৰি ॥৩৯১॥

---

# বৰ চৰিত

## প্ৰথম খণ্ড

## সপ্তম অধ্যায়

### ছবি

ভকৃত্ৰা সকলক কৈলা, শঙ্কৰে বুলিবে লৈলা,
দৌল এক কৰিবাৰ মন।
শুনা ভকৃত্ৰা বিপ্ৰগণ, কৰিয়ো কথাক মন,
ফাল্গুৎসব কৰিবো এখন ॥
গোলোকৰ পূৰ্ণ লীলা, যাকদেৱে প্ৰকাশিলা,
কৰিবাক অৱশ্যে লাগয়।
সবে মন সাৰ কৰি, উদ্যোগ সবেও কৰি,
যিবাযৈত দ্ৰব্যক লাগয় ॥৩৯২॥
শুনা শুনা ভকৃত্ৰালোক, দৌল এক বান্ধিয়োক,
লোকসব আনাহা হাঙ্কাৰি।
সম্চৰাক মতায়োক, শীঘ্ৰে আসি দেখিয়োক,
উৎসৱৰ বিধিক বিচাৰি ॥
দূত গৈয়া নানা থাই, লোকক আনিলা যাই,
কোৰ-চাঙ্গি খৰাহি সহিতি।
ভকৃত্ৰা গণো সাজ হুই, হাতত খৰাহি লই,
দৌল গোটা বান্ধিল্লা তহিতি ॥৩৯৩॥
শঙ্কৰে বোলন্ত কথা, পেসা শুনিয়োক কথা,
পূজাৰ সম্ভাৰ আনা জাই।
শুনিয়া বুঢ়াখা কথা, আনিল দ্ৰব্যক তথা,
যত অনুৰূপ বস্তু পাই ॥
ৰাম ৰাম গুৰু শান্ত, নিয়োজিলা যেন যৈত,
পূজনৰ দ্ৰব্য বিধিমতে।
ভৈল মহা মহোৎসব, লোকে বোলে জয় জয়,
বাদ্যভণ্ড বৰ ভৈল তাতে ॥৩৯৪॥

বহ্যোৎসৱ কৰি তথা, পূজা সাঙ্গ কৰি যথা,
ৰজনীৰ সব সাঙ্গ কৰি।
পৰদিনো সেহি মতে কৰি পূজা নানামতে,
ফল্গুৎসৱ দিলন্ত সিঞ্চৰি ॥
ৰাম ৰামে মন্ত্ৰ পঢ়ি, ডোলন কৰিয়া জড়ি,
ফল্গুগুণ্ডা আঞ্জলী কৰিয়া।
দেন্তে প্ৰতিমাৰ পাৱে, পৰয় শঙ্কৰ গাৱে,
সৰ্ব্বজনে বিস্ময় লভিল ॥৩৯৫॥
জনিয়া সকলে প্ৰাণী, শঙ্কৰ ঈশ্বৰ মানি,
সমৰোহে তাঙ্ক প্ৰণামিলা ॥
এহিমতে দিনেৰাতি, আনন্দ কৰিয়া অতি,
মহাৰঙ্গে উৎসৱ কৰিলা ॥
বাদ্যভণ্ড নানাৰৱ, ভৈল মহা মহোৎসব,
ধন্য বুলি লোকে প্ৰশংসিলা।
কৈলা দেৱ ডেকাগিৰি, মনুষ্যৰূপ ধৰি,
সাক্ষাততে গোলোকৰ লীলা ॥৩৯৬॥
লোকৰ তাৰণহেতু, দেখায়া গৰুড় কেতু,
সকল জগত উদ্ধাৰিলা।
কিনোভাগ্য কিনোভাগ্য, কলিৰ লোকৰ দেখা,
হেন শঙ্কৰক গুৰু পাইলা ॥
হেন জানি সাধুজন, এৰি সব আন কাম,
শঙ্কৰ মাধৱ গুৰু মানি।
হৃদয় কৃষ্ণক ধৰি, মনক নিয়ম কৰি,
মুখেবোলা ৰাম ৰাম বাণী ॥৩৯৭॥

---

* (বৈকুণ্ঠৰ দৌলযাত্ৰা বা ফল্গুৎসব লীলা প্ৰদৰ্শন) ভাগৱতৰ ২য় স্কন্ধত এইযাত্ৰাৰ প্ৰকাশ পাইছে

# বৰ চৰিত

## প্ৰথম খণ্ড

### পঞ্চম অধ্যায়

পদ

আত অনন্তৰে কথা ভৈল যেনমত।
পিতামহ দুয়োকো কৈলা শঙ্কৰ শ্ৰীমন্ত॥
শুনিয়ো জয়ন্তা আৰু মাধৱ আতাই।
অনিত্য সংসাৰ আত কিছু স্থিৰ নাই॥৩৯৮॥
শাস্ত্ৰক ৰচিয়া মই ধৰ্ম্ম প্ৰকাশিবো।
ৰাজ্যৰ চৰ্চ্চাৰ ভাৰ কেনমতে লৈবো॥
জানিয়া সিসব তোমাসাত সমৰ্পিলো।
পৰকাল শ্ৰেষ্টা কাৰ্য্য কৰিবাক লৈলো॥৩৯৯॥
শুনি পিতামহ দুই আলোচ কৈলন্ত।
শঙ্কৰৰ দেখা কেন বিৰক্ত ভৈলন্ত॥
যৌৱন কালত নতু বিবাহ কৰায়।
তথাপি বিষয় চৰ্চ্চা এৰিবাক চাই॥৪০০॥
আন আসি উপস্থিত ভৈল যুবা কাল।
এতেকে কৰাইবো বিহা যৈত কন্যা ভাল॥
হেন শুনি বুঢ়াখাক আদি বৃদ্ধগণ।
সবেও বিচাৰে কৈত পাইবো মিত্ৰ জন॥৪০১।
পাছে শুনিলন্ত হৰিখা বৰ ভূঞা।
তান কন্যা অৰ্থে ফুৰৈ বৰ বিচাৰিয়া॥
খুজিলন্ত পাছে সবে মিলিসিটো কন্যা।
ৰূপে গুণে আনন্দিতা কাৰ্যে মহা ধন্যা॥৪০২॥
শঙ্কৰৰ ভাৰ্য্যাতেহো ভৈল কেনমতে।
হৰিখাৰ কথাকহো শুনা এক চিত্তে॥
সতানন্দ নামে ভূঞা আছিল প্ৰধান।
দেৱীপূজা কৰিছিলা বহুদিন মান॥৪০৩॥
তীৰ্থ কৰিবাক গৈলা মহাশুদ্ধ মনে।
গঙ্গা গয়া কাশী ক্ষেত্ৰ ফুৰিয়া যতনে॥
শেষে গৈল পুৰুষোত্তমৰ ক্ষেত্ৰ বৰে।
বলো কৃষ্ণ সুভদ্ৰাক দেখিয়া সাদৰে॥৪০৪॥
স্তুতি আৰম্ভিলা পাছে চৰণত পৰি।
সুভদ্ৰা দেৱীক পুত্ৰী কামনাক কৰি॥
নমো ভগৱতী নমো কাত্যায়নী দেৱী।
মাগো কন্যা এক তযু চৰণত সেবি॥৪০৫।
এহিমতে স্তুতি কৰি কৰন্ত কাতৰ।
ভৈল প্ৰসন্নতা দেৱী তাক দিবে বৰ॥
সেহি ৰাত্ৰি দেৱী স্বপ্ন দেখাইল পাণ্ডাক।
কৈবা সতানন্দ আগে আমাৰ আজ্ঞাক॥৪০৬॥
শ্ৰীশঙ্কৰ অৱতাৰ যি কালে হৈবন্ত।
হৰিখা নামত পুত্ৰ ইহাৰ হৈবন্ত॥
তাহাৰ দুহিত্ৰী এক লক্ষ্মী সম হৈব।
পৌত্ৰীপায়া সতানন্দে আনন্দ লভিব।৪০৭॥
সূৰ্য্যৰ সদৃশ হৈব প্ৰকাশিত আতি।
সূৰ্য্যাৱতী নাম হৈব সিকাৰণে তৈতি॥
পাছে সিটো কন্যা নিয়া শঙ্কৰক দিব।
শঙ্কৰে আনন্দ মনে বিবাহ কৰিব॥৪০৮॥
সিটো সূৰ্য্যাৱতী চিৰকাল নৰহিব।
পঞ্চিশ বৎসৰে তেহো শৰীৰ এৰিব॥
মনুনামে কন্যাহব দেৱীৰ সন্ততি।
হৰিক বিবাহ দিব সেহি গুণৱতী॥৪০৯॥
অল্পকালে আসাম ৰাজায়ে বিনাসিব।
জামাইৰ বিনাস দেখি বিষাদ কৰিব॥
এহিমতে মহাদেৱী স্বপ্নতে কহিল।
সি সব সকল আজ্ঞা পাণ্ডায়ে বুজিল॥৪১০॥
শুনি সতানন্দ ভূঞা আনন্দ লভিয়া।
সন্তোষে গৃহক আইলা দেৱী প্ৰণামিয়া॥
কতোকাল অন্তৰে হৰিখা পুত্ৰ ভৈলা॥
তাৰ সুতা সূৰ্য্যাৱতী দেৱী উপজিলা॥৪১১॥
কালক্ৰমে দেৱী বিবাহৰ যোগ্য জানি।
বিবাহ কৰিতে দিলা শঙ্কৰক আনি॥
পৰম আনন্দে বিহা কৰিলা সাদৰি।
শঙ্কৰক সেবি দেৱী ৰৈলা পৃতি কৰি॥৪১২॥
আতপৰে শঙ্কৰৰ চৰিত্ৰ গহন।
শ্ৰৱণ মাত্ৰকে দহে পাপৰ কানন॥
সৰ্ব্বসুখে পৰিপূৰ্ণ স্থান মনোহৰ।
* টেম্পাৰলি জানে কৰৈ বিনাস শম্বৰ॥৪১৩॥

* প্ৰথম ভাৰ্য্যা সূৰ্যাৱতীৰ জন্মবৃত্তান্ত আৰু বিবাহ

জানিয়া ব্ৰাহ্মণ ভূঞা আদি লোক যত।
কৰিলা গোচৰ আশি শঙ্কৰ দেৱত ॥
টেম্পৰাণি জানে জল আসি লৌহিত্যৰ।
সকলোৰে শষ্য হানি কৰয় বিস্তৰ ॥৪১৪॥
জানিয়া উপায় আৰ কৰা গুৰুজন।
শুনিয়া শঙ্কৰ দেৱে বুলিলা বচন॥
কৰিবো উপায় আমি যায়ো প্রজাগণ।
পাছে ভূঞা সকলক বুলিলো বচন ॥৪১৫॥
সকলো স্থানৰ লোক নিমন্ত্রিয়া আন।
কোৰ পাচি লৈয়া সমে আসোক ইথান॥
শঙ্কৰৰ আদেশ মানিয়া ভূঞা গণ।
হাঙ্কাৰি আনিলা লোক সবক তেখন ॥৪১৬॥
কোৰ চাঙ্গি লৈয়া সৰ্ব্ব প্রজা এক বন্ধে।
যত্নে আসিলন্ত জান কৰিবাৰ বন্ধে॥
খুটা চৌতি কৰি পুতিলন্ত থাৰে থাৰে।
গোজ পুতি বতাধৰা সবক বসাৰে ॥৪১৭॥
নানাৰূপে খান্দি মাটি পাছি চাঙি ভৰি।
আনয় সমস্তলোকে আনন্দক কৰি॥
যতেক মনুষ্যে মাটি আনে অন্ত নাই।
তথাপিটো সিটোজান বান্ধন নজাই ॥৪১৮॥
বহুযত্ন কৰি ভূঞাগণ ভাগৰিল।
কোনোৰে প্ৰকাৰে জান বন্ধন নভৈল॥
তীব্ৰতৰ শ্ৰোত মাটি পেলালে উতাই।
গোজধৰা সমস্তকে পেলান্ত খসাই ॥৪১৯॥
সেহিমতে যেবে আন বন্ধন নভৈলা।
হতোদ্যম হৈয়া প্ৰাছে সকলো বসিলা॥
আনোযত লোকসবে কোদাল এড়িয়া।
থাৰে থাৰে বসিলন্ত হাৰাশাস্তি হইয়া ॥৪২০॥
শঙ্কৰৰ আগে সবে কহন্ত বাতৰি।
নোৱাৰো বান্ধিবে জান বহু যত্নকৰি॥
আৰে যেন লাগে প্রভু কৰিয়ো উপায়।
শুনি কহিলন্ত শ্ৰীশঙ্কৰ কৃপাময় ॥৪২১॥
শঙ্কৰ বদতি শুনিয়োক ৰাজ্যচয়।
কিবাকাৰ্য্যে লোকে চিন্তা কৰা অতিশয়॥
সাধিবো ইসব কাৰ্য্য শুনা ভূঞাগণ।
দেশত বিচাৰি শান্তি আনা একজন ॥৪২২॥

শুনা ৰত্নকন্দলী ৰত্ন পাঠক ব্ৰাহ্মণ।
চন্দ্ৰ সৰস্বতী মিশ্ৰ কেশৰী প্ৰবীন॥
কবিৰাজ কন্দলী অনন্ত বিজ্ঞবৰ।
আনো যত আশি আচা পণ্ডিত সাৰোত্তৰ ॥৪২৩॥
পলএক ভৰি লৌহিত্যৰ আনি পানী।
জানত ধালিয়া দিলে সান্তি হেনমানী॥
শুনি বিপ্ৰগণ মনে হৈলন্ত বিস্ময়।
ইমত কাৰ্য্যাক কোনে কৰিবে পাৰয় ॥৪২৪॥
হেনয় শান্তিক আমি নতু দেখি শুনি।
বুলিয়া গৃহক গৈয়া পুচিল্ল কাহিনী॥
ব্ৰাহ্মণী সকলে পাছে শুনি ভয় ভৈলা।
মই শান্তি বুলি তাৰা কেৱে নকহিলা ॥৪২৫॥
ভূঞাসৰে দেশান্তৰে দূত পাঞ্চিলেক।
শুনিয়া ব্ৰাহ্মণী সবে পুচিলা প্রত্যেক॥
আমি বিপ্ৰ ভট্টাচাৰ্য্য পণ্ডিত গৃহিণী।
আমি শান্তি নভৈলে হৈবেক কোনজনী। ৪২৬॥
পাছে পলভৰি জল আনিবাৰ কথা।
শুনিয়া বিস্ময় সবে ভৈলন্ত সৰ্ব্বথা॥
নপাইল বিচাৰি শান্তি কন্যা কোনোথাই।
দূত সবে শঙ্কৰক কহিলেক যাই ॥৪২৭।
কোনোস্থানে শান্তি নপাইলোহো দেৱবৰ।
যেহিলাগে কৰা তুমি জগত ঈশ্বৰ॥
সবেবোলে হেন শান্তি আছে কৈতকাৰ।
জানক বান্ধিবে আশা গুচিল আমাৰ ॥৪২৮॥
নমাতিয়া ডেকাগিৰি মৌন হুয়া আছে।
শুনিয়োক যেনকথা ভৈল তাত পাছে॥
নদীয়াল ভাৰ্য্যাস্বামী নৌকাত চৰিয়া।
টেম্পাৰাণি জানে চলি যান্ত ভাটি দিয়া॥ ৪২৯॥
মহাসভা খান তীৰে দেখিয়া দাসিনী।
পতিক সোধয় ইটো কাৰ সভা খানী॥
কিকাৰণে কৰেমেল কহিয়োক পতি।
শুনিয়া কহিলো পাছে সকলো তহিতি॥ ৪৩০॥
জগতৰে গুৰুদেৱ শ্ৰীমন্ত শঙ্কৰ।
শান্তিজান বান্ধিবাক কৰিয়া স্বীকাৰ॥
শান্তিকন্যা একলাগে জান বান্ধিবাৰ।
তাহাৰ কাৰণে কৰে শান্তিক বিচাৰ॥ ৪৩১॥

* টেম্পৰাণী জান বন্ধনৰ আয়োজন

দাসিনী বোলন্ত শান্তি মধ্যে মোক গনি ।
আমি বান্ধিবাক পাৰোঁ জানক এখনি ॥
কোপকৰি নদীয়ালে মাতে তেতিক্ষণ ।
পৰম নিৰ্ব্বোধ তই কৈৱৰ্তী অজ্ঞান ॥ ৪৩২ ॥
শৌচ সদাচাৰ তোৰ কিছু নাহিকয় ।
হেনজনী শান্তিবুলি মোক বখানয় ॥
হেন বাদ বিবাদ কৰিয়া যান্ত শুনি ।
শঙ্কৰৰ দূতে আসি কহিলা তখনি ॥ ৪৩৩ ॥
নাৰত কৈৱৰ্ত্তী একা কহে শান্তি বুলি ।
শুনি আদেশিলা তাইক শীঘ্ৰে আন তুলি ॥
হৰিবৰ দূতে গৈয়া দুহন্তো আনিলা ।
বহুদূৰ হন্তে দুয়ো প্ৰণাম কৰিল ॥ ৪৩৪ ॥
কিছু কিছু কৰি আসি জানু পাৰি ৰৈলা ।
দেখি সভাসদ গণে বিস্ময় মানিলা ।
শঙ্কৰে বোলন্ত শুনা নদীয়ালী আই ।
কেনমতে শান্তি তুমি কহিয়ো বুজাই ॥ ৪৩৫ ॥
কৈৱৰ্ত্তী ৰাধিকা বোলে কিনো কৈবো আন ।
যেহি ইচ্ছা পৰিক্ষাক কৰিয়ো প্ৰমাণ ॥
বোলন্ত শঙ্কৰদেৱ শুনহ ৰাধিকা ॥
ব্ৰত উপবাসে তুমি থাকাহা প্ৰত্যেকা ॥ ৪৩৬ ॥
একপল জল তুমি আনিবাক লাগে ।
তেবে শান্তি বুলি জানিবেক সৰ্ব্ব ভাগে ॥
সেহিমতে সিটো আতি সঞ্জমনে ৰই ।
পৰদিনা সভামধ্যে প্ৰণামিলা গই ॥ ৪৩৭ ॥
পাঞ্চলা বাংশে সাজি আছে পল গোট ।
শান্তিৰ হাতত দিলা হৰিবৰ দূত ॥
গায়ন বায়ন সবে কৰিয়া উৎসৱ ।
শান্তিসঙ্গে চলিগৈলা আনন্দিত ভাৱ ॥ ৪৩৮ ॥
শঙ্কৰক প্ৰণামিয়া শান্তি তাৰক্ষণ ।
জলক আনিবে শীঘ্ৰে কৰিলা গমণ ॥
* ব্ৰহ্মপুত্ৰ নদজল ভৰি পল মুখে ।
উপৰক হাত তুলি কান্ধে লৈলা সুখে ॥ ৪৩৯ ॥
মহাৰঙ্গে সভা প্ৰবেশিলা বৰ নাৰী ।
কান্ধৰ নমায়া পাছে থৈলা সিটো বাৰি ॥
সৰ্ব্বলোকে বোলে কিনো ইটো মহাধন্যা ।
কৈৰ পৰা আইলা কাহাৰ ইটো কন্যা ॥ ৪৪০ ॥
শঙ্কৰৰ প্ৰভাৱত দেৱী আসিলন্ত ।
নাহেলে এমন শুনি দেখি আছা কৈত ॥
অল্পচিদ্ৰ থাকিলে কুম্ভৰ জলযাই ।
পলগোটে আনি আছে পানী সমুদাই ॥ ৪৪১ ॥
শঙ্কৰে দেখন্ত তাত জল পূৰ্ণ নাই ।
চাৰি আঙ্গুলেক কম হৈ আছে তথাই ।
বোলন্ত ৰাধিকা তুমি শুনা সাৱধানে ॥
কোন পাপ আছে তোৰ কহিয়ো এখনে ॥ ৪৪২ ॥
নমস্কাৰে বোলে শান্তি শুনিয়োক বাপ ।
কৰিয়া আছোহো এক অজ্ঞানত পাপ ॥
একদিনা মোৰ গৃহে স্বামী নাহি কয় ।
বহিনী জমাতা আসি মিলিল তথায় ॥ ৪৪৩ ॥
ৰান্ধিলোহো ভাত পাত কাতি দেন্তা নাই ।
কাছিখন আনি পেলাই দিৱন্তে তথাই ॥
দৈববসে আমাৰ কাপোৰ খসি গৈলা ।
জামাতায়ে সঁইচক্ষু আমাক দেখিলা ॥ ৪৪৪ ॥
আমাৰো পৱিত্ৰ দৃষ্টি তাহান মুখত ।
এহি পাপ গুটি মোৰ ভৈল উপগত ॥
শঙ্কৰে বোলন্ত আত বহু দোষ নাই ।
ক্ষমিলোহো তাঙ্ক পুনু জল আন যাই ॥ ৪৪৫ ॥
হেন শুনি দুনাই শঙ্কৰক সেৱা কৰি ।
লড়ি গৈলা লৌহিত্যক হাতে পল ধৰি ॥
* শঙ্কৰ স্মৰিয়া জল ভৰিলা পলত ।
দুয়োহাতে তুলিধৰি লৈলন্ত কান্ধত ॥ ৪৪৬ ॥
পৰম আনন্দ কৰি শীঘ্ৰে গৈলা লৈয়া ।
শঙ্কৰৰ আসে পল কান্ধ হন্তে থৈয়া ॥
প্ৰণাম কৰিলা শঙ্কৰক পৰি পৰি ।
দেখে জল আনি আছে পল পূৰ্ণ কৰি ॥ ৪৪৭ ॥
ভুঞা আদি সৰ্ব্বজন লোক আতিশয় ।
শান্তিৰ কাৰ্য্যক দেখি ভৈলন্ত বিস্ময় ॥
বিপ্ৰ সকলৰ দেখি হৰাইলেক মাত ।
সবেবোলে ইটো কথা দেখিলো সাক্ষাত ॥ ৪৪৮ ॥

---

* ৰাধিকা সতীৰ সত্বীত্বৰ প্ৰভাৱ
* শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰভাৱত ৰাধিকাই পলত পানী আনি জান বন্ধ কৰে, ব্ৰাহ্মণৰ গৰ্ব্বচুৰ্ণ হয় ।

বোলন্ত শঙ্কৰে শুনা ব্ৰাহ্মণ সকল।
বেস্যাৰ হাতেসে ভুঞ্জি আছা অন্নজল॥
অন্ত্য জাতি দেখা কেনে শাস্তি বিপৰিত।
ভক্তি নভৈলেসে তেজ হৰয় কল্পিত॥ ॥ ৪৪৯ ॥
মহা পুণ্যতনু যত ব্ৰাহ্মণ সকল।
ভক্তি বিনে তপ জপ সকলে বিফল॥
শঙ্কৰ বদতি শুনা পৰম সুন্দৰী।
আৰ এক পল আনা মৃতিকাক ভৰি॥ ৪৫০ ॥
শুনিয়া ৰাধিকা জল আৰু মাটি দিলা।
পৰিলা মাত্ৰকে পাছে জল বন্ধ ভৈলা॥
তাত পাছে লোকে মাটি চাঙ্গি ভৰি আনি।
জানক ভৰাইয়া মাটি দিলা খুন্দি টানি॥ ৪৫১ ॥
দেখি সৰ্ব্বলোকে জয়ধ্বনী কৰিলন্ত।
বস্ত্ৰ অলঙ্কাৰ আনি শান্তিক দিলন্ত।
শঙ্কৰে বোলন্ত শুনা ৰাধিকা সুন্দৰী।
তোৰ উৰ্দ্ধবংশ যাওক বৈকুণ্ঠ নগৰী॥ ৪৫২ ॥
তোহোৰ হৈবেক মুক্তি জানিবি নিশ্চয়।
এহি আশীৰ্ব্বাদ দিলা গুৰু কৃপাময়॥
ৰাধিকাৰ পতি পুৰ্ণানন্দ নাম ধৰি।
গুৰুৰ কৃপাত গৈলা বৈকুণ্ঠ নগৰী॥ ৪৫৩ ॥
মাটিদিয়া যেবে জান বান্ধিলন্ত ঘৰ।
তেতিক্ষণে গৃহে গৈল শ্ৰীমন্ত শঙ্কৰ॥
জয়তি শঙ্কৰ গুৰু তুমি আদিদেৱ।
প্ৰভাৱ জানিয়া আমি কৰিলোহো সেৱ॥ ৪৫৪ ॥
এহিমতে যত ভৃঞা ব্ৰাহ্মণ সকল।
শঙ্কৰক স্তুতি বাণী বুলিয়া বিপুল॥
যিবা যৈত শুনে সেহি শঙ্কৰৰ গুণ।
সকলে প্ৰশংসে কৰি গুণ সুমৰণ॥ ৪৫৫ ॥
শুনা সভাসদ যত শঙ্কৰ চৰিত্ৰ।
যাক শুনি হোৱৈ মহা পাপীয়ো পবিত্ৰ॥
হেন জানি গুৰুৰ চৰিত্ৰ-কৰা সাৰ।
তেবেসে তৰিব লোক যমৰ নিকাৰ॥ ৪৫৬ ॥
দয়াময় প্ৰভু মই অতি অগিয়ান।
দাস বুলি মোক প্ৰভু কৰা পৰিত্ৰাণ॥
কহে দীননাথে সবে এৰি আন মন।
হৰি হৰি বোলা হৌক পাতক মোচন॥ ৪৫৭ ॥

## দুলড়ি

শুনা আত পৰ শঙ্কৰ দেৱৰ
যেনমতে জীউ ভৈল।
সূৰ্য্যাৱতী আয় যি ৰূপে থাকিয়া
যিমতে প্ৰাণ চাৰিল॥
শঙ্কৰত হন্তে দেৱীৰ গৰ্ভত
মনু নামে কন্যা ভৈলা।
শঙ্কৰ দেৱৰ দেখি দুহিতাক
সন্তোষ কিছু নভৈলা॥ ৪৫৮ ॥
কিছু দিন থাকি তীৰ্থক যাইবে
গুৰুয়ে মনত কৰি।
সৰ্ব্ব জয় পৰ্ম্মা নন্দ সঙ্গ কৰি
গৈলা গুৰু ঘৰে এৰি॥
মহেন্দ্ৰ কন্দলী দেখি শঙ্কৰক
উঠিলা আতি সত্তৰে।
শঙ্কৰেও তাঙ্ক প্ৰণাম কৰিলা
অতিশয় সমাদৰে॥ ৪৫৯ ॥
প্ৰণতি পূৰ্ব্বক কৃতাঞ্জলি কৰি
গুৰুৱে পাছে পুছিলা।

---

* কৈৱৰ্ত্তীনীয়ে পলত জল ভৰাই অনাত কিছুলোকে বিশ্বাস নকৰে আৰু প্ৰতিবাদো কৰে। কিন্তু শ্ৰীমন্ত শঙ্কৰদেৱ যে যোগ সিদ্ধ পুৰুষ সেই কাৰণে তেখেতৰ অষ্টসিদ্ধি লাভ হৈছিল, তেখেতৰ প্ৰভাৱত অসম্ভৱো সম্ভৱ হয়, শঙ্কৰাচাৰ্য্যই পৰকায় প্ৰবেশ আদি ও অসম্ভৱ কথাকো সম্ভৱ কৰিছিল। যোগসিদ্ধি ব্যক্তিৰ পক্ষে কোনো অসম্ভৱ কথাই নাই। সংগ্ৰাহক ধৰ্ম্মেশ্বৰ।

কিবা কাৰ্য্যে বাপু আমাসাৰ থাইক
এখানে আসিয়া ভৈল ॥
শঙ্কৰে শুনিয়া হৰিষতে পাছে
বোলন্ত শুনিয়া বাণী।
জগন্নাথ ক্ষেত্ৰ যাইবে মনভৈল
বিদায় দিয়ো আপুনি ॥৪৬০॥
শুৰুৱে বোলন্ত তুমিসে ঈশ্বৰ
ক্ষেত্ৰত কেমনে কাম।
জগতৰ লোক সবে নিস্তাৰিব
তোমাসাৰ লৈয়া নাম ॥
শঙ্কৰে বোলন্ত নুবুলিবা গুৰু
সিসব বাক্য আমাক।
দিয়ো অনুমতি যাইবোহো সম্প্ৰতি
তীৰ্থ ক্ষেত্ৰ লক্ষিবাক ॥৪৬১॥
কন্দলী বোলন্ত শুনা দেৱৰ
আমি আজি পুথি চাইলো।
একগুটী বিঘ্নি তযু ঘৰে হৈব
সম্প্ৰতি চাহিয়া পাইলো ॥
শঙ্কৰে বোলয় শুচায়া জঞ্জাল
তেবেসে চলিবো আমি।
এই বুলি পাছে গৃহক চলিলা
শঙ্কৰ জগত স্বামী ॥৪৬২॥

## ছবি

সূৰ্য্যবতী আইৰ কন্যা মনু নামে যিটোধন্যা
বয়স নবম মাস ভৈলা।
সূৰ্য্যবতী মহাসতী ৰোগত কাতৰ অতি
ধৰফৰ কৰিবাক লৈলা ॥
অগণিৰ তাপে যেন পোৰে কাষ্ঠ তৃণবন
সেহিমতে শৰীৰ দহয়।
দেখি মাৱ সূৰ্য্যাৱতী কান্দয় মনুক প্ৰতি
ধাৰাসাৰে লোতক বহয় ॥৪৬৩॥
আমাসাৰ মনু আই এহিসে জন্মক লাই
পৰিচেদা দেখি এৰো তোক।
হে প্ৰাণ বন্ধু স্বামী কৰিয়ো উদ্ধাৰ তুমি
চৰণে নেৰিবা আবেমোক ॥

## পুনু দুলড়ি

ভাৰ্য্যাৰ বচন শুনিয়া শঙ্কৰে
আগবাঢ়ি চলি গৈলা।
দেখি সূৰ্য্যাৱতী উঠিয়া তহিতি
চৰণে পড়িয়া ৰৈলা ॥৪৬৪॥
পাছে মেলে চুলি মলছিয়া ধূলি
তুলিয়া মাথাত পাৱ।
* শুনিয়ো গোসাই দিয়োক বিদায়
ইজন্মক লাগি যাওঁ ॥
জন্মে জন্মে আমি আননবাঞ্ছোহো
তুমি হৈবা নিজ পতি।
কৰোহো কাতৰ তোমাৰ চৰণ
বিনে নাহি আন গতি ॥৪৬৫॥
ইটো প্ৰাণ যাই উদ্ধাৰা গোসাই
শৰণে পশিলো আমি ॥
এহিমতে স্তুতি কৰি শঙ্কৰক
মনে ধৰি তান পাৱ।
ৰাম কৃষ্ণ কৰি প্ৰাণ পৰি হৰি
বৈকুণ্ঠ চলিলা মাৱ ॥৪৬৬॥
দেখি জ্ঞাতি বন্ধু মজি শোক সিন্ধু
অন্তেষ্টি কাৰ্য্য কৰিলা।
কৰি শ্ৰাদ্ধবৰ শ্ৰীমন্ত শঙ্কৰ
আনন্দে তথা ৰহিলা ॥

## পদ

ইসব কথাক আবে থৈলা সাঙ্গ কৰি।
শুণা বটদ্ৰৱা গঙ্গা ভৈলা কেন কৰি ॥
এহিমতে শঙ্কৰ স্বৰূপে দেৱ হৰি।
গৃহত ৰহিয়া আছে ভক্তক সাদৰি ॥৪৬৭॥
হাটী বাটী মণিকুট নাম ঘৰ কৰি।
ভক্তগণ সমে গুৰু ৰহন্ত আবৰি ॥
খাৰিল ভৈলন্ত জল শুখাইয়া গৈলেক।
জল অনাতণে ভক্তে কণ্টক পাইলেক ॥৪৬৮॥
সবে ভক্ত গণ আসি শঙ্কৰত কহে।
শুনা প্ৰভু জল বিণে আচাৰ নৰহে ॥
গোচৰ কৰিলো জুৱাই যেন কৰিয়োক।

* মনুনামে কন্যাৰ জন্ম আৰু সূৰ্য্যবতীৰ দেহত্যাগ

শঙ্কৰে বোলন্ত জল অৱশ্যে হৈবেক ॥৪৬৯॥
হেন বুলি সেহি দিনা বৈকালৰ বেলা।
পৰ্ম্মানন্দ সমে গুৰু আপুনি চলিলা ॥
উত্তৰ প্ৰদেশে আছে বট বৃক্ষ গোট।
লাসে লাসে পাৱ গতি চলিলা সন্নিত ॥৪৭০॥
উপৰক চায়া পদ আঙুলিৰ আগে।
*গংগাজল আবাহন কৰি মাহাভাগে ॥
হাতৰ লাখুটি ধৰি ধমকাৰ, কৰি।
বটৰ উত্তৰ প্ৰান্তে আইল আক্ষ মাৰি ॥৪৭১॥
নামৰ কীৰ্ত্তন কৰি ভক্তগণ সঙ্গে।
শয়ণ কৰিলা গুৰু মহা মনৰঙ্গে।
মধ্যৰাত্ৰি গুৰুজন গৈলা তৈকলাগি।
তাহান ইচ্ছাত গঙ্গা আসিলন্ত ভাগি ॥৪৭২॥
মহা ভয়ানক শব্দ ভৈল আতিশয়।
সবেবোলে কিবা আজি প্ৰলয় মিলয় ॥
তলবল কৰি বট উপৰে পড়িল।
মহাচোটে বট বৃক্ষ প্ৰৱহৈয়া গৈল ॥৪৭৩॥
সৰ্ব্বজয় বলোৰাম লগত আছিলা।
গঙ্গা আগমন বেগ দুহানো দেখিলা ॥
তাৰা সবে বোলে ইটো কিবা বৰ কাজ।
সাটো বৈকুণ্ঠক দেখিলন্ত সবে ৰাজ। ৪৭৪॥
শঙ্কৰে বোলন্ত কথা কাতো নকহিবা।
ভক্তৰ বাঞ্চায়ে সৰ্ব্ব সিদ্ধিক জানিবা ॥
এহি বুলি গুৰু আসি শয়ণ কৰিলা।
শব্দ শুনি বুঢ়াখা আউৰ জন আইলা ॥৪৭৫॥
কিবাভৈল বুলিয়া আনোসব আসি।
সোধন্তে কহিল গুৰু বদন প্ৰকাশি ॥
কোনো ভয় নাহি তোৰা চলিয়োক ঘৰ ॥
প্ৰভাতে দেখিবা যেন কৰিলা ঈশ্বৰ ॥৪৭৬।
নিৰ্ভয় শুনিয়া লোক গৈলা ঘৰা ঘৰি।
ভক্তসবে ৰৈলা সবে হৰিগুণ স্মৰি ॥
ৰজনীৰ শেষভৈল সূৰ্য্যৰ উদয়।
উঠিলা শঙ্কৰগুৰু আনন্দ হৃদয় ॥৪৭৭॥

প্ৰভাতে দেখিয়া গুৰু বুলিলা বচন।
ঈশ্বৰে দিলন্ত জল কৰা দৰিশন ॥
শুনিয়া সকলো ভক্ত বিপ্ৰভূঞা যত।
* আকাশি গঙ্গাক গৈয়া দেখিলা সাক্ষাত ॥৪৭৮॥
নানা পক্ষী কহলাৰ পুষ্পিপত পদ্মবন।
স্ফটিকৰ ধাৰা যেন জলৰ লক্ষণ ॥
মৎস্য কচ্ছপ আৰ নানা পক্ষীগণ।
ঘনে ঘনে বুঢ় দেন্ত নাদে বিতোপন ॥৪৭৯॥
সবেবোলে ইতো কথা মনে শঙ্কা নাই।
শঙ্কৰ ঈশ্বৰ এহে গঙ্গাক নমাই ॥
আনিয়া ভক্তৰ প্ৰতি কৰিবাৰ অৰ্থে।
ভূমিতে প্ৰকাশি দিলা জানা পৰমাৰ্থে ॥৪৮০॥
এহিবুলি শঙ্কৰৰ প্ৰভাৱ জানিয়া।
ঘৰাঘৰি গৈলা সবে আনন্দিত হৈয়া ॥
গংগাৰ চাৰিওপাৰে যত বৃক্ষ আছে।
গঙ্গাক লাগিয়া সবে মাথা দোৱাই কাছে ॥৪৮১॥
কিনাৰৰ নলসব পূৰ্ব্ব হন্তে ৰই।
একগাছি মাত্ৰ তথা কিছু নমৰই ॥
নাহি পুনি দল সেলাই পঙ্ক কিছু মাত্ৰ।
অদ্যাপি নগকে তাত পক্ষী অপবিত্ৰ ॥৪৮২॥
বৰ্ষা সময়ত লৌহিতৰ জল আসি।
সেহি গঙ্গা জলে মিলি ৰহয় প্ৰকাশি ॥
গঙ্গাৰ জলত মিশ্ৰ নহয় তথাপি।
ত্ৰিবেণী সঙ্গমে যেন নীল জল ব্যাপি ॥৪৮৩॥
তিৰৰ যতেক বৃক্ষ বিমুখে পৰয়।
তাৰ সাখা সবে পুনু উন্নতি নময় ॥
কাহাৰো পিবাৰ ইচ্ছা গংগাজল লাই।
মুখবান্ধি ঘটিগোট জলত ভেজাই ॥৪৮৪॥
হস্তমান জলতলে ঘটি বন্ধ খুলি।
গংগাৰ জলক আনে উপৰক তুলি ॥
আনিয়া দেখয় শ্যাম বৰ্ণ জল চয়।
লৌহিত্য জলৰ গংগে মিল নাহি কয়। ৪৮৫॥

---

* ইং ১৫০২ চনত আকাশিগঙ্গা অৱতৰণ

* আকাশী গঙ্গাৰ কথা বৰদোৱাৰ চৰিত পুথিত পোৱা হয়। যি সময়ত শ্ৰীকৃষ্ণে কুণ্ডিলৰ পৰা ৰুক্মিনীক হৰণ কৰি নিয়ে শ্ৰীকৃষ্ণে ৰথৰ ঘোৰাক সেই ঠাইত পানী খুৱাবলৈ ৰথ বাখি ধনুখন বট বৃক্ষত আওজায় থয়, ধনুখন কাতি হয় পৰে, সেই ধনুৰ আকৃতিৰে শঙ্কৰ অৱতাৰত আঁচ মাৰে, সেইদৰেই গঙ্গা হয়, আক শ্ৰীশঙ্কৰ দেৱৰ জন্মত গা স্নান কৰোৱা জল আকাশত আছিল তাকে নমাই আনে সেয়ে গঙ্গাৰ জল। সংগ্ৰাহক– ধৰ্ম্মেশ্বৰ

অন্তাৰতে লৌহিত্যাৰ জল শ্বেত হয়।
গঙ্গাৰ ওপৰে যিটো জাম্ছাদি থাকয় ॥
ব্ৰহ্মপুত্ৰ শুখাইলেসে জল চলি যান্ত।
কদাচিতো গঙ্গা জল বিকৃতি নোহন্ত ॥৪৮৬॥
মৎস্য কচ্ছপ কিছু কেৱে নমাৰয়।
সবেও গঙ্গাৰ জল আনন্দে বহয় ॥
এহিমানে আকাশি গঙ্গাৰ কথাচয়।
বৰ্ণনা কৰিয়া কৈলো নাহিকে সংশয়। ৪৮৭॥
আবে শুনিয়োক মনু কন্যাৰ কাহিনী।
যিমতে বিবাহ কৈলা হৰি মহামানী॥
ৰামচন্দ্ৰ কায়স্থৰ শোভন কুমাৰ।
মহাশুদ্ধ মতি ৰূপ গুণে সুকুমাৰ ॥৪৮৮॥
তাহাঙ্ক বিবাহ দিলা শঙ্কৰৰ জীউ।
দ্বিজগণে বোলে দুয়ো হোৱা চিৰনজিউ॥
নানাদান দক্ষিণাতে দ্বিজ সন্তোষিলা।
ভক্ষ্যভোজ্য পঞ্চামৃতে সবাকো তুষিলা ॥৪৮৯॥
শঙ্কৰে বোলন্ত বাপু শুনিয়ো জোৱাই।
একগুটী জীউ মোৰ পুত্ৰ আৰ নাই ॥
তুমিসে আমাৰ পুত্ৰ থাকা এহি ঘৰে।
যতেক সৰ্ব্বস্ব আছে সকলো তোমাৰে ॥৪৯০॥
হেনশুনি হৰিবৰ তথাতে থাকিলা।
ধৰ্ম্মপ্ৰকাশিয়া দেৱ শঙ্কৰো ৰহিলা॥
ভূঞা ব্ৰাহ্মণ গণ আসি প্ৰতি দিন।
ধৰ্ম্মকথা শুনৈ কৰৈ হৰিৰ কীৰ্ত্তন ॥৪৯১॥
এহিমতে অনন্ত চৰিত্ৰ শঙ্কৰৰ।
সাৰশেষে কহিবে পাৰয় কোন নৰ ॥
পূৰ্ব্বে নানা অৱতাৰে কৰিলন্ত লীলা।
শঙ্কৰ ৰূপক ধৰি তাঙ্ক বিস্তাৰিলা ॥৪৯২॥
শ্ৰৱণ কীৰ্ত্তন কৰি ভকত সকল।
গৃহে বসি ভৱবন্ধু কৰয় নিৰ্মূল॥
জানি সভাসদ সব কৰিয়া উৎসৱ।
পাপদূৰ হৌক বোলা শঙ্কৰ মাধৱ ॥৪৯৩॥

# বৰ চৰিত

## প্ৰথম খণ্ড

### দশম অধ্যায়

### দুলড়ি

**মহাপুৰুষ মাধৱদেৱৰ পূৰ্ব্বপুৰুষৰ বৃত্তান্তঃ**

শুনাত অনন্তৰে শুনাসবে নৰে
মাধৱ দেৱৰ কথা।
তাহান পিতৃৰ আগমন কথা
কহিবো শুনিয়া যথা॥
ৰাঙুকা নামত স্থান সুশোভন
ধৱলা নদীৰ তীৰ।
সি স্থানত ৰহি মজিন্দাৰ কৰ্ম্ম
ৰাজাৰ আছিলা কৰি ॥৪৯৪॥
বিশেষত তেহো ভূঞা একজন
নামছিল মহোদৰ।
দীঘল পুৰিয়া আৰৰ গোবিন্দ
বৰকণা নামধৰ॥
পৰম পণ্ডিত ৰূপে অনিন্দিত
গুণে নাহি যাক সৰি।
তাহান উপৰি সকলৰ নাম
কহো আবে সাৰ কৰি ॥৪৯৫॥
কৃষ্ণ, বিষ্ণু, ভূঞা গোপাল, কৃপাল,
জনাৰ্দ্দন, ভূঞা ভৈল।
জনাৰ্দ্দন সুত মহা জ্ঞানৱন্ত
গোবিন্দ নাম ধৰিল॥
আসাম দেশক দেখিবাক লাগি
কৈলা মন দৃঢ়তৰ,
বন্ধুবৰ্গ সমে কৰি আলোচন
চলিবাক কৈলা সাৰ ॥৪৯৬॥
দামোদৰ নামে তাহাৰ তনয়
ৰাজাঘৰে নিয়োজিলা।
মৰিল পতনী দেখিয়া তখনি
আসাম দেশে আসিলা॥
পথক্ৰমে আসি বটদ্ৰৱা পাইল
মনত কৰি প্ৰবন্ধ।
ভূঞা গণ সঙ্গে ৰহিলা তেখনে
স্থান টেম্পৰাণী বন্ধ ॥৪৯৭॥
শঙ্কৰে দেখিয়া আনন্দিত মন
ঘৰবাৰী কৰি দিল।
খুৰাত ভগিনী মনুনামে সতী
আনন্দে বিহা কৰিল॥
ভূঞা বিপ্ৰগণ আনন্দিত মন
তাহাঙ্ক কৰি সাদৰ।
পৰম আনন্দে নানা সুখ ভোগে
ৰহিলন্ত বিভ ৰৱ। ৪৯৮॥

॥ পদ ॥

শুনা সৰ্ব্বজন আৰ কথা বিতোপন।
শঙ্কৰ দেৱৰ মহালীলা সুশোভন॥
হৰি জমাইক গৃহে ৰাখি দেৱবৰ।
তীৰ্থক যাইবাক মন কৰিলন্ত সাৰ॥৪৯৯॥
দাস দাসী গুৰু মিত্ৰ ভক্ত বন্ধুজন।
সবাতো কহিলা দেব শঙ্কৰ তেখন॥
তীৰ্থ ক্ষেত্ৰ কৰিবাক যাইবো ভক্ত সমে।
সত্ৰ সভা গৃহভূমি মনু কন্যা সমে॥৫০০॥
সবাকো পালিবা সবে সুখেৰে ৰহিবা।
বুঢ়ী আইক প্ৰতিপালি সেবিয়া থাকিবা॥
মহেন্দ্ৰ কন্দলী ব্ৰাহ্মণক মাতি আনি।
বিদায় মাগিল তীৰ্থে যাইবোহো এখনি॥৫০১॥
কন্দলী বোলন্ত তুমি মোকো লগে নিয়া।
তোমাৰ কৃপায়ে ভাগ্য লভো তীৰ্থে গৈয়া॥
শুনিয়া যাইবাক আদেশিলা দেৱবৰ।
ৰাম ৰাম নৰোত্তম কন্দলী প্ৰবৰ॥৫০২।
আৰো যাত্ৰী গণ যাইবে কৰিলা আদেশ।
সৰ্ব্বজয় বলোৰাম আৰ হৃষিকেশ॥
পৰমানন্দ দামোদৰ শ্ৰীৰাম চলিলা।
যাৰ যিবা ৰূপা সোণা সঙ্গ কৰিলৈলা॥৫০৩॥
মহেন্দ্ৰ কন্দলী গুৰু সোণা ৰূপা ধৰি।
যাইবাক আসিলা তেতিক্ষণে দৃঢ় কৰি॥
শুভক্ষণে যাত্ৰাকৰি শঙ্কৰ চলিলা।
দেখি বন্ধুগণ শোক চিন্তায়ে ৰহিলা॥৫০৪॥
বুঢ়ী আইক নমিপাৱে কৰিলা বিদায়।
বনগঞা ভাতৃ এয়ো নমিলন্ত যাই॥
আক্কোৱালি শ্ৰীশঙ্কৰে শান্তনা কৰিলা।
বুঢ়ী আইৰ হাতেনিয়া তাঙ্ক সমৰ্পিলা॥৫০৫॥
নৌকাত চলিলা দেব শঙ্কৰ ঈশ্বৰ।
পৰদিনা গৈয়ানৌকা কৰিলন্ত দূৰ॥
প্ৰথমে প্ৰবেশি গৃহ ৰহিলন্ত সাজি।
ভক্ত বিপ্ৰ গণ সমে থাকিলা বিৰাজি॥৫০৬॥
ভোজনৰ সম্ভাৰক আনিবকে লাগি।
গৈলা ভক্তসমে পৰমানন্দ মহাভাগি॥
দোকানীৰ ওচৰক পাইলা যেতিক্ষণ।
সুন্দৰ পুৰুষ দেখি পুছিলা তেখন॥৫০৭॥
কেৱহন্তে আইলা আৰে কিবা দ্ৰব্য চাৱো।
কোন পুৰুষৰ লোক আমাক কহিয়ো॥
শুনি পৰ্ম্মানন্দে বোলে শঙ্কৰৰ ভক্ত।
শিষ্যে দ্ৰব্য দিওঁমোক নকৰিও বক্ত॥৫০৮॥
এহি বুলি বুঢ়ীহাতে দিলা গোট টকা।
হাতে লৈয়া বুঢ়ীমনে কৰি মহা শঙ্কা॥
শুনাবাপু যেন স্বপ্ন দেখিলো ৰজনী।
সেহিমোৰ দেৱ কিবা মিলিল এখনি॥৫০৯॥
ভক্তেবোলে কি দেখিলা কহিয়া আমাত।
সাদৰে বুলিলা বুঢ়ী কৰি মোৰ হাত॥
সূৰ্য্যসম জলে দেহা গহীন গম্ভীৰ।
পীতবস্ত্ৰ বনমালা দেখিতে ৰুচিৰ॥৫১০॥
আজানু লম্বিত দুই বাহু সুবলিত।
ইষত হাসিয়া কথা কহিলা তহিত॥
মইসে ঈশ্বৰ ব্ৰহ্মা হৰে সেৱে যাক।
শঙ্কৰ স্বৰূপে কালি দেখিবি আমাক॥৫১১॥
বটদ্ৰৱা গ্ৰামে মই জনম লভিলো।
কুসুম্বৰ পুত্ৰ বুলি নাম প্ৰকাশিলো॥
ভক্ত সমন্বিতে কালি গোধূলি আসিবো।
তোৰ দ্ৰব্য পাই মহা সন্তোষ লভিবো।৫১২॥
হেন বুলি দেখোতে দেখোতে অন্তৰ্ধান।
ভৈগৈল কাহিয়ো বাপু আইসে কোনজন॥
পৰ্ম্মানন্দে বোলে সেই শঙ্কৰ আসিল!
যাহাক স্বপ্নত তুমি দেখিবাক পাইল॥৫১৩॥
শুনি উল্লসিত বুঢ়ী আনন্দতে নাচে।
নানাদ্ৰব্য লৈয়া গৈলা শঙ্কৰৰ কাছে॥
শীঘ্ৰগতি গৈয়া বুঢ়ী চৰণে পড়িয়া।
*জগত ঈশ্বৰ বুলি শৰণে পশিয়া॥৫১৪॥
দেখি সৰ্ব্ব প্ৰজাতাঙ্ক বেঢ়িয়া সোধয়।
কিকাৰণে আঙ্ক তই শৰণ পশয়॥
বুঢ়ীবোলে ৰাত্ৰি মই দেখিলো সপোন।
দিব্য পুৰুষেক আসি দিলা দৰিশণ॥৫১৫॥
কৰ যোৰে শুধিলোহো তুমি কোন নৰ।
তেহোবোলে জান মই শ্ৰীমন্ত শঙ্কৰ॥
বটদ্ৰৱা স্থানে থাকো ক্ষেত্ৰ লাগি যাওঁ।
জগন্নাথ সমে কথা হৈবে যেন পাওঁ॥৫১৬॥

---

*ইং ১৪৮১ চনত শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাৰত ভ্ৰমণ
* শ্ৰীশঙ্কৰ দেৱৰ ২য় বাৰ তীৰ্থ [illegible]াত দোকানী বুঢ়ীৰ শৰণ

কালি গোধূলিকা বেলা দৰশন পাইবি।
তত্ৰ সমে অজি তই মোৰ থানে যাইবি॥
হেন কহি অন্তৰ্ধান ভৈলা দেৱবৰ।
সাক্ষাতে দেখিলো আবে হেনয় ঈশ্বৰ॥৫১৭॥
শুনি সৰ্ব্বলোক হুয়া পৰম বিস্ময়।
শংকৰৰ পদে পৰি বুলিলা বিনয়॥
এহিমতে থানে থানে শঙ্কৰৰ হন্তে।
যাত্ৰীসব যান্তে কিছু দুঃখ নপাৱন্তে॥৫১৮॥
শঙ্কৰত মন প্ৰাণ সকল স্থাপিলা।
শঙ্কৰ ঈশ্বৰ বুলি সকলে জানিলা॥
সেহিমতে গৈয়াদেৱ শঙ্কৰ ঈশ্বৰ।
পাইলন্ত আনন্দে গৈয়া গঙ্গাৰ ওচৰ॥৫১৯॥
দণ্ড দুই বিদুৰত শঙ্কৰ ৰহিলা।
সেৱক সকলে তৈতে গৃহ কৰি দিলা॥
পৰদিনা তীৰ্থশ্ৰাদ্ধ কৰিবাক লাগি।
উপবাসে ৰহিলা শঙ্কৰ মহাভাগি॥৫২০॥
সেহিমতে সকলো ৰহিলা উপবাসে।
শুতিয়া ৰহিলা সুখে পথৰ প্ৰয়াসে॥
মধ্যৰাত্ৰি কন্দলীয়ে দেখিলা সপোন।
দিব্যবেসে আসিলেক কন্যা নৱজন॥৫২১॥
তাসম্বাৰ মধ্যে আসিছিলা যিটো জনা।
ৰত্ন অলঙ্কাৰে শোভে অতি মহা ধন্যা॥
শিৰত সিন্দুৰ পাৱে ৰত্নৰ নূপুৰ।
দিব্য বস্ত্ৰ পৰিধান শোভয় প্ৰচুৰ॥৫২২॥
সুবৰ্ণ ৰত্নৰ মালা ধৰি আসি হাতে।
শঙ্কৰক দিয়া প্ৰণামিলা জানু পাতে॥
তোমাৰ পদৰ হন্তে পূৰ্ব্ব জাত ভৈলো।
জগতক পবিত্ৰ কৰিতে আসি ৰৈলো॥৫২৩॥
পাটকীত হন্তে পাপ আছে গোট খাই।
তোমাৰ চৰণ পাই সবে দূৰ যাই।
সিকাৰণে তয়ুপাদ পদ্মাস্পৰ্শ কৰি।
সকলে পাতেক নাস ভৈল আজি ধৰি॥৫২৪॥
এহি বুলি শঙ্কৰক সকলে নমিয়া।
আসিবাৰ পথে পুনু গৈলা আজ্ঞা লৈয়া॥
নিদ্ৰাহন্তে জাগিয়া উঠন্তে দ্বিজবৰ।
ৰাম ৰাম উচ্চৰিয়া উথিলা সত্বৰ॥৫২৫॥
শৰীৰৰ লোমচয় পৰিল সিহৰি।
দুইধাৰা লোতক বহিল সৰসৰি॥
মাৱ মাৱ বুলিয়া কন্দলী দিল ৰিণ।
বসিলা শঙ্কৰ উঠি যেন মত্ত সিংহ॥৫২৬॥
সমস্ত যাত্ৰীয়ে তৈতে উঠিলন্ত জাগি।
কন্দলী বিস্ময়ে চান্ত চতুৰ্ভিতি লাগি॥
কি ভৈল বুলিয়া পাছে পোছে ৰাম ৰাম।
কহিয়োক গুৰু আবে ভৈল কোন কাম॥৫২৭॥
কন্দলী বোলয় মই দেখিলো সপোন।
শঙ্কৰৰ পাশে আইল কন্যা নৱজন॥
স্বৰ্ণপদ্ম মালা দিয়া শঙ্কৰক সেৱি।
নজানো কোথাক গৈলা সেহি নৱদেৱী॥৫২৮॥
যি জনে সুবৰ্ণ মালা দিয়া সেৱিলেক।
কিনো অপৰূপ আমি দেখিলো প্ৰত্যেক॥
* অনুমান কৰো গঙ্গা দেৱী আসিছিল।
শংকৰক প্ৰণামিয়া স্বস্থানে চলিল॥৫২৯॥
কিনোমোৰ ভাগ্য আসি ভৈল উপগত।
স্বপ্নত দেখিলো গঙ্গা দেৱীক সাম্প্ৰত॥
শুনিয়া সকল যাত্ৰী সুবিস্মিত ভৈল।
শঙ্কৰ সহিতে গঙ্গা সমিপত গৈলা॥৫৩০॥
বিধিমতে শ্ৰীশঙ্কৰে স্নান কৰিলন্ত।
গঙ্গাদেৱী শঙ্কৰৰ সাক্ষাত ভৈলন্ত॥
বহুবিধ স্তুতি কৰি অন্তৰ্ধান ভৈল।
ৰাম ৰাম গুৰুমাত্ৰ তাহাক দেখিলা॥৫৩১॥
স্নান দান কৰি গুৰু যাত্ৰীগণ সঙ্গে।
অন্যত্ৰ তীৰ্থক লাগি চলিলন্ত ৰঙ্গে॥
* পাছে জগন্নাথ দেখিবাক অভিলাসে।
শঙ্কৰ চলিলা উৰিষ্যাক লাসে বেসে॥৫৩২।
পাইলা গৈয়া ওঠাৰ নলাৰ সমিপক।
তথাতে ৰহিয়া গাছে দেখিলা প্ৰত্যেক॥
অসংখ্যাত যাত্ৰী আত্মাঘাত কৰি তথা।
জয় জয় জগন্নাথ বোলয় সৰ্ব্বথা॥৫৩৩॥
দেখি আনন্দতে ৰহিলন্ত সিটো ৰাতি।
শঙ্কৰ সহিতে নিদ্ৰা গৈলা সবে যাত্ৰী॥
জগন্নাথ দেৱৰ আদেশে পাণ্ডা গণ।
আগবাঢ়ি শঙ্কৰক দিলা দৰিশন॥৫৩৪॥

---

* শ্ৰীশঙ্কৰ দেৱৰ গঙ্গা দৰ্শন

বহু সমাদৰে মহা প্ৰসাদক দিলা।
মান্যকৰি শ্ৰীশঙ্কৰে ভুঞ্জিবাক লৈলা॥
যিবা অৱশেষ তাক ধাকিয়া ৰাখিলা।
স্বৰ্ণময় তিনিগোটা বিৰালী ভুঞ্জিলা ॥৫৩৫॥
নিদ্ৰাহন্তে দেখি সৰ্ব্বজয় ভক্ত বৰ।
নিবাৰিবে চান্তে হাক দিলন্ত শঙ্কৰ॥
ইটো বিড়ালীক বাধিবাৰ যোগ্য নয়।
ইকথা বোলন্তে অন্তৰ্ধান ভৈলাত্ৰয় ॥৫৩৬॥
দেখিয়া কন্দলী বোলে নোহন্ত বিড়ালী।
শঙ্কৰক মান্যকৰি আইল বনমালী॥
নভৈল ইমত ৰূপ বিড়ালী কোথাত।
কোনজনে দেখি আছে মনুষ্য লোকত ॥৫৩৭॥
হেন কথা কথনে সূৰ্য্য ভৈলন্ত উদয়।
স্নান কৰি দৰ্শনে চলিলা সবেতয় ॥
সেহি ৰাত্ৰি বৰপাণ্ডা স্বপ্নাদেশ পাই।
আগবঢ়াই নিতে শীঘ্ৰে আসিলন্ত যায় ॥৫৩৮॥
আদৰ কৰিয়া তাঙ্ক মন্দিৰক নিলা।
* দাৰুব্ৰহ্ম দেখিয়া শঙ্কৰে প্ৰণামিলা॥
নয়ন ভৰিয়া দুই দুইকো চাহি আছে।
আত অনন্তৰে যেন কথা ভৈল পাছে ॥৫৩৯॥
জগন্নাথ পৰিধানি পঞ্চ বৰ্ণ মালা।
শঙ্কৰ দেৱৰ মাথা উপৰে চৰিলা॥
নিজহাতে জগন্নাথে আসি পিন্ধাইলেক।
আনে নেদেখিল বৰপাণ্ডা দেখিলেক॥
এহিমতে নানালীলা কৰিদেৱ বৰ।
পঞ্চতীৰ্থ ভ্ৰমি কাৰ্য্য কৰিলা শঙ্কৰ॥
ত্ৰিতয় দিবস থাকি যাইবে মন ভৈল।
কন্দলী প্ৰভৃতি সৰ্ব্ব যাত্ৰীক বুলিল ॥৫৪০॥
তোমাৰা সকল আবে গৃহে চলিয়োক।
সৰ্ব্বজয় পৰমানন্দ মোৰ লগে ৰৌক ॥
আৰু বলোৰাম এহিতিনি মোৰ সঙ্গে।
যাইবাক লাগয় আন গৃহে জাউক ৰঙ্গে ॥৫৪১॥
কন্দলীক প্ৰণামিয়া বুলিলা বিস্তৰ।
ৰাম ৰাম সমে তুমি চলিয়োক ঘৰ।
শুনিয়া কন্দলী ৰাম ৰাম আদি জন।
তোমাক এৰিয়া আমি নাজাইবো এখন ॥৫৪২॥

কোনমতে তযুসঙ্গ এড়িবোহো আমি।
তুমিসে আমাৰ গুৰু তুমি নিজ স্বামী॥
বোলন্ত শঙ্কৰে ধন লাগে বহুতৰ।
তোমাসাৰ হাতে টকা নাহিকে বিস্তাৰ ॥৫৪৩॥
আৰৱ পশ্চিম দেশ মহা ভয়ঙ্কৰ।
মোৰ বাক্যে তুমিসবে যোৱা নিজ ঘৰ ॥
হেন শুনি কন্দলী প্ৰভৃতি যাত্ৰী যত।
গৃহক চলিবে লাগি ভৈলা প্ৰয়োগত ॥৫৪৪॥
ৰাম ৰাম গুৰু শঙ্কৰক নাচাৰিলা।
গুৰুক প্ৰৰ্থনা কৰি লগত চলিলা॥
তেসম্বে সহিতে পাছে শ্ৰীমন্ত শঙ্কৰ।
বৃন্দাবন প্ৰদেশক ভৈলা পয়োসাৰ ॥৫৪৫॥
গয়া কাশী প্ৰয়াগ পুষ্কৰ আদিকৰি।
শঙ্কৰে চলিলা তীৰ্থ কাৰ্যক আচৰি॥
অনন্তৰে ৰূপ সনাতন যৈত আছে।
তাহান গৃহৰ সমিপক পাইলা পাছে ॥৫৪৬॥
শুনি দুয়োজন উত্ৰাৱল মন কৰি।
সত্তৰে আসিয়া প্ৰণামিলা পাৱেপৰি ॥
মোৰ দেৱ গুৰু প্ৰভু বুলি দুয়োজন।
পুনু পুনু প্ৰণামিলা নাহি শ্ৰুতি জ্ঞান ॥৫৪৭॥
দেখিয়া শঙ্কৰদেৱ আলিঙ্গি ধৰিলা।
তোৰাদুই আমাসাক দেখিতে আসিলা॥
হাতত মঞ্জিৰা দেহো কি ধৰ্ম্ম আচৰা।
শুনিৰূপে বোলে তুমি জগতৰে বৰা ॥৫৪৮॥
তোমাৰ আদেশে আমি ভ্ৰমি নানা স্থান।
নাম ধৰ্ম্ম প্ৰকাশিয়া ফুৰু যত মান ॥
হেন জগতৰে গুৰু ঈশ্বৰ মুৰাৰি।
তোমাৰ মহিমা কিবা কহিবাক পাৰি ॥৫৪৯॥
জানি কৃপাময় কৃপাকৰিয়ো এখন।
তোমাৰ চৰণ যেন নচাৰয় মন ॥
নিজজন বুলি প্ৰভু কৰিয়ো উদ্ধাৰ।
ৰাম হৰি কৃষ্ণ নাম হৌক মুখে সাৰ ॥৫৫০॥

---

* শ্ৰীশঙ্কৰ দেৱৰ জগন্নাথ যাত্ৰা
*শ্ৰীশঙ্কৰদেৱৰ জগন্নাথ দৰ্শণ, অন্য যাত্ৰীক নিজ স্থানে পঠিয়াই শ্ৰীশঙ্কৰ দেৱৰ পশ্চিম ক্ষেত্ৰ যাত্ৰা কৰে

# বৰ চৰিত

## প্ৰথম খণ্ড

### দশম অধ্যায়

দুলড়ি

শুনিয়া শঙ্কৰে পুছিলা সাদৰে
তোমাৰ কোন আছয়।
ৰূপে বোলে চাই তোমাৰ চৰণ
বিনে আন কোনো নায়॥
শুনিয়া শংকৰে আনন্দৰ ভৰে
বুলিলন্ত কৃপাবানী।
তোৰা দুইজন মোৰ প্ৰিয় সঙ্গ
জানিয়া আছো আপুনি ॥৫৫১॥
এহিবুলি সেহি ৰাতি ৰহি তথা
প্ৰভাতে পয়ান কৈলা।
ৰূপ সনাতন মহাৰঙ্গমনে
গুৰুৰ লগে লৰিলা॥
ৰূপ ভাৰ্য্যা আই সকাতৰা হুই
কৰন্ত বহু কাতৰ।
মোকো লগে নিয়া নযাইবা এড়িয়া
তুমি নিজ স্বামী মোৰ ॥৫৫২॥
শুনি চোৰা মনে পূৰ্ব্বে যিকাৰণে
আমাক দুঃখক দিলা
অগ্নিত পেলাই পৰিক্ষা কৰিলা
দেৱগণো তুতি কৈলা॥
দেৱতা পিতৃৰ বচন সাদৰি
দাসী বুলি লৈলা তুমি।
পুনু মোক আজি তেজিবাক চাহা
চৰণ নেৰিবো আমি ॥৫৫৩॥
জানি দাসী বুলি সঙ্গত নিয়োক
তোমাৰ আমি কিঙ্কৰী।
কাতৃস্বাদ শুনি কৃপা উপজিলা
বুলিলা শঙ্কৰ হৰি॥
শুনিয়োকৰূপ পতিব্ৰতানাৰী
তীৰ্থত সঙ্গত লাগে
সঙ্গত লৈয়োক নছাৰিবা আজ
লড়িয়ো আমাৰ লগে ॥৫৫৪॥
শুনা সভাসদ হয়ানিশবদ
গুৰুৰ চৰিত্ৰ কথা।
বিষয় বাসনা দূৰ কৰি সবে
কৃষ্ণক ভজা সৰ্ব্বথা॥
আৰে গুৰুদেৱ পাৱে কৰোসেৱ
দিয়ো ভকতৰ সঙ্গ।
দান্তে তৃণ ধৰো কাতৰক কৰোঁ
আসা নকৰিবা ভঙ্গ ॥৫৫৫॥
মই দুৰাচাৰ জানিয়া সম্প্ৰতি
তাপকৰা উপ সাম।
তোমাৰ চৰণে সদাৰতি হৌক
মুখে বৌক ৰাম নাম॥
সন্ত পদ ধূলি শীৰে লৈবো তুলি
পূৰিয়ো মনৰ কাম।
মোক কৃপা কৰা হৃদিৰূপ ধৰি
সদা বোলো ৰাম ৰাম ॥৫৫৬॥

॥ পদ ॥

ৰূপ সনাতন সমে চলিয়া গৈলন্ত।
নানা তীৰ্থ কৰি সীতা কুণ্ডক পাইলন্ত॥
গঙ্গাৰ সমান সিটো মুকুতিৰ স্থান।
শঙ্কৰ স্বৰূপে হৰি ভৈলা উতপন ॥৫৫৭॥
ৰাম ৰাম গুৰু তিনি ভক্ত সমন্বিতা।
*ৰূপ সনাতন পত্নী শান্তি সুভান্বিতা॥
সিসবো থাকিলা শঙ্কৰক সেৱা কৰি।
বসিলা বৃক্ষৰ তলে ৰাম ৰাম স্মৰি ॥৫৫৮॥
তাৰ পূৰ্ব্ব পশ্চিম উত্তৰ দখিনত।
চাৰিখান আছে আট পৰম শুভিত॥
পূৰ্ব্বত স্নানিলো কাকপক্ষীৰাজা হোৱে।
দখিনত সুনিলে সব আত্মাক বুজাৱে ॥৫৫৯॥
পশ্চিমৰ জল কৃষ্ণ বৰ্ণ সমুদায়।
উত্তৰ ঘাটৰ জল দুগ্ধৰ পৰাই॥

---

* শ্ৰীশঙ্কৰদেৱৰ ৰূপসনাতনৰ সঙ্গলাভ, সীতাকুণ্ডত স্নান।

উত্তৰ প্ৰদেশে আছে শিল ভয়ঙ্কৰ।
স্নান কৰিবাক তাত শকতি কাহাৰ ॥৫৬০।
সিকাৰণে যাত্ৰী সেহি কুণ্ডক নযাৱে।
পাণ্ডাগণে ধন সোন অৰ্থক নপাৱে ॥
দেখিয়া শঙ্কৰে সৰ্ব্বজন কৃপা কৰি।
চাৰিও ঘাটত স্নানি মন্ত্ৰক উচ্চাৰি ॥৫৬১॥
পিণ্ড জলাঞ্জলী দিলা হুয়া সন্নিহিত।
চাৰিয়ো ঘাটৰ গুচাইলেক বিঘ্নেযত ॥
কালীক দমিয়া জল সুনিৰ্ম্মল কৈলা।
শঙ্কৰৰ প্ৰভাৱে কুণ্ড সেহিমত ভৈলা ॥৫৬২॥
সেহিদিনা হন্তে যাত্ৰীগণ যত যাই।
স্নান পান কৰে চাৰি ঘাটত সদাই ॥
শঙ্কৰে কৰিয়ে স্নান তৰ্পণ তথাত।
মহাৰঙ্গে বসিলন্ত হুয়া শান্ত চিত্ত ॥৫৬৩॥
তীৰ্থ পাণ্ডাগণ পুৰুহিত আসি তথা।
ধন্য ধন্য শঙ্কৰ বুলিয়া কহে কথা ॥
তীৰ্থৰ বিঘিনি চয় গুচাইবাক প্ৰতি।
চন্দ্ৰ ৰূপ ধৰি হৰি আসিছা সম্প্ৰতি ॥৫৬৪॥
হেনমতে বিপ্ৰসবে আসংসা কৰিলা।
শঙ্কৰেও দক্ষিণা দানতে সন্তোষিলা ॥
বৃক্ষেক আচয় তৈতে সুমধুৰ ফল।
তাহাৰ চায়াত বসিলন্ত কৌতুহল ॥৫৬৫॥
পুণ্যৱন্ত জনে তাৰ ফলক পাৱয়।
শঙ্কৰৰ অৰ্থে ফল সৰিয়া পৰয় ॥
যাক ভুঞ্জিলাত হোৱৈ ৰোগ শোক হীন।
ভুঞ্জিয়া ভৈলন্ত গুৰু ক্ষুধা তৃষ্ণা ক্ষিণ ॥৫৬৬॥
সেহিদিনা তথা সুখে ৰহিলা শঙ্কৰ।
ৰাত্ৰি যোগে স্বপ্নদেখে তাৰ পাণ্ডাবৰ ॥
শঙ্কৰদেৱক দেখে শ্ৰীৰাম লক্ষ্মণ।
লগত সেবিয়া আছে জানেকী লক্ষ্মণ ॥৫৬৭॥
দেখি চাৰিজনে নমস্কাৰ কৰি তথা।
কৈৰূপৰা শ্ৰীৰাম আসিয়া আছা এথা ॥
এহিবুলি স্তুতি নতি কৰিলা বিস্তৰ।
হেন শুনি হাসি ৰামে দিলন্ত উত্তৰ ॥৫৬৮॥
শুনিয়োক পাণ্ডাসব কাৰ্য্যক আমাৰ।
কামৰূপ মধ্যে জানা মোৰ অৱতাৰ ॥
শঙ্কৰ নামত কায়স্থ কুলে হৈইজাত।
তীৰ্থ কৰিবাক আইলো দেখিয়ো সাক্ষাত। ৫৬৯॥
এহি বুলি সিটো ৰূপ কৰি সম্বৰণ।
শঙ্কৰ স্বৰূপে বসি আছে বিদ্যমান ॥
ৰূপৰ নিকতে বসি আছে তান সতী।
সিটো প্ৰবেশিল তান শৰীৰে তহিতি ॥৫৭০॥
হেন দেখি পাণ্ডাস্তুতি কৰিয়া থাকন্তে।
জাগিয়া বসিল বিপ্ৰ সপোনৰ হন্তে ॥
ৰাম ৰাম বুলি দ্বিজে সবিনয়ে পৰি।
শঙ্কৰক প্ৰণামিলা পৰম সাদৰি ॥৫৭১॥
শঙ্কৰে ধৰিয়া তুলি বুলিলা বচন।
নুহিকে যুগুত গুৰু আমাক বন্দন ॥
শূদ্ৰৰ ব্ৰাহ্মণ গুৰু শাস্ত্ৰত কহয়।
আমি শূদ্ৰ আমাৰ বন্দনী তোৰা হয় ॥৫৭২॥
শুনিয়া বুলিলা পাণ্ডা সলোকত ভাৱে।
সপোণে দেখিলো শূদ্ৰ নুহিকা স্বভাৱে ॥
পৰম ঈশ্বৰ 'তুমি বৈকুণ্ঠৰ পতি।
এহিবুলি স্বপ্নবাৰ্ত্তা কহিলা তহিতি ॥৫৭৩॥
আমাৰ অনেক জন্ম ভাগ্যৰ কাৰণ।
স্বপ্নতো দেখিলো তুমি দেৱ নাৰায়ণ ॥
হেন শুনি ৰূপ সনাতনে বোলে বাক।
জগত ঈশ্বৰ প্ৰভু জানোহো তোমাক ॥৫৭৪॥
তোমাকেসে লাগি আছিলোহো বাট চাই।
মায়াতনু চাৰি আবে যাইবোহো গোসাই ॥
হেনমতে ৰূপ সনাতন ৰহি আছে।
পাণ্ডা সকলক শান্ত কৰাইলন্ত পাছে ॥৫৭৫॥
ৰূপৰ ভাৰ্য্যাক বোলে শঙ্কৰ গোসাই।
তুমি পৃথিবীত ৰহিবাৰ কাৰ্য্য নাই ॥
চলিয়োক সনাতন ৰূপ আবে ঘৰ।
ভক্তি ধৰ্ম্ম আচৰিয়া ভৱে হোৱা পাৰ ॥৫৭৬॥
বিদায় লভিয়া ৰূপ সনাতন দুই।
বিচ্ছেদৰ প্ৰেমে বহু ক্ৰন্দন কৰই ॥
ক্ষণেক স্তুতিয়া পাছে মনস্থিৰ কৰি।
চলিলা গৃহক জয় শঙ্কৰ উচ্চৰি ॥৫৭৭॥
পৰদিনা শঙ্কৰে প্ৰভাতে লৰি গৈলা।
উত্তৰ বাহিনী গঙ্গা দৰিশন ভৈলা ॥

*শ্ৰীশঙ্কৰদেৱৰ ৰূপসনাতনৰ সঙ্গলাভ যীতাকুণ্ডত স্নান

স্নান দান কৰি গঙ্গা দেৱীক তুসিলা ।
তাত পাছে বৰাহ তীৰ্থক লাগি গৈলা ॥৫৭৮॥
বৰাহ বিষ্ণোৰ স্থান অতি সুশোভন ।
তাত স্নানি প্ৰয়াগক কৰিলা গমন ॥
তাত পাছে পুষ্কৰ তীৰ্থক লাগি গৈলা ।
বিধিমতে স্নান দান সকলে কৰিলা ॥৫৭৯॥
অনন্তঃৰ মথুৰা নগৰ বিত্তোপন ।
চয়মাস তথাতে ৰহিলা অনুক্ষণ ॥
ৰাম ৰাম আদিকৰি ভক্ত তিনিজন ।
শঙ্কৰক প্ৰণামিয়া বুলিলা বচন ॥৫৮০॥
দ্বাৰিকাক যাবো প্ৰভু চলিয়ো সত্তৰ ।
ৰুকিমণী দেৱীৰ আবে দেখায়ো মন্দিৰ ॥
যাহাক নেৰন্ত মধুসূদনে ক্ষণেক ।
অদ্যাপিয়ো সাগৰত দেখিয়ো প্ৰত্যেক ॥৫৮১॥
দেখায়োক প্ৰভু জগতৰে স্বামী তুমি ।
সেহিহেতু কাতৰ কৰোহো পড়ি আমি ॥
শুনিয়া হাসিয়া পাছে মাতিলা শঙ্কৰে ।
চৈত্ৰ বিষু দিবসত দেখিবাক পাবে ।৫৮২॥
সেহিদিনা ৰুকিমণীৰ মন্দিৰ ওলাই ।
তথাত গমণ কৰি দেখিবাক পাই ॥
ভক্তৰ বাঞ্চাক পূৰ্ণ কৰিবাক প্ৰতি ।
ভক্তসমে তথাক চলিলা ভূঞা পতি ॥৫৮৩॥
সমুদ্ৰ তীৰত ৰহি আছে পাঞ্চ জন ।
সংক্ৰান্তি দিবসে আসি ভৈল উপসন ॥
সৰ্ব্বজয়ে বোলে প্ৰভু দেখাইবা অশেষ ।
যৈত যেন লীলা কৰি আছিলা বিশেষ ॥৫৮৪॥
পৰদিনা প্ৰভাততে স্নানি বসিলন্ত ।
সমুদ্ৰৰ মাজে গিৰ গিৰ শুনিলন্ত ॥
শঙ্কৰে বোলন্ত চক্ষুমুদা চাৰিজন ।
শুনিয়া মুদিলা চক্ষু সকলে তেখন ॥৫৮৫॥
যেতিক্ষণে তাৰাসবে আখিক মুদিলা ।
বসিবাৰ স্থান হন্তে শঙ্কৰ হৰিলা ॥
কতোক্ষণে চক্ষুমেলি সবেও চাহিলা ।
শঙ্কৰক নেদেখিয়া সবে ভয় ভৈলা ॥৫৮৬॥
চাৰিও দিশক লাগি যেখনে চাইলন্ত ।
সাগৰ মধ্যাত শঙ্কৰক দেখিলন্ত ॥
কিবা স্বৰ্গে আছে কিবা আছন্ত পাতালে ।
চাৰিজনে চাহি একো থিকনা নপাইলে ॥৫৮৭॥
আপোনাৰ দেহাৰ শ্ৰেষ্টাক পাসৰিলা ।
*সমুদ্ৰ মধ্যাত্ত শঙ্কৰ দৰ্শণ ভৈলা ॥
সাগৰ ওপৰে দেখিলন্ত দিব্য পুৰী ।
সুবৰ্ণ বৈদূৰ্য্য গৃহ গোট আছে জুৰি ॥৫৮৮॥
কিবা চন্দ্ৰসূৰ্য্য কিবা অপূৰ্ব্ব যে ৰাতি ।
লক্ষিতে নপাৰি ৰহিলন্ত সিটো গতি ॥
সেহি দিব্য গৃহে তাৰা সকলো পশিলা ।
কেনমতে গৈল তাক কেহো নলখিলা ॥৫৮৯॥
দিব্য ৰত্ন খাটত বসন্ত দেবী আই ।
শঙ্কৰকো পাছে দেখিলন্ত সেহি থাই ॥
আনন্দতে সুন্দৰীয়ে তাম্বুল যোগাই ।
হাসিয়া শঙ্কৰদেৱে আনন্দে ভূঞ্জই ॥৫৯০॥
হেনদেখি চাৰিজন ভকত প্ৰধান ।
পৃথিবী বৈকুণ্ঠ কিবা নাহি কিচুজ্ঞান ॥
কিবা স্বপ্ন কিবাদিন নজানিয় তথা ।
বিমোহিত হৈয়া সবে ৰহিলা সৰ্ব্বথা ॥৫৯১॥
চাৰিদণ্ড মানে হেনমতে আছিলন্ত ।
জ্ঞান লাভ পূৰ্ব্বস্থানে আছা দেখিলন্ত ॥
শঙ্কৰেও আছে তাতে পূৰ্ব্বৱতে বসি ।
বোলে কিবা দেখিলাহা কহিও হৰিষি ॥৫৯২॥
শুনি ৰাম ৰামে বোলে কিবা কথা পোছা ।
জগত ঈশ্বৰ তুমি কৃপায়ে ৰহিছা ॥
যেন বাঞ্চা কৰিলোহো তেহেন দেখিলো ।
কিন্তু তয় মহিমাৰ পাৰ নজানিলো ॥৫৯৩॥
আবে মনোৰথ পূৰ্ণ কৰিলাহা গুৰু ।
ভকত জনৰ তুমি দেৱ কল্পতৰু ॥
এহিবুলি চৰণত পড়ি প্ৰণামিলা ।
শঙ্কৰ সহিতে পূৰ্ব্ব দিশক চলিলা ॥৫৯৪॥
কতোদিন পথহান্থি আসি দেৱবৰ ।
ভক্ত গণ সমে পাছে পাইলা নিজঘৰ ॥
দেখিয়া হাততে স্বৰ্গ পাইলা বুঢ়ী আই ।
পৰম আনন্দ ভৈলা জীয়াৰী জমাই ॥৫৯৫॥
আনো ভক্তগণ ভূঞা যতেক ব্ৰাহ্মণ ।
শঙ্কৰক পায়া আনন্দিত ভৈল মন ॥

* শ্ৰীশঙ্কৰ দেৱ যোগবলে দ্বাৰকাত প্ৰবেশ
ইং ১৪৯৩ চনত শঙ্কৰদেৱ তীৰ্থৰ পৰা প্ৰত্যাবৰ্ত্তন কৰি গৃহ পোৱাৰ পিছত বুঢ়ী আয়ৰ পৰলোক গমণ
শ্ৰাদ্ধবিধি সমাপন ।

ৰহিলা শঙ্কৰ ভক্তগণ প্ৰতিপালি ।
কিছুদিন পৰে বুঢ়ী আই গৈলা চলি ॥৫৯৬॥
শ্ৰাদ্ধবিধি সমাপন কৰিলা শঙ্কৰ ।
ধৰ্ম্ম প্ৰকাশিয়া কিছুকাল থাকি ঘৰ ॥
জয়ন্তা মাধৱ আনো বংশ জ্ঞাতিগণ ।
শঙ্কৰক কহিলন্ত কৰুণ বচন ॥৫৯৭॥
বিবাহ কৰিতে লাগে বাপু মহাধন ।
শঙ্কৰ ঈশ্বৰে পালি সিসব বচন ॥
কালীকা ভূঞাৰ সুতা লক্ষ্মী অংশে আইল ।
পৰম ভকতি ভাৱে শঙ্কৰক দিল ॥৫৯৮॥
কালিন্দী দেৱীক পাছে বিবাহ কৰিলা ।
সাক্ষাততে লক্ষ্মী নিজ স্বামীক লভিলা ॥
মহাসুখে কতোকাল ৰহিয়া আছন্ত ।
তাত অনন্তৰে আসি যেহেন ভৈলন্ত ॥৫৯৯॥
সিসব কথাক বিস্তাৰিয়া কিছু আনি ।
দুইখান চৰিত্ৰৰ কথাক প্ৰমাণি ॥
যেন মতে যিবা বুদ্ধি দিলা নাৰায়ণ ।
সেহেৰূপে ভৈল ৰাগ ৰাম বুলি ঘন ॥৬০০॥

## একাদশ অধ্যায়

### কছাৰী মাৰণ, উত্তৰপাৰ গমণ

### দুলড়ি

আত অনন্তৰে মাধৱ দেৱৰ
কথা প্ৰপঞ্চিয়া পুনু ।
কহিবাক মনে কৰিয়া যতনে
বংশাৱলী চাহি পুনু ॥
দৈত্যাৰি ঠাকুৰে ৰচিলা যেহেন
গুৰুৰ চৰিত্ৰ কথা ।
সেহি গ্ৰন্থ হৈতে অধিকাংশ ৰূপে
আনিয়া আছো সৰ্ব্বথা ॥৬০১॥
বৰকলা গিৰি টেম্পৰাণি বন্ধে
আছন্ত কৰি হৰিষ ।
তাহান ভাৰ্য্যাৰ গৰ্ভত অনন্ত
ঈশ্বৰ ভৈল প্ৰবেশ ।
শ্ৰীশঙ্কৰ গুৰু ৰাজ্য চৰ্চ্চা কৰি
ধৰ্ম্ম প্ৰচাৰন্তে আছে ।
কছাৰী সকলে মাজে মাজে আসি
গ্ৰাম আক্ৰমন্ত পাছে ॥৬০২॥
অনেক প্ৰকাৰে সদা সব সাজি
নিবাৰন্ত তাসম্বাক ।
তথাপিতো কোনো কোনোগ্ৰাম খান
ভাঙ্গয় আসি প্ৰত্যেক ॥
এক দিৱসত গ্ৰামে এক নাৰী
জল আনিবাক গৈলা ।
কলসি ভাগিল ভাগিলে বুলিয়া
উচ্চৈস্বৰে ডাক দিলা ॥৬০৩॥
শুনি প্ৰজাগণ হয়া ভয় মন
কছাৰী আসিলে বুলি ।
তালি টোপ্লা বান্ধি লৈয়া কান্ধা কান্ধি
গৈলা অৰণ্যক চলি ॥
আৰ একদিনা একটি জননা
পাত কাতিবাক যান্ত ।
দাৰ আগ হন্তে কাছিখান খসি
তাইৰ নাক কাতিলন্ত ॥৬০৪॥
দেখি আৰ্ত্তৰাৱে কাতিল কাতিল
বুলি কান্দে উচ্চৰাৱে ।
শুনিয়া গ্ৰামিক পলাইলেক পুনু
কছাৰী আসিৱা পাৱে ।
এহিমতে তৈৰ লোক নিৰন্তৰ
অনেক সঙ্কিত মনে
মধ্যে মধ্যে আসি গ্ৰাম্যক লুটয়
আসুৰী কছাৰী গণে ॥৬০৫॥
দেখি ভূয়াসবে শঙ্কৰ দেৱক
কৰিলা গোচৰ আসি ।
শুনিয়ো গোসাঞি কছাৰী নাশৰ
উপায় কহো প্ৰকাশি ॥
চাউল মাংশ দ্ৰব্য কছাৰীক মাতি
ভোজৰ সম্ভাৰ দিয়া ।
চলকৰি ধৰি সবে প্ৰজা বেঢ়ি
খাৱন্তে পেলাও কাতিয়া ॥৬০৬॥
বদতি শঙ্কৰ শুনা সবে নৰ
ইকথা ভাল নেদেখো ।

* শ্ৰীশঙ্কৰ দেৱৰ দ্বিতীয় বিবাহ

তথাপিতো তুমি সবে যিটো কৰা
তাহাত আমি নাথাকো ॥
এহিমতে পাছে ভোজ খাইবে প্ৰতি
কছাৰীক নিমন্ত্ৰিলা ।
আনন্দে কছাৰী ভোজ খাইবে প্ৰতি
সবেও আসি বসিলা ॥৬০৭॥
অস্ত্ৰে শস্ত্ৰে বেঢ়ি ভূয়াগণো গৈয়া
কছাৰীক সেহি ছেগে ।
কাটি চিঙ্গি মাৰে দেখি আৰ্ত্তৰাৱে
কছাৰী পলাইল বেগে ॥
শঙ্কৰে জানিল অৱশ্যেকে ইটো
দেশ নহৈবেক ঠিৰ ।
কছাৰী আসিয়া ৰণ্ড ভণ্ড কৰি
নাশিবেক নিৰন্তৰ ॥৬০৮॥
তেতিক্ষণে পাছে মাধৱৰ পিতৃ
জনত কহিলা কথা ।
চলিয়ো এখন কৰিয়া যতন
উত্তৰ পাৰক তথা ॥
আঠ দুলিয়াক দিয়া ভাৰ্য্যা স্বামী
দুইহাঙ্কো পঠায়া দিলা ।
তাৰা-দুইজন আনন্দিত মন
উত্তৰক যাত্ৰা কৈলা ॥৬০৯॥
বৰকণা গিৰী চলিল সত্তৰি
সৰ্ব্বস্ব লৈয়া লগত ।
বেলা চুতা ভৈলা দেখি পন্থে ৰৈলা
শুতিলা দুয়ো দোলাত ॥
পাছে অছেতন নিদ্ৰা উপসন্ন
দুলিয়া দেখিয়া পাছে ।
দোৰ্ঘোৰ টোপনী দেখি তাৰক্ষণি
সৰ্ব্বস্ব লুটায়া আছে ॥৬১০॥
লৈয়া দ্ৰব্য যত পলাইল তথাত
দুলীয়া পাপী দুৰ্জ্জন ।
তোপনী ভাগিয়া দেখিলা তেতিয়া
সৰ্ব্বস্ব লুটায়া নিছন ।
সৰ্ব্বস্ব সম্বল নিলা অবিকল
দেখি মূৰ্চ্ছা গৈলা পাছে
হা কৈক জাও দ্ৰব্য কৈত পাও
অৰণ্য ইটোৰ কাছে ॥৬১১॥

হেন শুনি গাম্ভি অৰণ্যত বঞ্চি
ৰহিলা বিষাদ কৰি ।
ৰাত্ৰি অৱসান ভৈগৈল তখন
বুলিলন্ত বৰ নাৰী ॥
কিমতে নদীৰ হইবো আমি পাৰ
কৈক কিবা ৰূপে যাইবো ।
স্বামীয়ে বোলন্ত শুনা সতী সান্ত
নদীকুল বিচাৰিবো ॥৬১২॥
কহে বৰ বালা নজাইবা ইবেলা
কোনে কৈত আসি ধৰে
নাহি ভয় বুলি চলে ভুণি তুলি
সচকিত হৈয়া বৰে ॥
তাম্বুল কটাৰি আইৰ আনিধৰি
নল কাটি চুঙা কৰি
আই অৰ্থে জল আনিবাকমনে
নদীক গৈলা সত্তৰি ॥৬১৩॥
এহিমতে তৈৰ লোক নিৰন্তৰ
অনেক সঙ্কিত মনে ।
মধ্যে মধ্যে আসি গ্ৰাম্যক লুটয়
আসুৰী কছাৰী গণে ॥৬১৪॥
দেখি ভূঞা সবে শঙ্কৰদেৱক
কৰিলা গোচৰ আসি ।
শুনিয়ো গোসাঞি কছাৰী নাশৰ
উপায় কহো প্ৰকাশি ॥
চাউল মাংস দ্ৰব্য কছাৰীক মাতি
ভোজৰ সম্ভাৰ দিয়া ।
চলকৰি ধৰি সবে প্ৰজা বেঢ়ি
খাবন্তে পেলাও কাটিয়া ॥৬১৫॥
বদতি শঙ্কৰ শুনা সবেনৰ
ইকথা ভাল নেদেখো ।
তথাপিতো মতি হৈ আছে সবাৰো
তাহাত আমি নাথাকো ॥
এহিমতে পাছে ভোজ খাইবে প্ৰতি
কছাৰীক নিমন্ত্ৰিলা ।
আনন্দে কছাৰী ভোজ খাইবে প্ৰতি
সবেও বেঢ়ি বসিলা ॥৬১৬॥
অস্ত্ৰে সস্ত্ৰে বেঢ়ি ভূঞা গণো গৈয়া
কাছৰীক সেহি ছেগে ।

কাণি চিচি মাৰে দেখি অৱশেষ
কছাৰী পলাইল বেগে ॥
শঙ্কৰে জানিল অৱশোকে ইটো
দেশ নৰৈবেক ঠিৰ ।
কছাৰী আসিয়া ৰণ্ড ভণ্ড কৰি
নাশিবেক নিৰন্তৰ ॥৬১৭॥
তেতিক্ষণে পাছে মাধৱৰ পিতৃ
জনত কহিলা কথা ।
চলিয়ো এখনি কৰিয়া যতন
উত্তৰ পাৱক তথা ॥
আঠ দুলিয়াক দিয়া ভাৰ্য্যা স্বামী
দুইহাক্কো পঠায়া দিলা ।
তাৰা দুইজন আনন্দিত মন
উত্তৰক যাত্ৰা কৈলা ।৬১৮॥
বৰকণা গিৰী চলিল সত্তৰি
সৰ্ব্বস্ব লৈয়া লগত ।
বেলা চুতা ভৈলা দেখি পন্থে ৰৈলা
সুতিলা দুয়ো দোলাত ॥
পাছে অচেতন নিদ্ৰা উপসন্ন
দুলিয়া দেখিয়া পাছে ।
দোৰ্ঘোৰ টোপনী দেখি তাৰক্ষণি
সৰ্ব্বস্ব লুটায়া আছে ॥৬১৯॥
লৌহিত্যত নামি স্নানিলা প্ৰণামি
আহ্নিক জপি বিস্তৰ ।
জল ভৰি লৈয়া আপুনু ভূঞ্জিয়া
যাইবাক কৰিলা সাৰ ॥
আসাম ৰাজাৰ উজিৰ সুসাৰ
হৰ সিংহ নাম ধৰে ।
ৰাজ কাৰ্য্যকৰি আসন্ত সত্তৰি
নৌকাৰ জানে সত্তৰে ॥৬২০॥
নৌকা আসে দেখি ক্ষণিকো নাপেক্ষি
বৰকণা গিৰিবৰ ।
পলাইবাক লাগি ভৈলন্ত উদ্যোগি
জলৰ উঠি সত্তৰ ॥
কান্তি মত্ত নৰ পুৰুষ সুন্দৰ
দূৰহন্তে দেখি তথা ।
গুনা দিব্য নৰ নাহি কিছু দৰ
তুমি মোৰ পিতৃ যথা ॥৬২১॥

হৰ সিং উজিৰে কহে ধিৰে ধিৰে
ইমত বচন ছয় ।
বৰকণা গিৰী দেখি ত্ৰিৰি মিৰি
চ'ৰা নাব অতিশয় ॥
বচনো শুনিয়া থিৰ চিত্ত হৈয়া
পৰম শঙ্কিত মনে ।
উজিৰো চাপিলা আশ্বাস কৰিলা
মধুৰ বুলি বচনে ॥৬২২॥

পদ

আত আনন্তৰে পাছে বৰকণা শান্ত ।
ভয় পায় থিৰ হৈয়া তথা ৰহিলন্ত ॥
উজিৰে বোলন্ত দেৱ তুমি কোন জন ।
একাকি নদীৰ তীৰে ৰহি আছা কোন ॥৬২৩॥
শুনিয়া কহিলা পাছে মাধৱৰ পিতা ।
তোমাক দেখিয়া মোৰ মন ভৈলা ভিতা ॥
উত্তৰ যাইবে প্ৰাত আসিয়া আছিলো ।
শ্ৰান্ত পায়া বনৰ মাজত নিদ্ৰা গৈলো ॥৬২৪॥
আঠ গোট দুলীয়া দোলা বহি আসি ছিলা ।
নিদ্ৰাত সকলো দ্ৰব্য লৈয়া চলি গৈলা ॥
পতনী সহিতে মই নিৰুপায় ভৈলো ।
জলনিতে আসি তয় দৰশন পাইলো ॥৬২৫॥
কহন্ত উজিৰে বোলে তুমি মোৰ পিতা ।
তয় ভৰ্য্যা আইক মই বুলিলোহো মাতা ॥
এহি নৌকা মধ্যে আসি তোৰা দুই জন ।
আমাৰ সহিতে আবে চলিও এখন ॥৬২৬॥
এহিবুলি সমাদাৰে লোকক পাঞ্চিয়া ।
তান ভাৰ্য্যা শান্তি আইক যতনে আনিয়া ॥
বস্ত্ৰ আবৰিয়া দুইকো ভোজন কৰাইলা ।
নৌকাত তুলিয়া সুখে উজানে আসিলা ॥৬২৭॥
উজিৰৰ নৌকা মাজি সিটো মহা সত্ত ।
সাগৰত ঘৰ ঘাগৰি মাজি মাজিৰন্ত ॥
আৰৰ গোবিন্দ নাম তাহাৰ প্ৰধান ।
নৌকাত যাহন্তে ভৈল সখিত্ব বিধান ॥৬২৮॥
পথত যাহান্তে নৌকা বাখয় যখন ।
খোলা চৌকা কৰি মাজি দিবয় তখন ॥
এহিমতে পাছে লুইত মুখ পাইলা গই ।
উজিৰে প্ৰথমে গৈলা নিজঘৰে লই ॥৬২৯॥

মহা সুশোভন গৃহে সুখদে ৰাখিলা।
দাসী দাস অন্ন বস্ত্র সমস্তকে দিলা॥
ভাৰ্য্যাপুত্ৰ সমস্তকো বুলিলা সাদৰে।
তাৰা দুইৰ পৰিচৰ্য্যা কৰ নিৰন্তৰে॥৬৩০॥
সেহিমতে ৰাখিয়া তাহাক মহামতি।
ৰাজঘৰে গৈয়া নিজ কাৰ্য্য কৰিলন্তি॥
কতোদিন থাকি পাছে আতা মহোদৰ।
নিকতেতে সুশোভন কৰি দিলা ঘৰ॥৬৩১
সুখতে থাকিয়া তাত আই সমন্বিত।
আইৰ প্ৰসৱ কাল ভৈল উপগত॥
মধ্য ৰাত্ৰি ভৈল দেৱগন আসি তথা।
গৰ্ভ অনুসাৰি স্তুতি কৰন্ত সৰ্ব্বথা॥৬৩২॥
আয়ত বাজে তাক কোনোজনে নুশুনন্ত।
সূতিকাৰ গৃহক জ্যোতিৰ্ম্ময় প্ৰকাশন্ত॥
দশমাস দশদিন যেৱে আসি ভৈল।
গ্ৰহ ঋক্ষ গণ মিলি সুমঙ্গল ভৈলা॥৬৩৩॥
সুমঙ্গল সুগন্ধিত বতাস বহিল।
দ্বিতীয় প্ৰহৰ ৰাত্ৰি উপস্থিত ভৈল॥
সি সময়ে মাধৱ দেৱ প্ৰকাশ ভৈলন্ত।
দেখি আইৰ শৰীৰত পুলক ভৈলন্ত॥৬৩৪॥
চৌদ্ধশ আঘাৰ অব্দে জ্যেষ্ঠ মাস নিশি।
কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশী॥
*সি সময়ে শ্ৰীমাধৱ প্ৰকাশ ভৈলন্ত।
সকলো প্ৰসন্ন ভৈল সিদ্ধ মুনি সন্ত॥৬৩৫॥
বৰকণা গিৰী অতি সন্তোষিত মন।
বিধিৱতে পুত্ৰৰ কৰিলে কৰ্ম্মগণ॥
দেৱতা মন্দিৰ আৰ ৰাজাৰ গৃহৰ।
বাদ্য ভণ্ড আপুনি বাজিলে বাৰে বাৰ॥৬৩৭॥
হস্তী ঘোৰা অকস্মাতে চিহৰি উঠিল।
শুনি ৰাজা প্ৰজাসব বিস্ময় লভিল॥
পৰদিনা প্ৰভাতে আসাম মহাৰাজে।
সুধিবে লাগিল কেনে বাদ্য সব বাজে। ৬৩৮॥
অকস্মাতে কেনে হস্তী ঘোটকে নাদিল।
কিবা উতপাত কিবা সুমঙ্গল ভৈল॥
শুনিয়া পণ্ডিত আৰ যত জ্যোতিষীয়া।
শাস্ত্ৰ বিচাৰিয়া পাছে বুলিল হাসিয়া॥৬৩৯॥
উৎপাত নুহিকে আৰ আন কথা নুই।
জগত ঈশ্বৰ আছে অৱতাৰ হই॥
ৰাজা আদেশিলা পাছে পাক্তি দূত হয়।
সেহিক্ষণে কাৰ গৃহে পুত্ৰ উপজয়। ৬৪০॥
আসোক বিচাৰ কৰি দূতগণ যত।
শীঘ্ৰে জান দিওক আসি সকলে আমাত॥
শুনিশা গৈলেক দূত নানা দেশে চলি।
সকল প্ৰদেশ বিচাৰিলা নানা ফুলি॥৬৪১॥
পাছে হৰসিংহ উজিৰৰ গৈয়া ঠাই।
মাধৱৰ জন্ম ভৈল হেন বাৰ্ত্তা পায়॥
ৰাজাক জনাইল গৈয়া সিসব কাহিনী।
ৰাজায়ে বোলন্ত তেহো দেৱ চক্ৰ পাণি। ৬৪২॥
যায়ো হৰসিংহ তুমি এতিক্ষণ কাল।
সেহি বালকক প্ৰতিপাল কৰাঁ ভাল॥
হৰসিংহ উজিৰ তেখনে চলি গৈলা।
মাধৱ দেৱক পাছে দৰশণ পাইলা॥৬৪৩॥
পৰম আশ্চৰ্য্য ৰূপ দেখিয়া শুকক।
মনত মানিলা নোহে সামান্য বালক॥
পড়ি প্ৰণামিলা পাছে উজিৰ মহন্ত।
কিনো মোৰ ভাগ্য আসি ভৈল উপগত॥৬৪৪॥
সুভক্ষণে পাইলো আন জননী জনক।
বহু পুৰুষৰ ভাগ্যে লভিলো প্ৰত্যেক॥
যাৰ জনমে মোৰ শক্ৰত গুছিল।
পূৰ্ব্বতো অধিক ৰাজা আদৰ কৰিল॥৬৪৫॥
এহি বুলি ক্ষণে ক্ষণে ৰন্ত তান সঙ্গে।
প্ৰতি পালি থাকৈ ভক্তিভাৱে মন ৰঙ্গে॥
মাধৱৰ চয়দিন ভৈল উপগত।
দৈৱজ্ঞ ব্ৰাহ্মণ গণে গণিলা তহিত॥৬৪৬॥
বোলন্ত ঈশ্বৰ অংশ আসিয়া আছয়।
কাৰণে মাধৱ নাম হইবেক নিশ্চয়॥
অপৰ হৈবেক নাম শ্ৰীৰত্নাকৰ।
যাহাৰ প্ৰভাৱে লোক তৰিব সংসাৰ॥৬৪৭॥
আৰ গুণ যশ অন্ত কৰিতে নপাৰি।
এহি বুলি পণ্ডিত গৈলেক ঘৰা ঘৰি॥
পাছে মাধৱৰ মহা প্ৰভাৱ দেখন্ত।
দিনে দিনে বাঢ়ি যান্ত পৰম শ্ৰীমন্ত॥৬৪৮॥

* অনন্ত শক্তিধৰ বলোৰামৰ অংশে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ আবিৰ্ভাৱ।

একমাসে ভৈল একবৎসৰীয়া যেন ।
আঠুকাঢ়ি ঋঙ্গ পাৰি ফুৰে নানা স্থান ।।
হৰসিংহে তান সঙ্গ সদা নছাৰয় ।
পৰম আনন্দে সেৱি সদায়ে থাকয় ।।৬৪৯।।
ভৈল যেবে পাঞ্চ সাত বৰিখ আসিয়া ।
বালক গণৰ সঙ্গে ফুৰে বিহাৰিয়া ।।
দ্বাদশ ভৈলেক বৰ্ষ দেৱ মাধৱৰ ।
হৰসিংহ সমে গৈলা নদীৰ ওচৰ ।।৬৫০।।
বোলন্ত আতাই মই নামি কৰোঁ স্নান ।
শুনি নিষেধিলে তাঙ্ক উজিৰ প্ৰধান ।।
নুশুনিয়া পাছে নদী জলত নামিলা ।
গহন জলত গৈয়া শীঘ্ৰে বুৰ দিলা ।।৬৫১।।
নোলান্ত অনেকক্ষণ নাসন্ত উঠিয়া ।
উজিৰে দিলন্ত ঝাম্প মহাখেদ হৱা ।।
জলৰ মধ্যাত দেখিলন্ত দিব্যৰূপ ।
অক্ৰুৰে পূৰ্ব্বত যেন দেখিলে স্বৰূপ ।।৬৫২।।
দেখি মোহ হৱা কৰে উজিৰে কাতুৰি ।
পূৰ্ব্ব হন্তে জানো তুমি দেৱ শ্ৰীহৰি ।।
এহিবুলি জলমাজে কৰি প্ৰণিপাত ।
নপান্ত নিশ্চয় তেহো আচন্ত কোথাত ।।৬৫৩।।
কতক্ষণে অকস্মাত জলৰ উঠিয়া ।
দেখন্ত মাধৱ আছে তীৰত বসিয়া ।।
বিমোহিত হৈয়া তেহো গুণে মনে মন ।
কিবা স্বপ্ন কিবা মায়া দেখিলো এখন ।।৬৫৪।।
মাধৱে বোলন্ত আবে কিবা ভাবি চাহা ।
ক্ষুধা লাগি আছে শীঘ্ৰে গৃহক চলাহা ।।
শুনি শীঘ্ৰে সশঙ্কিতে গৃহক চলিলা ।
ৰাজা যেন কৈলা তাক মনত স্মৰিলা ।।৬৫৫।।
যদ্যপি জানন্ত নোহে মাধৱ মানুষ ।
তথাপি তাহাৰ মায়া কৰিয়া প্ৰৱেশ ।।
এহিমতে থাকি দীঘল পুৰীয়াৰ পুত্ৰ ।
বিদ্যা অধ্যয়নে আৰম্ভিলা থাকি তত্ৰ ।।৬৫৬।।

আৰু বুলিলন্ত একদিবসে উজিৰে ।
কৃষি কৰিবাক লাগে বাপু মাটি মাষৰে ।।
মোহোৰ কৃষিৰ মধ্যে মাষ গুটি বৈয়ো ।
শুনি দেৱে কৃষি কৈলা কাল নাপেক্ষিয়ো ।।৬৫৭।।
মাষ পাইল বহুতৰ আৰু ধান পাইল ।
সকলো বিকিয়া মূল্য পিতৃক যোগাইল ।।
চৌধ্য পোঙ্কৰ বৰ্ষ উপস্থিত হৈল যেবে ।
উজিৰক লগে লৈয়া ভ্ৰমি ফুৰৈ তেবে ।।৬৫৮।।
একদিনা বৰ নাৰায়ণ পুৰ দেখি বাক ।
উজিৰক লগে লৈয়া চলিলা প্ৰত্যেক ।।
ভিতা চোম দাৰৰ গৃহৰ আগে বৰি ।
চম্পাবৃক্ষ গোট দেখি গৈলা দৰডাৰ ।।৬৫৯।।
তাৰ তলে বসি উজিৰক কহে কথা ।
চম্পা পুষ্প আনিয়োক তুমি দিয়া এথা ।।
মহা ভয়ঙ্কৰ বৃক্ষ কিমতে আনিবো ।
অসাধ্য কাৰ্য্য মই কেমনে কৰিবোঁ ।।৬৬০।।
শুনিয়া মাধৱদেৱে পুনু বুলিলন্ত ।
পুষ্প আনিবাৰ তয়ু শকতি আছন্ত ।।
বুলিয়া মাধৱে বৃক্ষ সাবতি ধৰিলা ।
সৰ সৰ পুষ্প বুলি আজ্ঞোৱেক দিলা ।।৬৬১।।
ভয়ঙ্কৰ গাছ কত গৰ্জ্জন কৰিল ।
তথাপি গোটেক শাখা ভাগিয়া পৰিল ।।
হাসিয়া বোলন্ত পুষ্প আনাহা তাৰই ।
এখন আনিতে কিবা আছা বাটচাই ।।৬৬২।।
সাত অঙ্গুল পাশি চম্পক সুশোভন ।
দিলন্ত বাপুক আনি পিন্ধিলা তেখন ।।
পুষ্প পৰিধানে বাপু সন্তোষিত মন ।
ধন্য ধন্য তাৰে বোলে প্ৰসংসা বচন ।।৬৬৩।।
তাত গাছে গুৰু তথা হৱা ৰঙ্গ মন ।
বৃক্ষতলে গৰ্ত্ত এক খনাইলা তেখন ।।
*তথাত যিবন্ত দেখিবাৰ প্ৰয়োজন ।
তাক দেখি ভৈল গুৰু আনন্দিত মন ।।৬৬৪।।

---

*মহাত্মা শ্ৰীশ্ৰীবদলা–পদ্ম আতাৰ জন্মভেটি এই চম্পা বৃক্ষৰ সমিপতে । এই বৃক্ষ সদাশীৱই মোহিনীৰূপী শ্ৰীকৃষ্ণ বুলি আলিঙ্গণ কৰে । এই বৃক্ষৰ ওচৰৰ হৰিপুখুৰিত এটা সহস্ৰ চিদ্ৰ যুক্ত দুনৰী ওলায়, সেই দুনৰী শ্ৰীমাধৱদেৱে । দৰ্শন কৰে আৰু পুনৰ পোটাই থয় । পিছত বদলা আতায় পায় আৰু তাতে চাউল থয় ন কথা চাউল তাত ধৰে এইটো ৰুকিনী দেৱীৰ বিবাহৰ দুনৰী বুলি কয় ।
---সংগ্ৰাহক ধৰ্ম্মেশ্বৰ ।

অনন্তৰে যেনলীলা শক্তি প্ৰকাশিলা।
কাহাৰ শকতি আছে কহে সিটো লীলা॥
জগত নিস্তাৰ হেতু পৃথিৱীক আসি।
পৰম ৰহস্যবস্তু স্থাপিলা জৈ সানি॥৬৬৫॥
সিদিনাৰ লীলা অতিসয় গুৰুতৰ।
প্ৰকাশ কৰিয়া পাছে গৈলা নিজ ঘৰ॥
পথত ভৈলন্ত অতি অন্ধকাৰ নিশি।
তথাপি চলন্ত দুই কথাক প্ৰকাশি॥
মাধৱৰ শৰীৰৰ কান্তিৰ উজ্জল।
অন্ধকাৰ সবতথা কৰিলা নিৰ্মল॥৬৬৬॥
উজিৰ বিনাই আনে তাঙ্ক নেদেখয়।
এহিমতে চলিজান্ত পুৰুষ দুতয়॥
অৰ্দ্ধপন্থ যান্তে যোৰ গৃহ হন্তে আইল।
দেখিয়া মাধৱে নিজ প্ৰভাৱ গুচাইল॥৬৬৭॥
গৃহক পসিয়া পিতৃ মাতৃক সাদৰি।
ভোজন শয়ণ কৈলা আনন্দিত কৰি॥
কতোদিন অনন্তৰে উজিৰক কৈলা।
পুখুৰীৰ পাৰ যাইতে মোৰ মন ভৈলা॥৬৬৮॥
উজিৰে লেটেকু গুৰি পুখুৰী পাৰত।
সজাইলেক গৃহ যেন হোৱে মনোণীত॥
তথা ৰহিলন্ত পিতৃ মাতৃ সঙ্গ কৰি।
তাহাতো উজিৰে থাকে শুশ্ৰূষা আচৰি॥৬৬৯॥
কিচুকাল থাকন্তে উজিৰ কাল ভৈলা।
দেশত বিভ্ৰাত মহা দুৰ্ভিক্ষ মিলিলা॥
হাতত নাহিকে বিত্ত আৰ অতিৰেক।
বুলিলা মাধৱে পাছে পিতৃক মাতৃক॥৬৭০॥
আমাসাৰ আছে কিবা কোনো মিত্ৰ জন।
ইথান এড়িয়া যাইবে কৰিয়ো যতন॥
শুনি বৰকণা গিৰী বুলিলা বচন।
পুৰণা বান্ধৱ মোৰ আছে একজন॥৬৭১॥
তথাকে চলোহো বাপু বিলম্ব নকৰি।
শুনিয়া মাধৱে যাইবাক সাৰকৰি॥
পিতা পুত্ৰ দুইজন কৰিলা গমণ।
বান্ধৱ জনৰ বুজিবাক লাগিমন॥৬৭২॥
মধুলিকা বেলা গৈয়া পাই তান ঘৰ।
দেখিয়া কুটুম্বি ভাল নকৰি আদৰ॥৬৭৩॥
নমাতে প্ৰসন্ন মুখে মুখকো নেচাই।
বসিবাক লাগি ঢেকিশালে দিল ঠাই॥
কতো ৰাত্ৰি গৈল চাউল চৰু নিয়া দিল।
অসন্তোষ মনে তাৰা ভোজন কৰিল॥৬৭৪॥
প্ৰভাতে উঠিয়া পুনু নিজ গৃহ পাইল।
সকলে বৃত্তান্ত পাছে মাতৃক জনাইল॥
অনন্তৰে তিনোজনে আলোচন কৰি।
সিঠাইক এৰিবে মনে চলিলা সত্বৰি॥৬৭৫॥
মহোদৰ আতাবোলে শুনিয়ো বুপাই।
আচয় সমন্ধি ভ্ৰাতা চলো তাৰ থাই॥
এহিবুলি তহিকে সত্বৰে চলি গৈলা।
বসিবাক লাগি চোতলতে পিড়া দিলা॥৬৭৬॥
গোসানীক ভিতৰ ঘৰক মাতি নিলা।
অনাদৰে পাছে ভৰি ধুইবে জল দিলা॥
দণ্ডচাৰি মান তথা আচন্ত বসিয়া।
খৰি ফালিবাক দিলা কুঠাৰ আনিয়া॥৬৭৭॥
দেখিয়া মাধৱ দেৱে কুঠাৰক ধৰি।
খড়ি যত মানে ফালৈ লৈযান্ত ভিতৰি॥
দেখিয়া মাধৱে পাছে বুজি সিটো কথা।
শেষ খড়ি ওপৰত বসিলন্ত তথা॥৬৭৮॥
বিলম্ব কৰিয়া দিলা চাউল চৰু গুটি।
দেখন্ত অলপ নাটে তিনিজন প্ৰতি॥
পাক কৰি গুৰু কিচু পিতৃক দিলন্ত।
কৰিয়ো ভোজন বুলি মাতৃক মাতন্ত॥৬৭৯॥
অলপীয়া দেখি মাৱে নখাবো বুলিলা।
আটিৰ বুলিয়া পাছে দুইজনে খাইলা॥
ইশ্বৰৰ পৰশিত অন্ন বিতোপন।
অলপে বিস্তৰ ভৈল ভুঞ্জে তিনোজন॥৬৮০॥
বোলন্ত দেখিও পিতা বন্ধুৰ লক্ষণ।
ভাই বুলি আসিছিলা কিসেৰ কাৰণ॥
শয়ণ কৰিয়া পাছে প্ৰভাতে উঠিলা।
মাতৃ পিতৃ সমে তাৰ হন্তে বাজ ভৈলা॥৬৮১॥
আৰু কোন মিত্ৰ আছে কহিয়ো পিতাই।
যাইবাক লাগয় আবে সেহিজন ঠাই।
শুন বাপু একমোৰ বান্ধৱ আছয়।
ঘাঘৰত আছন্ত ঘাঘৰী মাজি কয়॥৬৮২॥

পৰম পণ্ডিত মহা বৈষ্ণৱতে সাৰ।
তাহান পাশক গৈলে কৰিব আদৰ॥
পাছে তিনিজন প্ৰাণী তথাতে চলিলা।
মধ্যাহ্ন ভৈগৈল ক্ষুধা প্ৰয়াসে পিড়িলা॥৬৮৩॥
যাইবাক নপাৰি আই ছায়াত বসিয়া।
নিদ্ৰাগৈয়া পৰি ৰৈলা ক্ষুধায়ে পিড়িয়া॥
দেখিয়া মাধৱদেৱে গুণে মনে মনে।
ভোজন উপায় মই কৰিবো এখনে॥৬৮৪॥
কৃষকৰ এৰা ঘৰ বাৰী খান দেখি।
তথাক গৈলন্ত প্ৰভু ক্ষণিকো নাপেক্ষি॥
পৰম কোমল একলাউ পাইয়া আনি।
কটনী লগায়া চুছিলেক সেহিক্ষণি॥৬৮৫॥
পিতৃক মাতৃক দিয়া ভোজন কৰাইলা।
অমৃত হস্তৰ পৰ্শে মহা তৃপ্তি পাইলা॥
আপুনি ভুজিলা যিবা আছিল অলপ।
ভকতৰ অৱশেষ জানিয়া স্বৰূপ॥৬৮৬॥
ক্ষুধা তৃষ্ণা গুছিহৈল সুস্থ তিনিজন।
ঘাঘৰৰ পথধৰি কৰিলা গমন॥
গধুলা ভৈলেক পথে ৰহিবাৰ স্থান।
বিচাৰি ফুৰন্তে নপাইলন্ত কিছু স্থান॥৬৮৭॥
একগৃহে ক্ৰন্দন শুনিলা বিপৰিত।
শুনি মাধৱদেৱ পাছে গৈলন্ত তৰিত॥
কিবাভৈল কিকাৰণে কান্দা তুমি সব।
শুনিলে এখনি আমি উপায় কৰিব॥৬৮৮॥
গৃহস্থ বদতি বাপু সোধা কিবা কথা।
পাতপলু পুষি আমি প্ৰবৰ্ত্তো সৰ্ব্বথা॥
কোনোবা কাৰণে মৰি গৈল নিৰন্তৰ।
বৃত্তিছেদ ভৈল জানা ইহাত আমাৰ॥৬৮৯॥
মাধৱ ঈশ্বৰে বোলে পলু ঐকে আনা।
জীয়াইবাক লাগি আমি কৰোহো যতনা॥
শুনিয়া গৃহস্থী মহা আনন্দতে মজি।
পলুসব আনিদিল ওলায়া বিভজি॥৬৯০॥
মাধৱে কহয় আৰ ডলা একখান।
দুই তিনি ডলা আনি দিলন্ত তখন॥
হস্ত পদ্ম পৰশিয়া দেৱতা মাধৱ।
সকলৰ বিভাগীয়া থৈলা ঠাৱে ঠাৱে॥৬৯১॥

সুকোমল পাত দিলা তাহাৰ উপৰে।
পলুসবে ভুজিবাক লৈলা থৰে থৰে॥
মৰিয়া আছিল যিবা সিও প্ৰাণ পাইল।
দেখি সিটো গৃহী মহা হৰিষে মজিল॥৬৯২॥
পদুলিৰ আগে গৃহ গোহালি আছিল।
তাহাৰ কিনাৰে এক গৃহ কৰি দিল॥
মহা ভক্তি ভাৱে সিধা জোগাইল তহিতি।
সুখদে ভোজন কৰি ৰৈলা মহা প্ৰিতি॥৬৯৩॥
তাৰ পৰ দিনা উঠি প্ৰভাতে গোসাঞে।
ঘাঘৰক লাগি যান্ত তিনিও জনাই॥
প্ৰহৰেক বেলাত ঘাঘৰ তীৰ পাইলা।
নাৱ নপাই মিতাবুলি মাতিবাক লৈলা॥৬৯৪॥
এক নাৰী জল নিতে আসিল তেখন।
লক্ষিলা ঘাঘৰ তীৰে লোক তিনিজন॥
মিত্ৰ মাজি মাজি বুলি ডাকে ঘনে ঘন।
শুনি পুছিলন্ত আই তোৱা কোনজন॥৬৯৫॥
মিতা মিতা বুলি আবে ডাকা কি কাৰন।
কৈৰ পৰা আসি আছা কহিয়ো এখন॥
মাধৱে বোলন্ত বৰকনা গিৰি আইল।
শুনি তিৰী গোটে গৈয়া মাজিত কহিল॥৬৯৬॥
আশ্চৰ্য্য দেখিয়া মাজি হাতে বৈঠা ধৰি।
সত্বৰে নৌকাক আনি নিলা পাৰ কৰি॥
আনন্দে আকুল হয়া ধৰি আলিঙ্গিয়া।
প্ৰণামিলা পৰিয়া পাৱৰ ধুলা লৈয়া॥৬৯৭॥
কৈৰহন্তে আইলা মিতা পাইলা বৰ দুঃখ।
আমাৰ গৃহত থাকি ভুজিয়োক সুখ॥
মহোদৰ আতা কৈলা সকল বৃতান্ত।
শুনিয়া ঘাঘৰি মাজি ভৈলা উপসান্ত॥৬৯৮॥
হেনমতে নিয়া পাছে গৃহত বসাইল।
পানী আনি নিজে তান চৰণ ধুৱাইল॥
মাধৱ দেৱক দিলা জল ঘটি ভৰি।
মাজিৰ ঘৰিণী তাইৰ ধুৱাইলন্ত ভৰি॥৬৯৯॥
শোভন নবীন গৃহ গোট আছিলেক।
তাত প্ৰবেশিয়া অন্ন ভুঞ্জাইলা প্ৰত্যেক॥
মহাসুখে কতোদিন ৰহন্ত তথাত।
উৰ্ব্বশী নামত কন্যা জন্ম ভৈল তাত॥৭০০॥

পৰম শোভন কন্যা ৰূপে গুণে ধন্যা ।
ৰঙ্গভৈল পিতা মাতা পায়া সিটো কন্যা ॥
মাধৱদেৱ তাত নানা পুস্তক পঢ়িলা ।
ভক্তি প্ৰচাৰিবে মন উল্লসি ৰহিলা ॥৭০১॥
আবে মাধদেৱ কথা ৰাখিয়া সম্প্ৰতি ।
শঙ্কৰ দেৱৰ কথা কহিবাক প্ৰতি ॥
আশাকৰি চৰণত ধৰো নাৰায়ণ ।
ৰামৰাম স্মৰণে ভষ্ম হৌক পাপগণ ॥৭০২॥
দীননাথ হীনমতি ভনে গুৰু লিলা ।
সমস্ত সমাজে ডাকি ৰাম হৰি বোলা ॥

## ঝুমুৰি

### শ্ৰীশঙ্কৰদেৱৰ শাস্ত্ৰ প্ৰণয়ণ

বটদ্ৰৱা স্থানে পাছে । শঙ্কৰৰ দিয়া আছে ॥
শুদ্ধধৰ্ম্ম কৰি সাৰ । প্ৰতাৰন্ত বাৰম্বাৰ ॥৭০৩॥
যত দ্বিজ ভুঞা লোক । এড়ি সৱে দুঃখ শোক ।
শঙ্কৰৰ ঠাইক আসি । শুনৈ কৃষ্ণ কথাখসি ॥৭০৪॥
ভক্তগণে নাম গান্ত । বেঢ়ি বসি সাধু সন্ত ।
আনন্দৰ নাহি পাৰ । শঙ্কৰে শিখান্ত সাৰ ॥৭০৫॥
স্থানে স্থান সন্তজন । আসৈ ভৈলে ক্ষণে ক্ষণ ।
শঙ্কৰৰ ধৰ্ম্ম ধৰি । সংসাৰ যাৱয় তৰি ॥৭০৬॥
সপ্ৰেম ভকতি দেন্ত । তাংক লভি সাধুসন্ত ।
আনন্দৰ নাহি পাৰ । ধৰ্ম্ম কৰি সুবিস্তাৰ ॥৭০৭॥
আছন্ত শঙ্কৰ গুৰু । ভকতৰ কল্পতৰু ।
শিলিখা বৃক্ষত আউজি । লিখে শাস্ত্ৰ মন মজি ॥৭০৮
কালিন্দী ভাৰ্য্যাৰ সঙ্গে । থাকৈ দেৱ মহা ৰঙ্গে ॥
সিটো মহা সতী দেৱী । থাকে শঙ্কৰক সেৱি ॥৭০৯॥
হেন লক্ষ্মী বৈকুণ্ঠত । কৃষ্ণ পদ সেৱা ৰত ।
কৰন্ত সপ্ৰেম মনে । উপাসন্ত ঘনে ঘনে ॥৭১০॥
সিদেৱী কলিন্দী ভৈল । মানুষ স্বৰূপ লৈল ।
বৈকুণ্ঠে যিমতে সেৱ । কৰিছন্ত আই দেৱ ॥৭১১॥
সেহি অনুসৰি ঐত । শঙ্কৰক সেৱে নিত্য ॥
শঙ্কৰেও সমাদৰে । দেৱীক আশ্বাস কৰে ॥৭১২॥
ভাইবন গঁয়া গিৰী । শঙ্কৰক সেৱা ধৰি ।
শঙ্কৰদেৱৰ সঙ্গে । থাকয় মন ৰঙ্গে ॥৭১৩॥
বংশ জাতি পিতা মহ । কৰন্ত অধিক স্নেহ ॥
বাঢ়িযায় প্ৰেম ভক্তি । কহিবাৰ নাহি শক্তি ॥৭১৪
প্ৰজাগণে সাৰ কৰি । সেৱে শঙ্কৰক পৰি ॥
প্ৰশংসয় ধন্য বৰ । প্ৰভুদেৱ কাৰ্য্য ধৰ ॥৭১৫॥
কিনোভাগ্য পাইলো আমি । সকল প্ৰজাৰ স্বামী ॥
এহিবুলি বখানন্ত । শুনি জ্ঞানী সাধু সন্ত ॥৭১৬॥
সকল প্ৰজায়ে ভনে । ধন্য ধন্য বুলি ঘনে ।
শুনি পাছে শ্ৰীশঙ্কৰ । হাসন্তে আনন্দ বৰ ॥৭১৭॥
ভনে দীন হীন মতি । সেৱক চৰণে গতি ॥
গুৰু পাদ পঙ্কজত ॥ মনৰৌক অবিৰত ॥৭১৮॥
পৰম আতুৰ ভৈলো । চৰণে শৰণ লৈলো ॥
ভকতৰ দিয়ো সঙ্গ । নকৰিয়ো আশা ভঙ্গ ॥৭১৯॥
এহিমানে সাৰ কৰো । ৰাম ৰাম বুলি তৰো ॥

॥ পদ ॥

এহিমতে শ্ৰীশঙ্কৰ টেম্পৰাণী জানে ।
ৰহিয়া আছন্তে শুনিলেক বিদ্যমানে ॥
অৱশেষ কছাৰীয়ে বহুদেশ জুৰি ।
আসি আছে গাওঁ ভুঞা মাৰিবাৰ তৰি ॥৭২০॥
ভুঞা দ্বিজ পিতা মহ আদি বন্ধু জন ।
সবাকো মাতিয়া পাছে বুলিলা বচন ॥
পুৰ্ব্বে কহি আছো আমি নহৈবেক ভাল ।
সিকথা মিলিল আসি জানিবা সকল ॥৭২১॥
নপাৰিবো যুদ্ধে তাসম্বাৰ বহু লোক ।
জানিয়া উত্তৰ পাৰে সবে চলিয়োক ॥
উবনা বকৰা ধ্বজা শুনিয়ো বচন ।
উত্তৰ পাৰক যাইতে কৰিও যতন ॥৭২২॥
শুনিয়া সবেও ক্ৰমে পাৰ হয়া গৈলা ।
গোসানী প্ৰভৃতি ভক্ত সবাকো পঠাইলা ॥
শঙ্কৰ ৰহিলা মাত্ৰ কাৰ্য্য বুজিবাৰ ।
দেখি সবে প্ৰজা পাছে ভয়ে থৰ থৰ ॥৭২৩॥
শঙ্কৰক বেঢ়ি সবে উপায় সুধিলা ।
স্থানান্তৰে থাকিবাক আদেশ কৰিলা ॥
তাত পাছে মেছগণ সত্তৰে আসিয়া ।
শঙ্কৰ দেৱক বেঢ়িবাক মন দিয়া ॥৭২৪॥

চতুৰ্পাশে পুৰীখান বেড়িয়া আচন্ত ।
জৰাসন্ধে যেন মথুৰাক বেড়িলন্ত ।।
দেখন্ত বেড়িলে সবে জাইবে বাট নাই ।
লঘিয়া গুৰুক আশ্ৰৰিয়া সেহি ঠাই ।।৭২৫।।
সহস্ৰেক হাত মান কছাৰীৰ পংক্তি ।
দেৱ দিয়া লঙ্ঘি গৈলা বাহিৰক প্ৰতি ।।
দেখি ম্লেচ্ছগনে ধৰবুলি খেদি গৈলা ।
শঙ্কৰো ঈশ্বৰ দৌৰি পলাইবাক লৈলা ।।৭২৬।।
কাল যৱনক যেন বিনাসিতে হৰি ।
আগে আগে চলি যান্ত পলায়ন কৰি ।।
সেহিভাৱ দৰ্শায়া শঙ্কৰ তাৱক্ষণে ।
লৱৰীয়া যান্ত ম্লেচ্ছ বিনাসিবে মনে ।।৭২৭।।
সিকাৰণে আগে প্ৰভু পাৰ নভৈলন্ত ।
উপায় নকৈলে ৰাজ্যখান নাসিবন্ত ।।
এহি মনে শঙ্কৰ চলন্ত ভবি ভবি ।
ম্লেচ্ছগণে খেদি যান্ত পাছত লৱৰি ।।৭২৮।।
অনন্তৰে গৈয়া ব্ৰহ্মপুত্ৰ প্ৰবেশিলা ।
ম্লেচ্ছগণো বেগে গৈয়া উপস্থিত ভৈলা ।।
ধৰিবাক প্ৰতিমনে চাপিলা ওচৰ ।
দেখিয়া শঙ্কৰ দেৱে বেগে দিলা লৰ ।।৭২৯।।
জলত নামিয়া গুৰু যান্ত ভবি গতি ।
যোগৰ প্ৰভাৱ দেখাইলন্ত তহিতি ।।
ম্লেচ্ছগণ নামিলন্ত নাপেক্ষিয়া তথা ।
পৰম গহন নদী বেগবহে যথা ।।৭৩০।।
ডুবিয়া মৰিল জলে সসৈন্যে কছাৰী ।
উঠিবাৰ উপায়ক নপায়া বিচাৰি ।।
কতোহো ওপঙ্গে কতো জলে তল যায় ।
উঠিবাৰ নৌকা কেহো বিচাৰি নাপায় ।।৭৩১।।
ইটো দেৱ মানুহ বুলি মনত মানিলা ।
অৱশেষ ম্লেচ্ছমানে ফিৰিয়া চলিলা ।।
পাছে শ্ৰীশঙ্কৰ গুৰু পদব্ৰজ তথা ।
ব্ৰহ্মপুত্ৰ পাৰ ভৈল দেখিয় সৰ্ব্বথা ।।৭৩২।।
ব্ৰহ্মচৰ্য্য যোগ গতি প্ৰভাৱত আতি ।
জলৰ ওপৰে শ্ৰীশঙ্কৰে কৰে গতি ।।

সীতাক উদ্ধাৰ হেতু যান্ত ৰঘুপতি ।
সভয়ে দিলন্ত পথ সাগৰে তহিতি ।।৭৩৩।।
সেহিমতে শঙ্কৰক সাদৰ কৰিল ।
প্ৰতি পদে তুলি তুলি পাৰক ধৰিল ।।
মধ্য নদী প্ৰবেশন্তে লৌহিত্য প্ৰধান ।
ভক্তি ভাৱে দিলা আনি গীতা শাস্ত্ৰ খান ।৭৩৪।
গীতা শাস্ত্ৰ দিয়া ব্ৰহ্মপুত্ৰে লৈলেক শৰণ ।
তাৰ পৰা তলুকা গুৰিত উপসন ।।
দেখিয়া কালিন্দী আই মহাৰঙ্গ মনে ।
পাদ প্ৰক্ষালন কৰি সেৱিলা তেখনে ।।৭৩৫।।
পিতামহ দুই আন জাতি বন্ধু জনে ।
শঙ্কৰ আসিল দেখি হৰিষিত মনে ।।
সবেও বন্দিলা গুৰু চৰণত পৰি ।
শঙ্কৰেও তাসম্বাক আশ্বাসিলা ধৰি ।।৭৩৬।।
এহিমতে তিনিপক্ষ তথাত ৰহিলা ।
জ্ঞাতি ভক্ত সমস্তকে সন্তোষ কৰিলা ।।
সকলো ভূঞাৰ্যে তাত ভাল নপাই আতি ।
অন্যত্ৰ যাইবাক মনে জনাইল আতি ।।৭৩৭।।
কোমোৰা কুটা নাম স্থান অতি সুশোভন ।
যদি তাক যাইবে আপোনাৰ হৱে মন ।।
শুনিয়োক যত ভূঞা জাতি মিত্ৰ লোক ।
তোমাসাৰ যদি তাক যাইবা মন হোক ।৭৩৮।।
তেন্তে বিলম্বত কাৰ্য্য নাহি জাতি গণ ।
নৌকাক প্ৰস্তুত কৰা যাইবাৰ কাৰণ ।।
শুনিয়া কৰিল সাজ যত নৌকা গণ ।
পৰিবাৰ সমে সবে কৰি আৰোহণ ।।৭৩৯।।
অনুক্ৰমে গৈয়া কোমোৰা কুটা পাই ।
ৰহিলা সুখদে সবে গৃহক সজাই ।।
শ্ৰীহৰি মন্দিৰ ভক্তগণ গৃহ ভৈলা ।
হৰিৰ কীৰ্ত্তন কৰি তথাতে ৰহিলা ।।৭৪০।।
ছয়মাস থাকি ভাল নেপাই ভেকা গিৰী ।
কোন স্থান গৈলে ভাল দেখিয়ো বিচাৰি ।।
উজান প্ৰদেসে যত বুঢ়ী গঙ্গা আছে ।
সেহি স্থান ভাল বুলি শুনিলন্ত পাছে ।।৭৪১।।
ভূঞা ব্ৰাহ্মণক গুৰু আদেশ কৰিল ।
নৌকা যানে সমস্তেও তথাক চলিল ।।
বুঢ়ীগঙ্গা নদীত উজান চলিযান্ত ।
ক্ৰমযত্নে গৈয়া পাছে মৌক পাইলন্ত ।।৭৪২।।

**শ্ৰীশঙ্কৰদেৱক ব্ৰহ্মপুত্ৰে গীতা শাস্ত্ৰ দান কৰে**

**কোমোৰা কুটাত নিবাস**

পৰম শোভন স্থল সৰ্ব্বত্ৰ সম্পন্ন।
ৰহিবাৰ গৃহক কৰিলা নিৰূপন ॥
হাটী বাটী নাম ঘৰ কৰিলা বিশেষ।
তাত তুলিলন্ত নিয়া সকলো সৰ্ব্বস্ব ॥৭৪৩॥

## শ্ৰীশঙ্কৰদেৱৰ গাংমৌত নিবাস। ৰৰপুত্ৰ ৰমানন্দৰ জন্ম

ভকত সকলে সদা কৰন্ত প্ৰসঙ্গ।
দেখি জগতৰ গুৰু বসি মহাৰঙ্গ॥
ভটিমা টোটয় গীত বিৰচন কৰি।
ভক্তিক দেখন্ত লোকে তাহাক আছৰি ॥৭৪৪।
শঙ্কৰদেৱক লোকে থাকে সেৱা কৰি।
দেখিয়া আনন্দ কৰৈ শঙ্কৰ মুৰাৰি ॥
এহিমতে থাকন্তে আই ভৈলা গৰ্ভাৱতী।
দশ মাস পূৰ্ণ আসি ভৈলন্ত তহিতি ॥৭৪২॥
শুভ দিবসত পাছে সিতো মহা সতী।
ৰমানন্দ ঠাকুৰক জন্ম কৰাইলন্তি ॥
ভক্তভৃঞা সমে বসি আছে গুৰুজন।
আই চন্দৰী আসি কহিলা তখন ॥৭৪৩॥
ডেকা গিৰি ভৈল পুত্ৰ জনম তোমাৰ।
শুনিয়া শঙ্কৰে পাছে কৰিয়া বিচাৰ ॥
আনন্দ নকৰি তথা বিষাদিত মন।
গীত আলোৰণ দেৱ কৰিলা তখন ॥৭৪৪॥

## শঙ্কৰদেৱৰ পুত্ৰ ৰমানন্দৰ জন্ম বিৰক্তিৰ গীত

॥ ধ্ৰুং ॥

পাৱে পৰি হৰি, কৰোহো কাতৰি,
প্ৰাণ ৰাখবি মোৰ।
বিষয়ে বিসধৰ, বিষে জৰা জড়,
জীৱন নাৰহে মোৰ ॥

॥ পদ ॥

অথিৰ ধনজন, জীৱন যৌৱন,
অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ, সবহি অসাৰ,
কৰবো কাহেৰি সাৰ।
কমল দল জল, চিত্ত চঞ্চল,
থিৰ নোহে তিল এক।
নাহি ভয়ো ভয়, ভোগে হৰি হৰি,
পৰম পদ পৰতেক ॥
কহতু শঙ্কৰ, এদুখ সাগৰ,
পাৰ কৰা হৃষিকেশ।
তোহো গতিমতি, দেহু শ্ৰীপতি,
তত্ত্ব পন্থ উপদেশ ॥

## কমললোচন আৰু হৰিচৰণৰ জন্ম। জগদীশৰ ভাগৱত অৰ্পণ

এহিগীত ৰচি প্ৰেমে নিমজিল মন।
দেখি সভাসদ ভক্ত বিস্ময় তখন ॥
আনন্দৰ কাৰ্য্যত বিষাদ কেন ভৈল।
সুধিবাক প্ৰতি সেৱকে আলোচিল ॥ ৭৪৫ ॥
প্ৰাৰ্থনা কৰিয়া বোলে বাপ গুৰুজন।
আনন্দ সময়ে কেনে বিষাদিত মন ॥
পাছে প্ৰকাশিয়া গুৰু কৈলা বিৱৰণ।
পুত্ৰ পত্নী ধন জন দুঃখৰ কাৰণ ॥ ৭৪৬ ॥
কমল পত্ৰৰ জল চঞ্চল যেমন।
খেনেকে পৰয় স্থিৰ নৰহে কখন ॥
এহিমতে লীলাকৰি ৰহন্তে তথাত।
কমল লোচন হৰি চৰণৰ জাত ॥ ৭৪৭ ॥
তাহাৰাও পাছে আইৰ গৰ্ভত ভৈলন্ত।
যাৰ যশ সদায়ে কহয় শিষ্ট সন্ত ॥
শুকমুনি ভৈল জগদীশ বিপ্ৰসিদ্ধ।
বাৰাণসী ক্ষেত্ৰে ভৈল শাস্ত্ৰত প্ৰসিদ্ধ ॥ ৭৪৮ ॥
আপোন মনত তেহো ভাবি পাইল কথা।
ভাগৱত কহো গৈয়া জগন্নাথ যথা ॥
গাবি ভুবি ক্ৰমে পুৰুষোত্তম পাইলন্ত।
দৰ্শন কৰিয়া ৰাতি গুতি আছিলন্ত ॥ ৭৪৯ ॥
স্বপ্নত আদেশ কৈলা প্ৰভু গদাধৰ।
চল জগদীশ তই যথাত শঙ্কৰ ॥
ধুৱাহাট স্থানে বাসা কৰিবাক মনে।
গাং মৌ নামে থাইত আছন্ত এখনে ॥ ৭৫০ ॥

তাহাতে সদায়ে মই থাকো দ্বিজ বৰ।
ভাগৱত কৈবে প্ৰতি চলিয়ো সম্ভৰ ॥
শঙ্কৰে শুনিলে শুনিবাক পাওঁকথা ॥
শঙ্কৰ আমাৰে ভিন্ন নাহিকে সৰ্ব্বথা ॥ ৭৫১ ॥
আৰু গীতা পাঞ্চ ৰাত্ৰ লৈয়া যাইবে লাগে।
শৰণ ভজন হেতু শঙ্কৰক লাগে।
এহি বুলি শঙ্খ-চক্ৰ-গদা-পদ্ম ধৰি!
স্বপ্ন অদৰ্শন ভৈলা ঈশ্বৰ মুৰাৰি ॥ ৭৫২ ॥
চেতন লভিয়া তথা ব্ৰাহ্মণে কান্দন্ত।
কিনো ভাগ্য আবে দেখিলোহো লক্ষ্মী কান্ত ॥

গাংমৌত জগদ্বীশে ভাগৱত প্ৰদান কৰে।

কিন্তু নপাইলোহো তত্ব যাইবো কোন দেশ।
কোথা চলিবো পাইবো কাৰ উপদেশ ॥ ৭৫৩ ॥
হেন চিন্তা কৰি দ্বিজে সন্ধ্যা পূজা কৰি।
আছন্তে কহিলা বৰপাণ্ডা হাস্য কৰি ॥
বাপু তোৰ নাম কিবা জগদ্বীশ হয়।
জগন্নাথ দেৱ আজ্ঞা শুনিবে লাগয় ॥ ৭৫৪ ॥
আজি জগন্নাথ প্ৰভু আদেশিলা মোক।
তোৰ মহা ভাগ্য যেন তাক শুনিয়োক ॥
কামৰূপ গৈয়া সৌমাৰ প্ৰদেশত।
আসাম ৰাজাৰ দেশ কহয় সাম্প্ৰত ॥ ৭৫৫ ॥
যৈত বিশ্বনাথ সিদ্ধ লিঙ্গ মহেশ্বৰ।
যাহাৰ আশ্ৰয়ে বুঢ়ী গঙ্গা নদীবৰ ॥
সেহি মহা তীৰ্থ নদী তীৰ সুশোভন।
গাঙ্গ মৌউ নাম স্থান আছে বিতোপন ॥ ৭৫৬ ॥
তহিতে আছন্ত শ্ৰীশঙ্কৰ ঈশ্বৰ।
মোৰ নিজ ৰূপ ভক্তি কৰন্ত প্ৰচাৰ ॥
তথা গৈয়া ভাগৱত শুনাইবাৰ কথা।
স্বপ্নত তাহাক মই আদেশিলো যথা ॥ ৭৫৭ ॥
তাক প্ৰতিপাল কৰিবাক কহ তই।
এতিক্ষণে যাওক দ্বিজ শাস্ত্ৰ সব লই ॥
হেন আজ্ঞা বাণী মই শুনিয়া প্ৰভুৰ।
আদেশ কহিলো তুমি চল ক্ষিপ্ৰতৰ ॥ ৭৫৮ ॥
এহিবুলি পাণ্ডা তাঙ্ক বিদায় কৰিলা।
প্ৰসাদ ভুঞ্জিয়া দ্বিজ আসামে পৰিলা ॥

এক মাসে আসি পাইলা গাং মৌৰ স্থান।
প্ৰবেশি দেখিলা শঙ্কৰক বিদ্য মান ॥ ৭৫৯ ॥
মহা দীপ্তিমন্ত ৰূপ পৰম স্থশান্ত।
ভক্তগণ মধ্যে বসি প্ৰকাশ কৰন্ত ॥
স্কন্ধ হেতে থৈয়া জুলী শাস্ত্ৰৰ টুপলী।
প্ৰণামিলা জয় জয় শ্ৰীশঙ্কৰ বুলি ॥ ৭৬০ ॥
কুশাসন পাৰি বসিলন্ত দ্বিজ বৰ।
পুচিলা শঙ্কৰে তাঙ্ক কৰিয়া আদৰ ॥
বদতি শঙ্কৰ দ্বিজ কৈৰ পৰা আইলা।
জগদীশে বোলে জগন্নাথে আদেশিলা ॥ ৭৬১ ॥
নুহিকা মানুষ তুমি জানো জগন্নাৰ্থ।
কৰিয়ো উদ্ধাৰ মই পৰম অনাথ ॥
এহিবুলি সকলো কথাক দ্বিজে কৈলা।
শুনি ভক্ত দ্বিজ গণ বিস্ময় লভিলা ॥ ৭৬২ ॥
শঙ্কৰে বোলন্ত ৰাম ৰাম চলিয়োক।
গৃহ সিদ্ধা দিয়া আৰু ভোজন কৰায়োক ॥
সেহি দিনা ৰহিলন্ত দ্বিজ মহাশয়।
পৰদিনা উঠি স্নান সন্ধ্যা আচৰয় ॥ ৭৬৩ ॥
শঙ্কৰৰ নিকটত কৰি মহা ৰঙ্গ।
ভাগৱত কহিবাক কৰিলা প্ৰসঙ্গ ॥
পাছে ৰাম ৰামক বুলিলা গুৰুজন।
ভাগৱত শুনো তুমি আসি প্ৰয়োজন ॥ ৭৬৪ ॥
শুনি ৰাম ৰামে ঠগা আনিয়া যতনে।
স্থান নিৰোপিয়া পাছে দিলা তাৰক্ষণে ॥
সাতদিন ভাগৱত শাস্ত্ৰ ব্যাখ্যা দিল।
সাতদিনে আৰ দুই শাস্ত্ৰক কহিল ॥ ৭৬৫ ॥
শুনিয়া হৰিষ মন শঙ্কৰ ঈশ্বৰ।
জগদীশ বিপ্ৰক প্ৰশংসে বাৰম্বাৰ ॥
ভাগৱত শাস্ত্ৰ লেখিবাক কৰি মন।
যোগবলে তাক সবে কৰিল লিখন ॥
শঙ্কৰে বোলন্ত জগদীশ মহাজন ॥ ৭৬৬ ॥
দেশক যাইবাক কিবা কৰি আহ্বাহন।
বোলন্ত ব্ৰাহ্মণে মোৰ যাইবে কাৰ্য্য নাই।
তুমি জগন্নাথ স্বপ্নে কহিল গোসাই ॥ ৭৬৭ ॥
কিন্তু জগন্নাথক পূজিবে মন ভৈল।
তোমাৰ দৰ্শনে সেহি সমস্তে মিলিল ॥
এহি বুলি মৌনে ৰহি আছন্ত ব্ৰাহ্মণ।
তাত পাছে যেন ভৈলা শুনিয়ো এখন ॥ ৭৬৮ ॥

শ্ৰীশঙ্কৰে একতোলা সুবৰ্ণক আনি ।
বেগেত প্ৰমাণ গৰ্ত্ত খনাইলা তখনি ॥
সাত গোটা বট পত্ৰ পাৰিয়া গৰ্ত্তত ।
তথাতে সুবৰ্ণ তোলা থাপিলা সাম্প্ৰত ॥ ৭৬৯ ॥
তাহাৰ উপৰে সাত গোট পাত দিলা ।
উপৰে মৃত্তিকা দিয়া সাদৰে পুতিলা ॥
বোলন্ত শুনিয়ো দ্বিজ এই সোণা খানি ॥
জগন্নাথ ঈশ্বৰক অপিয়ো আপুনি ॥ ৭৭০ ॥

## জগদীশ বিপ্ৰৰ প্ৰাণ প্ৰয়াণ, শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন ঘোষা শাস্ত্ৰ ৰচনাৰ আৰম্ভ

অৱশ্যেকে জগন্নাথ দেৱে লভিবন্ত ;
ইহাত সংশয় কিছু নকৰিবা সন্ত ॥
প্ৰণাম কৰিয়ো জগন্নাথক এখন !
অৱশ্যেকে সোণা দেৱে তথা উপসন ॥ ৭৭১ ॥
শুনি দ্বিজে পাছে দণ্ডৱতে পৰিলন্ত ।
লৈয়ো জগন্নাথ বুলি সাদৰে পাৰ্থন্ত ॥
শঙ্কৰে বোলন্ত সোণা জগন্নাথে পাইল ।
শুনিয়া ব্ৰাহ্মণে গাঁত খানিয়া দেখিল ॥ ৭৭২ ॥
নাহিকে সুবৰ্ণ সুদা পাত সব আছে ।
তাক দেখি দ্বিজে প্ৰেম আনন্দতে নাচে ॥
ভূঞা বিপ্ৰ ভক্তে বোলে আচৰিত নুই ।
জগত তাৰণ গুৰু অৱতাৰ হুই ॥ ৭৭৩ ॥
পাছে জগদীশে জানি কৰিলা নিশ্চয় ।
এহি জগন্নাথ বুলি দ্বিজে শৰণ পশয় ॥
শ্ৰৱণ কীৰ্ত্তন ধ্যান কৰিয়া তৰিবো ।
আৰু এৰি কদাচিতো আনক নযাইবো ॥ ৭৭৪ ॥
হেনমতে দ্বিজবৰ তথাতে ৰহিয়া ।
শঙ্কৰ ঈশ্বৰ বুলি সততে সেৱিয়া ॥
শ্ৰৱণ কীৰ্ত্তন কৰি কিছু দিন থাকি ।
প্ৰাণ এৰি গৈলা পাছে বৈকুণ্ঠক লাগি ॥ ৭৭৫ ॥
দেখি ৰাম ৰাম গুৰু দ্বিজ গণ লৈয়া ॥
সংস্কাৰ কৰিলা মনে আনন্দিত হৈয়া ॥
পিণ্ড জলাঞ্জলি শ্ৰাদ্ধ কৰি সমাপন ।
গুৰুৰ আদেশ পালি ৰহিলা তখন ॥ ৭৭৬ ॥
এহিমানে জগদীশ কথা সমাপিলা ।
শঙ্কৰ দেৱৰ কহো কথা বিৰচিয়া ॥
ভাগৱত গ্ৰন্থ খানি লভিয়া শঙ্কৰ ।
পদ ছন্দে ৰচনা কৰিবে কৈলা সাৰ ॥ ৭৭৭ ॥
পাষণ্ড মৰ্দ্দন খণ্ড প্ৰথমে কৰিয়া ।
সকলো ভক্তৰ স্থিৰ কৰিলন্ত হিয়া ॥
তাত পাছে অজামিল উপাখ্যান কথা ।
নামৰ মহিমা ব্যক্ত কৰিলা সৰ্ব্বথা ॥ ৭৭৮ ॥
প্ৰহলাদ চৰিত্ৰ পদ পাছে কৰিলন্ত ।
যাক পায়া আনন্দিত ভৈল সাধু সন্ত ॥

## শ্ৰীশঙ্কৰদেৱৰ মাজুলীৰ ধুৱাহাটৰ বেলগুৰী প্ৰবেশ আৰু বেলগুৰী স্থান নিৰ্ম্মাণ

এহিমতে গুৰু নানা লীলা কৰি আতি ।
সাত বৰ্ষ ছয় মাস ৰহিল তহিতি ॥ ৭৭৯ ॥
জয়ন্তা মাধৱ দুয়ো প্ৰাণ পৰি হৰি ।
পৰম আনন্দে গৈলা বৈকুণ্ঠ নগৰী ॥
পুত্ৰগণে শঙ্কৰৰ অনুমতি পায়া ।
শ্ৰাদ্ধ বিধি কৰিলন্ত আনন্দিত হৈয়া ॥ ৭৮০ ॥
তাত পাছে কেটেইখা আদি ভক্ত গণ ।
গুৰুৰ আগত আসি বুলিলা বচন ॥
কছাৰীৰ ভয়ে আসি বটদ্ৰৱা এড়ি ।
ক্ৰমে আসি ইটো স্থানে সবে ৰৈলা বেড়ি ॥ ৭৮১ ॥
শুনিয়া শঙ্কৰ গুৰু বচন বুলিলা ।
ধুৱা হাট স্থান ভাল তৈকে লাগি চলা ॥
শুনিয়া সকলো লোক সাজ পাৰ ভৈলা ।
শঙ্কৰ দেৱৰ সঙ্গে তৈকে লাগি গৈলা ॥ ৭৮২ ॥
ভক্ত গণ সমন্বিতে যান্ত ৰঙ্গ কৰি ।
নৌকাৰ ছেৱত সবে বোলে ৰাম হৰি ॥
কলা কটা নদী মুখে উজায়া চলিলা ।
আনন্দতে যান্তে পাছে ধুৱা হাট পাইলা ॥ ৭৮৩ ॥
স্থান মনোৰম নিকটতে বহে পানী ।
দেখি নৌকা ৰাখিবাক বুলিলন্ত বাণী ।
সেৱক সকলে গুৰু বচন সাদৰি ॥
নৌকা বান্ধি সবে উঠিলন্ত ডৰ ডৰি ॥ ৭৮৪ ॥
শ্ৰীশঙ্কৰো উঠি পদ পঙ্কজ চলাই ।
পৰম সুন্দৰ স্থান দেখিলন্ত যাই ॥
সেৱক সকলে স্থান পৰিষ্কাৰ কৰি ।
ভোজন শয়ন ধ্যানে চিন্তা কৰি হৰি ॥ ৭৮৫ ॥

## ৰামদাস বা গয়পানিৰ শ্ৰীজগন্নাথ প্ৰভুৰ ওচৰত সৎসঙ্গ প্ৰাৰ্থনা

পৰদিনা সকলো সেৱক উঠি তথা ।
হাবি সব কাটি স্থান নিৰোপিলা যথা ।
ভূঞা বংশ সকলেও নিবাস কাৰণে ।
অৰণ্য কাটিয়া গৃহ সাজে স্থানে স্থানে ।। ৭৮৬ ।।
উবনা বকৰা ধ্বজা আদি পৰিকৰ ।
গুৰুৰ কাৰণে দিব্য কৰিলেক ঘৰ ।।
নামঘৰ মণিকুট আৰু হাটী বাটী ।
সকলো সেৱকে মিলি নিৰ্ম্মিলা প্ৰকটি ।। ৭৮৭ ।।
এহিমতে গৃহ সব সু সম্পন্ন ভৈল ।
দেখিয়া শঙ্কৰ দেৱ আনন্দ লভিল ।।
পাছে শুভক্ষণে মহা মহোৎসৱ কৰি ।
হৰিৰ কীৰ্ত্তন পাঠ প্ৰসঙ্গ আচৰি ।। ৭৮৮ ।।
শঙ্কৰ ঈশ্বৰ গৃহ প্ৰবেশ কৰিলা ।
যাৰ যশ ৰাশি দেশ দেশান্তৰে গৈলা ।।
এহিমতে স্থান স্থাপি শঙ্কৰ ৰহিল ।
বেলগুৰি স্থান বুলি সুপ্ৰখ্যাত ভৈল ।। ৭৮৯ ।।
নানা স্থান হন্তে লোক সব আসিলেক ।
শঙ্কৰক গুৰুলভি ধৰ্ম্ম ধৰিলেক ।।
সৰস্বতী ভূঞা মহা পুৰুষ ভূষণ ।
তাহাৰ বংশত গয়পাণি উতপন ।। ৭৯০।।
তেহো নৱদ্বীপে গৈয়া শাস্ত্ৰক পঢ়িলা ।
গৃহত ৰহিলা আসি আনন্দ লভিলা ।।
কতোদিন থাকি তীৰ্থ যাত্ৰী সঙ্গ পায়া ।
তীৰ্থসেৱা কৰিয়া ফুৰিতে মন হৈয়া ।। ৭৯১ ।।
জগন্নাথ ক্ষেত্ৰে যাত্ৰীগণ সঙ্গ কৰি ।
প্ৰভুক নমিলা চৰণত পৰি পৰি ।।
মনত প্ৰাৰ্থিলা যেন ভক্ত সঙ্গ পাইবো ।
ভক্ত সঙ্গ কৰি তযু চৰণ সেৱিবো ।। ৭৯২ ।।
ভকতৰ সঙ্গক প্ৰাৰ্থিলা দেখি হৰি ।
তুষ্ট হয়া স্বপ্ন কহে পাণ্ডাক সাদৰি ।।
গয় পাণি নামে আসি আছে একজন ।
তাহাক আদেশ কৰ যাইবাক ভৱন ।। ৭৯৩ ।।
গৃহতে ভক্তৰ সঙ্গ লভি অনুপাম ।
মোহোৰ স্বৰূপ দেখি হৈব উপসাম ।।
অনান্য তীৰ্থত তাৰ নাহি প্ৰয়োজন ।
অবিলম্বে নিজ গৃহে কৰোক গমন ।। ৭৯৪ ।।
স্বপ্ন জাগি পাণ্ডা পুছে কোন গয় পানি ।
গয় পানি বোলে আমি আছোঁহো এখনি ।।
দেখি পাণ্ডা জগন্নাথ আদেশ কহিলা ।
শুনিবা মাত্ৰকে তেহো গৃহে ফিৰি আইলা ।।৭৯৫।।
মনত বোলন্ত আমি নোহো ভাগ্য হীন ।
জগতৰ পতি হৰি আদেশিলা যেন ।।
ভক্ত বাঞ্চা কল্পতৰু পুৰা মনস্কাম ।
দীননাথে প্ৰাৰ্থো এহি বোলা ৰাম ৰাম ।। ৭৯৬ ।।

### দুলড়ি

আত অনন্তৰে গয় পানি ভূঞা
গৃহত সুখে আছন্ত ।
মনত সৰ্ব্বদা ভাবিয়া থাকন্ত
কোন স্থানে পাইবো সন্ত ।।
পঢ়িলাহো যত তাৰ নাহিলন্ত
তাৰফল কিবা ধৰো ।
হেন চিন্তাকৰি থাকন্তে শুনিলা
শঙ্কৰৰ লগ কৰো ।। ৭৯৭ ।।
শুনিছো পণ্ডিত জ্ঞান অখণ্ডিত
শংকৰ আতি প্ৰধান ।
তাহাক জিনিলে মোৰ বিদ্যামানে
প্ৰকাশি হৈবেক মান ।।
হেন শুণি গাছি সঙ্গ লভিবাক
গৈলা মহা সুখ মন ।
কতো ক্ষণে লৈয়া শঙ্কৰ দেৱৰ
ওচৰত উপ সন্ন ।। ৭৯৮
বদন্তি শঙ্কৰ তুমি কোন নৰ
কিকাৰ্য্যে আসিয়া ভৈলা ।
গয় পাণি শুনি কহিলা কাহিনী
যি কাৰ্য্যে তথাক গৈল ।।
পৰি প্ৰণামিয়া বোলন্ত হাসিয়া
সৰস্বতী ভূঞা নাতি ।
তুমি বিজ্ঞ বড় জানি আমি সাৰ
আসিলো বাদক প্ৰতি ।। ৭৯৯ ।।

হাসিয়া শঙ্কৰ দেৱে বুলিলন্ত
জানিলো আমি নিশ্চয় ।
কিবা শাস্ত্ৰহয় পঢ়িয়া আছয়
কহিবাক মহাশয় ॥
গয়পানি পাছে শ্লোক তিনি গুটি
মাতিয়া শুধিলা অৰ্থ ।
শঙ্কৰে বোলন্ত শুদ্ধ নামা তিলা
কেমনে কৰিবো অৰ্থ ॥ ৮০০ ॥
যি কৈলা সি কৈলা পঢ়া পুনৰ্ব্বাৰ
যদি শুদ্ধ ৰূপ হয় ।
শুনি শ্লোক ছয় মনত ভাবিলা
স্মৰণ কিছু নোহয় ॥
মোহ গৈয়া ৰৈলা হত বুদ্ধি ভৈলা
শ্লোকক নপাই বিচাৰি ।
নাহি শ্ৰুতি জ্ঞান শাস্ত্ৰ অনুমান
সৰস্বতী গৈল চাৰি ॥ ৮০১ ॥
শঙ্কৰক বাদ কৰিয়া জিনিবো
বুজিয়া যেবে আসিলা ।
সেহি পাপে তাৰ দেৱ সৰস্বতী
কণ্ঠক চাৰিয়া গৈলা ॥
তাৰ পাছে গুৰু শ্লোকক পঢ়িয়া
বোলে অৰ্থ কহা তুমি ॥
শুনি গয় পানি চৰণে পৰিয়া
বিনয়ে বুলিলা বাণী ॥ ৮০২ ॥
কহিয়োক অৰ্থ যেন পৰমাৰ্থ
তোমাত শৰণ লৈলো ।
জগন্নাথ প্ৰভু যেন আজ্ঞা দিল
তাহাৰ ফলিতা পাইলো ॥
এহি বুলি সিটো গয় পানি ভূঞা
প্ৰেমে গদ গদ হই ।
কাতৰ কৰিয়া মহা নম্ৰ হৈয়া
পৰি পৰি প্ৰসংশয় ॥ ৮০৩ ॥
কৃষ্ণৰ উদাৰ কথাৰ প্ৰসঙ্গ
শ্লোকাৰ্থ ঃ যথাত হয় প্ৰকাশ ।
গঙ্গা গোদাবৰী আদিতীৰ্থ ছয়
তথাতে কৰে নিবাস ॥
এহি শ্লোক গুটি পঢ়িলন্ত দেৱ
ইটো শাস্ত্ৰ সাৰ বুলি ।
তাৰ অৰ্থ ছয় কৰিলা ব্যাখ্যান
গয়ে শুনে কৰ্ণ তুলি ॥ ৮০৪ ॥
পাছে আথে বেথে গয় পানি ভূঞা
দণ্ডৱতে প্ৰণামিয়া ॥
শঙ্কৰ দেৱত শৰণ লৈলেক
পৰম কাতৰ হৈয়া ॥
ভণ্ডাৰি ডুবিত বাস কৰি সদা
গুৰু সেৱা কৰে আসি ।
মহা তুষ্ট মনে শ্ৰীমন্ত শঙ্কৰে
ধৰ্ম্মক কহে প্ৰকাশি ॥ ৮০৫ ॥
গয় পাণি নাম গুছায়া শঙ্কৰে
ৰাম দাস নাম দিল ।
সেহি দিন ধৰি ৰাম দাস বুলি
মাতয় ভক্ত সকল ॥
শুনা সাধুনৰ চৰিত্ৰ গুৰুৰ
ৰচিলো পয়াৰ আমি ।
ক্ষমা সন্ত লোক জন্মে জন্মে হোক
শঙ্কৰ মাধৱ স্বামী ॥ ৮০৬ ॥

শ্লোক ঃ তত্ৰৈব গঙ্গা যমুনাচ তত্ৰ গোদাবৰী সিন্ধু সৰস্বতীঞ্চ সৰ্ব্বানি তীৰ্থানি বসন্তি যত্ৰা চু তোদাৰ কথা প্ৰসঙ্গ ।

## চতুৰ্থ অধ্যায়

॥ পদ ॥

### শ্ৰীমাধৱদেৱৰ গয়পাণিৰ সঙ্গলাভ উৰ্ব্বসীৰ বিবাহ

আত অনন্তৰে গুৰু মাধৱ দেৱৰ ।
যিমতে পাইলন্ত আসি পাশ শঙ্কৰৰ ।
যেন মন বুদ্ধি দিলা শ্ৰীগুৰু সেৱক ।
সি সব কথাক আনি লিখিবো প্ৰত্যেক ॥৮০৭॥
কাৰ শক্তি আছে ইটো লিখনক প্ৰতি ।
সন্তবাক্যে লিখনক কিছুলেখো যেন মতি ॥
সুখতে আছন্ত গুৰু মাজিৰ স্থানত ।
দিনেক কহিলা মাজি মাধৱ আগত ॥৮০৮॥
ধান মাহ কিছুমান কৰিও আৰ্জ্জন ।
মোহৰ আছয় গুৰু হাল সাতখান ॥

চহাৰ নেলাগে তুমি বিজ মাত্ৰ সিছা।
সময়ত লাগেতাৰ মূল্য লৈয়া বেচা ॥ ৮০৯ ॥
শুনিয়া হৰিৰ মনে কৃষিক কৰিলা।
ঘাঘৰী মাজিত কৰি অধিক লভিলা ॥
বিক্রি কৰি টকা পাইলন্ত যত যত।
সমস্ত দিলন্ত নিয়া মাতৃৰ হস্তত ॥৮১০॥
এহি মতে আঠাৰ বৎসৰ থাকিলন্ত।
উৰ্ব্বশীৰ দশ বৰ্ষ বয়স ভৈলন্ত ॥
বিবাহ দিবাক নাহি কায়স্থ তথাত।
দেখি মাধৱ দেৱে বোলে পিতৃত মাতৃত ॥৮১১॥
আৰ হন্তে নগৈলে নপাইবো যোগ্য বৰ।
যাইবাক লাগিয়া পাছে কৰিলন্ত স্থি ॥
ঘাঘৰী আগত শুৰু সকল কহিলা।
বিষাদিত মনে নাৱ মানুহক দিলা ॥
সকল সৰ্ব্বস্ব নিয়া তুলিলা নৌকাত।
শুভক্ষণে চাৰিজনে বিদায় কৈলন্ত ॥৮১২॥
দেখিয়া ঘাঘৰী মাজি ভাৰ্য্যা পুত্ৰ জন।
বন্ধুৰ বিচ্ছেদ দেখি কৰন্ত ক্ৰন্দন ॥
মাধৱৰ পিতৃ মাতৃ বিষাদিত মনে।
মাজিক সান্তনা কৰি চলিলা তেখনে ॥৮১৩॥
ঘঘৰ এৰি বুঢ়ী লৌহিত্যক পাইলা।
ধুঁআ বোলে সুতি দিয়া কলা কতা গৈলা ॥
সিটো নদী পৰম শোভন বেগৱতী।
যাহান্তে ভাণ্ডাৰি ডুবি পায়া ৰহিলন্তি ॥৮১৪॥
মধ্যাহ্ন সময় ভৈল ভোজনক মনে।
খোলা খুটী আয়োজন কৰিলা তেখনে ॥
ৰামদাস ভূঞা গৃহ সেহি ডুবি কোল।
স্নানক আসিয়া দেখে পুৰুষ বিপুল ॥৮১৫॥
কোথা হৈতে আসা তোবা যোৱা কৈক লাগি।
সঙ্গত আছন্ত দেখো কন্যা মহাভাগী ॥
বদতি মাধৱ আমি কায়স্থ প্ৰধান।
এহি ভগিনীক লাগে কৰিবাক দান ॥৮১৬॥
বিশিষ্ট কায়স্থ কন্যা বিহা দিবে প্ৰতি।
উত্তৰৰ হন্তে ঐক আসিছো সম্প্ৰতি ॥
শুনি ৰাম দাসে পাছে কহিলা সাদৰি।
মই শ্ৰেষ্ঠ কায়স্থ জানিবা সাৰ কৰি ॥৮১৭॥
সৰস্বতী ভূয়া গৃহে জনম আমাৰ।
সম্বন্ধ কৰিব আমি যোগ্য তোমাসাৰ ॥
ইচ্ছা হৈলে ইঠানত ভুজিবে নেলাগে।
আছয় নবীন গৃহ তেকে যাইবে লাগে ॥৮১৮॥
শুনি এৰ কন্যা গিৰি তাহাৰ বচন।
দেখন্ত পুৰুষ গোট পৰম শোভন ॥
অৱলোকে আক্ষ কন্যা দিবাক লাগয়।
গৃহক যাইবেক তান লাগয় নিশ্চয় ॥ ৮১৯ ॥
এহি বুলি মাধৱৰ মনক বুজিয়া।
নৌকা হন্তে ৰাম দাস ঘৰ প্ৰবেশিয়া ॥
দেখন্ত বিশিষ্ট গৃহ স্থান বিতোপন।
ৰহিবাক লাগি আনন্দিত ভৈলা মন ॥৮২০॥

## শ্ৰীমাধৱদেৱৰ বাণ্ডুকা গমণ আৰু পিতৃ বিয়োগ

ৰাম দাসে সৰ্ব্বস্বক তোলাইয়া নিলা।
তান প্ৰতি পালে শুৰু তথাতে ৰহিলা ॥
উৰ্ব্বশী দেৱীক পাছে বিবাহ দিলন্ত।
প. ম হৰিষে ৰামদাসে বিহাইলন্ত ॥ ৮২১ ॥
কিছু দিন থাকি মহোদৰ আতা সন্ত।
বাণ্ডুকা দেশক যাইবেক ইচ্ছা কৰিলন্ত ॥
ৰামদাসে দিলা নৌকা আয়োজন কৰি।
মাধৱ সহিতে গৈলা ভাৰ্য্যাক সাদৰি ॥৮২২॥
অনুক্ৰমে পাইলা গৈয়া আপোনাৰ ঘৰ।
তথাত আছন্ত পুত্ৰ ৰাম দামোদৰ ॥
পিতৃ আসিবাক দেখি সবিস্মিত মন।
চৰণে পৰিয়া প্ৰেমে কৰিলা ক্ৰন্দন ॥ ৮২৩ ॥
চিৰকালে পিতা তয় বাৰ্ত্তাক নপাই।
আছিলোহো আমি সব মৰণ পৰাই ॥
আজিসে জন্মিলো পিতা তব পদ দেখি।
ভিতৰে চলিয়ো আমাক উপেক্ষি ॥ ৮২৪ ॥
এহিমতে পিতৃক নানা শুশ্ৰূষা কৰিলা।
বোলন্ত ইজনা কোন লগত আসিলা ॥
আতা বোলে বাপু ইটো তোমাৰ কনিষ্ঠ।
জ্ঞান গুণ বখানন্ত সন্ত শিষ্ট ॥ ৮২৫ ॥
তোমাৰাধি জানে যিটো বিবাহ কৰিলো।
তাহান গৰ্ভত ইটো পুত্ৰক লভিলো ॥
আৱৰ এখনি কন্যা আছয় শোভন।
বিবাহ কৰিলা তাক ভূঞা একজন ॥ ৮২৬ ॥

শুনি দামোদৰ অতি উল্লাসিত ভৈলা।
মাধৱ দেৱক ধৰিলন্ত সাৱতীয়া ॥
কিনো ভাগ্যে পাইলো বাপু তযু দৰশন ।
এহি ঘৰ বাৰী তোৰ ৰহিও এখনি ॥৮২৭॥
হেনমতে আনন্দতে কতো কাল গৈলা ।
পাছে মহোদৰ অতা পীড়া যুক্ত ভৈলা ॥
নানান ঔষধ সেবি নভৈল নিৰুজ ।
দেখিয়া মাধৱ গুৰু জগতৰ বিজ ॥৮২৮॥
জানিলা চলিবা পিতৃ শোক কৰি অতি ।
মুক্তি মঙ্গলৰ কাৰ্য্য সাধিয়া তহিতি ॥
কাল অৱসানে অতা বৈকুণ্ঠে চলিলা ।
দুয়ো পুত্ৰে নিয়া কাষ্ঠ সংস্কাৰ কৈলা ॥৮২৯॥

## শ্ৰীমাধৱদেৱৰ পিতৃশ্ৰাদ্ধ

পিণ্ড জলাঞ্জলি কৰি শ্ৰাদ্ধক লাগিয়া ।
দামোদৰ অতৈ মহা খেদ যুক্ত হৈয়া ॥
শুনিয়োক বাপুমোৰ বহুধন নাই ।
ৰাজাৰ ভাণ্ডাৰী বুলি সকলে জানয় ॥৮৩০॥
যোগ্যমতে দক্ষিণা নিদিলে বিপ্ৰচয় ।
ক্ৰোধ দিয়া শাপ দিবে কি হবে উপায় ॥
মাধৱে বোলন্ত দাদা নকৰিবা খেদ ।
ব্ৰাহ্মণৰ শ্ৰাদ্ধ কৰাইবোহো পৰিচ্ছেদ ॥৮৩১॥
এহি বুলি টকা শিকি আঢ়লি কৰিয়া ।
ব্ৰাহ্মণৰ ঘৰে ঘৰে বস্তুসবে লৈয়া ॥
আগে আগে থৈয়া পাছে বচন অমৃত ॥
বুলিয়া কৰিলা শান্ত সবাহাৰো চিত্ত ॥৮৩২॥
বোলন্ত ব্ৰাহ্মণ শ্ৰাদ্ধে যাইবে কাজ নাই ।
গৃহস্থ দক্ষিণা পাইলে শ্ৰাদ্ধে কোন যাই ॥
হেনয় কাৰ্য্যক কৰি ভাই দুইজন ।
শ্ৰাদ্ধ শান্তি সমস্তক কৰি সমাপন ॥৮৩৩॥
ভাতালি কৰিবাক মৎস্য আনিলন্ত ।
গেলা দেখি দামোদৰে খেদে বুলিলন্ত ॥
ইথানত ভোজ খাই যিবা যত জন ।
ব্যঞ্জন নভৈলে ভাল লবয় ভোজন ॥৮৩৪॥
বহুতৰ লোক ভোজ দিতে হৈলে পুনু ।
নুজুৰিবে ধনে তাম্বা জানিবা আপুনু ॥
মাধৱে বোলন্ত দাদা খেদ নকৰিবা ।
ৰান্ধিবোহোঁ ভোজ মই সাক্ষাতে দেখিবা ॥৮৩৫॥
এহি বুলি আপুনি ৰান্ধিলা ভোজ শুচি ।
ভুঞ্জি খাই জাতি গণে প্ৰসংশিলা অতি ॥
দামোদৰে বুলিলাহা কিনো ধন্য ধন্য ।
মাধৱৰ প্ৰসাদত আজি বৈল পুণ্য ॥৮৩৬॥
কিছুদিন থাকি গুৰু মাতৃক দেখিতে ।
বিদায় কৰিয়া আইল বাণ্ডুকাৰ হৈতে ॥
গৃহ পায়া পাছে আসি মাতৃক দেখিলা ।
স্বামীক নেদেখি আই আতুৰে পুছিলা ॥৮৩৭॥
তাহাত মৰণ কহিলন্ত গুৰুজন ।
শুনিয়া পৰিল দেৱী মাটিত তেখন ।
আশ্বাসিয়া মাধৱদেৱে শান্ত কৰিলন্ত ।
শাখ সিন্দূৰক আৰ আই তেজিলন্ত ॥৮৩৮॥

## শ্ৰীমাধৱদেৱৰ বাণ্ডুকা ত্যাগ উজনী যাত্ৰা পন্থত গ্ৰহণীৰোগ

এহিমতে কিছু কাল ৰহিয়া আছিলা ।
ভাগদ্ৰব্য আনিবাক পুনু গৃহে গৈলা ॥
ভাতৃক দেখিয়া দামোদৰ মহামতি ।
মজিন্দাৰি কৰ্ম্মে তাঙ্ক নিয়োজিলা তৈতি ॥৮৩৯॥
কিছুদিন থাকি গুৰু কৰ্ম্মক কৰিলা ।
বিলাতৰ বাকী শিকা কিছু নেৰাখিলা ॥
ছয়মাস পৰে বৰ ভাই দেখিলন্ত ।
কাগজতে কাৰো কিছু বাকী নৰহন্ত ॥৮৪০॥
কি কাম কৰিলি বাপু বাকী নাৰাখিলি ।
আমাৰ কাঠালি বৃত্তি সকলে নাসিলি ॥
এহিবুলি ঘৰক পাছিলা কৰি খঙ্গ ।
দেখিয়া মাধৱ দেৱ ভৈলা মহা ৰঙ্গ ॥৮৪১॥
গৃহ পশি ৰহিয়া থাকিলা কতোদিন ।
দামোদৰো আসি গৃহ পাইলেক যখন ॥
মাধৱে খুজিলা পিতৃ ভাগলাগে বুলি ।
শুনি দামোদৰে দিলা ভাগক সমূলি ॥৮৪২॥
বৌ মাতৃ পৰম সাদৰ কৰি অতি ।
মাধৱ দেৱক সেৱ কৰিয়া থাকন্তি ॥
পাছে গুৰু মনে মনে গুনিয়া পাইলন্ত ।
ইসৱ দ্ৰব্যত কিছু সাৰ নাহিকন্ত ॥৮৪৩॥
ইথানত নাহি কিছু ভক্তি আলোচন ।
নাহিকয় সন্ত সাধু আৰু বিজ্ঞ জন ॥
মাতৃক আছন্ত যোলো শোকাকুল মন ।
এতেকে যাইবাক লাগি কৰোহো যতন ॥৮৪৪॥

ভাগৰ যতেক দ্ৰব্য বৰ ভাইক দিল ।
উজানে আসিবে প্ৰতি বিদায় মাগিল ॥
শুনি দামোদৰে কিছু বিষাদ কৰিয়া ।
উজানে আসিবে লাগি নৌকা দিলা নিয়া ॥৮৪৫॥
মনুষ্যৰ ভাৱ দেখাই পথত আসন্তে ।
জ্বৰ গ্ৰহণীক কিছু পীড়াক পাইলন্তে ॥
দামোদৰ দাদা ফিৰাই পন্থ হৈতে নিল ।
নিৰুজ কৰায়া পুনু নৌকাত পঠাইলা ॥৮৪৬॥
তাম্বুল ভৰায়া দিল নৌকাত সাদৰে ।
জেষ্ঠত বিদায় মাগি চলিলন্ত ঘৰে ॥
আসন্তে পথত পাছে শুনিলা কাহিনী ।
আউৰ নপৰা গড়ি আছে মাতৃখানী ॥৮৪৭॥
মহাচিন্তা হুয়া পাছে দেৱীক পূজিত ।
গুৰু পাঠা জোৰা আগ কৰিলা তহিত ॥

## শ্ৰীমাধৱদেৱৰ মাতৃৰ নপৰা শুনি দেৱীৰ পাঠাআগ, ৰামদাসৰ লগত তৰ্কবাদ

এহিমতে গৈয়া ভাণ্ডাৰী ডুবি পাইলা ।
নৌকা ৰাখি শীঘ্ৰে গৈয়া মাতৃক দেখিলা ॥
নিৰুজ সুখদে বসি আছে মহা সতী ।
জানিলা ৰাখিলা আইক দেৱী ভগৱতী ॥৮৪৮॥
ৰামদাসে দেখিলা মাধৱ আসি ভৈলা ।
পৰম সাদৰে আসি আলিঙ্গি ধৰিলা ॥
যাতায়াত কথাসব কহি সমদৰে ।
বন্ধুৰ আলাপ সুখী হৈয়া ৰৈলা ঘৰে ॥৮৪৯॥
মাধৱে বোলন্ত কথা শুনা বহিনাই ।
বৰ এক কাৰ্য্য মোৰ আছে তয়ু ঠাই ॥
মাতৃৰ নপৰা শুনি শোকাতুৰ মনে ।
শৰত কালিন পূজা হইবেক যেখনে ॥৮৫০॥
দুইগুটি শ্বেত ছাগলক বলি দিবো ।
আগকৰি আসি আছো দিবাক লাগিবো ॥
পূজাৰ ওছৰ ভৈল নকৰা বিলম্ব ।
মোৰ টকা নিয়া কিনি আনা অবিলম্ব ॥৮৫১॥
শুনি ৰাম দাসে মনে মিত্ৰ কথা জানি ।
দিবোবা নিনিবো নুবুলিলা কিছু বাণী ॥
মাধৱে জানিলা ছাগ আনিয়া দিবেক ।
বুজিয়া সুদ্‌চমনে স্থিৰ কৰিলেক ॥৮৫২॥

পাছে ভৈল পূজাৰ সময় উপগত ।
ভোজন কৰন্তে গুৰু পুছিলা মিত্ৰত ॥
হোকোৰা কুচিয়া সুত বুদ্ধিত পাগল ।
কিসক নিদিয়া আনি পূজাৰ ছাগল ॥৮৫৩॥
ক্ৰোধকৰি গুৰু যেবে বচন বুলিলা ।
শুনি ৰামদাস ভূঞা ক্ৰোধিয়া উঠিলা ॥
আমাৰ আগত তয়ু অত বৰ ছোট ।
শঙ্কৰৰ লগ পাইলে হৈবা লোট সোট ॥৮৫৪॥
নুবুজিয়া পাঠা পাঠা কৰা দিনে দিনে ।
বিনাসি কাৰ্য্যক লাগি কোনে পাঠা কিনে ॥
ব্ৰহ্ম অংশি জীৱ কোন কাজে বিনাসিবা ।
আপোনাৰ দুঃখ কেনে আপুনি আজ্জিবা ॥৮৫৫॥
জীৱহত্যা কৰি অন্য দেৱক পূজিবা ।
বিনাসি স্বৰ্গৰ খসি নৰক ভূজিবা ॥
মাধৱে বোলন্ত কৈত পাইলা ইটো কথা ।
অতদিনে নপাইলোহো শাস্ত্ৰত ব্যৱস্থা ॥৮৫৬॥
শুনি ৰাম দাসে বোলে নকৰিবা দ্বন্দ ।
শঙ্কৰৰ স্থানে গৈলে পাইবা ভাল মন্দ ॥

## ১৫১৬ চনত শ্ৰীমন্ত শঙ্কৰদেৱৰ লগত শ্ৰীমাধৱ দেৱৰ মনিকাঞ্চন মিলন

মাধৱে বোলন্ত উঠা তান ঠাই যাওঁ ॥
কেমনে আমাক ভঙ্গাই তাক আমি ছাওঁ ॥৮৫৭॥
বেলা গৈলা দেখি সেহি দিনাত ৰহিলা ।
প্ৰভাততে উঠিয়া স্নানিয়া সাজ ভৈলা ॥
ক্ৰমে দুয়োজন গৈয়া শঙ্কৰক দেখি ।
পৰি প্ৰণামিলা দুয়ো খানিকো নাপেখি ॥৮৫৮॥
এক পাস হৈয়া বসিলন্ত দুয়োজন ।
দেখিয়া শঙ্কৰে তাঙ্ক দিয়াইলা আসন ॥
শুনা ৰাম দাস ইটো পুৰুষ সুন্দৰ ।
কৈৰ কিবা কাৰ্যে আইলা আমাৰ ওচৰ ॥৮৫৯॥
কাহাৰ তনয় দেখো স্বভাৱতে শান্ত ।
শুনি ৰামদাসে শঙ্কৰত কহিলন্ত ॥
এহে পাঠা দুই কিনিবাক বুলিলন্ত ।
তাঙ্ক বলি দিয়া মহেশানী পূজিবন্ত ॥৮৬০॥
শ্ৰীমন্ত শঙ্কৰ দেৱ অৱতাৰ হৈয়া ।
পূজাৰ নিদান সব আছে নিসেধিয়া ॥

শুনি আসি আছে ৰাদ কৰিবাক প্ৰতি ।
পূজা বলি দান ৰাখিবাক কৰি মতি ॥৮৬১॥
দীঘল পুৰীয়া গিৰী যাঁহাক কহয় ।
মাধৱ নামত ইটো তাহান তনয় ॥
শঙ্কৰে বোলন্ত কিনো আনন্দ লভিলো ।
মনু বাইৰ পুত্ৰ ইটো সাক্ষাততে পাইলো ॥৮৬২॥
হাসিয়া বোলন্ত বাপু কেনে দেৱী পূজা ।
শতাংশত সুখ দুঃখ সংসাৰত মজা ॥
শুনিয়া মাধৱে প্ৰবৃত্তিৰ কথা আনি ।
তাৰ শ্লোক ছয় নানা প্ৰকাৰে বখানি ॥৮৬৩॥
নিবৃত্তিৰ শাস্ত্ৰগুৰু আনি প্ৰকাশিলা ।
প্ৰবৃত্তিৰ শাস্ত্ৰমানে গাৱন্তে খণ্ডিলা ।।
দুই হন্তে কহন্ত শাস্ত্ৰ দুই হন্তে খণ্ডন্তি ।
দুইজন কথা দুই জনে নমানন্ত ॥৮৬৪॥
প্ৰভাতৰ পৰা তিনিপৰ বেলা গৈল ।
দুই হান্তৰ কথা ভঙ্গ তথাপি নভৈল ॥
তাত অনন্তৰে পাছে শ্ৰীমন্ত শঙ্কৰ ।
তৰুমূল শ্লোক গুটি শ্ৰীভাগৱতৰ ॥৮৬৫॥
পঢ়িয়া ব্যাখান যেন কৰিলা তহিত ।
শুনিয়া মাধৱ দেৱ ভৈলা আচৰিত ॥
শ্লোক : যথাতৰুমূৰ্ল নিসে চনেন, তৃপ্যন্তি তৎস্কন্ধ ভূজোপ শাখা ॥৮৬৬॥
প্ৰাণোপহাৰেণ যথেন্দ্ৰিয়ানাং তথাসৰ্ব্বাৰ্চ্চনমস্যুতেৰ্য্যা ।

## শ্ৰীমাধৱদেৱৰ শৰণ গ্ৰহণ

বৃক্ষ মূলে জল দিলে পত্ৰৰ সন্তোষ ।
হৰিক পূজিলে আনদেৱত নাহি ৰোষ ॥
হৰিক পূজিলে পূজা সমস্তৰে হয় ।
পৃথকে পূজিলে পূজা কেহো নলৱয় । ৮৬৭॥
বৃক্ষৰ মূলত যেন দিলে আনি জল ।
হোৱায় তৃপিতি ডাল পত্ৰ পুষ্প ফল ॥
ডালে পাতে সিঞ্চে যদি মূলত নেদয় ।
কদাচিতো ডালে পাতে তৃপিতি নোহয় ॥৮৬৮॥
ক্ষুধাতুৰ নৰে যদি অন্নক ভূঞ্জয় ।
তৃপিতি হোৱন্ত তেবে ইন্দ্ৰিয় আতিশয় ॥
ভোজন বিহিনে পিন্ধে বস্ত্ৰ অলঙ্কাৰ ।
ইন্দ্ৰিয়ৰ কিছু প্ৰীতি নহয় তাহাৰ ।।৮৬৯॥

হেন শ্লোক শুনিয়া মাধৱ দেৱবৰ ।
শঙ্কৰৰ শুদ্ধমত কৰিলন্ত সাৰ ॥
শঙ্কৰ পৰম গুৰু মনত মানিল ।
দণ্ডৱতে পৰি গুৰু শৰণ পশিল ॥৮৭০॥
পুনু প্ৰণামিবে দেখি পুছে গুৰু জনে ।
প্ৰথমে সেৱিয়া আছা আৰ বাৰ কেনে ।।
শুনিয়া বোলন্ত গুৰু তুমি বৰ ভূঞা ।
জানিয়া প্ৰণাম কৈলো প্ৰথমে আসিয়া ॥৮৭২॥
এবে বাদে ভঙ্গদিয়া চৰণে সেৱিলো ।
নিজ গুৰু বুলি আমি শৰণ পশিলো ।
শুনিদেৱ শ্ৰীশঙ্কৰ তুষ্ট হয়া মন ।
মাধৱক আশ্বাসিয়া বুলিলা বচন ॥৮৭৩॥
চলিয়ো মাধৱ ৰাম দাস সঙ্গ কৰি ।
কালি প্ৰভাততে পুনু আসিবা সত্বৰি ॥
শুনিয়া মাধৱ দেৱ মহাৰঙ্গ কৰি ।
গৃহক লৰিলা শঙ্কৰক সেৱা কৰি ॥৮৭৪॥
পৰদিনা প্ৰভাততে হয়া সঞ্জমন ।
পূজাৰ দ্ৰব্যক কৰি কৃষ্ণক অৰ্পণ ।।
আগে কিছুমান দ্ৰব্য শঙ্কৰক দিয়া ।
কাহাক অপিয়া আছা কোৱা প্ৰকাশিয়া ॥৮৭৫॥

## শ্ৰীমাধৱদেৱৰ দেৱীপুজাৰ সম্ভাৰ কৃষ্ণপূজাত প্ৰয়োগ

মাধৱে উত্তৰ দিলা শুনিয়ো গোসাঞ্ৰ ।
যিবাদ্ৰব্য দিয়া আছো ঈশ্বৰৰ ঠাই ॥
তাৰ অগ্ৰভাগ তযু চৰণে অপিলো ।
তোমাৰ কৃপায়ে কালি যেন জ্ঞান পাইলো ॥৮৭৬॥
শঙ্কৰে বোলন্ত দেৱী পূজাৰ কালত ।
যত দ্ৰব্য দেই পাৱে দেৱীয়ে তাৰত ॥
মাধৱে বোলন্ত বাপ মনেসে প্ৰধান ।
যাক যেন ভাবিদেই পাৱৈ সেহিজন ॥৮৭৭॥
কৃষ্ণবিনে মনে যিটো নেদেখৈ আনক ।
দুৰ্গায়ে তাহাৰ দ্ৰব্য পাইবেক কিসক ॥
শুনিয়া শঙ্কৰদেৱে আনন্দক পাইল ।
সাধু সাধু বুলি মাধৱক প্ৰসংশিল ॥৮৭৮॥
দেখা কোন মাধৱৰ বুদ্ধি বিচক্ষণ ।
কালি মাত্ৰ লৈলে আসি হৰিত শৰণ ॥

এহিবুলি প্ৰসংশা কৰিল ঘণে ঘণে।
মাধৱো চলিলা মহা আনন্দিত মনে ॥৮৭৯॥
পূৰ্ব্বে আলোচন যেন কৰিয়া আসিলা।
সিটো দুই ব্ৰহ্ম আসি একস্থান ভৈলা ॥
গুৰু শিষ্য ভাৱে ভক্তি প্ৰকাশ কৰিতে।
শিষ্যৰ ভাৱক আসি কৰা নিতে নিতে ॥৮৮০॥
গুৰুসেৱা যেন যেন মতে কৰিলন্ত।
সিসব কথাক কোনে কহি পাইবে অন্ত ॥
ৰামদাস ৰামৰাম গুৰু দুইজন।
কীৰ্ত্তনৰ ওজা হয়া কৰন্ত কীৰ্ত্তন ॥৮৮১॥
মাধৱে কীৰ্ত্তন কৰে দাইনা পালি হুই।
তাৰ ধ্বনি গণে গৈয়া গগণ লংঘই ॥
এহিৰূপে দুইজন গুৰুমহা শান্ত।
নানান লীলায়ে হৰিগুণ প্ৰকাসন্ত ॥৮৮২॥
কীৰ্ত্তন ঘোষাৰ পদ পূৰ্ণ কৰিবাক।
প্ৰহলাদ চৰিত্ৰ শিশুলীলা আনিতাক ॥
ক্ৰমে ক্ৰমে পদক নিৰ্ম্মাণ কৰিলন্ত।
কংসবধ পৰিমিত তথাতে ভৈলন্ত ॥৮৮৩॥
ধ্যান বৰ্ণনৰ খণ্ড ৰচিয়া তথাত।
হৰি ভজনৰ তত্ত্ব কৰিলা বিখ্যাত ॥
একদিনা কেটেই প্ৰায়ে গুৰুক প্ৰাৰ্থিলা।
হৰিকীৰ্ত্তনক লাগি সাদৰে জনাইলা ॥৮৮৪॥
পাছে আদেশিলা গুৰু সেৱক যাইবাৰ।
মাধৱ সহিতে চলি গৈলা নিৰন্তৰ ॥
ভূঞায়ে দেখিয়া সমাদৰে আগবাঢ়ি।
নিয়া বসুৱাইলা সবে ৰভাখান বেঢ়ি ॥৮৮৫॥
প্ৰসঙ্গ কৰিয়া কীৰ্ত্তনক আৰম্ভিলা।
ৰাম ৰাম গুৰু কীৰ্ত্তনৰ ওজাভৈলা ॥
কীৰ্ত্তনৰ কংসবধ পদসৱ আনি।
কীৰ্ত্তনত পদ দন্ত দ্বিজ মহামানী ॥৮৮৬॥
অশ্বস্থ সহিতে কুবলয় হস্তীমাৰি।
প্ৰবেশ ভৈলন্ত ৰঙ্গশালা ৰামহৰি ॥
কান্ধে গজ দান্ত শিশুগণ কৰি সঙ্গ।
এহি পদ গান্ত ৰাম ৰাম মহা মহা ৰঙ্গ ॥৮৮৭॥
প্ৰেমানন্দ সমুদ্ৰত মজিয়া সমুলি।
কান্ধত লৈলন্ত সভা ঘৰস্তম্ভ তুলি ॥
স্বভাৱে বহিবে পাৰে লোক চতুষ্টয়।
তিনিহাঁত পুতিছিল খুন্দি অতিশয় ॥৮৮৮॥
একঠেলা মাৰিতাক দুই হাতে ধৰি।
কৌতুকে কান্ধত লৈয়া যান্ত • লীলা কৰি ॥
যেন হস্তী দান্ত কান্ধে লৈয়া যান্ত হৰি।
ৰঙ্গশালা প্ৰবেশ ভৈলন্ত লীলা কৰি ॥৮৮৯॥
সেহি প্ৰেমভৰে ৰাম ৰামে চলিযান্ত।
আনন্দতে মজিসিটো পদক গাৱন্ত ॥
দেখি সভাসদ মহা আশ্চৰ্য্য লভিলা।
আচৰিত মনে ধৰ্ম্ম ধৰ্ম্ম সুমৰিলা ॥৮৯০॥
মহাভয়ে যত যত সভাসদ গণ।
সভা ভাঙ্গি উঠিবাক কৰিলেক মন ॥
দেখিয়া মাধৱ দেৱে আথে বেথে যাই।
দূৰক পেলাইলা ধৰি কান্ধৰ নমাই ॥৮৯১॥

## ৰামদাসৰ কৃষ্ণপ্ৰেমত বিভোৰ

আৰু একদিনা ৰামদাস মহাসন্ত।
কীৰ্ত্তণ কৰন্ত সবে কৃষ্ণৰ আগত ॥
মাধ দেৱ ৰাম ৰাম দাইন বাম ভাগে।
পালি হইয়া তাল ধৰি গান্ত সেহি ছেগে ॥৮৯২॥
প্ৰহ্লাদ চৰিত্ৰ পদ অতি মনোহৰ।
অমৃত বৰিষে যেন শ্ৰৱণী লোকৰ।
আনন্দৰ ভৰে অতি প্ৰেম উপজিল।
কীৰ্ত্তণ সুখত মন সবাৰে মজিল ॥৮৯৩॥
মঘেমাসে বিষু-দিনা ৰাজ্যৰ মধ্যতে।
কাষ্ঠছয় জাপি অগ্নি জ্বালিল তথাতে ॥
দপ দপ কৰি অগ্নি উৰ্দ্ধক উধাই।
ৰামদাসে গান্তে প্ৰেম উপজি ওথাই ॥৮৯৪॥
কৃষ্ণ ভক্তি প্ৰেমত মজিল অতিশয়।
ব্ৰহ্মানন্দ ভাবেমন ভৈলন্ত উদয় ॥
সুখে গান্ত কীৰ্ত্তণ অৰ্থত কৰে ধ্যান।
দেখন্ত আত্মাক নেদেখন্ত কিছু আন ॥৮৯৫॥
প্ৰেমৰ ভৰত বাক্য গদ গদ কৰে।
জাত জাত কৰি অতি শৰীৰ শিহৰে ॥
যেন প্ৰহ্লাদক হস্তীদান্তে ভিৰিলেক।
জলে ডুবাইলেক যেন সৰ্পে দংশিলেক ॥৮৯৬॥
যেনমতে ভাঙ্ক গাত খানি পুতিলেক।

আৰু যেনমতে বিষ পান কৰাইলেক ॥
হাতে গলে বান্ধিয়া অগ্নিত পেলাইলেক ।
কীৰ্ত্তন কৰন্তে সেহি পদক গাইলেক ॥৮৯৭॥
প্ৰেমে পৰশিলা নাহি গাৱত চেতন ।
কীৰ্ত্তনৰ ভাৱে তথা ধৰষিল মন ।।
ঝাম্পদিয়া অগ্নিৰ মাজত বসি ৰৈলা ।
আনন্দিত মনে সেই পদ উচ্ছাৰিলা ॥৮৯৮॥
অগণিত বসি প্ৰেমভাৱে নাম গান্ত ।
সমজ্যাৰ লোক অতি আতুৰ ভৈলন্ত ॥
ধৰা ধৰা বুলিয়া শঙ্কৰদেৱে কয় ।
মাধৱে হাতৰ থৈলা মজিৰা খসাই ।৮৯৯॥

## শ্ৰীমাধৱদেৱৰ আৰু ৰামদাসৰ সেৱা আৰু নাম কীৰ্ত্তনৰ আদৰ্শ

আথে বেথে ধৰি তাক তুলিয়া আনিল ।
বস্ত্ৰ মাত্ৰো নুপুৰিল দেখিলা সকল ॥
কীৰ্ত্তনৰ শেষ যত কৰি সমাপত ।
মাধৱ সহিতে ভৈলা গৃহে উপগত ॥৯০০॥
পৰদিনা শ্ৰীশঙ্কৰে ভকত পাঞ্চিলা ।
ৰামদাস আগে ভক্ত উপসন্ন ভৈলা ॥
দেখে ৰামদাস আছে আনন্দিত মন ।
নাহিকে অগ্নিৰ পীড়া দেখিল তথন ॥৯০১॥
কিসক পঠাইলা বুলি গুৰুত পুছিলা ।
অগ্নি-পীড়া পাইলে কিবা জানিতে পঠাইলা ॥
ৰামদাসে বোলে তব পাদ প্ৰসাদত ।
কিবা বিঘ্ন হৈতে পাৰে আমাৰ গাৱত ॥৯০২॥
সি কথা শুনিয়া ভক্তে গুৰুত জনাইল ।
শুনি সন্তোষিত মনে শঙ্কৰ ৰহিলা ॥
প্ৰতিদিনে মাধদেৱ প্ৰভাততে উঠি ।
স্নান ধ্যান ইষ্টাৰ্চ্চণ কৰি যায় তথি ॥৯০৩॥
ৰাম দাস সমে গুৰুজন ঠাইক আসে ।
গুৰুৰ শুশ্ৰুষা মানে কৰয় হৰিষে ॥
একদিনা ৰাম দাসে আসিতে নপাৰি ।
গৃহতে ৰহিলা গৃহ কৰ্ম্মক আচৰি ।৯০৪॥
সিদিনা ভকত সবে গুৰু সঙ্গ কৰি ।
মহাপ্ৰেমানন্দে গান্ত নামক উচ্ছাৰি ॥
অতি উচ্চৈস্বৰে নাম ধ্বনি উঠি গৈলা ।
তেখনে ঈশ্বৰ জগন্নাথ আসি ভৈলা ॥৯০৫॥
দমনা পুষ্পৰ ঘ্ৰাণ বহি অতিশয় ।
আমোদিত ঘ্ৰাণ পায় সেৱকে বিস্ময় ॥
বুজিয়া শঙ্কৰদেৱে কহিলন্ত তৈতি ।
আসি আছে মহাপ্ৰভু জানিয়ো সম্প্ৰতি ॥৯০৬॥
নামেসে কেৱল তান মন প্ৰাণ হয় ।
উচ্ছাৰন্তে ভক্তে নাম তথাক আসয় ॥

## একান্ত ভক্তিৰ নাম কীৰ্ত্তনত বৈকুণ্ঠ পতিৰ আবিৰ্ভাৱ

ভক্তি প্ৰেমযুক্ত তোমাসাৱ নাম শুনি ।
জগন্নাথ দেৱ ঐক আসিল আপুনি ॥
যাৱদেকে থকে ইটো ঘ্ৰাণ মনোহৰ ।
কৰিয়ো কীৰ্ত্তন তাৱদেকে উচ্চতৰ ॥
শুনিয়া ভকত সবে মহাৰঙ্গ কৰি ।
কীৰ্ত্তন ঘোষাক গাৱে উচ্ছাৰি উচ্ছাৰি ॥৯০৮॥
চাৰি দণ্ড বেলা মানে সিটো ঘ্ৰাণ ৰৈলা ।
তাত অনন্তৰে প্ৰভু নিজস্থানে গৈলা ॥
সেহি দিন বেলা ভাটী ৰামদাস আসি ।
শঙ্কৰক প্ৰণামিলা পৰম হৰিষি ॥৯০৯॥
শঙ্কৰে বোলন্ত ৰামদাস মহামতি ।
জগন্নাথ আসিছিলা প্ৰসঙ্গক প্ৰতি ॥
তুমি নাসিলাহাঁ নপাইলাহা পুষ্প গন্ধ ।
ৰামদাসে বোলৈ প্ৰভু নিজ কৰ্ম্ম বন্ধ ॥৯১০॥
আমি অভাগীয়া কেনমতে লভিবোহো ।
তোমাৰ চৰণ বিনে আন নবাঞ্চোহো ॥
এহিবুলি গুৰুৰ চৰণে সেৱা কৰি ।
গৃহত ৰহিলা দুঃখে কৃষ্ণত সুমৰি ॥৯১১॥
পৰদিনা মাধদেৱ সঙ্গত আসিলা ।
প্ৰসঙ্গত বসিলন্ত দুঃখ মন হইলা ॥
সেহি দিনো দমনাৰ গন্ধ বহি গৈলা ।
শঙ্কৰে বোলন্ত পুনু ঈশ্বৰ আসিলা ॥৯১২॥
নেৰিবাহা নাম যেৱে নুগুচয় গন্ধ ।
শুনিয়া গাইলেক নাম কৰিয়া প্ৰবন্ধ ॥
প্ৰহৰ পৰ্য্যন্ত গন্ধ আসিলন্ত তথা ।
গন্ধ অৱসানে থৈল প্ৰসঙ্গ সৰ্ব্বথা ॥৯১৩।
শুনা ৰামদাস কালি দণ্ড চাৰি পাইলো ।
তোমাৰ খেদত আজি প্ৰহৰ লভিলো ॥

পৰম উদাৰ ভকতৰ বাক্য যত ।
কৰন্ত পুৰণ হৰি তাহাক সতত ॥৯১৪॥
হেনমতে গুৰু ৰাম দাসক প্ৰসংশে ।
ৰাম দাসো তুষ্ট মনে চলিল আবাসে ॥
মনত গুণন্ত গুৰু চৰণ কৃপাত ।
সমস্ত হৱয় সিদ্ধি আন নাহি আত ॥৯১৫॥
শ্ৰীমাধৱ দেৱো গুৰুক সেৱাকৰি ।
ভোজন কৰিবে গৈলা গৃহক সত্বৰি ॥
নৰোত্তম নামে দ্বিজ পৰম সুধীৰ ।
জগন্নাথ যাওঁ কৰিলন্ত স্থিৰ ॥৯১৬॥
একতোলা সোণা আগকৰি বান্ধি থৈলা ।
দৈৱবসে দ্বিজ পাছে যাইবে নপাৰিলা ॥
বহুদিনে দ্বিজ বৰ শোক কৰি ৰৈলা ।
তুষ্ট হইয়া জগন্নাথে সপোন কৰাইলা ॥৯১৭॥
নকৰিবা খেদতুমি যাইবাক নলাগে ॥
শঙ্কৰক দিয়া সেৱা কৰিবাক লাগে ।
তাঙ্ক দেখিলাতে মোৰ দৰ্শন লভিব ।
সুবৰ্ণকো পাইবো মই নিশ্চয়ে জানিব ।৯১৮।
চেতন লভিয়া বিপ্ৰ মহা ভক্তি ভাৱে ।
দিলন্ত সুবৰ্ণ নিয়া শ্ৰীশঙ্কৰ পাৱে ॥
স্বপ্নৰ বৃতান্ত কহি সকাতৰে পৰি ॥
কান্দিবে লাগিলা দ্বিজে জগন্নাথ স্মৰি ॥৯১৯॥
শুনি গুৰুজনে পাছে বটপত্ৰ আনি ।
তাহাতে ৰখাইলা সোণো আচ্ছাদি তৎনি ॥
ব্ৰহ্মাণক কৈলা তুমি দণ্ডৱত কৰা ।
জগন্নাথে পাইলা বুলি মনত সুমৰা ॥৯২০॥
পাছে বিপ্ৰে সেহিমতে কাৰ্য্য কৰিলন্ত ।
আচ্ছাদন পাত গুচাই পাছে দেখিলন্ত ॥
নাহিকয় সোণা পত্ৰ খানি মাত্ৰ আছে ।
জানিল এহেন্তে জগন্নাথ ৰূপে আছে ।৯২১॥
এহিস্থিৰ কৰি দ্বিজে শৰণ পশিলা ।
শ্ৰৱণ কীৰ্ত্তন কৰি গুৰুজন সঙ্গে ৰৈলা ॥

## পঞ্চদশ অধ্যায়

## ছবি

## শ্ৰীমাধৱ দেৱৰ

মাধৱ দেৱক লাগি, তান মাতৃ মহাভাগী
খুজিহিলা কণ্যা একখানি ।
বিবাহক মন নাই' কিমতে পহৰা পায়
ফিৰাই আনিবো মনে মানি ॥
লোক সকলৰ আগে কহিলা মাধৱ ভাগে
বিবাহ কৰিবো নাপুকাত
শুনিয়া কণ্যাৰ বাপ কৰি মহা মনস্তাপ
যাইবে নপাৰিবোহে তথাত ॥৯২২॥
পাছে মাধৱেৰে শুনি জানিলা মনত গুণি
কাৰ্য্য সিদ্ধি হৈবেক আমাৰ ।
খবৰ কৰিবে প্ৰতি লোক পাঠিলেক তৈকি
নিয়া তিনি চাৰি খানি ভাৰ ॥
কণ্যাৰ জনেক ভাৰ নলাগে নলাগে আৰ
নিদিবোহো তাঙ্ক কণ্যাখানি ।
ভাৰক ফিৰায়া দিওঁ অলঙ্কাৰো লৈয়া যাও
বুলি আমি দিলন্ত তখনি ॥৯২৩॥
পাছে অলঙ্কাৰ লৈয়া মাধৱক দিলে নিয়া ।
মহাতুষ্ট ভৈলন্ত মাধৱ ।
জানিলো সাম্প্ৰত কৰি গুৰুৱেসে কৃপা কৰি
আজি মোৰ মিলিল উৎসৱ ॥
হেনমনে গুৰুজন ৰহিতৈতে অনুক্ষণ
শঙ্কৰ দেৱক সেৱা কৰি ।
আছন্ত আনন্দ ভাৱে গুৰুৰ সেৱিয়া পাৱে ।
গুৰুসেৱা দেখান্ত সাদৰি ॥৯২৪॥
আত অনন্তৰে কথা ভৈলন্ত যেহেন দেখ' ।
কৰ্ম্ম পন্থী দ্বিজৰ লক্ষণ ।
আচাৰ্য্য কন্দলী মিশ্ৰ আনো আনো কতো দ্বিজ
শঙ্কৰক দ্বেষ কৰি মন ॥
অনেক বিতণ্ডা কৰি মালাক নিবলৈ ধৰি
ভকতক মট মট কৰি ।
নানান বিগুটি কৰি মাৰিবে খোজন্ত ধৰি
ভক্তে গুৰু জনত গুছৰি ॥৯২৫॥
শুনি গুৰুজনে আনি বুঢ়াখাক কৈলাবাণী
ব্ৰাহ্মণৰ কথা যত যত ।
বুঢ়াখায়ে বুলিলন্ত শুনাগুৰু ভগৱন্ত
কৰিবো উপায় ভালমত ॥
কতো দিন থাকিতথা বুঢ়াখাৰ ভৈল যথা
বাপেকৰ শ্ৰাদ্ধৰ দিবস ।
শঙ্কৰকো নিমন্ত্ৰিলা জাতি ভক্ত সবো গৈলা
আইলা দ্বিজগনো আসবিষ ॥৯২৬॥

মহা সমাৰোহে অতি গুৰুক বৈসাইলা তৈতি
বিপ্ৰগণো নিকটে বসিলা।
চিৰাকল দুধ দৈ ব্ৰাহ্মণকো ভুঞ্জাৱই
আনন্দত দক্ষিণাক দিলা ॥

## কৰ্ম্মগৰ্ব্বী বিপ্ৰৰ দৰ্পচূৰ্ণ, নামৰ অধিকাৰী হোৱাৰ উপযোগী পাষণ্ড মৰ্দ্দন আৰু নামাপৰাধ কীৰ্ত্তণ ৰচনা

সেহি মতে থাকি তথা শঙ্কৰে পুছিলা কথা
ব্ৰহ্মানন্দ আচাৰ্য্যক মাতি।
পাপীজন যত হয় তাৰ কৰ্ম্ম আছে নাই
কহিয়োক আচাৰ্য্য সম্প্ৰতি ॥৯২৭॥
ব্ৰহ্মানন্দাচাৰ্য শুনি কহন্ত মনত গুণি
নাহি পাতকীৰ অধিকাৰ।
পৰম মঙ্গল ৰাম নাম আতি অনুপাম
সেহিনামে পাপীয়ো নিস্তাৰ ॥
পুনু পুনু দৃঢ়েই তান্ত শঙ্কৰ দেৱে পুচিলন্ত
তেহো পুনৰপি দঢ়াই কৈল।
পাতকী জনৰ হৰি নাম অধিকাৰ মাত্ৰ
শঙ্কৰ পুছিবে পুনু লৈল ॥৯২৮॥
কহিয়োক হেন হৰি নামক নিন্দয় ফুৰি
কমনে মানিবে সিজনক।
কহিলন্ত ব্ৰহ্মানন্দে যিজনে নামক নিন্দে
হীন সিটো চাণ্ডালতো ধিক।
শ্ৰীশঙ্কৰেও কহিলন্ত শুনা বিপ্ৰগণ যত
ব্ৰহ্মানন্দে আচাৰ্য্য বচন।
সত্য কিম্বা মিছা হয় কথা আৱে পৰিছয়
যথোচিত শাস্ত্ৰৰ কথন ॥৯২৯॥
শুনিদ্বিজে বোলে কথা ব্ৰহ্মানন্দে কৈলা যথা
সকল শাস্ত্ৰৰ সনমত।
শঙ্কৰে বোলন্ত তেবে ইকথা জানোহো যেবে
কেনেকৰা নামত বিঘাট ॥
ভকতৰ মালা কাঢ়ি লোৱা তেবে কেনকৰি
তোমাসাত পৰে পাপী কোণ।
শুনিয়া ব্ৰাহ্মণ গণে পৰম লজ্জিত মণে
শঙ্কৰক বুলিলা বচন ॥৯৩০॥

আমিসব বিপ্ৰচয় জ্ঞানহীন অতিশয়
অজ্ঞানত কৰি আছো দোষ।
চৰণে প্ৰণাম কৰোঁ দুই চৰণত ধৰোঁ
ক্ষমাকৰি হুয়োক সন্তোষ ॥
এদিনা বুঢ়াখা ভুঞা ভুঞাই বাক মনদিয়া।
শঙ্কৰদেৱক জনাইলন্ত।
আনযত বিপ্ৰগণ কৰিলন্ত নিমন্ত্ৰণ।
গুৰু সবে তথাক গৈলন্ত ॥৯৩১॥
জ্ঞাতি বিপ্ৰ সমস্তক নিলা মাতি ভিতৰক
চিৰা দুগ্ধ খাইবাৰ কাৰণে।
দুই চৰু ঘন ক্ষিৰ আনিথৈলা ভুঞা ধীৰ
ভোজনক কৰাইবাৰ মনে ॥
শঙ্কৰে কহিলা কথা শুনা পেষা ভৈলা কথা
একচৰু ঈশ্বৰে নলৈল।
সেহি চৰু মাজে কে... এক আছে বিষদৃস
তাহাৰ সহিতে পাকভৈল ॥৯৩২॥
অপবিত্ৰ হয়া আছে ভুঞায়ে মাতিলা পাছে
কিৰূপে জানিলা দেৱবৰ।
বোলন্ত দুগ্ধক ঢালা সছামিছা দেখা ভালা
এহি বুলি কহিলা শঙ্কৰ ॥
আৰু এক ভাণ্ড আনি দুগ্ধ ঢালি তাৰক্ষণে
দেখে মাংস সমে কেশ আছে।
দেখি সৰ্ব্ব বিপ্ৰলোক পাইলন্ত পৰম শোক
মনে বিমৰিষ কৰি পাছে ॥৯৩৩॥
বোলন্ত মনুষ্য নুই শঙ্কৰ ঈশ্বৰ হুই
অংশ অৱতাৰ ধৰি আছে।
এহিবুলি বিপ্ৰগণ দ্বেষ এৰি তেতিক্ষণ
বিসময়ে গৃহক গৈলা পাছে ॥
কৰ্ম্মগৰ্ব্বী ব্ৰাহ্মণৰ গৰ্ব্বচুৰ্ণ কৰিবাৰ
বিৰচনা কৰিয়া সংম্বাদ।
পত্নী প্ৰসাদ নাট ৰচনা কৰিয়া তাত
কৰিলাহা কৰ্ম্মক উচ্চাদ ॥৯৩৪॥
পাষণ্ড মৰ্দ্দন নামে কীৰ্ত্তনো বিৰছি তাতে
নানান শাস্ত্ৰ সাৰ জানি।
নাম অপৰাধ কথা পদ্ম পুৰাণৰ তথা
ভক্তিৰ বাধক তাক জানি ॥

পাষণ্ড মতিক এৰি নাম অপৰাধ তেজি
তেবেসে ভক্তিৰ পাত্ৰ হয় ।
এহি কথা সাৰ কৰি শঙ্কৰ গুৰুৱে ধৰি
কৰিলাহা ভক্তি ধৰ্ম্ম চয় ॥১৩৫॥
শুনা শুনা বৃদ্ধজন কৃষ্ণত অপিয়া মন
শঙ্কৰ জগত গুৰু জানি ।
কৃষ্ণকথা শুণা কৰ্ণে ৰাম ৰাম বোলা ৰঙ্গে
বোলো দীন নাথে এহি বাণী ॥

## ষড়দশ অধ্যায়

॥ পদ ॥

### শ্ৰীশঙ্কৰদেৱৰ মদন গোপাল মূৰ্ত্তি নিৰ্ম্মাণ

একদিনা শঙ্কৰে সেৱক সঙ্গকৰি ।
ব্ৰহ্মপুত্ৰ স্নানিবাক গৈলা ৰঙ্গ কৰি ॥১৩৬॥
বাৰিষাৰ নদীবহে ফেন ফোটকাৰ ।
খৰোত্তৰ সোঁত বহে দেখি চমৎকাৰ ॥
চন্দনৰ বৃক্ষগোট উতিয়া আসয় ।
দেখি আনন্দিত ভৈল গুৰু কৃপাময় ॥১৩৭॥
কটিত বান্ধিয়া বস্ত্ৰ জাম্প দিয়া গৈল ।
সান্তৰিয়া সিটো বৃক্ষ ডালত ধৰিল ॥
আজোৰন্ত গুৰু বৰে তীৰক আনিতে ।
দেখি ব্ৰহ্মপুত্ৰে ধৰি তাক নছাৰন্তে ॥১৩৮॥
পাছে ঈশ্বৰৰ চিহ্ন দেখি নদবৰ ।
সবিনয় ভাৱে তথা কৰন্ত কাতৰ ॥
প্ৰতিবৰ্ষে এক চন্দন বৃক্ষ আনিয়া ।
জগন্নাথ দেৱতাক দিবে লাগে নিয়া ॥১৩৯॥
সিকাৰণে আনিলোহো বৃক্ষ ভয়ঙ্কৰ ।
তোমাকো তাহাৰ অংশ দিলো দাল বৰ ।
তাক্তৈয়া ইটো বৃক্ষ গোট এৰিয়োক ।
শুনিয়া শঙ্কৰ দেৱে এৰিলন্ত তাক ॥১৪০॥
ডাল একগোট গুৰু হাতত আনিয়া ।
আনন্দ কৰিলা ডাল সেৱকক দিয়া ॥
আশ্চৰ্য্য দেখিয়া সৰ্ব্ব সেৱক বিস্ময় ।
ৰাম ৰাম দ্বিজে দেৱ শঙ্কৰে পোছয় ॥১৪১॥
বিৰলে সকলো কথা তাহাক্ত কহিলা ।
প্ৰভাব জানিয়া গুৰু নিছুকি তভিলা ॥
এহিমতে যত যত কাৰ্য্য প্ৰকাশিলা ।
কোনে কহিবাক পাৰে ঈশ্বৰৰ লীলা ॥১৪২॥

এহি মতে হৰি ভক্তি প্ৰকাশি শঙ্কৰ ।
আছন্তে আনন্দ ভৈলা সমস্ত লোকৰ ॥
বেলবৃক্ষ গোট ডাল পাট বিহৰিলা ।
দেখিয়া শঙ্কৰ পাছে মনত ইচ্ছিলা
প্ৰতিমা সাজিতে ইটো কাষ্ঠ যোগ্য হয় ।
ভাবিলা মনত গুৰু কৰিলা নিশ্চয় ॥
পাছে ৰাম ৰাইক দেৱে মাতিয়া আনিলা ।
প্ৰতিমা সাজিবে লাগি আলোচনা কৈলা ॥১৪৩॥
কেৰোলা বাঢ়ৈক আনি বুলিলা শঙ্কৰ ।
সাজা জগন্নাথৰ প্ৰতিমা শীঘ্ৰে তৰ ॥
কাষ্ঠকাতি বাঢ়ৈ আসি পুছিলা গুৰুক ।
কেমন স্বৰূপ মূৰ্ত্তি হৈবে কহিয়োক ॥১৪৪॥
হাসিয়া বুলিলা কালি প্ৰভাতে আসিবা ।
যেহেন দেখিবা তেনে মূৰ্ত্তিক কৰিবা ॥
শুনিয়া চলিয়া বাঢ়ৈ গৈলা নিজ ঘৰ ।
পৰদিনা স্নানকৰি আসিলা সত্বৰ ॥১৪৫॥
পাছে ঘৰে গুৰু স্নান উদ্যম কৰিয়া ।
স্নানক কৰন্তে গুৰু কলসি ধৰিয়া ॥
চতুৰ্ভূজ হয়া দেৱ জগত ঈশ্বৰ ।
দুয়ো হস্তে দুই ঘট তুলিয়া উপৰ ॥১৪৬॥
মস্তক উপৰে দুই হাতে পানি ধালে ।
দুইহাতে জানুপৰে গাৱক পখালে ॥
আজানু লম্বিত হাত শৰীৰ শোভন ।
টাটিৰ বাহিৰে বাঢ়ৈ হয়া উপসন ॥১৪৭॥
নেত্ৰ দিয়া টাটিহন্তে দেখি সেহিৰূপ ।
আনন্দে কৰিলা মূৰ্ত্তি তেনয় স্বৰূপ ॥
প্ৰতিমা সম্পূৰ্ণ ভৈলা গুৰু আগে দিলা ।
দেখিয়া সোধন্ত বাঢ়ৈ কেমন কৰিলা ॥১৪৮॥
শুনি দণ্ডৱতে পৰি বচন বুলিল ।
নিজদাস বুলি গোসাই যেন দেখা দিলা ॥
সেহিমতে নিৰ্ম্মি আনি সমপিলো আমি ।
ভৃত্যবুলি দোষ মৰসিয়ো তুমি স্বামী ॥১৪৯॥
শুনিয়া শঙ্কৰ গুৰু হাসিয়া ৰহিলা ।
প্ৰতিষ্ঠা কৰিব মনে আদেশ কৰিলো ॥

### শ্ৰীশঙ্কৰদেৱৰ কোৰোনা বাঢ়ৈ দ্বাৰা মূৰ্ত্তি নিৰ্ম্মাণ আৰু মূৰ্ত্তি প্ৰতিষ্ঠা

শুনা ৰাম ৰাম তুমি প্ৰতিষ্ঠাক লাগি ।

বিবিধ বিধানে দ্ৰব্য গোটোৱা বিভাগি ॥৯৫০॥
কৰিলা যগুতি প্ৰাণ প্ৰতিষ্ঠা কৰিবে ।
পৰম আনন্দে তাক শুনিলেক তেবে ॥
বাদিক ব্ৰাহ্মণ সবে বিপক্ষ আচৰি ।
বোলে মূত্তিকাতি আছে তাত দিয়া ভৰি॥৯৫১॥
লোক বস কৰাইবাক প্ৰতিমা সজাইল ।
তাকে জগন্নাথ বুলি প্ৰকাশ কৰিল ॥
দেখো কেনমতে তাক প্ৰতিষ্ঠা কৰয় ।
আমৰা ব্ৰাহ্মণসব যাইবে নলাগয় ॥৯৫২॥
মাতিলেও নযাইবোহো আমৰা সকল ।
কেনমতে কৰেদেখো শঙ্কৰৰ বল ॥
সেহিকথা শুনিয়া শঙ্কৰ দেৱ বৰ ॥
মাতি ৰাম ৰামক কহিলা কথা সাৰ ॥৯৫৩॥
শুণা ৰাম ৰাম তুমি কৰা নিমন্ত্ৰণ ।
প্ৰতিষ্ঠাক লাগি আসন্তোক সৰ্ব্বজন ॥
আচাৰ্য্য কন্দলী মিশ্ৰ উপাধ্যা ভাৰতী ।
কাকো সোণাতোলা আদতোলা কাকো প্ৰতি । ৯৫৪॥
ভাঙ্কৰাদি ব্ৰাহ্মণক এক মযা কৰি ।
পাটভুণী কাকো দিবা কম্বল সাদৰি॥
এহিমতে আয়োজন কৰা গুৰু তুমি ।
বহল কৰিয়া কৰা প্ৰতিষ্ঠাৰ ভূমি ॥৯৫৫॥
এহিকথা লোক জনে কহিবে লাগিলা ।
দ্বেষ কৰি বিপ্ৰে শুনি উল্লসিত ভৈলা ॥
ধন্য ধন্য শঙ্কৰ বুলিয়া প্ৰসংশিলা ।
পূৰ্ব্ব কথা এৰি আসিবাক আলোচিলা ॥৯৫৬॥
আত অনন্তৰে প্ৰতিষ্ঠাৰ দিন ভৈল ।
ৰাম ৰাম গুৰু প্ৰাণ প্ৰতিষ্ঠা কৰিল ॥
মিশ্ৰ ভাৰতী আদি আইল নিমন্ত্ৰণে ।
যতেক নিন্দুক দ্বিজ আসিল তেখনে ॥৯৫৭॥
যথোচিতে সবাহাক্কে দিলেক দক্ষিণা ।
পৰম আনন্দ ভৈল যত দ্বিজ জনা ॥
শঙ্কৰে বোলন্ত শুণা মিশ্ৰ আদিকৰি ।
সমুচিত কথা সোধো কহা দায়া কৰি ॥৯৫৮॥

## বালক, স্ত্ৰী, শূদ্ৰ, অল্পবুদ্ধি সকলৰ প্ৰতিমাই হৈত সাধন ৰুক্মিণী কন্যা জন্ম কাৰ ।

ঈশ্বৰৰ মূত্তি হৈটো হয় কি নুহিকয় ।
আক্ক সেৱা কৰি গতি পাবে কি নাপাৱয় ॥
হেন শুনি কহিলন্ত বিপ্ৰ নিৰন্তৰ ।
গীতা ভাগৱতে কহি আচন্ত ঈশ্বৰ ॥ ৯৫৯ ॥
মৃত্তিকা পাষাণে দেৱ জলে তীৰ্থ হয় ।
কিন্তু চিৰকালে সেবি মুকুতি লভয় ॥
স্ত্ৰী বালকাদিক ঈশ্বৰ কৰাইতে পৰিচয় ।
অণ্টধা প্ৰতিমা আদি অৱশ্যে লাগয় ॥ ৯৬০ ॥
দেৱতা তীৰ্থতো কৰি সাধু শ্ৰেষ্ঠ হয় ।
দৰশন মাত্ৰে শুদ্ধ কৰে সাধুচয় ॥
শঙ্কৰে পুচিলা পুনু কথা তাসম্বাক ।
কহিয়োক দ্বিজ সব সাধু বুলি কাক ॥ ৯৬১ ॥
শ্ৰৱণ কীৰ্ত্তন আদি ভকতি কৰয় ।
তাসম্বাক সাধুবুলি কৈলা বিপ্ৰচয় ॥
পুছিলা শঙ্কৰে পুনু তাসম্বাত তেবে ।
দেৱতো তীৰ্থতো সাধু শ্ৰেষ্ঠ বোলা যেবে ॥ ৯৬২ ॥
হেনয় সাধুক নিন্দা কৰে যিটো নৰ ।
কৈয়ো তাৰ কোন গতি হৈব অনন্তৰ ॥
প্ৰতিষ্ঠিত এই দেৱ প্ৰতিমা সেবিয়া ।
শুদ্ধ হৈবে নহৈবেক কৈয়ো প্ৰকাশিয়া ॥ ৯৬৩ ॥
বোলন্ত সকল বিপ্ৰে কি কহিবো আৰ ।
প্ৰতিমা সাধুক নিন্দি নৰকে যাইবাৰ ॥
বেদশাস্ত্ৰ তন্ত্ৰে মন্ত্ৰে আক কহি আছে ।
জানিয়া কহিলা দেৱ তোমাসাৰ কাছে ॥ ৯৬৪॥
এহিবুলি দ্বেষকাৰি দ্বিজ নিৰন্তৰ ।
প্ৰণামে কৰিয়া ৰঙ্গে গৈলা ঘৰে ঘৰ ॥
উচ্চকৰি সভাসদে হৰিধ্বনি দিলা ।
শঙ্কৰ দেৱক নমি সভা বিসৰ্জ্জিলা ॥ ৯৬৫ ॥
শঙ্কৰৰ ভাৰ্য্যা আই ৰূপে গুণে ধন্যা ।
ৰুক্মিণী নামত প্ৰভৱাইলা এককন্যা ॥

## শ্ৰীমাধৱদেৱৰ গুৰু সেৱাৰ আদৰ্শ

মহা শুভনিতা গুৰু আদৰ কৰয় ।
পৰম সাদৰে তেহো পিতৃক সেৱই ॥ ৯৬৬ ॥
মাধৱ দেৱকো সদা আদৰ কৰন্ত ।
গুৰুৰ বালিকা দেখি মাধৱো স্নেহন্ত ॥
সিটো কথা এৰি মাধৱৰ কথা শুনা ।

যেনমতে গুৰু সেৱা কৈলা তাক জানা ॥ ৯৬৭ ॥
শ্ৰেষ্ঠ সবে যেন মতে কৰ্ম্ম আচৰয় ।
পাছক লাগিয়া সিটো মহাধৰ্ম্ম হয় ॥
আদৰ্শ দাজিয়া গুৰু শিষ্য ৰূপ ধৰি ।
জগতক শিক্ষাদি জীৱ নিস্তাৰ কৰি ॥ ৯৬৮ ॥
প্ৰভাতে উঠিয়া গুৰু সঙ্গমন হইয়া ।
শঙ্কৰ দেৱৰ স্থানে সত্তৰে আসিয়া ॥
স্নানৰ সম্ভাৰ তৈল পীড়া পানী আনি ।
মৃত্তিকা খৰিকা অম্লু থৱে থানি থানি ॥ ৯৬৯ ॥
গাত্ৰ শুদ্ধি পাত মাজি লিপন কৰিয়া ।
যথা যোগ্য গৃহ ঠাই সোধন কৰিয়া ॥
আপুনিয়ো স্নান কৰি আসি তাত পৰে ।
উষ্ণজল দেন্ত বস্ত্ৰ দিয়ন্ত সাদৰে ॥ ৯৭০ ॥
ঈশ্বৰৰ ধ্যান কৰিবাক কণ্ঠ দেন্ত ।
তাত পৰে প্ৰসঙ্গতে বহি নাম গান্ত ॥
কীৰ্ত্তন গৃহৰ হন্তে গুৰু বাহিৰায় ।
ভোজনৰ দেন্ত কাহিঁ পীড়া যতনাই ॥ ৯৭১ ।
ভোজন কৰিয়া গুৰু আসিয়া বসন্ত ।
মুখ শুদ্ধি কৰিবাৰ গুৱা যোগাবন্ত ॥
যেবে গুৰু জন বিশ্ৰামক প্ৰৱেশয় ।
প্ৰণাম কৰিয়া গুৰু মাধৱ চলয় ॥ ৯৭২ ॥
এহিমতে নানা যত্নে প্ৰত্যেক দিনত ।
গুৰুৰে সেৱাক কৰি মাধৱ থাকন্ত ॥
ভোজন কৰিয়া পুনু উপগত হই ।
সিবেলা শঙ্কৰ গুৰু শয়নে ৰহই ॥ ৯৭৩ ॥
এদিনা মাধৱ দেৱ বহিয়া আছয় ।
ৰুক্মিণী দেৱীয়ে গৈয়া পিতৃত কহয় ॥
উঠিয়োক পিতাতৰ বান্ধৱ মাধৱ ।
আসি বসি আছে কৰিবাক লাগি সেৱা ॥ ৯৭৪ ॥
শুনিয়া শঙ্কৰ গুৰু মহাপ্ৰেম হইয়া ।
বোলন্ত জানিলা তুমি বান্ধৱ বুলিয়া ॥
ধন্য ধন্য আই তুমি দুহিতৃ জন্মিলা ।
মাধৱ বান্ধৱ বুলি সাৰ্থক লভিলা ॥ ৯৭৫ ॥
এহিবুলি আঠে বেঠে বাহিৰে আসিলা ।
বহন্ত শঙ্কৰ দেৱ সমাহিত হইয়া ॥
প্ৰণামিয়া মাধৱ দেৱে কথাক পোছন্ত ॥
বৈকুণ্ঠৰ যশ ৰস কহিয়া থাকন্ত ॥ ৯৭৬ ॥
কৃষ্ণযশ ৰস প্ৰকাশন্ত নিৰন্তৰ ।
শুনন্তে আনন্দ মিলে ভকত সবৰ ॥
সেৱা সেৱক ভাৱে জগত ঈশ্বৰ ।
গোপ্য জ্ঞান প্ৰকাশন্ত কৰি প্ৰশ্নোত্তৰ ॥৯৭৭॥
সকলো সেৱকে শুণি আনন্দিত মন ।
কৃষ্ণ কথা অমৃতক পিয়ে ঘনে ঘন ॥
ভোজনৰ প্ৰসাদ মুঠি যিমতে হোৱয় ।
তৃণ কাষ্ঠ যথা সেহি সময়ে লাগয় ॥৯৭৮॥
সিসবৰ পৰিপাতি কৰয় মাধৱ ।
দেখিয়া শঙ্কৰ গুৰু আনন্দে বিভৱ ॥
এক দিনা চন্দৰী আয় ৰঙ্গমনে ।
ধানগুটি সিদ্ধ কৰি মেলিলা যতনে ॥৯৭৯॥
গুৰুৰ আছিল এক বৃষভ প্ৰমত্ত ।
ধানৰ ওপৰে ছলি গৈলা ময় মত্ত ॥
দেখি আই হাস্য কৰি বুলিলা বচন ।
চোৰৰ বৃষভ তই কেন কৰ হেন ॥৯৮০॥
শুণিয়া জগত গুৰু ৰাগিয়া উঠিলা ।
আমাক বুলিলি চোৰ তোৰ হেন খেলা ॥
আই বোলে কোন দোষ কৰি আছো আমি ।
গোকুলৰ কথাকিবা পাসৰিলা স্বামী ॥
হাসিয়া মাধৱ দেৱে চৰণে প্ৰাৰ্থিলা ।
ব্ৰজবাসী ঘৰে যিবা হৈছিল লীলা ॥
তাক উচ্চাৰণে কিবা দোষ যোগ্য ভৈলা ।
শুণি গুৰুজনে হাসি বচন বুলিলা ॥৯৮১॥
বড়া পোৰ কথাক জিনিবে পাৰে কোন ।
পুনু মাধ দেৱে সেৱি বুলিলা বচন ॥
ক্ৰোধে পশিলেক স্নান কৰিবে উচিত ।
পাছে স্নান কৰিলন্ত জগতৰ হিত ॥৯৮২॥
এহিমতে আনোযত চৰিত্ৰ গুৰুৰ ।
তাক লিখিবাক প্ৰতি শকতি কাহাৰ ॥
যোগ ধাৰী নামে এক বিলেক আছিল ।
এৰিসাৰ খেত তাত ধ্বজায়ে কৰিল ॥৯৮৩॥
সৰিসা পকিল তাত বহুলোক লাগে ।
বুলিয়া গুৰুত কৈলা উবনা মহাভাগে ॥
নাহিকয় লোক সৰিসাও নাসহয় ।
শুনিয়া শঙ্কৰ গুৰু মনত গুণয় ॥৯৮৪॥
পৰদিনা মাধৱ আসিয়া প্ৰভাতত ।

গুৰুৰ কিঞ্চিৎ চিন্তা দেখি জানিলন্ত ॥
কৰিবো উপায় আমি তযু দাস আসি।
শুনি হাসিলেক গুৰু বদন প্ৰকাশি ।।১৮৫।।
পাছে মহাপুৰুষে মাহ প্ৰসাদক দিয়া।
গুৱা পান কাটি তাম্বুলক নিয়োজিয়া ॥
উৰনা বকৰা ধ্বজা সমস্তকে লই।
বিলৰ পাৰত মহা ধৰিলেক জুই ।।১৮৬।।
বৰ বৰ কাণ্ঠচয় আনিয়া যতনে।
অগণিত দিলনিয়া গুৰু তেতিক্ষণে ॥
যোগধাৰী বিণে মাছ মাৰিবাক প্ৰতি।
বহুতৰ লোক আসি আছয় তহিতি ।।১৮৭।।
শীতে পিড়িলেক লোক কাম্পে তৰতৰি।
ভয়ঙ্কৰ অগ্নি দেখি আসিলা সত্বৰি ॥
দপ দপ কৰে অগ্নি ভৈলেক প্ৰতাপ।
বেঢ়িয়া বসিল লোক পায়া জুইৰ তাপ ।।১৮৮।।
মাধৱে দিলন্ত গুৱা প্ৰসাদ বিলাই।
খাই ভুজি তুষ্টমন ভৈলেক সবাই ॥
বুলিলন্ত কিবাবাঞ্চা কৰাহা গোসাঁই।
মাধৱে বোলন্ত মোৰ আন কাৰ্য্য নাই ।।১৮৯।।
গুৰুৰ সৰিষা সব পকিয়া আছয়।
তোমসাৰ দয়াভৈলে এখনে উঠয় ॥
সকলো প্ৰজায়ে পাছে ভাল ভাল বুলি।
ক্ষণেকে সকলো খেত পেলাইলেক তুলি ।।১৯০।।
হৰিধ্বনি কৰি মাধৱক ধন্য কৰি।
নিজ স্থানে গৈলা যাৰ যৈত ঘৰা ঘৰি ॥
শঙ্কৰে শুনিয়া মাধৱক প্ৰসংশিলা।
কিনো বিচক্ষণ বুদ্ধি আন সম্পজিলা ।।১৯১।।
বোলন্ত মাধৱবাপু বৰকথা হই।
তোমাৰ কৃপায়ে সৰ্ব্ব কাৰ্য্য সিদ্ধি হই ॥
এহি বুলি সেহিদিনা চলিলা গৃহক।
ৰাত্ৰি অৱসানে পুন আসিলা তহিক ।।১৯২।।
যেন যেন গুৰুসেৱা কৰিয়া চলিলা।
গোসানী গুৰুৰ অগ্ৰে বচন বুলিলা ॥
প্ৰতিদিনে মাধ দেৱে সেৱা বন কৰি।
অভোজনে চলি জান্ত বৰদুঃখে পৰি ।।১৯৩।।

### শ্ৰীমন্ত শঙ্কৰ দেৱৰ গৃহত ঘট পট বিদুৰ তাক শ্ৰীমাধৱ দেৱৰ অন্ন ভোজন

আমাৰ বচনে ভোজনক নকৰিব।
আপোনাৰ আদেশত অন্নক ভুঞ্জিব ॥
শঙ্কৰে বোলন্ত ঘট মট কিছু হইব।
তথাপি তোমাৰ কথা কহিয়া দেখিব ।।১৯৪।।
পৰদিনা গুৰুসেৱা কৰিতে আসিল।
সেৱাকাৰ্য্য কৰিগুৰু চৰণে নমিল ॥
বোলন্ত মাধৱ ৰমানন্দ মাৱে কয়।
আমাৰ গৃহত তুমি ভুঞ্জিবে লাগয় ।।১৯৫।।
মাধৱে বোলন্ত গুৰু পত্নী লক্ষ্মী আই।
তান অন্ন ভুঞ্জিবাক বৰ ভাগ্যে পাৰ ॥
কিন্তু অভ্যন্তৰ মোৰ দেখিবাক লাগে।
তেবেসে প্ৰসাদ ভুঞ্জিবাক পাৰো ভাগে ।।১৯৬।।
হাসিয়া শঙ্কৰে সেহি সংমত কৰিলা।
শ্ৰীমাধৱ দেৱো পাছে ভিতৰে পশিলা ॥
দেখন্ত আছন্ত গৃহচুকে ঘট পট।
আথে বেঠে বোলে আই ইটো অদভুত ।।১৯৭।।
কিকাৰণে ইটো ঘট পাতি তুমি পূজা।
শঙ্কৰ দেৱক আৰে কোন বুলি বুজা ॥
কহিলন্ত দেৱী মাধৱত বাক্যামৃত।
আছয় আমাৰ বাপু কন্যা হৰা সুত ।।১৯৮।।
কোনবা বিঘিনী কৰে বুলি শঙ্কা কৰোঁ।
সিকাৰণে ঘট পট পাতি পূজা ধৰোঁ ॥
শুনি মাধ দেৱে পাছে বুলিলা বুজাই।
পৰম ঈশ্বৰ গুৰু যাৰ পতি হই ।।১৯৯।।

### শ্ৰীশঙ্কৰদেৱৰ ভাৰ্য্যাৰ শৰণ গ্ৰহণ

যাৰ গুণ যশ উচ্চৰিয়া লোক তৰে।
যাহাক স্মৰণে সৰ্ব্ব বিঘ্নিকো নিস্তৰে ॥
হেনয় গুৰুক তুমি পতি বুলি মানা।
হাতে পাই তুমি তাঙ্ক কিছুয়ে নাজানা ।।১০০০।।
এহিবুলি মাধ দেৱে গুৰুক চিনাইলা।
শঙ্কৰ দেৱক লাগি অষ্টাঙ্গে নমাইলা ॥

সেহিকাল হন্তে আই শকতি জানিলা।
শঙ্কৰ ঈশ্বৰ বুলি নিশ্চয়ে মানিলা ॥১০০১॥
ঘট পট পাগ পাত্ৰ সবদুৰ কৰি।
অন্নক বান্ধিলা দেৱী পৰম সাদৰি ॥
দুইজনা গুৰু তাতে আনন্দতে বসি।
ভোজন কৰিলা মহা মনত হৰিষি ॥১০০২॥
শঙ্কৰে বোলন্ত কিনো মাধৱৰ বল।
ক্ষণিকতে ঘট পট গুচাইলা সকল ॥
হেনমতে আছন্ত মাধৱে সেৱাকৰি।
দিনেক কহিলা আই বচন সাদৰি ॥১০০৩॥
শুনিয়ো গোসাঞ্ৰ কন্যা খানি দিবে ভৈল।
মাধৱত দিবো হেন মনে সম্পজিলা ॥
আপুনি বুলিলে তেহো নুবুলিবে আন।
মাধৱ আসিতে কহিয়োক বিদ্যামান ॥১০০৪॥
শঙ্কৰে বোলন্ত ইটো কথা নকৰিব।
তোমাৰ কথায়ে তবো আসিলে কহিব॥
ভাটি বেলা আসি গুৰু সেবিলন্ত যেবে।
শঙ্কৰে কহিবে লৈলা মাধৱত তেবে ॥১০০৫॥
শুনা বাপু মাধৱ বোলোহো এককথা।
মাধৱে বোলন্ত নুবুলিয়ো সিটো যথা ॥
সকল আজ্ঞাক আমি মাথা পাতি লৈবো।
ষিকথা বুলিবে চাহা তাহাক ক্ষমিয়ো ॥১০০৬॥

## গড়বান্ধি যুজা আৰু বিনাগড়ে যুজাৰ আহি অৰ্থাৎ গৃহস্থী আশ্ৰম লৈ ভকত হোৱা আৰু অবিবাহিতা হৈ উদাসীন আশ্ৰম গ্ৰহণ কৰি হোৱা ভকতৰ আহি

শঙ্কৰে বোলন্ত গড় বান্ধিয়া যুজয়।
গড় হৈলে কিছু শত্ৰু ভয় নুহিকয়।
মাধৱে প্ৰাৰ্থনা কৰি বোলন্ত উত্তৰ।
বিনাগড়ে যুদ্ধকৰে সেহি বীৰবৰ ॥১০০৭॥
বোলন্ত শঙ্কৰে কহা কাহাৰ বলত।
মাধৱে বোলন্ত বল তব পদ প্ৰসাদত ॥
তবপাদপদ্ম প্ৰসাদত বিনে আন।
নাহিকে আমাৰ বল বীৰ্য্য কিছুমান ॥১০০৮॥

শুনি প্ৰেম ভাৱে মাধৱত কহিলন্ত।
তোমাক পাইলোহো হন্তে ইহাৰ পূৰ্ব্বত ॥
গৃহাশ্ৰম মধ্যে আমি কদাচং নাযাবো।
তথাপিতো শেষে আৰ বাজ হৈয়া যাইবো ॥১০০৯॥
হেনয় আলাপে গুৰু তথা ৰহিলন্ত।
শুনিয়া কালিন্দী আই বিস্ময় ভৈলন্ত ॥
ৰাম দাস সমে মাধ দেৱ গৈল ঘৰ।
পৰদিনা আসিলন্ত সেৱা কৰিবাৰ ॥১০১০॥
ৰামদাসে প্ৰাৰ্থিলন্ত গুৰুৰ চৰণে।
ভাটী বেলা আছে খেত দেখিবাক মনে ॥
গুৰুত জনায়া গৃহে গৈলা শীঘ্ৰ কৰি।
ভোজন কৰিয়া গৈল ক্ষেত্ৰক সাদৰি ॥১০১১॥
শ্ৰীমাধৱ দেৱকো প্ৰাৰ্থিয়া তৈক নিলা।
আৰু ধান খেত দেখি সন্তোষ লভিলা ॥
দেখিয়া থাকন্ত বৃষ্টি আনিলা তথায়।
ভয়ঙ্কৰ বাত বৃষ্টি শিলা বৰিষয় ॥১০১২॥
নাহি কিছু গৃহ টঙি সোমাইবাৰ ঠাই।
ইকাৰ জোপাক দুই লৈলেক হলাই ॥
ৰাম দাসে ভয়ে ঈশ্বৰক কৰে ধ্যান।
মাধৱে বোলন্ত তুমি কৰা কিবা আন ॥১০১৩॥
নাম নুহৰিলে কিছু বিঘ্ন নুগুছয়।
জানি নাম গোৱা তুমি এবে বহিনায় ॥

## আতুৰত নাম স্মৰণ আৰু সুস্থ অৱস্থাত নাম আৰু ৰূপ চিন্তাৰ আহি শিলাবৃষ্টিৰ কথা। ৰুক্মিণীৰ বিবাহ

হেন সময়ত এক শিলা গাৱে পৰে।
পীড়াপায়া ৰামদাসে থৰবৰ কৰে ॥১০১৪॥
মাধৱে বোলন্ত কেনে উস মিস কৰা।
নামক নগায়া আবে বিঘিনীত পৰা ॥
মাধৱ দেৱৰ গাৱে কিছু নভৈলেক।
বস্ত্ৰো নিতিজিল ৰামদাসে দেখিলেক ॥১০১৫॥
হেন বৰ দুৰ্যোগ দেখিয়া শঙ্কৰে।
জাপি দিয়া পাছিলন্ত ধ্বজাক সত্বৰে ॥
দেখে গুৰুজন আছে নিকত্ৰ শৰীৰ।

ৰন্ধোমাত্ৰ ভিজা নাহি আনন্দিত বৰ ॥১০১৬॥
অনন্তৰে গৈয়া শঙ্কৰক প্ৰণামিলা।
দেখিগুৰু খেদমনে তেখনে সুধিলা॥
মাধৱে বোলন্ত তযু চৰণ প্ৰসাদে।
তোমাৰ দাসক পাইতে পাৰে কি প্ৰমাদে ॥১০১৭॥
শুনিয়া শঙ্কৰে আনন্দিত মন ভৈল॥
গুৰুক নমিয়া দুয়ো গৃহক চলিল॥
কতোদিন জনেক কায়স্থ আনি তথা।
ৰুক্মিণী কণ্যাক বিহা দিলন্ত সৰ্ব্বথা ॥১০১৮॥
নানান যৌতুক দিলা ভূমি দাস দাসী।
সুখে ৰহিলন্ত আই আনন্দ প্ৰকাশি॥
প্ৰথমৰ কন্যা মনুনামে মহাসতী।
স্বামী সমে থাকে গুৰুজনৰ সঙ্গতি ॥১০১৯॥
জয়ন্তা ভূঞাৰ পুত্ৰ ভৈল সন্তানন্দ।
তাৰ পুত্ৰ ৰাম ৰাম গুণত অখণ্ড।
ৰাম ৰাইত হন্তে একপুত্ৰ উতপন্ন।
হাথিয়াৰ দলৈ বুলি কহে সৰ্ব্বজন ॥১০২০॥
হাথিয়াৰ বৰপুত্ৰ হলায়ুধ সাৰ।
ৰতিকান্ত নামে ভৈল কনিষ্ঠ তাহাৰ॥
ৰামৰায়ে শঙ্কৰ দেৱক ভক্তি কৰে।
তাহান আজ্ঞায়ে সৰ্ব্ব কৰ্ম্মক আদৰে ॥১০২১॥

### ৰামৰাইৰ শৰণ গ্ৰহণ

পিছে ভূঞা গণ সঙ্গে ভৈলন্ত কন্দল।
নসহিয়া ভূঞা ৰাজা ঘৰে দিলাখল॥
সন্ধি কৈৰ যিটো বৰ বৰুৱা প্ৰধান।
দূত পাঠিলেক ৰাম ৰাইক শীঘ্ৰে আন ॥১০২২॥
দূত ধৰিবাৰ দেখি মহা ত্ৰাস মনে।
শঙ্কৰ দেৱৰ গৈয়া পৰিল চৰণে॥
সদ্বুদ্ধি বোলয় দাদা শুনিয়ো নিশ্চয়।
ধৰি নিয়ে আসি আবে ৰাজ দূত চয় ॥১০২৩॥
প্ৰাণ ৰক্ষা হইবে যেন কৰিয়ো উপায়।
তোমাৰ চৰণ বিনে আনগতি নাই॥
যদি তব প্ৰসাদত প্ৰাণ ৰক্ষা পাই।
আসিয়া শৰণ লৈবো কৰিলো নিশ্চয় ॥১০২৪॥
সজিবিত মূৰ্ত্তিতৰ জগতঈশ্বৰ।
ঈশ্বৰ পূজাৰ দ্ৰব্য দিবো বহুতৰ॥
শঙ্কৰে বোলন্ত বোপা ভয় নকৰিবা।
ৰাজাৰ ওচৰ পায়া আনন্দে আসিবা ॥১০২৫॥
পাছে ৰাম ৰাই হয়া আনন্দিত মন।
দূত গণ সঙ্গে ৰাজধানী উপসন্ন॥
বৰুৱা দেখিয়া তাঙ্ক মহাৰঙ্গমনে।
সুধিলা সকল কথা ভূঞা বিদ্যমানে ॥১০২৬॥
পৰম পণ্ডিত ৰাম ৰায় বিচক্ষণ।
গুৰুৰ প্ৰসাদে কথা কহিলা তখন॥
ভূঞাগণে নপাৰিল প্ৰমাণ কৰিত।
নিৰূপায় হয়াভৈল সবেও লজ্জিত ॥১০২৭॥
জয় হৈয়া ৰাম ৰায় উলতি আসিলা।
পুনৰপি আসি গুৰু চৰণ সেৱিলা॥
শুচি সঞ্জমন উপবাসত একদা।
গুৰুত শৰণ লৈলা ভক্তি ভাৱে তদা ॥১০২৮॥
একদিনা ধ্বজাক বুলিলা গুৰুজন।
নাম লৈবা লাগি ধ্বজা চল এতিক্ষণ॥
ধ্বজা বোলে ভকতক লাগে যিবা দ্ৰব্য।
আনিতে কহিও তাক এখনে আনিব ॥১০২৯॥
শুনিয়া জগত গুৰু মনত হাসয়।
গুৰু সেৱা বিনে ধ্বজা কিছু নজানয়॥
এহিমতে ৰহি নানা লীলাক কৰিয়া।
আছন্ত শঙ্কৰ দেৱ ধৰ্ম্ম প্ৰকাশিয়া ॥১০৩০॥
হৰিমিশ্ৰ নামে এক ব্ৰাহ্মণ আছিল।
শঙ্কৰ দেৱক তেহো দেখিবাক আইল॥
একজন লোকে তাৰ কণ্ঠখান ধৰি।
আসিলা জগতে হৰি মিশ্ৰক আদৰি ॥১০৩১॥
বসিলন্ত সমাদৰে শঙ্কৰৰ আগ।
শঙ্কৰে বুলিলা কেনে আইলা মহাভাগ॥
শুনি হৰি মিশ্ৰে পাছে বুলিবে লাগিলা।
নাম প্ৰকাশিতে নানা প্ৰবন্ধ কৰিলা ॥১০৩২॥
একনামে তাৰিবাক পাৰিবে কিসক।
কেবল নামক মাত্ৰ দিয়াছা লোকক॥
প্ৰথমে কৰিবে তীৰ্থব্ৰত আতিশয়।
দান ধৰ্ম্ম আদি নানা যতেক আছয় ॥১০৩৩॥

শুদ্ধ সত্ত্ব হৈয়া তেবে জপিবে নামক।
তেবেসে তৰিব পাৰি ভৱ সংসাৰক॥
শঙ্কৰ বদতি কথা সেহি মত নয়।
আনধৰ্ম্ম কৰ্ম্ম সহায়ক নলাগয় ॥১০৩৪॥
সৰ্ব্বধৰ্ম্ম শিৰোমনি নাম শ্ৰেষ্ঠতৰ।
এহিসে বিধান জানা সকলে শাস্ত্ৰৰ॥
হৰিমিশ্ৰে বোলে বাপ শুনিয়ো আসয়।
নাম ধৰ্ম্মে তাৰিবাক যদ্যপি পাৰয় ॥১০৩৫॥

পূৰ্ব্বপূণ্য বিনে সৎসঙ্গৰ প্ৰস্তাৱত ভক্তিকৰি মুক্তি লভে। ভাগৱত ২য় স্কন্ধৰ উক্তিৰ লগত সামঞ্জস্য

বহপুন্য স্থান ধৰ্ম্ম কৰিলে পূৰ্ব্বত।
তাহাৰেসে আসৈ নাম জানিবা মুখত॥
জন্মান্তৰে যিটোজনে পুন্য আছৰয়।
তেবে সেহিজনে নাম লৈবাক পাৰয় ॥১০৩৬॥
শঙ্কৰ বদতি হৰিমিশ্ৰ শুনা বাক।
পূৰ্ব্ব পুন্য নলাগয় নাম জপিবাক॥
যাক প্ৰতি সন্তকৃপা ভৈল ইজন্মত।
অহনিশে নাম আসে তাহান মুখত ॥১০৩৭॥
দেখাইতে মহিমা গুৰু তথাতে মিশ্ৰক।
কৰিলেক দৃষ্টি কঠধৰা লগুৱাক॥
আপোনাৰ মহিমাক দেখাইবাক প্ৰতি।
বোলন্ত হৰিমিশ্ৰ শুনিয়ো সম্প্ৰতি ॥১০৩৮॥
কঠ লৈয়া আসি আছে তোমাৰ লগত।
আসিবেক নাম বহ ইহাৰ মুখত॥
আজি ধৰি আন নাম জয় ৰাম হৌক।
অহনিসে আৰ মুখ নাম নছাৰোক ॥১০৩৯॥
তেখনে তাহাৰ মুখে সুবাক্য মিলিলা।
ঈশ্বৰৰ নাম তাৰ মুখে সঞ্চৰিলা॥
সৰ সৰি ৰামকৃষ্ণ নামক গাৱন্ত।
দেখি মিশ্ৰ পণ্ডিতৰ বিস্ময় ভৈলন্ত ॥১০৪০॥
নিদ্ৰাত আসয় নাম শ্বাস নিশ্বাসত।
কিবা অন্ত আছে শঙ্কৰৰ মহিমাত॥
দেখিয়া গুনন্ত হৰি মিশ্ৰ মহাশয়।
কিনো আচৰিত দেখো আসে নামছয় ॥১০৪১॥
জানিলোহো ইটোকৃপা দেৱ শঙ্কৰৰ॥
সন্ত সঙ্গ বিনে আন নলাগে বিস্তৰ॥
সন্ত সঙ্গ ভৈলে পাত্ৰ সমস্ত কাৰ্য্যৰ।
এহিবুলি গৈল চলি শ্ৰীশঙ্কৰ ওচৰ ॥১০৪২॥
বদতি মিশ্ৰয় শুনিয়োক গুৰুজন।
তোমাৰ সঙ্গতে দেখিলোহো বিদ্যমান॥
পৰম পামৰ মোৰ লগুৱা অধম।
তাহাৰো বদনে সদা ভৈল ৰাম নাম ॥১০৪৩॥
আমি তীৰ্থ ব্ৰত কৰি কি কৰ্ম্ম কৰিলো।
আজিসে সন্তৰ সঙ্গ শ্ৰেষ্ঠ মানি লৈলো॥
তোমাৰ আলাপ কিছু কৰিয়া আছিলো।
সিকাৰণে মই মহা জ্ঞানক লভিলো ॥১০৪৪॥
এহি বুলি কাতৰ কৰিলা দ্বিজ বৰ।
শৰণ লৈবেক মনে কৰিলন্ত সাৰ॥
ভাগৱত অগ্ৰে গুৰু শৰণ কৰাইলা।
কৃত কৃত্য হৈয়া দ্বিজে নিজ স্থানে গৈলা ॥১০৪৫॥
ভাস্কৰ নামত দ্বিজ পৰম পণ্ডিতৌ
শংক দেৱৰ ঠাই আসন্ত সন্তত॥
একদিনা ৰাম দাসে কঠালেক আনি।
গুৰু সেৱকৰ আগে দিলন্ত প্ৰণামি ॥১০৪৬॥
তেতিক্ষণে ঈশ্বৰত অপিয়া কঠাল।
গুৰু সমে সেৱকক বিভাগিয়া দিল॥
একখানি কঠে বসি মাধৱ ভাস্কৰ।
কঠাল খুজিয়া ভুজে গুৰুৰ ওছৰ ॥১০৪৭॥
কথায়ে কথায়ে দ্বিজ শঙ্কৰ সহিত।
নানাম শাস্ত্ৰৰ তৰ্ক হুয়া বিপৰিত॥
কোনোমতে ভাস্কৰেও কথাক প্ৰবল।
কৰিতে নপাৰি বাদে বৈলন্ত বিকল ॥১০৪৮॥
বোলন্ত শুনিয়ো গুৰু শ্ৰীমন্ত শঙ্কৰ।
পঢ়িবাক লাগি আমি যাওঁ আৰবাৰ॥
যাৱত নপাৰো তৱমত খণ্ডিবাক।
তাৱত ছলিবো এহি ভক্তিৰ পথক ॥১০৪৯॥
এহিমতে আলোচিয়া ভাস্কৰ ব্ৰাহ্মণ।
পৰিবাক লাগিগতি কৰিলা তেখন॥
ভাটি প্ৰদেশত নৱদীপ যাক কয়।
নৌকা ভৰাদিয়া বিপ্ৰ তথাক চলায় ॥১০৫০॥
মাধৱ সহিতে আৰো বহুলীলা কৰি।

অঠাৰ বৎসৰ ভক্তি ধৰ্ম্মক প্ৰচাৰি॥
আছন্তে ভৈলেক যেন পাছে আসি কথা।
উদ্ধাৰিয়া কহো দুয়ো,গুৰু কৈলা যথা ॥১০৫১॥
মাধৱ বদতি শুনা শঙ্কৰ ঈশ্বৰ।
প্ৰচাৰি আছাহা দেৱ ধৰ্ম্ম শ্ৰেষ্ঠতৰ।
কতকাল ধৰ্ম্ম ৰহিবেক পৃথিবীত।
জানিবাক ইচ্ছাকৰো কৰিয়ো বিদিত ॥১০৫২॥
শুনিয়া শঙ্কৰদেৱে হাসি কহিলন্ত।
ধুৱা ৰোলে পৰি খাৰ বন গজিবন্ত ॥
সেহিকাল পৰ্য্যন্ত ধৰ্ম্ম ৰহিব ভূমিত।
শুনি মাধদেৱ আতি হুয়া চিন্তাম্বিত ॥১০৫২॥
বোলন্ত ধৰ্ম্মৰ সীমা ভৈল অল্প তৰ।
ইটো সূতি গোট বালি পুতিব সত্তৰ ॥
পুতিলে বৈবেক লোকে খাৰ ধান যত।
শুদ্ধধৰ্ম্ম সীমা তাত হৈবেক কিমত ॥১০৫৩॥
জানি জীৱ তাৰণৰ হেতু দেৱবৰ।
ধৰ্ম্ম ৰহিবাৰ সীমা কৰিয়ো বিচাৰ ॥
শুনিয়া শঙ্কৰদেৱে কৃপা প্ৰকাশিয়া।
মাধৱ দেৱক বুলিলন্ত আশ্বাসিয়া ॥১০৫৪॥
সমূলি নহৈবে লোপ ধৰ্ম্ম শিৰোমনি।
খেলেপ জেলেপ মাত্ৰ হৈবেক তখনি ॥
কেৱে ধৰিবেক কোনোজনে নধৰিব।
আপোন ইচ্ছায়ে ধৰ্ম্ম ধৰিয়ো এৰিব ॥১০৫৫॥
এহিকথা শুনি দেৱ মাধৱ সাদৰি।
গুৰুৰ চৰণে নমি ৰৈলা ৰঙ্গ কৰি ॥

### দুইজনা গুৰু ভক্তসমে ৰত্তনপুৰ যাত্ৰা টুনৗনদীৰ পাৰত ৭ দিন নিবাস। কমলাবাৰী সত্ৰ নিৰ্ম্মাণৰ বাক্য।

আতি অনন্তৰে আৰু যেন কথা ভৈল।
শুনিয়োক সন্ত সবে গুৰু যেন কৈল ॥১০৫৬॥
শ্ৰীমন্ত শঙ্কৰ দেৱ উপৰি সকল।
ৰতন পুৰত আসিলেক ভালে ভাল ॥
ভূঞা বংশ চাহিতে গুৰুৰ ভৈলা মন।
নৌকা যানে যাইতে সবে কৰিলা যতন ॥১০৫৭॥
শ্ৰীশঙ্কৰ শ্ৰীমাধৱ ৰাম ৰাম আদি।
সবেও যাইবাক মন কৰিলেক যদি ॥
আশ্বিন মাসত সবে নৌকা নিয়োজিলা।
ৰতন পুৰক লাগি সবেও চলিলা ॥১০৫৮॥
ব্ৰহ্মপুত্ৰে গৈয়া টুনী ভিতৰে সোমাই।
কিছুদুৰ গৈয়া আৰু যাইবে নপাৰই ॥
কাষ্ঠসব পৰি টুনী নদী ভেটি আছে।
তাক দেখি গুৰু জনে ভাবিলন্ত পাছে ॥১০৫৯॥
কমলা নামত মৃদৈ সেহিস্থানে ঘৰ।
তাৰ স্থানে ভক্ত পঠাইলেক গুৰু বৰ ॥
মৃদৈয়ে দেখিয়া গুৰু ভক্ত সকলক।
পৰম সাদৰে দিলা গৃহ সাজিবাক ॥১০৬০॥
গুৰু ভক্তে বাসাকৰি সাতদিন তাতে।
হৰিৰ কীৰ্ত্তন সবে কৰি প্ৰতিনিতে ॥
আৰ উজাই যাইবেক নপাৰি উভতিলা ॥
* বৰাৰপোৰ হন্তে সত্ৰ হৈ বাক বুলিলা ॥১০৬১॥
যৈত হৈবে কীৰ্ত্তন ঘৰ যৈত মুনিকুট।
শ্ৰীমন্ত শঙ্কৰে চিহ্ন দিলাহা তহিত ॥
সেহি স্থান উদ্দেশিয়া বদুলা আতাক।
তালামালা শাস্ত্ৰ দিয়া পথাইলেক ॥১০৬২॥
তাৰপৰা পুনৰপি ধুৱা হাতে আসিলেক।
তাতপৰে যেনকথা তথাত ভৈলেক ॥

### অসমৰ ৰজা বেকেৰা সিংহৰ হাতী ধৰাৰ বেবস্থা। ভূঞা সকলৰ গাত জগৰ আৰু ভূঞা সকলৰ পলায়ন

আত অনন্তৰে ভৈলা অদভূত কথা।
আসাম ৰজায়ে যেন কৰিলন্ত যথা ॥১০৬৩॥
কেকেৰা সিংহনামে আসাম ভূপতি।
সহস্ৰেক হস্তীপূৰ্ণ কৰিবাক প্ৰতি ॥
নানা স্থান হন্তে হস্তী খেদিয়া আনিলা।
মাজুলী স্থানত গড় বান্ধিয়া ৰাখিলা ॥১০৬৪॥
দক্ষিণত ব্ৰহ্মপুত্ৰ উত্তৰে লৌহিত্য।
নিয়োযিলা পাত্ৰ ভৃত্য তথা নানা মত ॥
পূৰ্বত দিলন্ত কতো ভৃত্য গণ আনি।
পশ্চিমত দিলা শঙ্কৰক মহা মানী ॥১০৬৫॥

---

* এই বাক্য মতে কমলা বাৰী সত্ৰৰ গায়ন সকলে আজিও থিয় চাহিনী ঘোষাত গায়-এ হে কমলা বাৰী স্থান দুয়োজনা গুৰু আশি কৰিলা নিৰ্মান বুলি গায়—সংগ্ৰাহক

ভূঞাৰ মধ্যত বৰ শ্ৰীমন্ত শঙ্কৰ ।
সবাৰো ওপৰে দিলা তত্ত্ব কৰিবাৰ ॥
হেনমতে নিয়োযিয়া বুলিলা বচন ।
শুনা ভূঞা আক পাত্ৰ বৰুৱা ফুকন ॥১০৬৬॥
মহাৰাজা যোগ্য হাতী গড়ে পৰি আছে ।
সকলো প্ৰজাৰ যদি মোত দয়া আছে ॥
হেলা নকৰিয়া যাৰ যৈত যিটো পালি ।
প্ৰবন্ধে ৰাখিবা সবে মোৰ আজ্ঞা পালি ॥১০৬৭॥
পালি ভাজি জাৰ দিকে হাতী চলি যাইব ।
সত্য কৰি কৈলা তাৰ মাথাক কাটিব ॥
এহিমতে ৰাজাদূত আদেশ কৰিলা ।
তিনিৰাত্ৰি তিনিদিন তথায়ে আছিলা ॥১০৬৮॥
পৰদিনা মধ্য ৰাত্ৰি ঘোৰ অন্ধকাৰ ॥
পালি প্ৰহৰিয়া শীতে কৰে হাহাকাৰ ॥
সেহি বেলা মহা মত্ত গজ এক গোট ।
পশ্চিমৰ গড় ভাঙ্গিলেক কৰি ছোট ॥১০৬৯॥
জুই জাঠি জোঙ্গ দিলে কিছু নমানিলা ।
শীঘ্ৰ গতি অৰন্যৰ মাজত পশিলা ॥
আৰু কিছু কিছু হাতী গৈল পাছ ধৰি ।
দেখিয়া শঙ্কৰগুৰু গলাইলা সত্বৰি ॥১০৭০॥
আনো ভূঞা গনো নানা স্থানক পলাইল ।
শুনিয়া আসাম ৰাজা প্ৰকোপিত ভৈল ॥
ভূঞাসব ধৰিবাৰ আদেশ কৰিলা ।
ধৰিনিয়াঁ আন আন লোকক দণ্ডিলা ১০৭১॥
শঙ্কৰ দেৱক নিবে দূতপাঞ্চি দিলা ।
বিচাৰিয়া দূত ধুয়া হাটক পশিলা ॥
দেখি পাছে শ্ৰীশঙ্কৰ অভ্যন্তৰে গৈলা ।
দূতগনো গৃহ মধ্যে প্ৰবেশ কৰিলা ॥১০৭২॥
আঠজন চাউডাঙ্গ দূত সুশিক্ষিত ।
হাত বেঢ়ি ধৰিবাক চাহান্ত তহিত ॥
দেখিয়া শঙ্কৰ গুৰু আতি বিষদৃশ ।
ঠেলিয়া লৰড়ি কৈলা বাড়ীত প্ৰবেশ ॥১০৭৩॥
দূত গনো উঠি শীঘ্ৰে খেদিয়া চলিলা ॥
শ্ৰীশঙ্কৰেও আগে আগে লড়িবাক লৈলা ॥
বাইস হাত সু বহল মৰি নদী ছিল ।
একজাম্ফ কৰি সিটো খাল পাৰ ভৈল ॥১০৭৪॥
কণ্টক লাগিয়া কৰ্ণ কিঞ্চত ছিগিল ।
আঙুলি পৰশে কৰ্ণ পূৰ্ববত ভৈল ॥

সিটো নদী মূৰক ঘূৰিয়া দূত যান্তে ।
শঙ্কৰ চলিলা নদী গড়া নামিলন্তে ॥১০৭৫॥
খেদিকুৰি বিচাৰন্তে গড়াত নেদেখি ।
ধৰধৰ বুলি গৈলা খনিকে নপেখি ॥
যোগবলে শঙ্কৰ গীতাৰ পুথিখান ।
হাতত ধৰিয়া পাছে বুলিলা বচন ॥১০৭৬॥
কিসক ধৰিবে চাস মই দ্বিজ বড়ি ।
দেখদেখ আছে মোৰ পুস্তক উত্তৰি ॥
জগত ঈশ্বৰে যেন পৰ্বতক হন্তে ।
নলখিলা জৰাসন্ধ দ্বাৰিকা যাহন্তে ॥১০৭৭॥
সেহিমতে শঙ্কৰক খেদি নলখিল ।
ব্ৰাহ্মণ বুলিয়া মোহ হইয়া ছাৰিদিল ॥
আত অনন্তৰে দূতে ফিৰিয়া বিচাৰে ।
গ্ৰাম ঘৰ নদীনদ বন বনান্তৰে ॥১০৭৮॥
কথাতো নপায়া ক্ৰম হন্তে চলি যান্ত ।
মাধদেৱ হৰি জমাই দোহো আসি চান্ত ॥
শঙ্কৰদেৱৰ বাৰ্ত্তা জানিবে আসন্ত ॥
দেখি দূতগণে কোন বুলি পুছিলন্ত ॥১০৭৯॥
মাধৱে কহিলা আমি শঙ্কৰৰ ভক্ত ।
শুনি দূতে তেতিক্ষণে ধৰিতে আশক্ত ॥
দূতগনে নেখেএহি পুৰুষ দুতয় ।
সামান্য মনুষ্যনোহে জানিলো নিশ্চয় ॥১০৮০॥
এহিবুলি সংমানেৰে ৰাজা আগে নিলা ।
লাখে লাখে নিয়া মন্ত্ৰী বৰক যোগাইলা ॥
সন্ধিকৈৰ যিতো বৰ বৰুৱা প্ৰধান ।
মাধৱক দেখি দায়া উপজিলা মন ॥১০৮১॥
তোমাসাৰ কোন আছে বুলিয়া সুধিলা ॥
পৰিবাৰ আছে বুলি হৰিয়ে কহিলা ॥
মাধৱে বোলন্ত আমাসাৰ কিছুনাই ।
শঙ্কৰৰ ভক্ত আমি ফুৰো নাম গাই ॥১০৮২॥
তেখনে বৰুৱা ৰাজা আগে জান দিল ।
শঙ্কৰৰ দুইভক্ত আনিয়া আসিল ॥

## শ্ৰীমাধৱদেৱক আৰু হৰিযোৱাইক ৰাজৰ দূতে ধৰি নিয়ে হৰিযোৱাইক চেদন, শ্ৰীমাধৱদেৱ মোচন ।

শঙ্কৰ পলাইল তাক নপাইল বিচাৰি ।
ৰাজায় বোলন্ত মই আছো সত্য কৰি ॥১০৮৩॥

এতেকে কাটিবে লাগে কৰিয়া সত্বৰ ।
কিন্তু একজন দিবো কৰি পৰিহাৰ ॥
মন্ত্ৰীবোলে একজন বৰাগী প্ৰধান ।
অপৰ জনৰ পৰিবাৰ বিদ্যমান ॥১০৮৪॥
ৰাজাবোলে বৰাগী কাটিলে কিবাহব ।
কাটিয়া আতাইলে কোনে শোকত কান্দিব ॥
কান্দোটা যাহাৰ আছে তাক ছেদ কৰা ।
বৰাগী জনক এতিক্ষণে পৰিহৰা ॥১০৮৫॥
এহিকথা ৰজামন্ত্ৰী আলোচ কৰন্ত ।
মাধৱ হৰিক চাই বচন বোলন্ত ॥
মোক আগে কাটে নাম সুমৰাইবা তুমি ।
তোমাক কাটিলে নাম সুমৰাইবো আমি ॥১০৮৬॥
হেন সময়ত মন্ত্ৰী আদেশ কৰিলা ।
গৃহস্থী জনক কাটিবাক আজ্ঞা দিলা ।
উদাস জনক এৰি দিবাক লাগয় ॥
শুনি চাউ দাঙ্গনে লৈয়া গৈলা তয় ॥১০৮৭॥
পথত মাধৱে কৰি গীতৰ ৰচন ।
হৰিক ডাকিয়া দৃঢ় কৰাইলন্ত মন ॥

হৰি যোৱাইক চেদনৰগীত গায়
সাৱধান দিয়ে

ভয়োভাই সাৱধান । যাৱে নাহি চুতে প্ৰাণ ।
গোবিন্দৰ ফৰমান । নিকটে মিলিব জান
জীৱন যৌৱন মোৰ । সবে মায়া ময় চোৰ ॥
দুখ সব কৰ দূৰ । হৰিপদে মন জোৰ ॥
তেজ সব অভিলাস । দুৰকব মোহ পাশ ।
হৰিপদে কৰু আস । কহয় মাধৱ দাস ॥

শ্ৰীমাধৱদেৱে কৈছে, হে ভাই যি পৰ্য্যন্ত প্ৰাণ নাজাই সেই পৰ্যান্ত সাৱধান হৈ মনত ইশ্বৰ চিন্তা কৰা, গোবিন্দৰ নতিচ এই পালেহি, জীৱন আৰু যৌৱন কাল অলপ সময় মাত্ৰ । সংসাৰৰ সকলো মায়াৰ বুলি জানি ত্যাগকৰা সকলো দুখ ধন্দাবৰ কাৰণে হৰিৰূপত মন কৰা আসাকৰা । মৃত্যু মুখত পৰা লোকক সাৱধান দি মাধদেৱে এই কথা কৈছে । সংগ্ৰাহক-ধৰ্ম্মেশ্বৰ

শুনি হৰি ভূঞা আতি স্থিৰ কৰি মতি ।
কৃষ্ণ পাদ পঙ্কজত নিমজাইলা মতি ॥ ১০৮৮ ॥
বোলন্ত চাউদাঙ্গ খানিতেক নাকাটিবি ॥
হাত বায় দিলে সেহি ক্ষণতে ছেদিবি ॥
মাধৱ দেৱে যেখনে নাম সুম ৰাইলা ।
প্ৰেমে মজি তেখনে হাতক লৰাইলা ॥ ১০৮৯ ॥
সেহিবেলা মস্তকক ছেদ কৰিলন্ত ।
ৰাম ৰাম ৰাম বুলি উৰ্দ্ধে উঠিলন্ত ॥
উফৰিয়া মাধৱৰ চৰণে পৰিলা ।
মাধৱ তুলিয়া হাত ভূমিত স্থাপিলা ॥ ১০৯০ ॥
সেহিকথা মন্ত্ৰীবৰে কহিলা ৰাজাত ।
ৰাজাশুনি কাটিবাৰ খেদ কৰিলন্ত ॥
এহ্‌য় ভকত যদি আনিয়া আছিলা ।
কিসক কাটিলা কিয় আগে নকহিলা ॥ ১০৯১ ॥
কাটিয়া আতাইল যেবে বিষাদ কৰিয়া ।
মাধৱ ছলিয়া গৈল বিদায় নাপায়া ॥
বোলন্ত নকৈয়া গৈলে পুণু ধৰি আনে ।
নযাইবোহো বিদায় নপাও যত দিনে ॥ ১০৯২ ॥
মেছাঘৰ পুখুৰীৰ পাৰত ৰহিয়া ।
আছন্ত গোটেক জুপুৰীক নিৰূপীয়া ॥
ভিক্ষাকৰি এক সন্ধ্যা ভোজন কৰন্ত ।
বিদায় কখন পাইবো মনত গুণন্ত ॥ ১০৯৩ ॥
একদিনা গুৰুজনে হৰি স্মৰি আছে ।
ফুৰিবাক যান্তে ৰাজা দেখিলন্ত পাছে ॥
পৰম সুন্দৰ ৰূপ দেখি প্ৰফুল্লিত ।
বোলন্ত কোনেক জন আছয় ইঠাইত ॥ ১০৯৪ ॥
ৰাজাৰ আদেশে পুছিলন্ত মাধৱত ।
কহিলা মাধৱে পাছে সকলো বৃতান্ত ॥
সন্ধিকৈক বোলে তুমি কি কাৰ্য্য কৰিলা ।
শীঘ্ৰে পাছি দিয়ো বুলি আদেশ কৰিলা ॥১০৯৫॥
সন্ধিকৈয়ে বস্ত্ৰ ধকা চাউল চৰু দিয়া ।
লোক সমে এক নৌকা নিয়োজিয়া দিয়া ॥
টকা বস্ত্ৰে আমাসাৰ নাহি প্ৰয়োজন ।
বুলি চাউল চৰু লৈয়া কৰিল গমণ ॥১০৯৬॥
নৌকাত চৰিয়া তিনি দিন অৱসানে ।
ধূয়াহাট স্থান গৈয়া লভিলা যতনে ॥
যিদিনত মাধৱক দূতে লৈয়া গৈল ।
শঙ্কৰ চিন্তিত মনে পথ চাহি ৰৈল ॥ ১০৯৭ ॥

অনেক বিলম্ব ভৈল দেখি গুৰু জন ।
সাতদিন পাল নাম গোৱাইয়া তখন ॥
নাম অৱসান দিন মাধৱ আসিলা ।
বাহিৰে উপেক্ষা থাকি শঙ্কৰে দেখিলা ॥১০৯৮॥
আনন্দতে আকুলিত ভৈল গুৰুজন ।
মাধৱে বন্দিলা আসি তাহাৰ চৰণ ॥
মাধৱৰ চক্ষুজলে শঙ্কৰ পাদ ধোৱে ।
শঙ্কৰৰ অশ্রুজলে মাধৱৰ পিথি বৰে ॥১০৯৯॥
শঙ্কৰে আলিঙ্গি ধৰি কথাক পুছিলা ।
মাধৱে কহিলা যেন যেন কথা ভৈলা ॥
জামাইৰ নিধন শুনি বিষাদ কৰিয়া ।
মাধৱক পায়া সিটো শোক ছাৰিয়া ॥ ১১০০ ॥
মাধৱের কাৰণতে পাল নাম ভৈল ।
বৈকুণ্ঠৰ পৰাগুৰু আনিয়া থাপিলা ॥

## ৰাজদ্ৰোহত শ্ৰীমাধৱ দেৱৰ মুক্তি আৰু বিহাৰীলৈ যোৱাৰ সন্যাসীৰ ওচৰত যুক্তি

শোকে দুঃখে বিয়াকুল মাধৱ জননী ।
শীঘ্ৰে যাইতে গুৰু তাঙ্ক বুলিলন্ত বাণী ॥১১০১॥
প্ৰণাম কৰিয়া মাধৱ দেৱ ঘৰে গৈলা ।
দেখি মাৱ ভগিনীৰ শৰীৰ জুৰাইলা ॥
ৰাম দাস ভূঞা আসি কৰি আলিঙ্গন ।
আজিসে সকলে আমি লভিলো জীৱন ॥১১০২॥
এহি মতে পাছে দুঃখ শোক পৰিহৰি ।
ৰহিলা সকলে ৰঙ্গে ভোজন আছৰি ॥
মহাবিষাদিত মন শ্ৰীমন্ত শঙ্কৰ ।
বোলন্ত অধৰ্ম্ম কেন দেখিয়ো ৰাজাৰ ॥১১০৩॥
বন জন্তু বনে যাই প্ৰমত্ত কুঞ্জৰ ।
তাঙ্ক বান্ধিবাক পাৰে শকতি কাহাৰ ॥
এনয় কাৰ্য্যত মনুষ্যৰ প্ৰাণ লয় ।
ইমত দেশত থাকিবাক যোগ্যনুই ॥ ১১০৪ ॥
সেহি সময়ত চাৰি সন্যাসী আসিয়া ।
শঙ্কৰ দেৱক তথা দেখাদিলা গৈয়া ॥
আহাৰ কৰায়া বসু আটয়া দেৱৰৰ ।
কোন ৰাজ্য ভালবুলি পোছন্ত সত্বৰ ॥ ১১০৫ ॥
সন্যাসী বদতি শুনা শ্ৰীমন্ত শঙ্কৰ ।
ফুৰি আসি আছো আমি দেশ দেশান্তৰ ॥
দুটয় দেশৰ দুই ৰাজাক দেখিলো ॥
আসাম ৰাজাৰ কাৰ্যে বৰ দুঃখ ভৈলো ॥১১০৬॥
দিনেক আসাম ৰাজা সভাত আছন্ত ।
গোটেক বিৰিয়া জড়া বাৰিকে দিলন্ত ॥
জড়া কাটি ৰাজা সভাসদ সমনিতে ।
ভূঞ্জিয়া প্ৰসংসা কৰি বুলিলা তহিতে ॥১১০৭॥
কিনো ধন্য বাৰীছোৱা কহন নযাই ।
এমন সুস্বাদ দ্ৰব্য আজ্জিয়া আছয় ॥

## দুইজনা গুৰুৰ কামৰূপ যাত্ৰা

হেন বুলি মন্ত্ৰীক মাতিলা তেতিক্ষণ ।
জৰা বিজ সমে বাৰী ছোৱাক এখন ॥১১০৮॥
বাপৰ মৈদামে নিয়া ভৰায়া দিয়োক ।
জড়া উপাৰ্জ্জন কৰি পিতৃক ভূঞ্জাওক ॥
শুনি মন্ত্ৰীবাৰীছোৱা গোটেক ধৰিয়া ।
গুটিসমে মৈদামত ভৰাইলন্ত নিয়া ॥১১০৯॥
এমন ৰাজাৰ ৰাজ্যে থাকে যিটোজন ।
হাততে তাহাৰ মৃত্যু আছে ক্ষণে ক্ষণ ॥
আৰু এক ৰাজাৰ শুনিয়ো বিদ্যমান ।
বেহাৰৰ ৰাজা নাম নৰনাৰায়ণ ॥১১১০॥
তেহো মহা নাৰায়ণ তৈল কৰিবাক ।
বিস্তৰ টকাক দিলা প্ৰসিদ্ধ বৈদ্যক ॥
বৎসৰেকে তৈল সব প্ৰস্তুত কৰিয়া ।
দুই ভৰি কন্ধে দিল ভাৰক বান্ধিয়া ॥১১১১॥
আনন্তে পথত পিছলিয়া পৰি গৈলা ।
খণ্ড খণ্ড হয়া মাঠি ভাগিয়া পৰিল ॥
সিটো ভাৰি দুইক ৰাজা শুধিলা তখন ।
কি কাৰণে তৈল নষ্ট কৈলি তোৰাজন ॥১১১২॥

* দ্বিজ-ৰমানন্দ চৰিত্ৰ মতে-শ্ৰীমাধৱদেৱৰ পৰা ৰজাই ৰামায়ণ শ্ৰৱণ কৰে । কৈকেয়ীয়ে ৰাম বনত দিয়াৰ কথা শুনি ৰজাই খঙত বিহ্বল হয় । মাধৱদেৱে বুজনী দি শান্তনা কৰায় । লোক প্ৰবাদ আছে মাধৱদেৱ পদ ব্ৰজে যাত্ৰা কৰি আসি ঢেকিয়া খোৱাত জিৰায় । তাতে এক বুঢ়ীয়ে নিজৰ চুলি বেচি সিধা কিনি ভোজন কৰায় । বৰ্ত্তমান যত ঢেকিয়া খোৱা নাম ঘৰ আছে—সংগ্ৰাহক ধৰ্ম্মেশ্বৰ ।

কৰজোড়ে বোলে ভাৰি ৰাজা ক্ষমিয়োক ।
ছয় পাৱ দিয়া আনি আসিলো প্ৰত্যেক ॥
দুই দুই পাৱে আসি থাকে সৰ্ব্বজন ।
তিনি পাৱে আসন্তেও পৰিলো এখন । ১১১৩॥
ৰাজা বোলে ছয় পাৱ কিমতে লভিলি ।
উপহাস্য কথা কেনে আমাক বুলিলি ॥
ভাৰি বোলে দুই পাৱ হাতে আৰ লাঠি ।
মহাযত্ন কৰি আমি আসিছিলো হাঠি ॥১১১৪॥
আকে জানি হীনজন দোষ ক্ষমিয়োক ।
শুনি ৰাজা পাছে সবে বিছাৰি মনক ॥
বোলন্ত নাহিকে তোমাসাত কিছুদোষ ।
নুবুজিয়া তোমৰাত কৰি আছা ৰোষ ॥১১১৫॥
এহিবুলি বিদায় দিলন্ত নৃপবৰ ।
পুন ধন দিলা তৈল কৰিবাৰ তৰ ॥
ইহাতে বুজিয়ো দেৱ কোন ৰাজা ভাল ।
এহিবুলি সন্যাসী চলিলা ততকাল ॥১১১৬॥
শুনিয়া শঙ্কৰে মন কৰিলন্ত সাৰ ।
অৱশ্যে যাইবোহো সেহি ৰাজ্যক ৰাজাৰ ॥
শুনিয়ো মাধৱ দেখা কথা বিপৰিত ।
যাহাৰ ৰাজ্যত নাহি বিচাৰ কিঞ্চিত ॥১১১৭॥
পৰম অজ্ঞানী ৰাজা কিছু নজানয় ।
অসাধ্য অযোগ্য কাৰ্য্যে মানুষ মাৰয় ॥
এতেকে ই ৰাজ্য এৰি বেহাৰ প্ৰদেশ ।
যাইবাক ভৈলন্ত মন জানা আসৰিস ॥১১১৮॥
সকলো সেৱক ভূঞাঁ বন্ধুবৰ্গ মানে ।
কৰিয়ো যতন নৌকা যাইবাৰ কাৰণে ॥
শুনি যাৰ যেনৰূপে শকতি আছয় ।
যাইবাৰ কাৰণে নৌকা প্ৰস্তুত কৰয় ॥১১১৯॥
হেন সময়ত যত ব্ৰাহ্মণ বাদিক ।
আসাম ৰাজ্যত গৈয়া গোছৰ দিলেক ॥
শূদ্ৰ একগোটা মাত্ৰ নামত শঙ্কৰ ।
শ্ৰাদ্ধবিধি গুচাইলেক সকলো লোকৰ ॥১১২০॥
পাষণ্ড আছাৰ ৰাজ্য নষ্ট কৰিলেক ।
তাৰমতে লোক সবে শ্ৰাদ্ধ এৰিলেক ॥
শুনিয়া আদেশ ৰাজা কৈল দুৱৰাক ।
সছা মিছা জানি আসি মোক জনায়োক ॥১১২১॥
দুৱৰা ফুকনে শঙ্কৰক পুছিলন্ত ।
ব্ৰাহ্মণৰ কথা মানে সবে কহিলন্ত ॥

### শ্ৰীশঙ্কৰদেৱৰ ওপৰত শ্ৰাদ্ধ খোৱা ব্ৰাহ্মণৰ বিদ্বেষ

শঙ্কৰে বোলন্ত সোধা ব্ৰাহ্মণ সৱত ।
কেনমতে আমি গুছাইলোহো শ্ৰাদ্ধ যত ॥১১২২॥
শুনিয়া দুৱৰা বোলে কহা দ্বিজ গণ ।
শঙ্কৰে গুছায়া আছে শ্ৰাদ্ধক কেমণ ॥
দ্বিজগণে বোলে শঙ্কৰে দিয়ে হাক ।
সকলো প্ৰজায়ে নকৰয় শুনি তাক ॥১১২৩॥
সেহিকথা দুৱৰায়ে ৰজাত জনাইল ।
ৰাজায়ে শুধিলা শ্ৰাদ্ধ কাহাক বুলিল ॥
দুৱৰা ফুকনে পাছে ৰাজাত কহয় ।
শুনিয়োক মহাৰাজা তাৰ পৰিচয় ॥১১২৪॥
মানুষ মৰিলে তাৰ পুত্ৰ পত্নীগণ ।
মৰাক লাগিয়া দ্ৰব্য কৰে আয়োজন ॥
কল চাউল দধিদুগ্ধ গুৱা পান হয় ।
মৰাক লাগিয়া পুত্ৰগণে বঢ়াৱয় ॥১১২৫॥
তাহাক ছাহিয়া আনি ব্ৰাহ্মণে ভুঞ্জয় ।
শ্ৰাদ্ধবুলি ব্ৰাহ্মণ সকলে তক কয় ॥
শুনিয়া আসাম ৰাজা ভৈল কোপমন ।
মৰাক বঢ়োৱা চাউল ভুঞ্জয় ব্ৰাহ্মণ ॥১১২৬॥
কাউৰ যোগ্য দ্ৰব্য তাক চুইবে নলাগয় ।
শঙ্কৰে কৰিবে শ্ৰাদ্ধ ভালেতো নেদয় ॥
মৰাৰ চাউলক খাইবে নাপাই শঙ্কৰক ।
বোলে নষ্ট কৰিলেক সমস্তে ৰাজ্যক ॥১১২৭॥
দুষ্ট অনাচাৰী যত দ্বিজ আসিচয় ।
হাঙ্কাৰি খেদায়ো যেন নগৰে নাসয় ॥

### বিদ্বেষি ব্ৰাহ্মণ পলায়ণ শ্ৰীশঙ্কৰ দেৱৰ জয়

শুনিয়া ব্ৰাহ্মণগণ আপুনি পলাইল ।
চাউদাঙ্গ দূতে কাকো বিচাৰি নপাইল ॥১১২৮॥

---

* পুৰণা কমলাবাৰী সত্ৰৰ মূল পুথিত, ৮৩, ৮৪, ৮৫ নং পুথিৰ পাত নায় । উত্তৰ কমলাবাৰী সত্ৰৰ শ্ৰীচন্দ্ৰনাথ ভাগৱতী বুঢ়াভকতৰ পৰা পুথি আনি লিখোঁ—সংগ্ৰাহক ধৰ্ম্মেশ্বৰ

সিসব কথাক শুনি শ্ৰীমন্ত শঙ্কৰ ।
অবিবেকী জানিৰঙ্গ নকৈলা বিস্তৰ ॥
ভাটি প্ৰদেশক যাইবে কৰি আয়োজন ।
নৌকাসব আনি আৰ বন্ধাইল তখন ॥১১২৯॥
অলপ ধৰয় নৌকা যতেক আছিলা ।
দেখি কলাগছে কিছু ভূৰক বান্ধিলা ॥
অনুক্ৰমে ভক্তৰ সৰ্ব্বস্ব ভৰাদিয়া ।
শুভ বাৰ শুভ তিথি নক্ষত্ৰ চাহিয়া ॥ ১১৩০ ॥
পুত্ৰ পত্নী দাস দাসী ভৈলা আৰোহণ ।
দেখিয়া জগত গুৰু কৰিলা গমন ॥
ভক্ত ভূঞা বংশ চলিলন্ত নিৰন্তৰ ।
ৰাম হৰি ধ্বনি কৰিলন্ত বাৰম্বাৰ ॥ ১১৩১ ॥
নৌকা মেলি গৈলন্ত শঙ্কৰ দেৱবৰ ।
পাছে পাছে নৌকানেন্ত লোক নিৰন্তৰ ।
দুইজন ভক্ত খৰি বিচাৰিতে যাই ।
নাৱ মেলিবাৰ বেলা আসিয়া নপাই ॥১১৩২॥
দেখন্ত আসিলা গুৰু নৌকাক মেলিলা ।
কাকুতি কৰন্ত বাপ নিয়োক তুলিয়া ॥
বোলন্ত তোমাৰা দুই থাকা ইথানত ।
যাহাক লাগয় ভক্ত তেহো আনিবন্ত ॥ ১১৩৩ ॥
শ্ৰীমাধৱ দেব নৌকা এক যোজা কৰি ।
ৰামদাস সমে চলি যান্ত শীঘ্ৰে কৰি ॥
ভক্ত দুয়ো বোলে বাপ আমি দুয়োজন ।
নেয়ন্তা নভৈল পৰি ৰৈলো এহিস্থান ॥ ১১৩৪ ॥
দেখিয়া মাধৱে বোলে শুনা বহিনাই ।
ভকতৰ হেতু নৌকা দিয়োক চপাই ।
শুনি ৰামদাসে বোলে ঠাই কিছু নাই ।
অকাৰণে নৌকা কেনে দিবোহো চপাই ।১১৩৫॥

## শ্ৰীমাধৱদেৱৰ ভকতত প্ৰেম নিষ্ঠা

হেন শুনি গুৰু বোলে মোৰ ঠাই আছে ।
মোহোৰ ভাগতে ভকতক নিবো পাছে ॥
তেতিক্ষণে নৌকা চপাই দেন্ত গুৰুজন ।
জপাহন্তে বস্ত্ৰ কৈলা টোপোলা বন্ধন ॥ ১১৩৬ ॥
সেহি ঠাইত ভক্তক তুলিলা গুৰুজন ।
পাছে ভক্ত দুই জনে পাইলন্ত জীৱন ॥
জপা দুই গুটী গুৰু জলত ভসাইলা ।
নৌকাৰ পাছত দুই জপা উটি গৈলা ॥১১৩৭॥
কতো দূৰে শঙ্কৰ দেৱৰ লগ পাই ।
যৈত ৰাখি আছে নৌকা শঙ্কৰ গোসাই ॥
প্ৰণামিলা মাধৱেৰে গুৰুৰ চৰণ ।
ভক্ত দুইক দেখি গুৰু আনন্দিত মন ॥১১৩৮॥
খোলা চৌকা কৰি গুৰু ক্ষণেক আছন্ত ।
দুই গুটি জপা নৌকা গোজে ঠেকিলন্ত ॥
দেখিয়া মাধৱ দেৱে জপা আনিলন্ত ।
কিবা ইটো বুলি গুৰু শঙ্কৰে পোছন্ত ॥১১৩৯॥
জপাৰ বৃত্তান্ত শঙ্কৰক কহিলন্ত ।
সাধু সাধু মাধৱ বুলিয়া প্ৰসংশন্ত ।
ধন্য তুমি মাধৱ কৰিলা বৰকৰ্ম্ম ।
তুমিসে জানিলা বাপু ভকতৰ মৰ্ম্ম ॥১১৪০॥
সেহিদিনা ৰহি প্ৰভাততে নৌকা মেলি ।
সেৱক সহিতে ভাটি ৰাইজে গৈলা চলি ॥
এহি মতে ভটিয়াই নদীত যাৱন্ত ।
যহিতে গোধুলা হয় তহিতে ৰহন্ত ॥ ১১৪১ ॥
মাধৱেৰে নৌকা ৰাখি খৰতৰ কৰি ।
গুৰুৰ ভোজন স্থান কৰোৱাল তৰি ॥
ভোজন সম্ভাৰ যুক্ত কৰি নিৰন্তৰ ।
গুৰুক ভোজন কৰাই ভক্তে ভুঞ্জে পৰ ॥১১৪২॥
এহিমতে প্ৰতি দিনে গুৰু সেৱা কৰি ।
মাধৱ চলন্ত শঙ্কৰৰ সেৱা ধৰি ॥
স্থান সুশোভন চাই নৌকাক ৰাখন্ত ।
গুৰুক ভোজন কৰাই মাধৱে ভুঞ্জন্ত ॥১১ ॥
* দিনেক মাধৱ দেৱে আসে গৈয়া ৰৈলা ।
শঙ্কৰ দেৱক লাগি বাসা কৰি থৈলা ॥
ঠাইক অতায়া আখা পাতি পুনৰ্ব্বাৰ ।
পাছে স্থান আখা কৰিলন্ত আপোনাৰ ॥১১৪৪॥
অনেক বিলম্বে নপাইলেক গুৰুজন ।
আপোনাৰ অন্ন গুটি কৰিল ৰন্ধন ॥
অৰ্দ্ধপাক ভৈল চাউল উলতি আচয় ।
শঙ্কৰৰ নৌকা আসি উপগত হয় ॥ ১১৪৫॥

ইং ১৫৩৪ চনত বিশ্বসিংহ মৃত্যুৰ পাছত নৰনাৰায়ণ ৰজা হয়, তায়েক চিলাৰায় সেনাপতি ১৫১৬ চনত চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰে ও ক্লেন মৃগ পৰাজয় হয় এই সময়তে শ্ৰীশঙ্কৰদেৱ কামৰূপলৈ যায়- -সংগ্ৰাহক ধৰ্ম্মেশ্বৰ *শ্ৰীশঙ্কৰদেৱৰ শ্ৰীমাধৱদেৱৰ গুৰু ভক্তিৰ পৰীক্ষা

নৰখিয়া নৌকা নদী ভটিয়াই যান্ত ।
সবিনয়ে মাধদেৱে মাত লগাই লন্ত ॥
বাসা সাজি অৱতাই থৈলো আখা পাতি ।
প্ৰস্তুত কৰিয়া আছো কৈক যাহা ৰাতি ॥১১৪৬॥
শঙ্কৰে বোলন্ত ইটো স্থান নোহে ভাল ।
মাধৱে বোলন্ত বাশ অতিশয় ভাল ॥
তথাপি শঙ্কৰ দেৱ তথা নৰহিলা ।
একমোৰ ভাটী গৈয়া নৌকাক ৰাখিলা ॥১১৪৭॥
দেখি মাধদেৱ পাছে অন্ন নুভুজিয়া ।
তেতিক্ষণে গৈলা বেগে নৌকাক মেলিয়া ॥
মাধৱক দেখি দেৱ শঙ্কৰে পুছিলা ।
শীঘ্ৰে আইলা দেখো সিদ্ধ অন্ন কিকৰিলা ॥১১৪৮॥
মাধৱে বোলন্ত যৈত নৰহিলা তুমি ।
তৈত কি ভোজন আৰ কৰিবহো আমি ॥
শুনিখেদ কৰি গুৰু বচন বুলিল ।
আমাৰ কাৰণে তৱ ভোজন গুছিল ॥ ১১৪৯ ॥
মনে জানিছিলো তুমি ভোজন আছৰি ।
পাছতে আসিয়া মোক পাইবাহা সাদৰি ॥
হেন কথা মাতে দুয়ো গুৰু ৰহিলন্ত ।
স্থান অসুবিধাতে ভোজন এৰিলন্ত ॥ ১১৫০ ॥
হেন মতে নানা স্থান ঘাটক ছাৰিয়া ।
ধৌ ৰৱা সুতিৰ মুখে ৰহিলন্ত গৈয়া ॥
মাধৱ নিপুণ আতি গুৰুৰ সেৱাত ।
খোলা ছাঁটি গৃহ সাজি দিলন্ত তাৱত ॥১১৫১॥
বোলন্ত উঠিয়ো আই ৰন্ধন কৰিতে ।
মাধৱৰ বাক্যে দেৱী আসিয়া তৰিতে ॥
পাক কৰি গুৰুক ভোজন কৰাইলন্ত ।
দেখিয়া মাধৱে তাঙ্ক সেৱি চলিলন্ত ॥১১৫২॥
আঠে বেঠে নিজ খোলা চৌকাক কৰিলা ।
মাতৃ সমে ছাউল গুটি ৰন্ধন কৰিলা ॥
মাতৃ সমে অন্ন ভূঞ্জি শয়নে ৰহিলা ।
প্ৰভাতে উঠিয়া শঙ্কৰক প্ৰণামিলা ॥১১৫৩॥
গুৰুসেৱা যথোচিত কৰিল তেখন ॥
শঙ্কৰে বোলন্ত আৰে যাইবো পন্থ কোন ॥
মাধৱে বোলন্ত এই সুতিয়ে সোমায়া ।
চাউল খোৱা নামে নদী পাইবো গৈয়া ॥১১৫৪॥

লোক মুখে শুনো টপা বৰি নাম স্থান ।
ফল ফুল খেতি কৃষি হোৱয় শোভন ॥
নাহি ভয় ভেপাৰ মাহিকে ৰাজ ভয় ।
তস্য ইচ্ছা তৈলে তৈকে যাইবে লাগয় ॥ ১১৫৫॥
বদতি শঙ্কৰ তৈকে যাইবো নিশ্চয় কৰি ।
বুলিয়া চলিল সেহি সুতিৰ ভিতৰি ॥
দিনান্তে পাইলন্ত টপাবৰি স্থান বৰ ।
নৌকা ৰাখি গুৰুদেৱ উঠিলা সত্বৰ ॥১১৫৬॥
শঙ্কৰক লোক সবে আসিয়া সাদৰি ।
গুৰুক দিলন্ত শীঘ্ৰে বাসা গৃহ কৰি ॥
আনো ভূঞা বংশ মানে যতন কৰিয়া ।
নিজ নিজ গৃহ সব লৈলা নিয়োজিয়া ॥১১৫৭॥
ৰহিলা সুখদে গুৰু চৰণ সেৱিয়া ।
গুৰু জনো ৰৈলা নাম ধৰ্ম্ম প্ৰকাশিয়া ॥
কিন্তু জড় ৰোগে লোক সবকে পিড়িলা ।
নানা ক্লেশ আসি সৰ্ব্ব সেৱকৰ ভৈলো ॥১১৫৮॥
নিৰন্তৰে লোক সব দেহ সুখাই গৈল ।
মাথাৰ সকল কেশ সৰি টপা ভৈল ॥
কতো কতো সেৱকৰ শৰীৰো পৰিল ।
ছয় মাসা গুৰুজন তথাতে আছিল ॥১১৫৯॥
মাধৱ দেৱৰ মাতৃ ৰোগ গ্ৰস্ত হয়া ।
প্ৰাণ পৰি হৰি গৈলা দেহাক এৰিয়া ॥
কাঠ সংস্কাৰ কৰি দশা পিণ্ড দিলা ।
মাতৃৰ বিহিনে গুৰু খেদক কৰিলা ॥ ১১৬০॥
দেখিয়া শঙ্কৰ দেৱ মাধৱত কৈলা ।
দেখা দেখা সৰ্ব্বলোক ৰোগ গ্ৰস্ত ভৈলা ॥
টপাবৰি নোহে নাম টকলাৰ বৰি ।
সকলো টকলা ভৈল গৈল চুলি সৰি ॥১১৬১॥
শীঘ্ৰে চলিবাক লাগে এৰি ইটো স্থান ।
শুনি সাজ পাৰ ভৈল যত ভক্তগণ ॥
ভটিয়াই ক্ৰমে গৈয়া খোৱা নদী পাইলা ।
তথাদিয়ে গৈয়া গুৰু বাৰাদি লভিলা ॥১১৬২॥
তথাতে ভোজন কাৰ্য্য কৰি আসৰিস ।
বুঢ়া দলৈ গৃহে পাছে মাধৱ প্ৰৱেশ ॥
দেখে সুশোভন এক নৱ গৃহ আছে ।
তাহাক দিলন্ত বুঢ়া কৰিয়া আশ্বাসে ॥১১৬৩॥

শঙ্কৰ সেৱক সিৱেদিয়া কথা হুয়া ।
ৰামদাস সমে গুৰু ৰহিলা তথায় ॥
বুঢ়াদৈক শ্ৰীশঙ্কৰ চৰণে নমিয়া ।
বুলিলাৰ হিয়ো ৰাপ চুণ পোৰাতে লৈয়া ॥১১৬৪॥
তাৰক্ষণে গুৰু সৰ্ব্ব সেৱক সংহতি ।
চুণ পোৰা বৃক্ষতলে কৰিলন্ত স্থিতি ॥
গৃহক নিৰ্ম্মিয়ো স্থান স্থান ভালকৰি ।
ৰহিলা তথাতে গুৰুধৰ্ম্মক প্ৰচাৰি ॥১১৬৫॥

## নাৰায়ণ দাস ঠাকুৰ আতাৰ চৰিত্ৰ

### —সপ্তদশ অধ্যায়—

তাতিকুচি আদি নানা স্থান হন্তে আসি ।
গুৰুক সেৱিয়া থাকে আনন্দ প্ৰকাশি ॥
আত অনন্তৰে যেন চৰিত্ৰ গুৰুৰ ।
প্ৰতি দিনে বাঢ়িযাই শুনন্তে মধুৰ ॥১২৬৬॥
বৈকুণ্ঠৰ পৰা পৃথিবীক আসিবাৰ ।
কালত আনিলা যিটো ভক্তি ৰস সাৰ ॥
সিসব একত্ৰ কৰিবাৰ মনকৰি ।
ৰহিলন্ত দুইগুৰু কাৰ্য্যক আদৰি ॥ ১১৬৭ ॥
জগতৰ উপকাৰী নাৰায়ণ আতা ।
প্ৰথমতে আসি তেহো ভৈল উপনিতা ।
যশধৰ পুত্ৰ ধৰ্ম্ম কায়স্থতে সাৰ ।
ধৰ্ম্মৰ তনয় ভবানন্দ নাম যাৰ ॥ ১১৬৮ ॥
ধৰ্ম্মৰ কনিষ্ঠ নাম চৈতন্য প্ৰধান ।
জেষ্ঠৰ লগত থাকে অতি গুণবান ॥
ভবানন্দ ঠাকুৰ আতা যেখনে জন্মিলা ।
নানা সুমঙ্গলে ভৈলা পিতৃয়ে দেখিলা ॥ ১১৬৯ ॥
দান দক্ষিণাক কৰিলন্ত বহুতৰ ।
দেখিয়া তৃপিতি ভৈল ব্ৰাহ্মণ সবৰ ॥
গণি পঢ়ি দৈবজ্ঞে কহিলা নিৰন্তৰ ।
হৈবন্ত বংশতে শ্ৰেষ্ঠ ধৰ্ম্মৰ মন্দিৰ ॥ ১১৭০ ॥
ভৱ তাৰিবাৰ সাৰ্কো কাৰণ হৈবন্ত ।
সিকাৰণে ভবানন্দ নাম ৰহিবন্ত ॥
যেখনে আতাৰ ভৈল বৰ্ষ নৱ দশ ।
গোহৰৰ কাৰ্য্যপাছে ভৈলন্ত প্ৰবেশ ॥ ১১৭১ ॥

সকল বালকে ৰবলৈ নাম দিয়া ।
সৰ্ব্বকালে থাকে তান আদেশ পালিয়া ॥
এহিমতে পাছে গ্ৰাম নাসী লোক হয় ।
আতাৰ বৈঠকী থাৰে সকলো আসয় ॥১১৭২ ॥
যাৰ যিবা দণ্ড বাদ কাজিয়া হোৱয় ।
আতাৰ আগত সবে গোচৰ কৰয় ॥
গোটেক বালেক পাকি বিবাদীক আনি ।
কৰয় সিদ্ধান্ত তথা যিবা যেন জানি ॥ ১১৭৩ ॥
তাক ভাঙিবাৰ কাৰো শকতি নোহয় ।
ৰাজ দৰবাৰে গৈলে সি কথা ৰহয় ॥
ধন্য ধন্য বুলি ৰাজা প্ৰজা প্ৰসংশিলা ।
হেন সময়ত পিতৃ পৰলোক গৈলা ॥ ১১৭৪ ॥
খুড়ায়ে সহিতে থাকে গৃহ কৰ্ম্ম কৰি ।
অনেক শাস্ত্ৰক পঢ়ি ভৈল বিজ্ঞ বৰি ॥
কিছু দিনান্তৰে মাতৃ ভৈল পৰকাল ।
ৰাজ্যতো ভৈলন্ত ঘোৰ দুৰ্ভিক্ষ বিশাল ॥ ১১৭৫ ॥
দেখি আলোচিয়া আতা খুড়ায়ে সহিতি ।
স্থান এৰি চলিবাক কৰিলন্ত মতি ॥
নৌকাত সৰ্ব্বস্ব মানে ভৰায়া যতনে ।
উজাইয়া আসিলা নৌকা বাইয়া তখনে ॥১১৭৬॥
ব্ৰহ্মপুত্ৰ নদীৰ আসিল পাক দুই ।
খৰোত্তৰ বেগে অৰ্দ্ধ নদীক পকাই ॥
লালহ বিলাহ সেহি পাক নাম ভৈলা ।
তাহাৰ ভিতৰে পশি নৌকা আতংকিলা ॥১১৭৭॥
পাছে বায়ু মণি পাকে নৌকা নিলা তল ।
সৰ্ব্বস্ব গৈলেক মাত্ৰ প্ৰাণ নমৰিল ॥
দুই গুটি কলসীত ধৰি দুই জন ।
চৈতন্য ঠাকুৰ আতা তিৰে উপসন ॥ ১১৭৮ ॥
ধিৰে ধিৰে গড়াত আউজি জীৱাবয় ।
গ্ৰামহন্তে এক স্ত্ৰী আসিয়া দেখয় ॥
পোছন্তে কহিলা আত্ৰা বিবস্ত্ৰেতে আছো ।
বস্ত্ৰদিলে উঠি গৈয়া দুইজন বাচোঁ ॥ ১১৭৯ ॥
শুনি নাৰী গোটে ৰিহা খানিকে যে দিলা ।
তাকে পিন্ধি দুয়ো জনে গ্ৰামক চলিলা ॥
এক গাছ তলে মেল কৰে লোক ছয় ।
তাহাতে দেখিলা এক ধকুৱা আছয় ॥ ১১৮০ ॥

• শ্ৰীমাধৱদেৱৰ মাতৃবিয়োগ উপাৰৰী ত্যাগ মাধৱদেৱৰ বাবাদিৎ নিবাস শ্ৰীশঙ্কৰদেৱ চুন পৰাত প্ৰবেশ ।

সেহি জনে দেখি আথে বেথে সুবিলম্ত ।
চৈতন্য আতৈয়ে কৈলা যতেক বৃত্তান্ত ।।
আৰ কহিলন্ত প্ৰবত্তিতে বস্ত দিবোঁ ।
যত ধাৰ দিব লাগে সকল এৰিবো ।। ১১৮১ ।।
শুনিয়া কাপোৰ লোটা বাতি আনি দিলা ।
ধাৰ এৰি কুটম্বৰ ঘৰক চলিলা ।
তথাত থাকিয়া কিছু সাজ নপাইলন্ত ।
ডিঙ্গা নগৰত গৈয়া গৃহ কৰি লন্ত ।। ১১৮২ ।।
ছাগল পুষিয়া কত গুটি ধন পাইল ।
ভবানন্দে পাছে পাশা দেখিবাক লইল ।।
পাশত জিনীয়া আতা কিছু ধন পাই ।
আতাৰ কাৰণে ফুৰে কণ্যাক যন্তাই ।।১১৮৩।।
পৰমানন্দ মাৰক কৰিলা বিবাহ ।
গৃহস্থী আশ্ৰমে ৰহি কৰিয়া নিৰ্ব্বাহ ।।
পাণ বিক্ৰিকৰি আতা ফুৰে কতো কাল ।
পাণ গিৰী ঘৰে পাণ পৰেয় যি কাল ।।১১৮৪।।
পাৰিবাৰ অৰ্থে পাণ বিনা মূল্যে পান্ত ।
বজাৰে বিকিয়া বহু ধনক লভন্ত ।।
একদিনা গোটেক পসাৰী বুলিলন্তে ।
দোকানে ৰহিও আমি আসো ঘৰ হন্তে ।।১১৮৫।।
গৰাকী আসিলে দ্ৰব্য বিকিবাক কৈলা ।
শুনিয়া দোকানে আতা তেখনে বিকিলা ।।
পসাৰে আছিলা দ্ৰব্য বহুদিন পৰি ।
আতা বসিলাতে বিক্ৰি ভৈলা নিৰন্তৰি ।।১১৮৬।।
পোসাৰী আসিয়া দেখে দোকান উদঙ্গ ।
আতাক বুলিলা বাপু কিবা কৰা ৰঙ্গ ।।
ছয় কুৰি টকা আতা লেখা কৰি দিলা ।
দেখিয়া পসাৰী মনে বিস্ময় পাইলা ।১১৮৭।।

## নাৰায়ণ দাস ঠাকুৰ আতাৰ চৰিত

পসাৰী বোলন্ত বাপু শুদা শক্তি নোহ ।
আমাৰ দোকানে কিছুদিন ৰহ ।।
আতা বোলে হেন কিবা হৈবাক পাৰয় ।
খুড়াজন আছে আমি যাইবাক লাগয় ।।১১৮৮।।
দুইকুৰি ৰূপ পসাৰী তাঙ্ক দিলা ।
টকালৈয়া আতা নিজ ভৱনে চলিলা ।।
কিছুদিন থাকি খুৰাজন কাল ভৈল ।
সংস্কাৰ কৰিয়া পাছে শ্ৰাদ্ধক কৰিল ।।১১৮৯।।
আত অনন্তৰে আতা নৌকা এক কিনি ।
বেপাৰ কৰিবে লাগি লৰিলা আপুনি ।।
দেশ দেশান্তৰে সদাগৰ কৰিলন্ত ।
নৱখানি নৌকা লৈয়া বেপাৰ কৰন্ত ।।১১৯০।।
হাট ফাট কিছুকে নগনি আসে যাই ।
ৰাজাৰ মাতুল বুলি সদায়ে কহয় ।।
দেখিয়া ৰাজাত কৈলা কাটোৱাল গণ ।
ফাট ভাঙ্গি চলে সদাগৰ একজন ।।১১৯১।।
বোলন্ত ৰাজাৰ মই মাতুল এজন ।
তোমাক মাচুল মই দিবো কিকাৰণ ।।
শুনিৰাজা ক্ৰোধ কৰি আনিতে বুলিলা ।
দুতে ধৰি নিয়া পাছে ৰাজাত যোগাইলা ।।১১৯২।।
মহাৰাগে ৰাজাবোলে কেনে ছদ্মকৰ ।
কৰযোড়ে বোলে ৰাজা শুনিও গোছৰ ।।
দৃষ্টান্তেক কহিবাৰ কাৰণ জনাইবো ।
* ক্ষমাকৰি আজ্ঞাদিলে জগৰ সাৰিবো ।।১১৯৩।।
শুনি ডিঙ্গা নগৰৰ ৰাজা মহাজন ।
বোলে শিঘ্ৰে কহ তৱ দৃষ্টান্ত এখন ।।
আতাবোলে মহাৰাজ শুনিয়ো কাহিনী ।
দুৰ্গাপুজা হেতু আনিলন্ত ছাগ কিনি ।।১১৯৪।।
হাস্থিতে নপাৰে খোৰা এগুটি ছাগল ।
হাবিৰ মাজত ৰহি ভৈলন্ত বিকল ।।
দেখি ব্যাঘ্ৰ ভল্লুক আসিলে খাইবে প্ৰতি ।
ছাগলে কহিল খাইবে নপাৰো সম্প্ৰতি ।।১১৮৫।।
সিংহৰ ভাগীন মই তাহাৰ আদেশ ।
আসিয়া কৰিছো মই বনত প্ৰবেশ ।।
শুনিয়া সকলে ভয় পায়া অতিৰেক ।
ৰাখিতে পাৰিবা কিবা আমাক প্ৰত্যেক ।।১১  ।।
ছাগলে বোলন্ত তোৰা ভয় নকৰিবা ।
আমাৰ ৰক্ষণে সিংহে এৰি ছলি যাইবা ।।
বিশ্বাস কৰিয়া যত যন্ত পশুগণ ।
সেহিহন্তে ছাগগোট কৰিয়া বেস্তন ।।১১৯৭।।
উপাসিয়া কৰ আনি তৃণ ঘাস দিয়া ।
কতোদিনে সিংহ আইল সিথানে আসিয়া ।।
দেখি শাঠে বেঠে সবে ছাগক বোলয় ।
আমাক ৰাখিয়া আবে সিংহ আসিছয় ।।১১৯৮।।

---

* দৃষ্টান্ত—শ্লোক = হীনসেৱা ন কৰ্ত্তব্যো কৰ্ত্তব্যো মহাদাশ্ৰয়ঃ । অজাসিংহ প্ৰসাদেন বনে ভ্ৰমতি নিৰ্ভয়ঃ ।।

শুনি ছাগ হস্তীগোট উপৰে চৰিল ।
সিংহৰ সমিপে এক জাম্পতে নামিল ॥
সকাতৰে সিংহক বুলিলা স্তুতি কৰি ।
শুনা মহাৰাজ মই তযু নামধৰি ॥১১৯৯॥
তোমাৰ ভাগিন বুলি সমস্তেক কহি ।
ভক্ষদ্ৰব্য হয়ো আছো ইঠানত ৰহি ॥
আৰে যেন লাগে প্ৰভু তাক কৰিয়োক ।
সিংহে বোলে ঐত ৰাজা কৰিলো তোহোক ॥১২০০॥
হেনমতে ছাগলক নিৰ্ভয় কৰিয়া ।
চলিলা কেশৰী ছাগলক ৰাজ্য দিয়া ॥
আমিয়ো তেনয় ৰূপে তযুনাম ধৰি ।
বেপাৰ কৰিয়া ফুৰো তোমাক সুমৰি ॥১২০১॥
শুনি দিঙ্গাৰাজা বৰ আনন্দ কৰিয়া ।
বৰ সদাগৰ পাতি আজ্ঞা প্ৰকাশিয়া ॥
বৈঠাৰ নালত শুক্ল চামৰ আৰিল ।
মণিৰাজ পাগ দিয়া সদাগৰ পাতিল ॥১২০২॥
বিদায় দিলন্ত আতা আনন্দে চলিলা ।
সেহি দিনা ধৰি আতা বৰ সদাগৰ ভৈলা ॥
থানে থানে সদাগৰি কৰিয়া ফুৰন্তে ।
ভাস্কৰ গুৰুক লাগ পন্থত পাইলন্তে ॥১২০৩॥
গুৰুৰ নিকটে নৌকা বান্ধি তেতিক্ষণ ।
ভোজনক লাগি কৰিলন্ত আয়োজন ॥
স্নানকৰি কৰৈ আতা ৰামৰ তৰ্পণ ।
ভাস্কৰে স্নানি ৰামবুলি কৰন্ত ভোজন ॥১২০৪॥
দেখিয়া ফকৰা মাতি আতায়ে কহিলা ।
জপৰা দিলাহা বুৰ তপৰা ভুঞ্জিলা ॥
কায়স্থ হইয়া আমি তৰ্পণ কৰিলো ।
দ্বিজবৰ হইয়া কেনে চাৰিলা সকলো ॥১২০৫॥
ভাস্কৰে বোলন্ত শুনা সদাগৰ বৰ ।
সবাকো গুচাইলা দেৱ শ্ৰীমন্ত শংকৰ ॥
নাম মাত্ৰ লৈলে সৰ্ব্ব কৰ্ম্ম ফল পাৱে ।
জানিয়া নামক জাপি ভুঞ্জিলা স্বভাৱে ॥১২০৬॥
হৰিনামে হৰিনামে হৰিনামে গতি ।
হৰিনাম ৰাক্ত হৈয়া আছয় সম্প্ৰতি ॥
শাস্ত্ৰ পঢ়িবাক মই যাইবাক আসিলো ।
তোমাৰ আগত সৰ্ব্ব সম্মত কহিলো ॥১২০৭॥

শুনি সদাগৰ অতি আনন্দিত মনে ।
ভাস্কৰ গুৰুক প্ৰণামিয়া তাৱক্ষণে ॥
কোন স্থানে আছে তেহো কেনি গৈলে পাম ।
সকল বৃতান্ত গুৰু কহা মোৰ ঠাম ॥১২০৮॥
গুৰু বোলে মাজুলীৰ মধ্যে ধুৱাহাট নাম ।
ভক্তি প্ৰকাশিয়া আছে গুৰু গুণ ধাম ॥
ভাঠি আসিবাক মন কৰিয়া আছয় ।
তথাতে আছয় কিবা ভাঠি আসিছয় ॥১২০৯॥
হেন শুনি তাৱক্ষণে নৌকা মেলি আইলা ।
মনসাৰ সুতি এৰি চাউলধোৱা পাইলা ॥
তথাহৈতে আসি ধোৱা নদীক পাইলন্ত ।
শঙ্কৰৰ ভণিতাক গোৱা শুনিলন্ত ॥১২১০॥

খাগৰা কাটিব গৈয়া ভক্ত দুই জন ।
সিসবে গীতক গাবে কৰি উচ্চাৰণ ॥

খাগৰা কতা গীত

ধুং২॥ নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা ।
মেৰি পামক মন মাধৱ ঘনে ঘন,
ঘাতুক পাপ নাচোৰা ।
নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা ॥

॥ পদ ॥

যতজীৱ জঙ্গম কীট পতঙ্গম
অগনগ জগতেৰি কায়া ॥
সবকহো মাৰি পুৰত ওহি উদৰ
নাহি কৰত ভূত দয়া ॥
নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা ।
ঈশ স্বৰূপে হৰি সবঘটে
বৈঠহ যৈচন গগন বিয়াপী ।
নিন্দাবাদ পৈশুণ্য হিংসা হৰি
তেৰি কৰোহো হামো পাপী ।
নাৰায়ণ কাহে ভকতি কৰোঁ তেৰা ।
কাকু শঙ্কৰে কয় কৰহু করুণা নাথ
জোনো চাৰহু ৰাম বানী ।
সব অপৰাধক বাধক তুৱানাম
তাহে শৰণ লেহ জানি ॥

---

* ৰজাই দিয়া মণিৰাজ মোগল পাগ, ছোলা, লহঙ্গা, আজিকালি সূত্ৰধাৰৰ পোছাক শুক্লচোৱৰ ধুৰা ভাওনাৰ সূত্ৰৰ হস্তৰ ভূষণ আৰু আসন ধুলনত ব্যৱহাৰ কৰা হয়। সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

নাৰায়ণ কাহে ভকতি কৰো তেৰা ॥
মেৰি পামৰ মন মাধৱে ঘন ঘন
ঘাতুক পাপন চোৰা ।
যতজীৱ জঙ্গম কীট পতঙ্গম ॥
অগনগ জগ তেৰিকায়া ॥

॥ পদ ॥

ভনিতা শুনিয়া আতা সঙ্কুক্ষণ ভৈলা ।
তাঙ্কৰৰ কথা মানি নিশ্চয়ে জানিলা ॥
ভৱানন্দে কহে শুনা ভকত আতাই ।
যাহাৰ গীতক গাইলা আছে কোন ঠাই ॥১২১১॥
ভক্তে বোলে চুণ গেৰা বৃক্ষ তলে আছে ।
কিকাৰণে সোধা কথা কিবা লেখা আছে ॥
আতা কহিলন্ত তাঙ্ক গুৰু লভিবাৰ ।
কাৰণে আসিছো বিচাৰিয়া বাৰম্বাৰ ॥১২১২॥
শুনিয়া আনন্দ মনে ভকতে তখন ।
দেখাইবাক প্ৰতি চলিলন্ত দুয়োজন ॥
সেহি দিনা ভোজনৰ অন্ন অনাতন ।
দেখিয়া গুৰুক আই বুলিলা বচন ॥১২১৩॥

## নাৰায়ণ দাস ঠাকুৰ বা ভৱানন্দ সদাগৰ শৰণ গ্ৰহণ ।

নাহিকয় অন্ন আজি কি জানি কি কয় ।
কিবা অভকভ অন্ন ভূঞ্জিবে লাগয় ॥
কন্ধত কৰিয়া আতা আছয় আসিয়া ॥১২১৪॥
পূৰ্ব্বমুখে গুৰুদেৱ বসিয়া থাকন্তে ।
আতা উপস্থিত ভৈলা পৃষ্ঠ ভাগ হন্তে ॥
চাঁয়াপোট গৈয়া আগে প্ৰবেশিল যেবে ।
গুৰু উচ্চাৰিলা নাৰায়ণ নাম তেবে ॥১২১৫॥
তেতিক্ষণে আসৈ আতা চাউল লোণ থই ।
প্ৰণাম কৰিলা চৰণৰ আগে গই ॥
শঙ্কৰে বোলন্ত তুমি কোন কিবা নাম ।
কহিলন্ত আতা তান গুণ নাম ধাম ।১২১৬॥
বগৰি গুৰি পাৰওনা হালধি-আতিগ্ৰাম ।
পিতা মাত থৈয়া আছে ভৱানন্দ নাম ॥
বৰ সদাগৰ নাম ৰাজাদিয়া আছে ।
তাঙ্কৰত হন্তে তথু কথা শুনি পাছে ॥১২১৭॥

গুৰু লভিবাৰ অৰ্থে ইথানে আসিয়া ।
ভনিতা শুনিয়া আইলো কৃত কৃত্য হয়া ॥
শঙ্কৰে বোলন্ত তাঙ্কৰৰ জ্ঞানে বৰ ।
পৰোক্ষাতো মোক কৰি আছে উপকাৰ ।১২১৮॥
শুনা ভৱানন্দ নাৰায়ণ নাৰায়ণ ।
নামমোৰ মুখত ভৈলন্ত উপসণ ॥
সিকাৰণে ভৱানন্দ নামক গুচাইলো ।
আজি ধৰি নাৰায়ণ ঠাকুৰ নাম দিলো ॥১২১৯॥
মাধৱ নামত আছে বান্ধৱ একজন ।
তাহাৰ সহিতে কৈলো সখ্য নিৰোপণ ॥
আতায়ে বোলন্ত বাপ কিনো ভাগ্য মোৰ ।
কোথাত আছয় তেহো কহিয়োক ওঁৰ ॥১২২০॥
গুৰু বোলে মাধৱৰ মাতৃ শ্ৰাদ্ধ ভৈল ।
টকা ভঙ্গাইবাক প্ৰতি প্ৰভাতে চলিল ॥

## শ্ৰীমাধৱদেৱৰ আক্ৰ নাৰায়ণ দাস ঠাকুৰ আতাৰ সোহৃদ সখিত্ত কৰি ভজন ভক্তি প্ৰদান

আতাবোলে আমাৰ নৌকাত কড়ি পাই ।
কৃপাকৰি পঠায়োক তৈকে লাগি যায় ॥১২২১॥
হেন কথা মাতে আতা প্ৰণাম কৰিয়া ।
মাধৱক বাট চাহি আছন্ত ৰহিয়া ॥
টকা ভঙ্গাৱে নপাই মাধৱ আসিলা ।
দেখিয়া শঙ্কৰ দেৱে তেখনি কহিলা ॥১২২২॥
শুনিয়ো মাধৱ আইল পুৰুষ প্ৰধান ।
তোমাৰ সহিতে সখি কৰিলো বিধান ॥
টকা ভঙ্গাই দিবো বুলি যাইবাক প্ৰাথিয়া ।
নৌকাক চলিল লৈয়া আনন্দিত হৈয়া ॥১২২৩॥
চলিয়োক তুমি তেহো যথাত আছয় ।
প্ৰাৰ্থকৰ বাঞ্চা সিদ্ধি কৰিবে লাগয় ॥
শুনি মাধ দেৱে শিৰে গুৰু বাক্য ধৰি ।
আতাৰ নৌকক লাগি গৈলা শীঘ্ৰ কৰি ॥১২২৪॥
নৌকা গৈয়া আতা মহা প্ৰেমানন্দ হয়া ।
কখনে দেখিবো বুলি আছে আপেক্ষিয়া ॥
গুৱা পাণ ঠগি আনি প্ৰাৰ্থনা কৰিয়া ।
সখাক দূৰতে লক্ষি অৱনত হয়া ॥ ১২২? ॥
তোমাৰেসে দাসকৰি দিলা গুৰু জন ।
নিজ দাস বুলি মোক কৰিয়ো গ্ৰহণ ॥

টকা ভঙ্গাই দিবো আমি যতেক লাগয় ।
জানিয়া কৃপালু বাপ হুয়োক সদয় ॥১২২৬॥
শুনি মাধদেৱ হইয়া হৰষিত মনে ।
ভঙ্গাইবাৰ টকা তান্স দিলেক তেখনে ॥
পৰম আদৰে আতা টকাৰ দ্বিগুণ ।
ভঙ্গাইয়া দিলন্ত কৰি আনন্দিত মন ॥১২২৭॥
মাধৱে বোলন্ত সখি দিলাহা অধিক ।
আতাবোলে মোৰো মাতৃ দিলো ততোধিক ॥
মাকলীৰ পুত্ৰ ৰাম নামে ভকতক ।
থাকিবাক লাগিদিলা সঙ্গত গুৰুক ॥১২২৮॥
পাছে মাধ দেৱ গৈলা আপোন গৃহক ।
শুশ্ৰূষা কৰন্ত আতা মাধৱ দেৱক ॥

## শ্ৰীমাধৱদেৱৰ মাতৃৰ শ্ৰাদ্ধ আৰু হৰি নাম কীৰ্ত্তন

অনুক্ৰমে শ্ৰাদ্ধৰ দিবস আসি ভৈলা ।
শঙ্কৰ দেৱক তৈকে নিমন্ত্ৰণ দিলা ॥ ১২২৯ ॥
মহা মহোৎসৱ কৰি গুৰুক তুষিলা ।
ব্ৰাহ্মণ গণক মহা দক্ষিণা কৰিলা ॥
সভা বিসৰ্জ্জিয়া দেৱ শ্ৰীমন্ত শঙ্কৰ ।
মাধৱক সাদৰিয়া চলিলন্ত ঘৰ ॥ ১২৩০ ॥
লগত যাহান্ত মাধদেৱ তুষ্ট মনে ।
শঙ্কৰক থৈলা নিয়া চুণ পোৱা স্থানে ॥
প্ৰতি দিনে মাধদেৱে সেৱাক আচৰে ।
ভকতিৰ কথা সব পোছন্ত সাদৰে ॥ ১২৩১ ॥
শঙ্কৰে কহন্ত সদা কৃষ্ণৰ চৰিত্ৰ ।
শুনি সৰ্ব্বজন হোৱে পৰম পবিত্ৰ ॥
সিমতে আছন্তে ভৈল লোকত প্ৰকাশ ।
শঙ্কৰৰ শুদ্ধ ধৰ্ম্মে হৰে দুঃখ ত্ৰাস ॥ ১২৩২ ॥
* জয়ন্তীৰ মধাই নাম পৰম নিপুণ ।
তোহো শুনি আসিলন্ত শঙ্কৰৰ গুণ ॥
গুৰুৰ চৰণে নমি বচন বুলিলা ।
তোমাৰ শুনিয়া গুণ যশৰস লীলা ॥ ১২৩৩ ॥
ধৰ্ম্মক ধৰিবে আসি আছো দেৱবৰ ।
শুনিয়া শঙ্কৰে নীতি শিখাইলা বিস্তৰ ॥
শৰণ কৰায়া তাঙ্ক বিদায়ক দিলা ।
সেহি দিনা হন্তে মধাই আসিবাক লৈলা ॥১২৩৪॥
বুঢ়া গোপাল আদি শুদ্ধ মন হইয়া ।
শৰণ পশয় আসি ধৰ্ম্মক ধৰিয়া ॥
মন দিয়াত গৃহ সাজি নাৰায়ণ দাস ।
প্ৰতিদিনে আশৈ তথা মাধৱৰ পাশ ॥ ১২৩৫ ॥
পাছে দুয়োজন শঙ্কৰৰ পাশে আসি
সেৱক সবাতে কহে কথাক প্ৰকাশি ॥

## শ্ৰীগুৰুজনাৰ চুণপোৱা ত্যাগ-কুমাৰ কুছিগমণ

এহিমতে কতো দিন থাকন্তে শঙ্কৰ ।
সেহি ঘাটে নৌকা বান্ধিলেক বহুতৰ ॥১২৩৬॥
ঘাট গোট দিনে দিনে অশুচি কৰয় ।
দেখি আই গুৰুজন অগ্ৰত কহয় ॥
পাছে গুৰু মাধৱ দেৱত কহিলন্ত ।
ইথান এৰিয়া আমি যাইবাৰ হইলন্ত ॥১২৩৭॥
শুনিয়া মধাই আতে কৈলা সাৰ কৰি ।
উচ্ছস্থান গোট আছে কুমাৰ কুছিবৈড়ি ॥
পৰদিনা গুৰুদেৱে ভোজন কৰিয়া ।
সেৱকক সঙ্গকৰি গৈলন্ত চলিয়া ॥ ১২৩৮ ॥
পাইলন্ত বাটক তলি বিল অনুপম ।
নিকটৰ বৃক্ষতলে কৰিলা বিশ্ৰাম ॥
গৰ্ত্তেক খনাই তৈতে দৃষ্টি কৰিলন্ত ।
যাহাক উদ্দেষ কৈলে তাঙক দেখিলন্ত ॥১২৩৯॥
পৰম আনন্দ মনে গুৰু লভিলন্ত ।
পাছে কুমাৰ কুছি স্থানক পাইলন্ত ॥
মনোগত কৰি পাছে গৃহ সাজিবাক ।
আদেশ কৰিয়া গুৰু ফিৰি আসিলেক ॥১২৪০॥
পাছে আতা নাৰয়ণ লোক সবলৈয়া ।
হাটী বাটী নাম ঘৰ সকল সাজিয়া ॥
গুৰুত জনাইলা যেবে শঙ্কৰ চলিলা ।
হৰিধ্বনি কৰি সৰ্ব্ব সেৱক লড়িলা ॥ ১২৪১॥
আই গোসানীৰ সবে গৃহ লৈলা ৰঙ্গে ।
ধৰ্ম্ম প্ৰকাশিলা গুৰু সেৱকৰ সঙ্গে ॥
কিছু দিন পাছে তৈত ভৈল যেন কথা ।
মাছ মাৰিবাক লোক চলন্ত সৰ্ব্বথা ॥ ১২৪২ ॥
যিদিনা মাৰয় মৎস্য বিল সমুদায় ।
ঘোলনি হইয়া বিল পঙ্কময় হয় ॥

## ভণীপুৰীয়া গোপাল আতাৰ গুৰু দৰ্শন পাটুকা নিৰ্ম্মাণ

জলৰ কাৰণে গুৰু উপবাসে থাকে ।
দিনেক কহিলা আসি ঠাকুৰ আতাকে ॥১২৪৩॥

ভনীপুৰে থাকে কুমাৰৰ মেনা দুই ।
গোপাল নামত আতা তথাতে আছই ॥
তাঙ্ক কহিলন্ত পাছে নাৰায়ণ আতা ।
পাটুকা কৰিয়া দিলা সেহি শুভানিতা ।।১২৪৪।।
পাটুকা ভৈলন্ত জন্ম দুখ গুছি গৈল ।
পৰম আনন্দে গুৰু সেৱক ৰহিল ॥
ঠাকুৰ আতাসমে শ্ৰীমাধৱদেৱ গুৰু ।
গুৰুসেৱা কৰৈ ভকতৰ কল্পতৰু ।।১২৪৫।।
এহিমতে ছয়মাস তথাতে আছয় ।
নিকটে আছন্ত হীনজাতি দুৰাশয় ॥
একদিনা অপবিত্ৰ মৎস্যক আনিয়া ।
গোটেক বিড়ালে ঘৰে পেলাইলন্ত নিয়া ।।১২৪৬।।
পাছে পাগ পাতিলা সমস্তে দুৰকৰি ।
গুৰুক কহিলা আই কাৰ্য্যক সুমৰি ।।
ইথানত থাকিবাৰ য়োগ্য নাহিকয় ।
নিকটে অজাতি লোকে গ্ৰাম কৰিছয় ।।১২৪৭।।
বদতি শঙ্কৰ মাধৱদেৱ ৰাম দাস ।
অৱশ্যে এৰিবে লাগে ইহাৰ আবাস ॥
সকলো প্ৰকাৰে শ্ৰেষ্ঠ আছে যিটো ঠাই ।
দেখিবাক লাগি তাক চলিয়ো সবাই ।।১২৪৮।।
এহিবুলি গুৰুজন লৰিলা তখন ।
পাটবাউসী নামস্থান দেখিতে শোভন ॥
ৰাজাৰ আছিলা পাট নগৰ পূৰ্ব্বত ।
লতা বৃক্ষ তৃণ হৈয়া আছে যথাৱত ।।১২৪৯।।
দেখি গুৰু সেহিস্থান যোগ্য মানি মনে ।
গৃহ কৰিবাক আদেশিলা তাৱৈ ক্ষণে ॥

## শ্ৰীশঙ্কৰদেৱৰ শাস্ত্ৰ প্ৰণয়ন আৰু ধৰ্ম্ম প্ৰচাৰ পাটবাউসী স্থানত নিবাস শ্ৰীমাধৱদেৱৰ গণকুছিত নিবাস

হেনশুনি সেৱক সকলে ৰঙ্গ কৰি ।
হাবিকাটি হাটী বাটী কৰিলা সাদৰি ।।১২৫০।।
নামঘৰ মণিকুট আৰ বাট আলি ।
শীঘ্ৰকৰি কৰাইলন্ত কাৰ্য্যক সকলি ॥
শুভদিনে গুৰু আসি স্থান প্ৰবেশিলা ।
সেৱক সকলে হৰিধ্বনি উচ্চাৰিলা ।।১২৫১।।
এহিমতে পাটবাউসী স্থান কৰি তথা ।
সেৱক সহিতে গুৰু ৰহিলা সৰ্ব্বথা ॥
মাধৱ আছন্ত বাৰাদিত স্থানকৰি ।
অনেক বিদুৰ দেখি শঙ্কৰ মুৰাৰি ।।১২৫২।।
এক গণকৰ বাৰী খন আছিলন্ত ।
শুনিয়া শঙ্কৰদেৱ লৈবে চাহিলন্ত ॥
একতোলা সোণা দান গণকে কৰিলা ।
তাকদিয়া গুৰু পাছে ভেটীক কিনিলা ।।১২৫৩।।
সেৱকক আদেশিয়া গৃহ কৰাইলন্ত ।
তাহাতে ৰহিবে মাধৱক বুলিলন্ত ॥
মাধদেৱ বাৰাদিৰ হন্তে তৈকে আসি ।
গুৰু আজ্ঞা ধৰি তাত থাকিলা হৰষি ।।১২৫৪।।
ওছৰ ভৈলেক গুৰু আনন্দ কৰিয়া ।
শঙ্কৰ দেৱৰ ঠাইক যান্ত সাদৰিয়া ॥
নানাভাৱে গুৰুসেৱা কৰিয়া থাকয় ।
শঙ্কৰে আনন্দে নানা ভক্তি কথাকয় ।।১২৫৫।।
কীৰ্ত্তন ঘোষাৰ শেষ আছিল ৰছিত ।
তাহাকো কৰিলা সেহি স্থানে বিৰছিত ॥
মহা ভাগৱতৰ পয়াৰ কৰিছয় ।
প্ৰথম দ্বিতীয় আৰ অষ্টম ত্ৰিতয় ।।১২৫৬।।
আদ্যৰ দশম আৰ বলিৰ ছলন ।
কুৰুক্ষেত্ৰ নৱসিদ্ধ ৰুক্মিণী হৰণ ॥
একাদশ দ্বাদশ ভকতি প্ৰদীপ ।
কৰিল শঙ্কৰদেৱে জ্ঞানৰ প্ৰদীপ ।।১২৫৭।।
কালীক দমন আদি নাট যত ।
গীত স্তোত্ৰ ভট্টিমাক কৰিলা বহুত ॥
বেদ বেদান্তৰ গীতা ভাগৱত তত্ত্ব ।
ভক্তিৰত্নাকৰ নামে শাস্ত্ৰ কৰিলন্ত ।।১২৫৮।।
এহিমতে জীৱৰ তাৰণ হেতু গুৰু ।
অনেক প্ৰবন্ধ কৰিলন্ত কল্পতৰু ॥
পাছে বুলিলন্ত মাধৱক গুৰু জন ।
ৰচনা কৰিও তুমি গ্ৰন্থ একখন ।।১২৫৯।।
ব্ৰহ্মাআদি কৰি যত স্থাৱৰ পৰ্য্যন্ত ।
সবাকো লেখিবা মোকো থৈবাহা তাহাত ॥
হেন আদেশিয়া দেৱ শ্ৰীমন্ত শঙ্কৰ ।
প্ৰতিদিনে ধৰ্ম্ম বৃদ্ধি কৰন্ত বিস্তাৰ ।।১২৬০।।

একদিনা ঠাকুৰ আতা পাছে মাধৱত ।
সদায়ে থাকন্ত গুৰু কথা আলাপত ॥
কোন সময়ত অত শাস্ত্ৰক লিখয় ।
কহিয়োক বাপ জিবা আপুনি জানয় ॥১২৬১॥
হাসিয়া মাধৱদেৱে বুলিলন্ত বাণী ।
শুনা সখি শাস্ত্ৰসব লিখন কাহিনী ॥
যেনবাপে যেহেন শকতি প্ৰকাশিয়া ।
লেখন্ত শাস্ত্ৰক তুমি দেখিবাহা গৈয়া ॥১২৬২॥
সেহিদিনা আতা পাছে গৃহক নগৈলা ।
ৰাত্ৰিভাগে শঙ্কৰ দেৱৰ পাশে গৈলা ॥
দেখে মন্দিৰৰ মধ্যে দ্বাৰ বন্ধ কৰি ।
শাস্ত্ৰক লিখন্ত গুৰু দিব্যৰূপ ধৰি ॥১২৬৩॥
দুইহাতে পাতদিকে দুইহাতে লিখে ।
বাৰৰ জলায়ে দিয়া আতায়ে নিৰিক্ষে ॥
অন্তৰ্য্যামী গুৰু কিবা অপ্ৰকাশ আছে ।
আইস নাৰায়ণ বুলি মাতিলন্ত পাছে ॥১২৬৪॥
আঠে বেঠে আতা পাছে ভিতৰ পশিয়া ।
প্ৰণাম কৰিলা আতি দণ্ডৱত হৈয়া ॥
দেখি গুৰু জনে দুই হস্ত সম্বৰিয়া ।
আতাক মধুৰ বাক্যে কৈলা সম্বুধিয়া ॥১২৬৫॥
সাক্ষাতে নাসিয়া কেনে জুমিয়া দেখিলা ।
তোমাত আমাৰ কিবা অভিন্নতা ৰৈলা ॥
এহিবুলি গুৰুজন আশ্বাস কৰিয়া ।
চাৰি খানি গুৱাদিলা আনন্দ কৰিয়া ॥১২৬৬॥
আনন্দে আকুল আতা শক্তি দৰশনে ।
অহো ভাগ্য বুলি প্ৰসংশিলা ঘনে ঘনে ॥
পাছে আতা স্তুতি নতি কৰি বহুতৰ ।
মাধৱ দেৱৰ ঠাই গৈলন্ত সত্তৰ ॥১২৬৭॥
মাধৱে বোলন্ত সখি কেমন দেখিলা ॥
গুৰুৰ প্ৰসাদ আজি তুমি কিবা পাইলা ॥
শুনি আতা গুৱা আনি দিয়া সমৰ্পিলা ।
প্ৰণাম কৰিয়া আতা সমস্তকে কৈলা ॥১২৬৮॥
মাধদেৱে দুইখানি আতাক দিলন্ত ।
প্ৰসাদ জানিয়া দুইখানি ভুঞ্জিলন্ত ॥
ভোজন কৰিয়া আতা শয়ন কৰিলা ।
পৰদিনা পুৰা আপোনাৰ গৃহে গৈলা ॥১২৬৯॥
একদিনা গুৰুজনে মাধৱক কৈলা ।
মাষ কিছু বাটি আনি দিয়ো কৰি ভালা ॥
শুনি আই মাষ বাটিবাক চলিলন্ত ।
মন্দিৰ ভিতৰে গুৰু শাস্ত্ৰক লিখন্ত ॥১২৭০॥
মাষ বাটি নিয়া আই দ্বাৰ বন্ধ দেখি ।
ডেকা গিৰী বুলি মাতে খানিকো নাপেখি ॥
শঙ্কৰে বোলন্ত থাহ দুৱাৰৰ তলে ।
আগবঢ়াই থোৱা মই আনিবো সকালে ॥১২৭১॥

## যোগসিদ্ধপুৰুষ শ্ৰীমন্তশঙ্কৰ দেৱৰ অলৌকিক প্ৰভাব

মাষক থৈবাৰ কালে জুমিয়া দেখিলন্ত ।
চতুৰ্ভুজ ৰূপে গুৰু শাস্ত্ৰক লিখন্ত ॥
ৰোমাঞ্চিত ভাৱে আই বুলিলা বচন ।
আৰে ডেকা গিৰি বাপ দেখিলোহো কেন ॥১২৭২॥
শঙ্কৰে বোলন্ত তই কাতো নকহিবি ।
মোৰ শক্তি গোট মাত্ৰ আপুনি জানিবি ॥
এহি মতে গুৰু সেৱকৰ মন পুৰি ॥
বৈকুণ্ঠৰ যশ ৰষ থাকন্ত প্ৰচাৰি ॥১২৭৩॥
উৰ্ব্বশী নামত মাধদেৱৰ বহিনী ।
জন্মাইলন্ত ৰাম চৰণ পুত্ৰ খানি ॥
অশৌচৰ অন্তে পুত্ৰ কোলে কৰি আসি ।
কান্দিয়া কহিলা মহা দুঃখক প্ৰকাশি ॥১২৭৪॥
নভৈলেও হন্তে পুত্ৰ সেয়েছিল ভাল ।
ঋষি সাপে আবে জোনো আৰ হৈবে কাল ॥
ৰাম দাস মুখ চাই বোলে গুৰুজন ।
কহা বহীনাই কিবা আছয় কাৰণ ॥১২৭৫॥
ৰামদাস ভূঞা কহে শুনিয়ো কাহিনী ।
সৰস্বতী ভূঞামোৰ আছিল যৈসানি ॥
একদিন ঋষি ক্ৰোধ কৰি দিলা সাপ ॥
তোহোৰ সন্তান কিছু নৰহিব বাপ ॥১২৭৬॥

* শ্ৰীমন্ত শঙ্কৰদেৱৰ "ভক্তিৰত্নাকৰ" শাস্ত্ৰ সংগ্ৰহ আৰু শ্ৰীমাধৱদেৱক নামঘোষা শাস্ত্ৰ ৰচনাৰ আদেশ
* নাৰায়ণ দাস ঠাকুৰ আতাৰ অদ্ভূত দৰ্শন আৰু গুৱা প্ৰসাদ লাভ

তাত পৰে সন্তান হোৱয় যত যত ।
অৰণ্যে মৰিব জান মোহোৰ সাপত ॥১২৭৭॥
সপ্ত পুৰুষ পূৰ্ণ মোত আসি ভৈল ।
সি সব কথাক তঁয় ভগিনী শুনিল ॥
ইহাৰ উপায় বাপ আপুনি কৰিয়ো ।
মাধৱে বোলন্ত কিছু চিন্তা নকৰিয়ো ॥১২৭৮॥
গুৰুৱে বোলন্ত আই তোৰ পুত্ৰখানি ।
দিয়োক আমাক খেদ নকৰা এখনি ॥
এহি বুলি ঠাকুৰক কোলাত কৰিয়া ।
বুলিলন্ত গুৰু মহা আনন্দ লভিয়া ॥১২৭৯॥
ঋষি সাপে মোহোৰ হৈবেক বংশ চয় ।
ৰাম দাস বংশ বৃদ্ধি হৌক অনুক্ষণ ॥
নকৰিবা ভয় পুত্ৰ নহৈবে মৰণ ।
কেয়া তৃণ বৃদ্ধিযেন হৈব সৰ্ব্বক্ষণ ॥১২৮০॥
এহিবুলি ঠাকুৰক আইৰ হাতে দিলা ।
পতি পুত্ৰ সমে আই গৃহক চলিলা ॥
সিকাৰণে বংশ বৃদ্ধি ৰাম চৰণৰ ।
আজিয়ো আছন্ত স্থানে স্থানে বহুতৰ ॥১২৮১॥
শ্ৰীচৈতন্য নামে হৰি অংশ অৱতৰ ।
দক্ষিণ প্ৰদেশে ধৰ্ম্ম কৰিলা প্ৰচাৰ ॥
পাছে মণিপুৰ দেশে কৰিবা গমণ ।
তাত ধৰ্ম্ম প্ৰকাশিলা পৰম যতন ॥১২৮২॥
তাৰ হন্তে আসিলন্ত আসামক প্ৰতি ।
হাজোত ৰহিলা কিচুদিন ধৰ্ম্ম পতি ॥
ভক্তসমে চৈতন্য চলন্ত নিজ ধাম ।
পন্থত যাহান্তে পাইলা শঙ্কৰৰ ঠাম ॥১২৮৩॥
আছন্ত শঙ্কৰদেৱ আত্মাক আৰাধি ।
সেহি সময়ত পাইলা চৈতন্যয়ে সুধি ॥
বাহিৰত ৰহিবোলে কোঠেৰ শঙ্কৰ ।
আসি আছো দেখিবাক বিচাৰে ধৰ্ম্মৰ ॥১২৮৪॥
শুনা ৰমানন্দ কহা মালাখানি চোট ।
গ্ৰন্থখুলি পিন্ধায়োক প্ৰভুৰ গলত ॥
শুনি ৰমানন্দে গুৰু জনত কহয় ।
গ্ৰন্থি খুলি মালা খানি পিন্ধিবে লাগয় ॥১২৮৫॥
হাসিয়া পুচন্ত গুৰু কিমতে জানিলা ।
ৰমানন্দে বোলে সন্যাসিয়ে আসি কৈলা ॥
ভাবিয়া দেখন্ত গুৰু অদ্ভুত কাহিনী ।
মানস পূজাৰ কথা কেনমতে জানি ॥১২৮৬॥
সন্যাসী নোহয় চৈতন্য ঈশ্বৰ ।
এহিবুলি বাহিৰ আসিয়া শীঘ্ৰতৰ ॥
থিৰ হই দুইজন কাৰ্য্যাক স্মৰিলা ।
সেহি সময়ত মাধদেৱ আসি পাইলা ।১২৮৭॥
শঙ্কৰক সেবি সেহি কালে কৈলা কথা ।
আমাৰ বচন বাপ শুনিয়োক এথা ॥
আসি আছা তোৰাসব ভক্তি প্ৰকাশিতে ।
জ্ঞান মাত্ৰ প্ৰকাশন্ত ভক্তি বিপৰিতে ॥ ১২৮৮ ॥
ভকতি নভৈলে জ্ঞানে কিছু নসাধয় ।
কলিযুগে ভক্তি বিনে বিফল গৱায় ॥
শুনিয়া চৈতন্য কৃষ্ণ ধন্য ধন্য বুলি ।
মাধৱ দেৱক ধৰিলন্ত আ.ঙ্কাৱ.ি ॥১২৮৯॥
ইকাৰ্য্যতে আইলো আমি তোমাসাৰ থানে ।
আজি ধৰি ভক্তি জ্ঞানে কৰিবো বিধানে ॥
এহি বুলি মনপূৰি চৈতন্য চলিলা ।
দেখিয়া শঙ্কৰদেৱ মহাৰঙ্গ ভৈলা ॥১২৯০ ॥
সেহি দিনা হন্তে দেৱ চৈতন্য ঈশ্বৰ ।
জ্ঞানত কৰিয়া ভক্তি কৰিলন্ত সাৰ ॥
শ্ৰৱণ কীৰ্ত্তন ভক্তি প্ৰকাশ কৰিলা ॥
জ্ঞান কৰ্ম্ম ভকতিৰ অধিনে ৰাখিলা ॥১২৯১॥
হাজো পৰ্ব্বতৰ উপত্যকাতে ৰহিয়া ।
নিজ ভাগ নোহে জানি গৈলন্ত চলিয়া ॥
চৈতন্য ঘোপানাম সিথাক কয় ।
চৈতন্য আছিল তাত জানিবা নিশ্চয় ॥১২৯২॥
চৈতন্যৰ কিছুমান ভকত ৰহিলা ।
ৰাম নাম গায়া তাৰা কিচুদিনে গৈলা ॥
চৈতন্যৰ ভাগ নোহে আজ্ঞা নাহি পাইল ।
সিকাৰণে সি সকল অল্পতে চলিল ॥১২৯৩॥

## একাদশী ব্ৰত পালনৰ নিয়ম ।
## চাণ্ডালৰ মুখত হৰিনাম ।

জনিয়াত নিবাস কৰিয়া ঠাকুৰ আতা ।
দিনে দিনে আসি থাকে মাধৱ সহিতা ॥
গুৰুসেৱা কৰি প্ৰতিদিনে চলি যান্ত ।
মাধৱক থৈয়া নিজ গৃহক চলন্ত ॥১২৯৪॥
দিনক ভৈলন্ত একাদশী উপগত ।
মাধৱে স্নানিয়া নাম প্ৰসঙ্গ কৰন্ত ॥
ঈশ্বৰক অপিছিলা নৈবেদ্য কিঞ্চিত ।
সিটো প্ৰসাদক ভুজিয়া তহিত ॥১২৯৫॥

* শ্ৰীমন্ত শঙ্কৰদেৱৰ শ্ৰীচৈতন্যৰ সাক্ষ্যাৎ

শঙ্কৰ দেৱক গৈয়া সেৱা কৰিলন্ত ।
প্ৰফুলিত মুখদেখি গুৰু সুধিলন্ত ॥
কৰিলা ভোজন কিবা আজি একাদশী ।
শুনি মাধদেৱে কৈলা আনন্দ প্ৰকাশি ॥১২৯৬॥
ঈশ্বৰৰ প্ৰসাদ ভুঞ্জি আইলো ঐক ।
শুনিয়া শঙ্কৰে খঙ্গি বুলিলন্ত বাক ॥
একাদশী দিনা অন্ন ভুঞ্জিলা কিসক ।
বোলন্ত মাধৱে পাছে শঙ্কৰ দেৱক ॥১২৯৭॥
হুইবাপ ভূঞ্জিবাক যোগ্য নুহিকয় ।
তথাপি কলিৰ লোক অল্প শক্তি হয় ॥
কিচুনুভূঞ্জিলে হন্ত শৰীৰ বিকল ।
প্ৰসঙ্গ কৰিতে ভক্ত হৈবে হীনবল ॥১২৯৮॥
সেহি হেতু ফল মূল ভুঞ্জিবে লাগয় ।
মাধৱৰ বাক্যে গুৰু ধন্য বুলি কয় ॥
সকল ধৰ্ম্মৰ নামধৰ্ম শিৰোমণি ।
ব্ৰত উপবাসে হন্ত নামৰ বিঘিনি ॥১২৯৯॥
শুনিয়া শঙ্কৰদেৱ চৰিয়া নৌকাত ।
যাহান্তে চণ্ডাল গোটে কৃষ্ণ উচ্চৰন্ত ॥
শুৰিয়া জগত গুৰু ধন্য ধন্য বুলি ।
চণ্ডাল জনক প্ৰসংশিলা মাথা তুলি ॥১৩০০॥
দ্বাদশ গুণীয়া বিপ্ৰ নোহে আক সম ।
ভৈলন্ত পুৰুষ ইটো তাহাতো উত্তম ॥
আৰ পথে যান্তে কিছু দেখিলা তখন ।
গৰুক চাৰন্তে তীৰে গৰখীয়া গণ ॥১৩০১॥
এগুটি বালকে বন্ধু কৃষ্ণ উচ্চাৰিলা ।
শুনিয়া শঙ্কৰদেৱে নৌকাক ৰাখিলা ॥
প্ৰেমে পৰশিল নয়নৰ জুৰে নিৰ ।
কিনো বিচক্ষণ শিশু ইটো মহাধীৰ ॥১৩০২॥
এহিবুলি প্ৰসংশিয়া ৰঙ্গমনে গৈলা ।
স্থান সব দেখি পাট বাউসী প্ৰবেশিলা ॥
গোটেক ছোলাক লাগি কাপোৰ আনিয়া ।
চান্দসাই নামে এক দৰজিক দিয়া ॥ ১৩০৩॥
সেহিবেলা গৃহকাৰ্য্য কৰিবাক মনে ।
উঠন্তে দেখিলা দৰ্জি গুৰুক তেখনে ॥
দুইহন্তে জইলা গোটেক ধৰি হন্ত ।
আৰ দুই হাতে গুৰু অলাবু আনন্ত ॥১৩০৪॥

প্ৰণাম কৰিয়া আচৰিত মনে গৈই ।
চাৰিহন্ত দিয়া চোলা আনিলা চিলাই ॥
দণ্ডৱত কৰি দৰ্জ্জি গুৰু আগে থৈলা ॥
দেখি গুৰুজনে বোলে কেনমত কৈলা ॥১৩০৫॥
প্ৰাৰ্থনা কৰিয়া দৰ্জ্জি গুৰুক কহিল ।
যেন দেখিলোহো চোলা তেন মত ভৈল ॥
শঙ্কৰ কহন্ত দৰ্জ্জি এহিটো কথাক ॥
প্ৰকাশ নকৰা তুমি অন্যান্য কাহাক ॥১৩০৬॥
চোলাগোট নিয়া দুইহাত ৰাখি আনা ।
চলিয়োক ঘৰ তুমি মোৰ কথা মানা ॥
শুনি চান্দসাই মহা সন্তোষিত মনে ।
দুইহন্ত গুচাই আনি দিলন্ত তেখনে ॥১৩০৭॥
ঈশ্বৰ মানিয়া দৰ্জ্জি সেহি দিনা ধৰি ।
শঙ্কৰ দেৱক সেৱা কৰন্ত সাদৰি ॥
পূৰ্ব্ব কথা অনুসাৰে শ্ৰীমন্ত শঙ্কৰ ।
চান্দ সাইক অনুগ্ৰহ কৰন্ত বিস্তৰ ॥১৩০৮ ॥
ভনে দীন হীনমতি ভক্তি বাঞ্চা কৰি ।
সমস্ত সমাজে ডাকি বোলা হৰি হৰি ॥

## অষ্টাদশ অধ্যায়

### ঝুমুৰি

বুঢ়া দলৈ একদিনে ।
কীৰ্ত্তন কৰাইবে মনে ॥
আগদিনা বুলিলেক ।
মাধৱক আসিবাক ॥১৩০৯॥
প্ৰভাতে মাধৱদেৱ ।
শঙ্কৰক কৰি সেৱ ॥
বোলে যাইবো বাৰাদিক ।
শঙ্কৰে বোলন্ত কিক ॥১৩১০॥
কহিলা মাধৱে পাছে ।
বুঢ়াদলৈ মাতি আছে ॥
কৰাইবে কীৰ্ত্তন প্ৰতি ।
গুৰুবোলে কৰা গতি ॥১৩১১ ॥

কিন্তু তৈত বিদ্যমান ।
হুইবা মাত্ৰ সাৱধান ॥
মাধৱে ভক্তক লৈলা ।
হৰিৰ কীৰ্ত্তন কৈলা ॥১৩১২॥
সমাপতি ভৈল যেবে ।
মাধৱ চলিলা তেবে ।
চাৰি জন ভক্ত সঙ্গে ।
চলি যান্ত মন ৰঙ্গে ॥১৩১৩॥
সিটো দলৈ ৰেসে ভাই ।
মাধৱক লাগ পাই ॥
কৰিবাক লাগি দন্দ ।
বুলিলেক নানা মন্দ ।
মনে কৰি অহঙ্কাৰ ।
কতো বোলে সাৰ মাৰ ॥
বোলে অজি যাইবি কই ।
আচন্ত মাধৱ ৰই ॥১৩১৪॥
নেদন্ত উত্তৰ তাক ।
নোবোলন্ত কিছু বাক ॥
শুন শুন অৰে দুষ্ট ।
মোৰ ভাইক কইলি নষ্ট ॥১৩১৫॥
মোৰ হাট শাৰি তই ।
আজি কৰো কেন মই ॥
আনো আনো কহে যত ।
শুনিয়া থাকন্ত তত ॥
তথাপিতো একোবাক ।
নুবুলিলা চাই তাক ॥১৩১৬॥
অনন্তৰে সিটো দুষ্ট ।
মনত কৰন্ত কষ্ট ॥
অত তিৰস্কাৰ শুনি ।
নুবুলিলা কিছু বানী ॥১৩১৭॥
পৰম মহন্ত এহোঁ ।
মই মন্দ কৰিলোহো ।।১৩১৮॥
মোৰ মহা পাপ ভৈল ।
সবে মোৰ তল গৈল ।।
হেন বিমৰিষ কৰি ।।
গুৰুৰ চৰণে ধৰি ॥১৩১৯ ॥
দণ্ডৱতে পৰিলন্ত ।
দোষ ক্ষমা প্ৰাৰ্থিলন্ত ॥
নুহিকা মানুষ তুমি ।
নিশ্চয়ে জানিলো আমি ॥
এহিমতে স্তুতি কৰি ।
দুই চৰণত ধৰি ॥১৩২০॥
মাধৱে সন্তোষ ভৈলা ।
তাৰ দোষ ক্ষমা কৈলা ॥
সিটো এড়ি ঘৰে গৈলা ।
মাধৱো যাইবাক লৈলা ॥১৩২১॥
যেতিক্ষণে মাধৱক ।
সিটো পাপী ক্ৰোধিলেক ।
তেখনে ভকত গৈল ।
শঙ্কৰ দেৱক কৈল ॥১৩২২ ॥
শুনিমহা ক্ৰোধ কৰি ।
উঠিগৈল দৰ দৰি ॥
বহু ভক্ত সঙ্গ কৰি ।
চলিলন্ত ক্ৰোধ কৰি ॥১৩২৩॥
আজি ধৰি কৰো নাস ।
হৌক পাপী সৰ্ব্বনাস ॥
মোৰ মাধৱক ধৰে ।
অত সাস ভৈলতাৰে ॥১৩২৪॥
এহি মতে খেদি গৈলা ।
দেখন্ত মাধৱ আইলা ॥
ক্ৰোধমনে সুধিলন্ত ।
কহাবাপু কি ভৈলন্ত ॥১৩২৫॥
মাধৱে বন্দিয়া কৈল ।
তোমাৰ বচন ৰৈল ॥
তথাপি চৰণ বলে ।
আসিলোহো অবিকলে ॥১৩২৬॥
শুনি গুৰু ৰঙ্গ কৰি ।
আসিল গৃহক লড়ি ॥
শুনিয়োক সাধুজন ॥
মনে পৰে কথা যেন ॥
তাক কৈলো বিৰচণ ।
জানি ক্ষমা সাধুজন ॥১৩২৭॥

* বড়াদলৈৰ নামকীৰ্ত্তনলৈ শ্ৰীমাধৱদেৱৰ গমণ

মই বুদ্ধি বলহীন ।
দীন নাথ মহাদীন ।
দীন নাথ দ্বিজে ভনে ।
ৰাম ৰাম বোলা ঘনে ॥১৩২৮॥

॥ পদ ॥

গণকুচি স্থানে মাকলীৰ পুত্ৰ ৰাম ।
সহিতে থাকন্ত গুৰু হুয়া উপসাম ॥
প্ৰতিদিনে পাট বাউসী থানক চলন্ত ॥
পথত মহিষ গোটে খেদি আসিলন্ত ॥১৩২৯॥
দেখি মাধদেৱ গুৰু চৰণ চিন্তিয়া ॥
অত্যন্ত নির্ভয় মনে থিতাতে ৰহিয়া ॥
মহিষে গুৰুক দেখি সচকিত হুয়া ॥
ক্ষণমাত্ৰ থাকি ডৰে গৈলন্ত পলায়া ॥১৩৩০॥
ক্ৰমে ক্ৰমে মাধদেৱো আন্তৰি গৈলন্ত ।
শঙ্কৰ দেৱৰ চৰণত সেৱিলন্ত ॥
কিসক বিলম্ব হৈল বুলি পুচিলন্ত ।
পথত যি ভৈল তাক সবে কহিলন্ত ॥১৩৩১॥
বিষাদ কৰিয়া দেৱ শঙ্কৰ ৰহিল ।
পৰদিনা ঠাকুৰ আতাক আদেশিল ॥
শুনা নৰায়ণ এক ভক্ত দিয়া আনি ॥
চলিলন্ত আতা তেতিক্ষণে শুনি বাণী ॥১৩৩২॥

## শ্ৰীমাধৱদেৱে শ্ৰীৰাম আতাক আলধৰা আনে

শ্ৰীৰাম আতা গ্ৰামে আচিল ধান দাই ।
নাৰায়ণ আতা গৈয়া কহিলা বুজাই ॥
শুনিবা মাত্ৰকে আতা আনন্দিত হৈয়া ।
কৈলা কালি দিনে যাইবো ই কৰ্ম্ম কৰিয়া ॥১৩৩৩।
পৰদিনা আতা এক জোৰা বস্ত্ৰ নিয়া ।
আতাক পিন্ধাইয়া আইলা লগত কৰিয়া ॥
স্নান ভোজন কৰি সত্বৰে চলিলা ।
গণকুচি স্থানে মাধৱক প্ৰণামিলা ॥১৩৩৪॥
মাধৱে বোলন্ত সখি আইল কোন জন ।
আতা বোলে আনি আছো ভক্ত বিতোপন ॥
পাছে দুয়োজন আতা সঙ্গে গুৰুজন ।
শঙ্কৰ দেৱক সবে কৰিল বন্দন ॥১৩৩৫॥

গুৰু বোলে নাৰায়ণ এহো কোনজন ।
ভক্ত আনি আছো তব আজ্ঞাৰ কাৰণ ॥
বদতি শঙ্কৰ বাপু তোৰ কিবা নাম ।
কহিলা আমাৰ গুৰু নামত শ্ৰীৰাম ॥১৩৩৬॥
লেখৰ জীৱক পাইয়া শ্ৰীমন্ত শঙ্কৰ ।
পুছিলাহা তথাপি আতাক দুইবাৰ ॥
আমাৰ সঙ্গত তুমি থাকিবে পাৰিবা ।
আৰু আমাসাৰ ভক্ত সঙ্গত ৰহিবা ॥১৩৩৭॥
অনন্দিত হৈয়া আতা বোলন্ত সাদৰি ।
থাকিবো অৱশ্যে তয়ু আজ্ঞা শিৰে ধৰি ॥
শুনি মহাৰঙ্গে গুৰু কহিলন্ত কথা ।
মাধৱৰ লগে তুমি থাকিবা সৰ্ব্বথা ॥১৩৩৮॥
ত.নসঙ্কে সৰ্ব্বকালে কৰিয়া সাদৰ ।
আমাৰ সঙ্গক আসিবাহা বাৰম্বাৰ ॥
তাত পৰে দুয়োজন গুৰু কৃপাময় ।
পৰম আনন্দে কৃষ্ণ কথা প্ৰকাশয় ॥১৩৩৯॥
বেলা শেষ ভৈলা গুৰু কথা সম্বৰিলা ।
দুয়োজন আতাসঙ্গে মাধৱ চলিলা ॥

## বৈষ্ণৱৰ পদধূলাৰ তিলক লোৱাৰ আহি তান দেৱ পূজাত ব্যাসকলাইৰ জগৰ

গণকুচি পাইল আতা মাধৱক নমি ।
ঠাকুৰ আতা গৃহে যান্ত মনক নিয়মি ॥১৩৪০॥
সেহিদিনা হন্তে গুৰু শ্ৰীৰামৰ সঙ্গে ।
গুৰু সেৱা কৰিতে আসন্ত মনৰঙ্গে ॥
মাধৱে সোধন্ত নানা ঈশ্বৰ চৰিত্ৰ ।
কহন্ত শঙ্কৰ গুৰু কথা সুবিচিত্ৰ ॥১৩৪১॥
কৰ্ণভৰি সকল সেৱকে পানকৰে ।
বেলা শেষ ভৈলে গুৰু কথাক সম্বৰে ॥
গুৰুক প্ৰণাম কৰি মাধদেৱ লৰে ।
শ্ৰীৰাম আতা কিচু অপেক্ষাক কৰে ॥১৩৪২॥
জগতৰ গুৰু যেবে অভ্যন্তৰে যাই ।
গুৰুৰ কম্বলি খানি জোকাবিয়া লই ॥
তাৰ ধূলা দিনে দিনে গোটাইয়া লই ॥
লাক বান্ধি গুৰুবাই তিলক কৰই ॥১৩৪৩॥

মাধৱ দেৱেও দেখি তাৰ অংশ লই ।
ভক্ত পদৰজৰ সবে তিলক কৰাই ॥
ধন্য ধন্য বুলি মাধৱ দেৱে প্ৰসংশয় ।
সেহি দিন হন্তে তাৰ্ক সেৱকে লৱয় ।।১৩৪৪।।
মাধদেৱে গণকুচি প্ৰবেশ মাত্ৰকে ।।
ৰাম আতৈ সেৱাধৰি থাকন্ত প্ৰত্যেকে ॥
বিয়াস কলাই পিতা পুত্ৰ দুইজন ॥
শঙ্কৰ দেৱৰ পাশে লৈ আছে শৰণ ।।১৩৪৫।।
দেশত ভৈলন্ত বসন্তৰ পীড়া আসি ।
দেবী উপাসক বিপ্ৰে কহিলা প্ৰকাশি ।
শীতলা পূজিয়া টিকা দিবাক লাগয় ॥
শীতলাৰ তুস্তে কোনো লোক নমৰয় ।।১৩৪৬।।
শুনি দ্বিজে তাক আচৰিবে সাজ ভৈলা ।
পুত্ৰে নিষেধিলে তবু দেবীক পূজিলা ॥
শুনিয়া শঙ্কৰ গুৰু জগৰ ধৰিলা ।
তাহাক বৰ্জ্জিত কৰি গুৰুৱে এৰিলা ।।১৩৪৭।।

## গলমলিয়ে ভূত বা বিড়া পুহি দুৰ্গতি । শ্ৰীশঙ্কৰদেৱৰ কৃপাত উদ্ধাৰ

পুত্ৰো মৰিলেক তাৰ নানা দুঃখ ভৈল ।
জগৰ ভাঙিবে ৰাম ৰাইক নিবেদিল ॥
দ্বিজৰ কাতৰ দেখি ৰাম ৰায় গই ।
দুই কুৰি টকা নিয়া ভূৰুক্ত জনাই ।।১৩৪৮।।
দেখি খঙ্গি গুৰু ৰাম ৰাইক বাজ কৈলা ।
সকলো সেৱক মহা মনদুঃখ ভৈলা ॥
দুইমাস সেহিমতে ৰাম ৰাই আছে ।
মাধদেৱ আগে গৈয়া প্ৰাৰ্থিলন্ত পাছে ।।১৩৪৯।।
মাধদেৱ আসি গুৰু চৰণে প্ৰাৰ্থিলা ।
তেবে তুষ্ট হয়া গুৰু জগৰ ভাঙ্গিলা ।।
গলমলি নামে এক আছিল ব্ৰাহ্মণ ।
ক্ষুদ্ৰ দেবী পূজি সদা কৰন্ত ভোজন ।।১৩৫০।।
দেখিয়া সন্তোষে দ্বিজে যতদ্ৰব্য আছে ।
সকলো দেবীক দিলা ধুকাইল পাছে ॥
গ্ৰামতো পাইলেক মানে যত যত দ্ৰব্য ।
দেবীক পূজন্তে নিৰন্তৰে ভৈল খৰ্ব্ব ।।১৩৫১।।
নাহিকয় দ্ৰব্য কিছু বিচাৰি নপান্ত ।
সকলো দ্ৰব্যক দ্বিজে কৰিলন্ত অন্ত ॥
তথাপি পূজাৰ বেলা উপস্থিত হৈয়া ।
বোলন্ত খাইবাক দেহ কি আছে আনিয়া ।।১৩৫২।।
বিপ্ৰবোলে মোৰ শৰীৰৰ ৰক্তবিনেহ।।
নাহিকে আৱৰ কিছু তোমাৰ কাৰনে ।
বিড়া বোলে তাক পাইলে বৰ তুষ্ট মোৰ ।
শুনিয়া ব্ৰাহ্মণে চিৰি দিলন্ত গাৱৰ ।।১৩৫৩।।
সেহিমতে কতো দিন ৰক্ত চিৰি দিলা ।
ঘাৱ বিষে দ্বিজে পাছে মনত ভাবিলা ।।
ইজন্মত মোৰ ভৈল এনয় অৱস্থা ।
বিড়য়ে কৰিব কিবা পৰকালে সস্থা ।।১৩৫৪।।
উপায় নপায়া পদুলিত পড়ি ৰৈলা ।
ঘাৱ বিষে শোকে দুঃখে মূৰ্চ্ছাগত ভৈলা ॥
তাৰ পদুলিৰ কাষে ৰাজ পথ আছে ।
মাধৱ দিনেক গৈলা সেহি পথ কাছে ।।১৩৫৫।।
দেখিয়া বিনয়ে কাউ বাউ কৰিলন্ত ।
থিতিদিয়া ৰক্ষা কৰা তুমি গুৰু শান্ত ।।
জীৱমাত্ৰ শেষ আছে সৱ খানি খাইল ।
তয়ু আগমনে দেবী শীঘ্ৰে অন্তৰিলা ।।১৩৫৬।।
আপুনি চলিলে পুনু ধৰিয়া আসিবে ।
মাংস পূজা মানে সবে আজুৰিয়া খাইবে ।
উদ্ধাৰ কৰিয়ো মই শৰণে পশিলো ।
ক্ষুদ্ৰ দেবী সেৱি এই বিপদ লভিলো ।।১৩৫৭।।
শুনি মাধদেৱে দুঃখশোকাতুৰ দেখি ।
কৃপায়ে কৰিলা তাক খানিকো নাপেখি ।
কৃষ্ণক পাইবাৰ গুৰু শঙ্কৰক মনে ।
নিশ্চয়ে কৰিলা সিটো বিপ্ৰে তেতিক্ষণে ।।১৩৫৮।।
ব্ৰাহ্মণে নিশ্চয় কৰি তাক সাৰ কৈলা ।
দেখিয়া মাধৱে তাক স্নানক কৰাইলা ।
আপুনি শৰীৰে ঘাৱে ঔষধক দিলা ।
অমৃত হস্তৰ পৰ্শে ঘাৱ বিষ গৈলা ।। ১৩৫৯ ।।
সেহিকথা গুৰুক জনাইলা মাধৱ দেৱ ।
ব্ৰাহ্মণো শঙ্কৰ পাৱে কৈলা গৈয়া সেৱ ॥
ঈশ্বৰ মানিয়া দ্বিজে ধৰ্ম্মক ইচ্ছাই ।
শৰণ দিয়োক বুলি কাতৰ কৰই ।। ১৩৬০ ।।

এক শৰণক হৈয়া ধৰ্ম্মক ধৰিলা ।
শঙ্কৰক গুৰু লভি ভৱপাৰ ভৈলা ॥
শ্ৰীশঙ্কৰ গুৰুৰ পাশক প্ৰতি নিতে ।
সাত জনা বুঢ়ী আসে প্ৰসঙ্গ কৰিতে ॥১৩৬১॥

## বুঢ়ী আয় সকলৰ নামত নিষ্ঠা । খন্টিৰ অত্যাচাৰ নামৰ প্ৰভাৱত মৃত গৰু জিৱীত

একদিনা তান্তি কুচি হন্তে পথে যান্তে ।
হাথিয়াৰ আদি খাংট গণে ভেট পান্তে ॥
কৈক জাহ বুলি হাতে লাঠিক ধৰিয়া ।
বুঢ়ী সকলক যাইতে নিষেধ কৰিয়া ॥১৩৬২॥
পোছন্তে কহিলা পাছে আই সাতজনে ।
শঙ্কৰৰ ঠাইক যাওঁ প্ৰসঙ্গ কাৰণে ॥
খাংটে বোলে দেখ এই মৰাগৰু গোট ।
জীয়াই দিয়া যাস দেখো ভকতিৰ চোট ॥১৩৬৩॥
নভৈলে চাৰিয়: নেদো সমূলি মাৰিবো ।
বুঢ়ী বোলে হাঁ হৰি কিমতে সাৰিবো ॥
এহিবুলি সাতোজনে গৰু গোটে বেঢ়ি ।
বসিয়া চিন্তিবে লৈলে হৰি হৰি ৰঢ়ি । ১৩৬৪॥
গুৰুজন পাদ পদ্ম চিন্তিয়া থাকন্তে ।
মৃত গৰু উঠি লাদ মূত্ৰ এৰিলন্তে ॥
কিছুক্ষণ থাকি গৰু পৰিয়া ৰহিল ।
দেখি খাংট গণে তাসম্বাক চাৰি দিল ॥১৩৬৫॥
প্ৰসঙ্গ নপাইল বুঢ়ী শোকে প্ৰণামিলা ।
দেখিয়া শঙ্কৰ দেৱে সাদৰে পুছিলা ॥
সকল বৃত্তান্ত বুঢ়ী জনাইল যখন ।
গুৰু বোলে নামধৰ্ম্ম কৈলা কেনে গুণ ॥১৩৬৬॥
তাৰাসবে বোলে বাপ মৰণ সম্বিত ।
জানি নাম লৈলো তব পদে দিয়া চিত্ত ॥
শুনিৰঙ্গ ভৈল পাছে শ্ৰীমন্ত শঙ্কৰ ।
গৃহক চলিলা বুঢ়ী গণো কৰি সাৰ ॥১৩৬৭॥
নামৰ প্ৰধান বল দেখাইবাক প্ৰতি ।
বুঢ়ী সকলক পথে দেখাইল সি মতি ।

## কোঁচ ৰাজাৰ ইতিবৃত্ত

আত অনন্তৰে গুৰু চৰিত্ৰৰ সঙ্গে ।
লিখিবে অৱশ্যে হৈল ৰামৰ প্ৰসঙ্গে ॥১৩৬৮॥
লিখিবাক মনে কৰো চৰণে কাতৰি ।
দোষ ক্ষমা হয় যেন মই মূঢ় বৰি ॥
হাৰিয়া নামত ছিল মেছ• একজন ।
তাহান পত্নী ৰূপ গুণত প্ৰবীন ॥১৩৬৯॥
গ্ৰামতে থাকিয়া মেছ আপোন ইচ্ছাই ।
কৃষি কাৰ্য্য কৰি সদা সুখদে ৰহই ॥
এৰাকাটি কৃষিক কৰন্ত অনুদিনে ।
স্ত্ৰীগোটে নিয়াদেন্ত অন্নজল ব্যঞ্জন ॥১৩৭০॥
খাই ভুঞ্জি দিনমানে বন কৰি থাকে ।
গোধূলা সময়ে চলি আসয় গৃহকে ॥
একদিনা অন্নলৈয়া যাহান্তে পথত ।
ঈশ্বৰ ইচ্ছায়ে শিৱ আসি উপগত ॥১৩৭১॥
পতিৰ স্বৰূপে তাইক বুলিলা বচন !
ক্ষুধায়ে পীড়িল তই এতবেলি কেন ॥
হেন উচ্ছাৰিয়া অন্ন ব্যঞ্জন খাইলন্ত ।
পাছে কাম ভাৱে সেহি স্ত্ৰীক ৰমিলন্ত ॥১৩৭২॥
তাত পাছে মেছ ভাৱ ধৰি তৃনয়ণ ।
খেতক যাইবাৰ চলে কৰিল গমণ ॥
স্ত্ৰীগোটো আইলা নিজ গৃহক ফিৰিয়া ।
ভোকে দুঃখে মেছগোট গৃহ প্ৰবেশিয়া ॥১৩৭৩॥
বোলন্ত কিসক ভাত নেনিয়া ৰহিলি ।
তাই বোলে ভাল কথা কহিয়া ৰহিলি ॥
আন দিনা বেলাত ভাতক নিয়া গৈলো ।
ক্ষুধায়ে আসন্তে তোক জুৰি তীৰে পাইলো ।১৩৭৪॥
ভাত খায়া মৰিয়া এবাক চলি গৈলি ।
তথাপিতো আসি মোক মিছাত খজিলি ॥
শুনি মেছে অদভুত বিস্ময় লভিয়া ।
কিছু নুবুলিয়া অন্ন ব্যঞ্জন ভুঞ্জিয়া ॥ ১৩৭৫ ॥
শ্ৰান্ত হৈয়া নিদ্ৰা কৰি ৰহিলা তখন ।
স্বপ্নত দৰ্শন দিয়া দেৱ ত্ৰিনয়ণ ॥
নকৰিবি ৰাগমেছ মইসে ৰমিলো ।
* মহাৰাজ হৈবে পুত্ৰ স্বৰূপে কহিলো ॥১৩৭৬॥
হেন বুলি স্বপ্নত ভৈলন্ত অন্তৰ্ধান ।
চেতন লভিয়া মেছ আনন্দে প্ৰধান ॥
পাছে মহা বলবীৰ্যে পুত্ৰ জন্ম ভৈলা ।
সেহি পুত্ৰে বেহাৰত ৰাজত্ব লভিলা । * ॥১৩৭৭॥

তাহাৰ দুতেয় পুত্ৰ ভৈল বিদ্যমান ।
চিলাৰাই তান জ্যেষ্ঠ নৰ নাৰায়ণ ।।
ৰূপে গুণে আনন্দিত বিদ্যাত পাৰ্গত ।
চিলাৰায়ো ভৈল মহা কৃষ্ণত ভকত ।।১৩৭৮।।
মহা পৰাক্ৰমীৰাজা ৰাজ কাৰ্য্য যত ।
যুবৰাজ পাতিদিলা পৰম স্নেহত ।।
ধৰ্ম্মত নিপুন মন্ত্ৰৰাজ যাক কই ।
পুৰাণ ভাৰত পদ যিজনে কৰাই ।।১৩৭৯।।
হেন নৰ নাৰায়ণ পৰম পণ্ডিত ।
যাহাৰ ব্যৱস্থা কেহো নপাৰে খণ্ডিত ।।
একদিনা পণ্ডিত দৈৱে জ্যোতিষীয়া ।
গণনা কৰিয়া কৈলা ৰাজাত আসিয়া ।।১৩৮০।।
যেহাৰ নগৰে শনি দৃষ্টি আছে কৰি ।
স্থান এৰি অন্যস্থানে যাওক সত্তৰি ।।
শুনি নৰনাৰায়ণ কামৰূপে আইলা ।
বৰ নগৰক কৰি তথাতে ৰহিলা ।।১৩৮১।।
আসামৰ ৰাজা ক্ৰোধে যুদ্ধক সাজিলা ।
দেখি চিলাৰায়ে পোছে গমণ কৰিলা ।।
আসামৰ ফৌজ জিনি কৰিয়া সিমনা ।
চাম ধৰা গড় বুলি যাহাৰ কথনা ।। ১৩৮২ ।।
ৰামৰাইৰ কন্যা আতি ৰূপে গুণে ধন্যা ।
স্নান কৰিতে দেখি ৰাজা সিটো কন্যা ।।
কাহাৰ জীয়ৰী বুলি সুধিয়া তখন ।
আইক নিবাক লাগি কৰিলা যতন ।।১৩৮৩।।
দূত পাঠিলেক কন্যা নিবাৰ কাৰণে ।
ৰামৰাই বোলে দাদা কিকৰো এখনে ।।
শঙ্কৰে বোলন্ত বাপু খেদে কাৰ্য্য নাই ।
পূৰ্ব্বৰ লিখিতা যেন অৱশ্যে হোৱই ।। ১৩৮৪ ।।
নিদিলে ধৰিয়া নিবে আৰ লটি ঘটি ।
দিয়ো কন্যা মিত্ৰ তায়ে আমাৰ সন্মতি ।।
পাছে কন্যা দিবো বুলি দূতক পাঠিলা ।
ভুবনেশ্বৰীক ৰাই গৈয়া নিয়া দিলা ।। ১৩৮৫ ।।
শুক্লধ্বজ সিটো কন্যা লভি ৰঙ্গ ভৈলা ।
ৰাম ৰাইৰ দত্তমতে বিবাহ কৰিলা ।।
নানা দ্ৰব্য দিয়া ৰাম ৰাইক পথাই দিলা ।
শঙ্কৰ দেৱক প্ৰতি সন্তোষিত ভৈলা ।।১৩৮৬।।

ৰামৰায়ে দুহিত্ৰিক যি থানে বিয়াদিলা ।
সেই স্থানে ৰামৰাই কুটি সত্ৰ ভৈলা ।।
হেনমতে শ্ৰীশঙ্কৰে ধৰ্মক প্ৰকাশি ।
ৰহিয়া আছন্ত মহা আনন্দে উল্লাসি ।।১৩৮৭।।
পাটবাউসী থানৰ পূৰ্ব্ব প্ৰদেশত ।
দামোদৰ নামে বিপ্ৰ ৰহন্ত দুঃখত ।।
পাঞ্চ গুটি প্ৰাণী ঘৰে হালগৰু নাই ।
ছয় বিঘা খেতি ভূমি কোৰেৰে চহাই ।।১৩৮৮।।
পৰম পবিত্ৰ দ্বিজ প্ৰতি দিনে পুৱা ।
খেতক যাহান্তে হাতে কোদাল ধৰিয়া ।।
শঙ্কৰৰ ভক্তে সুমধুৰে নাম গায় ।
পদুলিত ৰহি দ্বিজে আনন্দে শুনয় ।।১৩৮৯।।
কতো দিনে সেহিমতে থাকন্ত ব্ৰাহ্মণ ।
শঙ্কৰত জানদিল ভক্ত একজন ।।
শুনিয়া তেখনে তাঙ্ক নিলন্ত মতাইয়া ।
কিহেতু ৰহিয়া থাকা পদুলি আসিয়া ।।১৩৯০।।
দামোদৰে বোলে নাম শুনি থাকো মই ।
খেতৰ কাৰণে বসিবাৰ কাল নাই ।।
শঙ্কৰে সোধয় মাতি কত খানি বোৱা ।
কতধান লাগে তাক প্ৰপঞ্চিয়া কোৱা ।।১৩৯১।।
দামোদৰে কহিলন্ত সবিনয় হই ।
ছইমাস যাইধানে আৰো ভিক্ষা চাই ।।
শঙ্কৰে দিলন্ত চাউল সিধা একঘটি ।
ভোজন কৰিয়া পুনু আসিবা অহিতি ।।১৩৯২।।
সিধালৈয়া গৈয়া পাছে মাতৃক দিলন্ত ।
মাস্তবোলে এহি চাউলে কাক আতিবন্ত ।।
দামোদৰে বোলে চাউল আৱৰ নালাগে ।
অৱশ্যে আতিব মই জানো বৰ ভাগে ।১৩৯৩।।
পাছে মনকষ্টে দেৱী চাউল সিজাইলন্ত ।
বাঢ়ি দেন্তে অৰ্দ্ধ মাত্ৰে ভোক গুছিলন্ত ।।
অৰ্দ্ধেক চৰুত ৰৈলা দেখি অচৰিত ।
দামোদৰে বোলে কথা নোহে অদভুত ।।১৩৯৪।।
ঈশ্বৰৰ অংশে আসি আছন্ত শঙ্কৰ ।
তাহান কৃপায়ে অন্ন ভৈলন্ত বিস্তৰ ।
ভোজন কৰিয়া দামোদৰ দ্বিজ বৰ ।।
ভাটীবেলা ভৈল আইলা শঙ্কৰ ওচৰ ।।১৩৯৫।।

* শিৱই স্বপ্নত দেখা দি কলে যে অমুক দিনা সাতোটা শুক্ল বানৰ তোৰ ওচৰেদি যাব, সাতোটা বানৰৰ নেজ কাতিব পাৰিলে তোৰ পুত্ৰ সাত দ্বীপৰ ৰজা হব, এটাৰ কাতিলে এক দেশৰ ৰজা হব, যথা সময়ত বানৰ আহিল, মেছে এটাৰ নেজ কতাৰ কাৰণে এক ৰাজ্যৰ তাৰ পুত্ৰ ৰজা হ'ল ।

শঙ্কৰে সুধিয়া কিবা ভোজন ভৈলেক ।
দামোদৰে বোলে তযু কৃপা অতিৰেক ॥

## শ্ৰীমন্ত শঙ্কৰ দেৱত শ্ৰীদামোদৰ দেৱৰ শৰণ গ্ৰহণ আৰু ধৰ্মাচাৰ্য্যৰ ভাৰ প্ৰাপ্তি

পাঞ্চ গুটি প্ৰাণী চাউল লাগে দশ কঠা ।
তোমাৰ সিধায়ে ভৈল অক্ষয়স ৰ্ব্বথা ॥১৩৯৬॥
অৰ্দ্ধেকে আতিল আধা চৰুতে থাকিল ।
পাঞ্চ কঠা চাউলে ৰাপ অতখানি ভৈল ॥
হসিয়া শঙ্কৰে বোলে আধামাটি ছাৰা ।
সেহিখানি কালে হৰি কীৰ্ত্তন আচৰা ॥১৩৯৭॥
শুনি দামোদৰে সেহিমতে আচৰিল ।
তিনি হালিচাৰ ধানে সম্পূৰ্ণে আতিল ॥
দিনে দিনে নাম গাইবে আসিলা যেখনে ।
পাপ দূৰ হৈয়া তান শুদ্ধ ভৈলা মনে ॥১৩৯৮॥
এক দিনা দামোদৰে কৰিয়া বিনয় ।
শঙ্কৰদেৱক নমি প্ৰাৰ্থনা কৰয় ॥
শৰণ লৈবাক লাগি কৰিলো নিশ্চয় ॥
কৃপাকৰি শৰণ কৰায়ো দয়াময় ॥১৩৯৯ ॥
বদতি শঙ্কৰ তুমি ব্ৰাহ্মণ প্ৰধান ।
তোমাক শৰণ দিবে নুহিকে বিধান ॥
শুনি দামোদৰে কহে তুমি নৰোত্তম ।
ঈশ্বৰৰ অংশ ভৈলা সবাতো উত্তম ॥১৪০০॥
বিপ্ৰভট্টাচাৰ্য্য যত কন্দলী প্ৰধান ।
সিসবো তোমাত গুৰু লৈ আছে শৰণ ॥
তোমাৰ প্ৰভাৱ তাৰাসবে কহিলন্ত ।
তুমি দেৱ ঈশ্বৰ সাক্ষতে ভগৱন্ত ॥১৪০১॥
মকৰিয়ো আশাভঙ্গ পুৰাতন দাস ।
দিয়োক শৰণ আমি কৰি আছো আস ॥
পাছে হৰি মন্দিৰক নিলা তেতিক্ষণ ॥
শাস্ত্ৰে দণ্ডৱত কৰাই দিলন্ত শৰণ ॥১৪০২॥
আবে দামোদৰ মোৰ আদেশ শুনিয়ো ।
ব্ৰাহ্মণ সবাক তুমি শৰণ কৰায়ো ॥
এহিবুলি তাঙ্ক গুৰু আদেশক দিলা ।
দেৱ দমোদৰ নাম সেহিদিন ভৈলা ॥১৪০৩॥
হৰি নামে দ্বিজ এক গ্ৰামে ছিলা ।
দামোদৰ মুখে গুৰু চৰিত্ৰ শুনিলা ॥
দেখিবাক লাগি সিটো কৰি অভিলাষ ।
পাছে আসিলন্ত তেহো শঙ্কৰৰ পাশ ॥১৪০৪॥

শঙ্কৰে বোলন্ত দ্বিজ কিসক আসিলা ।
হৰি গুৰু শ্ৰৱনতে কহিবে লাগিলা ॥
হৰিদেৱ তাত মোৰ মন লাগিছয় ।
আন সব দেৱতান অংশ মাত্ৰ হয় ॥১৪০৫॥
হৰিবিনে নাই নাই মুকুতি দায়ক ।
বিচাৰি দেখিলো আমি সকলো শাস্ত্ৰক ॥
বৈষ্ণৱত বিনে আন উপদেশ দাতা ।
নাহিকে জানোহো তুমি ভৈলা মোক্ষ ত্ৰাতা ॥১৪০৬॥
শৰণ কৰায়া মোক কৰিয়ো উদ্ধাৰ ।
তুমি ভকতৰ গুৰু জানি আছো সাৰ ॥

### শ্লোক

"অবৈষ্ণবোপদেশেন মন্ত্রে ননীৰয়ং ব্রজেৎ ।
পুনশ্চ বিধিনা সম্যক গ্ৰাহয়েৎ বৈষ্ণৱো গুৰু ॥
অবৈষ্ণৱ মুখোৎগীতং পুতং হৰিকথা শ্ৰৱণং নৈৱ কৰ্ত্তব্যং ।
সৰ্পোপিষ্ট পয়োযথা ॥ঃ-।"

### পুনু পদ

শুনি তুষ্ট মনে গুৰু শৰণ কৰাইলা ।
শব্দব্ৰহ্ম ভাগৱতে কৃষ্ণক দেখাইলা ॥১৪০৭ ॥
এহিমতে গুৰু যেবে ভকতি প্ৰকাশি ॥
আছন্তে গৈলন্ত দশো দিশ যশৰাশি ॥
একদিনা ভুবনেশ্বৰী যিটো কন্যা ।
ৰাম ৰাইৰ দুহিত্ৰী আসিলা সিটো ধন্যা ॥১৪০৮॥
শুক্লধ্বজ ৰাজাৰ পৰম প্ৰিয়তমা ॥
দিনেক ৰাত্ৰিত গীত গইল মনোৰমা ॥
সুমধুৰ গীত মজিৰা তাল ধৰি ।
গাৱন্তে শুনিয়া ৰাজা মোহ ভৈলাবৰি ॥১৪০৯॥

## শ্ৰীশঙ্কৰ দেৱক চিলাৰাই দেৱানে নিয়াই গুৰু লৈ কৃষ্ণত শৰণাপন্ন হয়

### দুলড়ি

পাছে শুক্লধ্বজে আনন্দতে মজে
সুধিলা কৰি সাদৰ ।
হেনমত গীত কৈতো নতো শুনো
জান ভাষা মনোহৰ ॥
কাহাৰ কবিতা অতি আনন্দিতা
গায়া আছা শ্ৰেষ্ঠ তৰ ॥
ভুবনেশ্বৰীয়ে কহিবে লাগিলা
বিৰচিত শঙ্কৰৰ ॥১৪১০॥

শ্ৰীমন্ত শঙ্কৰ সৰ্ব্ব গুণাকৰ
নিজ অংশ ঈশ্বৰৰ ।
মহা শ্ৰেষ্ঠতম যাক নাহিসম
গম্ভিৰ যেন সাগৰ ॥
মোহোৰ পিতৃৰ হোন্ত জেষ্ঠ ভাই
সকলে গুণ মণ্ডিত ।
পৰম গৰিষ্ঠ শিষ্ট সদাচাৰী
অখণ্ড জ্ঞানে মণ্ডিত ॥১৪১১॥
ভাগৱতী ধৰ্ম্ম কৃষ্ণ জন্ম কৰ্ম্ম
দেন্ত লোক সমস্তক ।
শুনি ৰাজা পাছে দূতক পাঞ্চিলা
আনিবাক শঙ্কৰক ॥
তেতিক্ষণে দূতে ছলিগৈয়া পাছে
ৰাজাৰ আজ্ঞা কহিলা ।
মান্য সম্ভ্ৰমেৰে তুলিয়া নৌকাতে
বৰ নগৰক নিলা ॥১৪১২॥
পাছে শুক্লধ্বজে পৰম সাদৰে
নগৰতে ৰাখিলন্ত ।
মহামান্য কৰি বচনে সাদৰি
মঙ্গল বাৰ্ত্তা পোছন্ত ॥
ভুবনেশ্বৰী ৰাজাৰ সুন্দৰী
শঙ্কৰৰ ভতিজাই ।
অতি সমাৰোহে বস্ত্ৰ টকা লৈয়া
গুৰুক সেৱিলা গই ॥১৪১৩॥
কতো দিনমানে শঙ্কৰত কথা
শুনিলা মল্ল নৃপতি ।
ভাতৃত পুছিয়া যাইবাক বুলিয়া
কহিয়া কথা মিনতি ॥
চিলাৰাই বোলে শুনা গুৰু দেৱ
ৰাজায়ে যাতিয়া আছে ।
শুনি গুৰু দেৱ ৰাজা আজ্ঞা মানি
গৈলন্ত ৰাজাৰ কাছে ॥১৪১৪॥
পৰম সাদৰে ৰাজ মল্লশ্বৰে
কৰিলা শাস্ত্ৰ আলাপ ।
বিষ্ণো বৈষ্ণৱৰ বৈকুণ্ঠ থানৰ
কহিল্লা জগত বাপ ॥
মল্ল নৰপতি সোধন্ত তহিতি
বৈকুণ্ঠ কিমতে হয় ।
কোন স্থানে কৈত কিমতে আছয়
বৈকুণ্ঠ যাক বোলয় ॥১৪১৫॥
ৰাজাক সম্বুধি শঙ্কৰে কহিলা
কথা যত বৈকুণ্ঠৰ ।
মহা প্ৰেম ভাবে ৰাজায়ে শুনিল্লা
কহিলা শঙ্কৰ বৰ ॥

## বৈকুণ্ঠ বৰ্ণনাৰ কীৰ্ত্তন

### ঘোষা

ত্ৰাহি গোপাল কৃপাল স্বামী
মজিলো ভৱ জলধিত আমি ।

॥ পদ ॥

এক মনে শুনা হৰিৰ ধ্যান ।
বৈকুণ্ঠ নামে আছে মহা থান ॥
শাৰি শাৰি ৰঞ্জে বিমান ছয় ।
বৈদুৰ্য্য হীৰা মৰকত ময় ।
চন্দ্ৰ সূৰ্য্য যেন প্ৰকাশে আতি ।
নজানি যাত পশি দীন ৰাতি ॥
চাৰু সৰোবৰ নিৰ্ম্মল জল ।
সুগন্ধি পদ্মশোভে উতপল ॥
আছে ৰাজ হংস সমূহে ৰঞ্জি ।
লীলায়ে মৃণাল ভুঞ্জে উভঞ্জী ॥
পাৰে পৰি যাত মলয়া বাও ।
চটকে তেজে সুললীত ৰাও ॥
ভ্ৰমৰ গণে গাৱে হৰি গীত ।
বৈষ্ণৱ গণ শুনি আনন্দিত ॥
হেন বৈকুণ্ঠৰ মাজতে পাছে ।
উশ্ৰিত বত্ন মন্দিৰেক আছে ।
বৈদুৰ্য্য স্তম্ভ স্ফটিক বাৰ ।
মানিক কপাত হীৰাৰ দ্বাৰ ॥
কাতিলা জিজিৰি সুবৰ্ণা বলী ।
বিচিত্ৰ কৰি মৰকত স্থলি ।
পদ্মৰাগ ৰত্নে লগাইল চৌতি ।
কোতি সূৰ্য্য যেন গৃহৰ জ্যোতি ।
বিচিত্ৰ চন্দ্ৰতাপ আছে তানি ।
আৰিল মুৰাৰি মুকুতা মণি ॥

হেন মন্দিৰে ৰত্ন সিংহাসনে ।
আছন্ত বসি প্রভু নাৰায়ণে ॥
চৌপাসে সেৱে পাৰিসদ যত ।
মৌক্তিক চক্র ধৰি ওপৰত ॥
চন্দ্ৰল চামৰে দুপাসে বিঞ্চে ।
সঘনে সুৰভী কুমুম শিঞ্চে ।
চৰণে অনেক ভকতি ভাৱে ।
উপাসন্ত লক্ষ্মী জগত মাৱে ॥
চৈতন্যময় পূর্ণানন্দ হৰি ।
পৰম আনন্দে আছন্ত হৰি ॥
অতি চমৎকাৰ ৰূপ বিপুল ।
কন্দর্প কোটি যাক নোহে তুল ॥
কৌটি ইন্দুসম আছে প্রকাশি ।
স্মৰণে দহয় পাতক ৰাশী ॥
ভকতৰ বন্ধু জগত বাপ ।
বোলা হৰি হৰি হৰোক পাপ ॥

## পুনু দুলড়ি

মহা প্রেম ভাৱে পুনু পুছিলন্ত
বৃন্দাবন কথাসাৰ ।
বৈকুণ্ঠ পতিয়ে নৰৰূপ ধৰি
কৰিলা যৈত বিহাৰ ॥

## শঙ্কৰদেৱৰ ৰাজাৰ আগত বৈকুণ্ঠ বর্ণন আৰু বৃন্দাবন বর্ণন ।

শুনিয়ো শঙ্কৰ ঈশ্বৰ কৃষ্ণৰ
নৰলীলা যি থানত ।
মেল গৰু লৈয়া যথাত ক্রীড়িলা
সিটো স্থান কেন মত ॥১৪১৬॥
আমাক বুজাই কহিয়ো আতায়
তুমি মহা সুপণ্ডিত ।
শুনিয়া শঙ্কৰে কৈলা নিৰন্তৰে
বৃন্দাবন কথা যত ।
পাছে দুয়ো ৰাজা দুনাই বুলিলা
শঙ্কৰক নম্র ভাবে ।
বৃন্দাবন খান হোৱয় কেমন
দেখাইবে পাৰাহা আৱে ॥১৪১৭॥

বদতি শঙ্কৰ শুনা নৃপবৰ
যদি ইচ্ছা দেখিবাৰ ।
পট্ট বৈবে প্রতি তাঁতি সূতা লাগে
নানান বর্ণ হৈবাৰ ॥
চাৰি মাহ মানে দীন অৱসানে
তেবে বস্ত্র পূর্ণ হৈব ।
শুনি ৰাজা মন হৰিষ কৰিয়া
আজ্ঞা কৰিলন্ত সব ॥১৪১৮॥
তাতি কুছি আদি কামৰূপ খণ্ডৰ
অধিকাৰী পাতিলন্ত ।
বড়ভূঞা পদে পাট বাউসী স্থানে
অভিষেক কৰিলন্ত ॥
কামৰূপ ৰাজ্যৰ পালন শাসন
কৰিবাক আদেশিলা ।
শুক্লধ্বজ ৰাজা মহাতুষ্ট যেন
হাতত স্বর্গক পাইলা ॥১৪১৯॥
পাছে গুৰুজন আনন্দিত মন
শুক্লধ্বজ গৃহে গৈলা ।
পৰম হৰিষে সিটো দিন ধৰি
কামৰূপে ৰাজা হৈল ॥
ভুবন ঈশ্বৰী ৰাজাৰ কুৱৰী
পৰম ভকতি কৰি ;
ধর্ম্মক আশায়ে গুৰুৰ চৰণে
প্রাথিলন্ত বৰ কৰি ॥১৪২০॥
পাছে গুৰুদেৱ তাৰা দুহান্তকো
শৰণ কৰাইলো তথা ।
সন্তোষিত মনে সি যুৱৰাজনে
গুৰুক অর্চ্ছিলা যথা ॥

## কামৰূপ ৰাজ্যৰ ৰাজা শ্রীশঙ্কৰদেৱ শ্রীশঙ্কৰ দেৱৰ ৰাজ অভিষেক ।

তাত অনন্তৰে শঙ্কৰ গুৰুক
চিলাৰাই বিজ্ঞবৰ ।
মহাপ্রেম মনে সেবি অনুক্ষণে
যাইবাক বুলিলা ঘৰ ॥১৪২১ ॥

আগবঢ়াইবাক পাত্ৰক পাঙ্কিলা
নৌকা দিলা বিতোপন ।
মহাৰজ মনে আইলা তেতিক্ষণে
পাইলাহা নিজ ভৱন ॥
শঙ্কৰ দেৱক পায়া ভক্ত গণে
পাইলা বহু আনন্দ ।
মাধৱো আসিয়া প্ৰেমে প্ৰণামিলা
পুছিলা সবে বাৰ্ত্তাক ॥১৪২২॥
তাত অনন্তৰে শ্ৰীমন্ত শঙ্কৰে
মতাইলা তান্তি সবক ।
দূত আসি পাছে ৰাজাৰ আজ্ঞাক
কৈলা বস্ত্ৰ কৰিবাক ॥
তান্তি সব তথা নানা বৰ্ণ গাঁথা
সূতা শাল নিয়োজিলা ।
দেখিয়া শঙ্কৰে গৈলা খৰতৰে
বস্ত্ৰক বৈবে দেখাইলা ॥১৪২৩॥
প্ৰথমে সূতিকা গৃহক উঠাইলা
গোকুলে জন্ম কৃষ্ণৰ ।
বসুদেৱে যেন যমুনা চৰাইয়া
পাইলন্ত গৃহ নন্দৰ ॥
যেনমতে কৃষ্ণে পূতনা শুসিলে
ভাঙিগলাহা সকটক ।
চক্ৰবাত বধ মৃত্তিকা ভক্ষণ
ভাঙ্গিলা দধি ভাণ্ডক ॥১৪২৪॥
অৰ্জুন ভঞ্জন বৎস বক অঘ
নাশন বনে ভোজন
ঝিৰিঝি মোহন তালক ভোজন
ধেনুকাক বিনাসন ॥
কালিক দমন বন বহ্নিপান
গোপীৰ বস্ত্ৰ হৰণ ।
অন্নক প্ৰাৰ্থন প্ৰসাদ লভান
যত দ্বিজ পত্নীগণ ॥১৪২৫॥

বৃন্দা বনীয়া বস্ত্ৰ নিৰ্ম্মান

গোবৰ্দ্ধন ধৰি বৃষ্টি নিবাৰিলা
বনত গোপী ৰমিলা ॥
শঙ্খচুৰ বধ গোপী উদ্ধাৰণ
যেহেন কৰি আছিলা ॥

বৈকুণ্ঠ দেখাইলা বিস্ময় মিলিলা
প্ৰলম্ব ৰামে মাৰিলা ॥
অৰিষ্ট ব্যোমক, কেশী অসুৰক
মাৰিয়া লীলা কৰিলা ॥১৪২৬॥
নৰদ আসিয়া কৃষ্ণক নমিয়া
চৰিত্ৰ যত কহিলা ।
অক্ৰূৰে আসিয়া পৰি প্ৰণামিলা
মথুৰাক যেনে নীলা ॥
মাৰি ৰজকক সু বেশা কাৰক
সাৰূপ্য যেহেন দিলা ।
সুদামাক বৰ দিয়া কুবুজীক
যেহেন ঋজু কৰিলা ॥১৪২৭॥
ধনুভঙ্গ কৰি গজক সংহৰি
কৰি মল্ল নিপাতন ।
কৰি মহালীলা কংসক মাৰিলা
আনন্দে নন্দ নন্দন ॥
ইসব লীলাক কৈলা যেন যৈত
সকলো প্ৰকাশি দিলা ।
যাৰ যেন বৰ্ণ দিলা থানে থান
যেন বৃন্দাবন লীলা ॥১৪২৮॥
কহে দিজ দীন নাথে গুৰু দেৱ
প্ৰসন্ন হুয়ো আমাত ॥
যৈতে যৈতে জন্ম হওঁ কৰ্ম্ম ফলে
নেৰোক নাম মুখত ॥
শুনা সভাসদ হুয়া নিশবদ
এৰিয়া আন আলাস ।
ৰাম হৰি বুলি সংসাৰক তৰি
ছিণ্ডি যাউক যম পাশ ॥১৪২৯॥

বৃন্দা বনীয়া বস্ত্ৰ নিৰ্ম্মাণ

॥ পদ ॥

সেহি বস্ত্ৰ বোৱাইবাক লাগিয়া শঙ্কৰ ।
সেৱকৰ সঙ্গকৰি যান্ত নিৰন্তৰ ॥
একৈক বেগত মান শঙ্কৰে কৰান্ত ।
দিনেক গুৰুৰ গাত্ৰ অসুস্থ ভৈলন্ত ॥ ১৪৩০ ॥
মাধৱ দেৱক পাছে বুলিলা বচন ।
আজি তুমি গৈয়া বস্ত্ৰ বোৱাও এখন ॥
শুনিয়া গুৰুৰ বাণী মাধৱ ঈশ্বৰ ।
তান্তিকুছি গ্ৰামে গৈলা কাৰসনা ঘৰ ॥১৪৩১॥

ভোজন কৰিয়া কৃষ্ণে ব্ৰহ্মাক মুহিলা।
সিদিনা বোৱালা মাধ দেৱে সিটোলীলা॥
এক বেগতেক মাত্ৰ শঙ্কৰে বোৱন্ত।
অধিক বোৱালা চাৰি অঙ্গুল তথাত॥ ১৪৩২॥
কাৰসনা চড়ি মাধৱ দেৱ চলি গৈলা।
শঙ্কৰক নমি পাছে সকলে কহিলা॥
শুনিয়া শঙ্কৰে মাধৱক প্ৰসংশিলা।
আমাত কৰিয়া তুমি অধিক বোৱালা॥১৪৩৩॥
সিকাৰণে বড়াপো বুলিয়া নাম দিলা।
শঙ্কৰ দেৱক নমি গৃহক চলিলা॥
কাৰসনা চড়িবাক নৌকায়ে চলন্ত।
ভীমা বায়নৰ ঘৰ ওচৰ পাইলন্ত॥১৪৩৪॥
সিটো বায়নৰ ভাৰ্য্যা জনমৰ খুৰি।
কীৰ্ত্তনৰ পদ গান্ত কুবুজা খজু কৰি॥
শুনিয়া শঙ্কৰ দেৱে তৃণ গোটে ধৰি।
দেখিয়া সেৱকে নৌকা ৰাখন্ত সত্বৰি॥১৪৩৫॥
হেনমতে গাৱন্তে গুৰু আতি তুষ্ট ভৈলা।
বায়নৰ ভাৰ্য্যাক কৃপা কৰিতে ইচ্ছিলা॥
একদিনা সিটো আই শয়নে আছিলা।
স্বপ্ন যেন দেখে গুৰু সিটোস্থানে গৈলা॥১৪৩৬॥

## ভীমা বায়নৰ ভাৰ্য্যা কুজিৰ কুজ পোন॥

হাতে ধৰি দাঙ্গি আইৰ চিবুকত ধৰি।
পদে পদ দিয়া খজু কৰিলা সাদৰি।
তেখনে স্পৰ্শ্য ভৈলা আয়ো খজু ভৈলা।
উঠিয়া স্বামীক দেৱীমাতিবে লাগিলা॥ ১৪৩৭॥
উঠিয়োক আবে শীঘ্ৰে প্ৰদীপ জ্বলায়ো।
মোক ভাল কৈল গুৰু আসিয়া দেখিয়ো॥
আথে বেথে বায়নে অগনি জ্বালিলন্ত।
জনম ছাকুলি কুজি আইক দেখিলন্ত॥১৪৩৮॥
খোৰা কুজা গুছি আই সুন্দৰী ভৈলন্ত।
গুৰুৰ কৃপাত ভৈল বুলি কহিলন্ত॥

পৰদিনা পতি সমে আই চলি গৈলা।
শঙ্কৰ দেৱক সেৱি প্ৰাৰ্থনা কৰিলা॥ ১৪৩৯॥
জনম ছাকুলি মই মহাপাপ মতি।
তথাপি কৰিলা কৃপা দেৱ যদুপতি॥
শুনিগুৰু কৃপাময় আনন্দে হাসিলা।
ভালভৈল ঈশ্বৰ গুৰুৰ কৃপা ভৈলা॥ ১৪৪০॥
একদিনা গুৰুদেৱ নৌকা আৰোহিয়া।
মাধৱ প্ৰমুক্ষে সেৱকক সঙ্গে লৈয়া॥
কাৰসনা গৃহক যাই আনন্দিত আতি।
কৰিয়ো কবিতা নাৰায়ণ একগুটি॥১৪৪১॥
শুনিয়া ঠাকুৰ আতা টোটয় কৰিলা।
মাধৱ দেৱক পুনু কৰিবে বুলিলা॥
জয়ন্তী মধাইক আৰু কৰিবে কৈলা।
সকলোৱে এটি কৰি কবিতা ৰছিলা॥১৪৪২॥

শ্ৰীশঙ্কৰ গুৰুজনে বোলে মধাইৰ কবিতা নাৱৰ তলিতে লুকাল। নৰায়ণ দাসৰ কবিতা নাও চপচপিয়া হল। মোৰ বড়া পোৰ কবিতাই পৃথিবী স্বৰ্গ চৌদ্ধলোক ভেদি বৈকুন্ঠটো একে কৰিলে॥

## শ্ৰীশ্ৰীমহাপুৰুষ মাধৱদেৱৰ গুৰুভটিমা ৰছনা

গুৰুপ্ৰকাশ :-

জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহিকে উপাম।
তোহাৰি চৰণ ৰেণু শতকোটি
বাৰেক কৰোহো প্ৰণাম॥ ১॥
দৰশিত সুন্দৰ গৌৰ কলেৱৰ
বৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ॥ ২॥
বিনা অঙ্গ ভূষণ পেখিতে সুশোভন
গহীন গম্ভীৰ ধীৰ মতি।
আয়ত কমল নয়ণ বৰ সুন্দৰ
বয়ন চান্দকহো যোতি॥ ৩॥

* শ্ৰীমাধৱদেৱৰ কবিতা :—জয়গুৰু শঙ্কৰ সৰ্ব্বগুণাকৰ যাকেৰি নাহি উপাম। তোহাৰি চৰন ৰেণুশত কোটি বাৰেক কৰোহো প্ৰণাম। (ইত্যাদি গুৰুভটিমা) ঠাকুৰ আতাৰ কবিতা:—জয় জয় ৰাম অনাদি শংকৰ মইতুৱা দাসবো দাস। উদ্ধানৰ হন্তে আসি প্ৰাণ প্ৰভু নিকততে লৈলাবাস। জয়ন্তী মধাইৰ কবিতা :—চাৰি বেদে ভৈল নৌকা সাততলা, গীতা ভাগৱতে বাৰ। ৰাম নামৰ খিলি গজাল মুধি নৌকাক কৰিলা সাৰ॥

লীলা গজগতি গমন বিলোকন
বাণী মেঘ গম্ভীৰ।
পাষণ্ড মৰ্দ্দন কলিকো কালে
যাকু সম নাহি ধীৰ ॥ ৪ ॥

দেৱ পৰকাশ ঃ-
যোহিনাৰায়ণ মায়া বিস্তাৰি
কৰু ত্ৰিজগত নিৰমাণ।
সনকো সনাতন যোগী যাকেৰি
মহিমা কবহু নজান ॥ ৫॥
সকলো চৰাচৰ পালন কাৰী
যাহৰি দেৱাকো দেৱা।
চতুৰ বয়ন শিৱ সুৰপতি যাকেৰি
কৰু নিত্য চৰণহি সেৱা ॥ ৬ ॥

চাৰি বেদ শিৰোমণি সাজে
যাকেৰি চৰণ বিকাশ।
সেহি দেৱকো কয়লি কলিকো
শঙ্কৰদেৱ পৰকাশ ॥ ৭ ॥

গুৰু প্ৰকাশ ঃ-
ত্ৰিভুবন বন্দন দৈৱকী নন্দন
যোহাৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ ॥ ৮ ॥
মায়া নৰতনু ধৰি হৰি ভকতি
কয়লি বহু পৰচাৰ।
সবনৰ পাপ পয়োধি মজ্জল
তাহে কয়লি উদ্ধাৰ ॥ ৯ ॥

শব্দাৰ্থ ঃ-জয়-সৰ্ব্ব মঙ্গলময়। সৰ্ব্বগুণাকৰ = গুণৰ আকাৰ অৰ্থাৎ গুণৰ সমষ্টি বা খনি উদ্দমস্থান। গৌৰ কলেৱৰ ঃ- সৰিয়হ ফুলৰদৰে হালধীয়া বৰণৰ শৰীৰ। যৈচন সুৰ পৰকাশ ঃ- প্ৰভাতৰ সূৰ্য্যৰ দৰে প্ৰকাশ মান। বিনে অঙ্গ ভুষণ-অলঙ্কাৰ নিপিন্ধাকৈয়ে শৰীৰৰ অবয়ব হাত ভৰি আঙ্গুলি আদি শোভামান। আয়ত কমল নয়ন- চক্ষুদুটী পদ্ম পাহিৰ দৰে দীঘলীয়া। বয়ন চান্দ কহো যোাতি-বয়ন- মুখ পদ্ম চন্দ্ৰৰ দৰে শীতল যোাতিস্মান। লীলা গজগতি- হাতীৰ দৰে ধীৰে ধীৰে যাই। গমন বিলোকন = যাওঁতে ইফালে সিফালে কেৰাহীকৈ চায় জাই। বাণী মেঘ গম্ভীৰ ঃ—বাক্যবোৰ মেঘৰ গাজনীৰ দৰে গহীন। পাষণ্ড মৰ্দ্দন ঃ—ঈশ্বৰ নমনা শাস্ত্ৰ মত নমনা পাষণ্ড সকলক তৰ্ক কৰি তেওঁলোকৰ মত খণ্ডনকাৰী। কলিকো কালে ঃ—কলিকালত যাকু সম নাহিধীৰ ঃ—যাৰ সমান ধীৰ স্থিৰ লোক নাই। এই পৰ্য্যন্ত গুৰুজনাৰ ৰূপ গুণৰ কথা কোৱা হ'ল। —শঙ্কৰ দেৱনো বিশ্বজগতৰ গুৰু বৰনীয় কিয় হ'ল এই প্ৰশ্নৰ উত্তৰত কয় ঃ—যে যি জনা নাৰায়ণে মায়া বিস্তাৰ কৰি ত্ৰিজগত নিৰ্ম্মাণ কৰিছিল, ত্ৰিজগতৰ অৰ্থে স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল। সনকাদি যোগীসকলেও যাৰ মহিমা লীলাৰ গুণ গায় অন্ত কৰিব নোৱাৰে। সকলো চৰাচৰ পালনকাৰী ঃ—চৰংঅৰ্থে খোজকাঢ়ি বা উৰি ফুৰিব পৰা প্ৰাণী সমুদায়। অচৰ ঃ—অৰ্থে গছ, শীল, পৰ্ব্বত আদিকো যি পালন পোষণ উত্থান পতন কৰি আছে। যো হৰি দেৱকো দেৱা—যি জনা হৰি ব্ৰহ্মা, বিষ্ণু, শিৱ আদিৰো নমস্য দেৱতা। চতুৰ বয়ন ঃ—ব্ৰহ্মা। শিৱ—সদাশিৱ। সুৰপতি—ইন্দ্ৰ আদিয়েও নিত্য নিৰন্তৰ যাৰ চৰণ সেৱা কৰি থাকে হৰিহৰ ব্ৰহ্মা যাৰ থাকে আজ্ঞা ধৰি। ঈশ্বৰৰো ঈশ্বৰ তেহেন্তে মহাহৰি ॥) (শ্ৰীশংকৰদেৱৰ নিসিনৱসিদ্ধসং) চাৰিবেদ শিৰোমণিমাজে যাকেৰি চৰণ বিকাশ ঃ—চাৰিবেদৰ শিৰোমণি-বেদান্ত, উপনিষদ, শ্ৰীমদ্ভাগৱতগীতা, শ্ৰীমদ্ভাগৱত এই শাস্ত্ৰ সমুদায়ত যি ব্ৰহ্ম তত্ত্বৰ কথা কৈছে। সেহি দেৱকো, কয়লি কলিকো, শঙ্কৰ দেৱ পৰকাশ ॥ ঃ—বেদান্তাদি শাস্ত্ৰৰ যি নিৰ্গুণ পৰমব্ৰহ্ম নিৰোপন কৰা আছে, সেই নিৰ্গুণ ব্ৰহ্মৰে সগুণ সকাৰ ৰূপে ভগৱন্তক শ্ৰীঙ্কৰদেৱে কলিকালত ব্যক্ত কৰি দেখুৱালে।

শ্ৰীমন্ত শঙ্কৰদেৱনো কোন আৰু কি কাৰণে পৰমব্ৰহ্মক উপাসনীয় দেৱ স্বৰূপে দেখুৱালে তাৰ উত্তৰত কয় ঃ— ত্ৰিভুবন বন্দন, দৈৱকী নন্দন, যোহৰি মাৰল কংস। জগজন তাৰণ দেৱ নাৰায়ণ শঙ্কৰ তাকেৰি অংশ স্বৰ্গ, মৰ্ত্ত্য, পাতালৰ লোক সকলৰ যি বন্দনীয় উপাস্য দেৱতা

কংশৰ কাৰাগাৰত যি জনাই দৈৱকীৰ নন্দন ৰূপে অৱতাৰ ধৰিছিল, যি কংস, শিশুপাল প্ৰভৃতি মহা মহা বীৰ সকলক বধ কৰিছিল, গোটেই বিশ্ব জগতক উদ্ধাৰ কৰোঁতা যি জন নাৰায়ণ শ্ৰীশঙ্কৰদেৱ সেই নাৰায়ণৰেই এক অংশ বিশেষ। যি হেতুকে অংশ নহলে পূৰ্ণক দেখুৱাব নোৱাৰে ॥

মায়ানৰতনু, ধৰিহৰি ভকতি, কয়লি বহু পৰচাৰ। সবনৰ পাপ, পয়োধি মজ্জল, তাহে কয়লি উদ্ধাৰ (৯) ঃ— নৰ সকল পাপ সাগৰত নিমগ্ন হোৱা দেখি, ঈশ্বৰে মায়াকৰি নৰকায়া ধৰি হৰি ভকতি বহুল প্ৰচাৰ কৰি জীৱ সকলক নিস্তাৰ কৰিবৰ কাৰণে মনুষ্যৰূপে অৱতাৰ ধৰিলেহি। যি হেতুকে মানুহৰ আদৰ্শ মানুহ হবলগা হ'ল। মৎস্য, কুৰ্ম্ম, নৃসিংহৰ আদৰ্শ মানুহে লব বা লবও নোৱাৰে।

শ্ৰীশঙ্কৰদেৱে কলিযুগৰ মানুহৰ কাৰণে আৰু কি কৰিলে, তাৰ উত্তৰত কয় ঃ— "অহনিশি চাৰি বা [ অৱদিশি চাৰি ) বেদবিচাৰি, বেকত কৰু হৰিনাম যাকেৰি বয়নে মিলাই গাই, পাই মনোৰথ কাম ॥ (১০)॥ শ্ৰীমন্ত শঙ্কৰ গুৰু জনাই দিনে নিশাই, চাৰিবেদ আদি শাস্ত্ৰ বিচাৰি আৰু চাৰি দিশৰ ধৰ্ম্ম গুৰু সকলৰ লগত আলাপকৰি কলি যুগচিত অল্পসত্ত প্ৰাণী, অল্পধন সম্পন, অল্পায়ু আৰু অজিতেন্দ্ৰিয় লোকৰ কাৰণে তপ, যপ, যজ্ঞ, দান, ব্ৰত, তীৰ্থ, ধ্যান, ধাৰণা সমাধিৰ অনুপযোগী মানুহৰ কাৰণে হৰিনাম ধৰ্ম্ম হৰিভক্তি ব্যক্ত কৰিলে। যি হৰি নামৰ কেৱল মনত ভাবি মুখেৰে গালেই মনোৰথ কাম অৰ্থাৎ যাক যি লাগে ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ তাকেই সুলতে পায়।

পণ্ডিত মানি বেদ বখানি গৰৱ কয়লি সব চুৰ।
গীত কবিত্ব গুণ শঙ্কৰ দেৱৰ, কীৰিতি গৈল্লো বহুদূৰ ॥ (১১)॥

শ্ৰীমন্ত শঙ্কৰদেৱে ডাঙৰ ডাঙৰ মানি গুণি পণ্ডিতৰ সমাজতো শ্ৰীহৰি উপাস্য দেৱতা আৰু তেওঁৰ নামেই ধৰ্ম্ম এই কথা বিস্তাৰৰ ব্যাখ্যা কৰি তেওঁলোকৰ নানাদেৱদেৱী পূজাৰ মত খণ্ডন কৰি গৰ্ব্ব চুৰ কৰিছিল।

গীত কবিত্ব ৰচনাৰ কথা আৰু শ্ৰীমন্ত শঙ্কৰ দেৱৰ গুণ গৰিমাৰ কথাৰ কীৰ্ত্তি গোটেই জগত বিয়পি পৰিলে।

"শ্ৰীযশ দান, মান ভূত দয়া, সৱ গুণ সম্পূৰ্ণ ঠিক।
ভকতক ভকতি, দানে কৰু গুৰু, দায়া তনয় অধিক ॥ ১২ ॥

শঙ্কৰদেৱ শ্ৰীমন্ত পুৰুষ আছিল—যাৰ ললাটত চিন্তনৰ ধ্বনিৰেখা, হৃদয়ত-বেদশাস্ত্ৰ, কণ্ঠত-গীত, সঙ্গীত, অমানিক মান দিছিল, ভূতদায়া—প্ৰাণী মাত্ৰকে দয়াৰে উদ্ধাৰ কৰিছিল। ফান্দত পৰা পশু পক্ষীকো মুক্তকৰি উদ্ধাৰ কৰি ব্যাধৰো জীবিকাৰ কাৰণে পশুৰ মূল্য দি গৈছিল। সৱগুণ সম্পূৰ্ণ ঠিক ঃ—দয়ালু, কৃপালু, ক্ষমাবান, ব্ৰাহ্মণ্য, শৰণ্য, গীতিকাৰ, সাহিত্যিক, কবি, ধৰ্ম্মগুৰু ধৰ্ম্মৰাষ্ট্ৰস্থাপক, অভিনেতা, সংস্কৃতি বিকাশক, কলাগুৰু, আদি মহা মহা গুণ সকল তেখাৰ আছিল। আৰু তেখাই ভক্ত সকলক হৰিভক্তি দান দিছিল। ভকতক নিজৰ ধন, জন, গৃহ, দেহ, পুত্ৰ ভাৰ্য্যা আদিতকৈয়ো মৰম কৰিছিল।

"হৰিকহো মুকুতি স্মুকুতি মগন মন মজ্জল আনন্দ সিন্ধু। ঐছন নিৰমল হৃদয় বিকশিত ভকত কুমুদ কুল ইন্দু (১৩) ॥—শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীহৰিৰ মূৰ্ত্তিটো (ৰূপটো) হৃদয়ত ধাৰণা, ধ্যান, সমাধি লভি বাহিৰৰ জ্ঞান পাহৰি হৰিৰ মূৰ্ত্তিতে মন মগ্ন হৈ আনন্দৰ সাগৰত দুবঁগি থাকে। এনেকুৱাকৈ সু নিৰ্ম্মল হৃদয় প্ৰকাশ পায় থাকে যেনিবা পূৰ্ণিমাৰ চন্দ্ৰহে, তেখাৰ হৃদয় খনি ভক্তৰূপে 'কুমুদ, ভেট ফুলৰ ওপৰত চন্দ্ৰৰ কিৰণ পৰাৰ দৰে শুক্লজনাৰ, ঈশ্বৰ চিন্তাৰ প্ৰকাশে ভক্তৰ হৃদয়ো ফুলি উঠে ভেট ফুলৰ দৰে বিকাশ হয়। প্ৰফুল্লিত হয় জ্ঞানৰ উদয় হয়, ভক্তিৰ উদয় হয় ॥

নিজকুলতাৰি, ভকতি বিস্তাৰি, বান্ধল হৰিগুণ সেতু ।
কলিযুগে পাপ, পয়োধি মজ্জল, তাৰণ কাৰণ হেতু ॥ ১৪ ॥

নিজকুলতাৰি—ভকতি বিস্তাৰি বান্ধল হৰিগুণ সেতু ঃ—নিজ অৰ্থাৎ মানবকুল উদ্ধাৰ কৰিবৰ কাৰণে হৰিভক্তি হৰিনাম আৰু শ্ৰৱন, কীৰ্ত্তন, স্মৰণাদি নৱবিধ ভক্তি বিস্তাৰ কৰি হৰিগুণ নামৰ সেতু বা সাকো বান্ধিদিলে, যেনেকৈ ৰাৱণক বধ কৰিবৰ কাৰণে শ্ৰীৰাম চন্দ্ৰ প্ৰভূৱে বানৰ সৈন্যৰ দ্বাৰা তৰুলতা শীল আনি যোযন সাগৰ পাৰ হৈ ৰাৱণক বধিছিল, ৰাক্ষস কুল ধ্বংস কৰিছিল। সেই দৰেই শ্ৰীমন্ত শঙ্কৰদেৱে কলিযুগত পাপ আৰু কৰ্ম্ম বাসনাত বান্ধখাই থকা মানুহ সকলক কৰ্ম্ম বন্ধ চিঙি পাপ সাগৰ উদ্ধাৰ হবলৈ হৰি গুণ, হৰিৰৰূপ, হৰিৰনাম, হৰিৰধাম চিন্তাৰূপে সেতু বান্ধি দিলে। যি সাকোঁত উঠি আৰু পুনৰ চৌৰাশী লাখ জীৱ জন্তুৰ গৰ্ভত জন্মলভি থাকিব নালাগে ॥ দশ মুৰৰ ৰাৱণ স্বৰূপ দশেন্দ্ৰিয় লৈ জন্মিবহি নালাগে নানা বাসনাৰ ৰাক্ষস কুল ধ্বংস হব ।

"ভকতি ভাণ্ডাৰ দ্বাৰ সৱ ছোড়ি মুকুতি কয়লি উদাস ।
এক শৰণ হৰি নাম ধৰম কহো ৰজা কৰু পৰকাশ ॥১৫॥

শঙ্কৰদেৱে—ভকতি ভৰালৰ দুৱাৰ সকলো মোকোলাই সহজতে মুক্তি হোৱাৰ উপাই দিলেঃ—একশৰণ দিলে। একশৰণ অৰ্থে–পাপমুক্তি অভিষ্ট সিদ্ধিৰ কাৰণে আন আন যুগত যি তপ যপ, যাগ যজ্ঞ ব্ৰত কৰিছিল আন দেৱাদিত শৰণ লৈছিল সেই ধৰ্ম্মৰ দ্বাৰা লোক সকলৰ মুক্তি নহই ভোগ আৰু সুখ পায় পুনৰ জন্ম লভিবহি লাগে ! সেই ধৰ্ম্মৰ বিশ্বাস আৰু আন দেৱে প্ৰতাৰণা কৰিব বুলি সেই বিশ্বাস গুচাই শ্ৰীকৃষ্ণত আৰু তেওঁৰ নামত শৰণ কৰালে যাক শৰণ ললে আৰু পুণৰ জন্ম হবহি নালাগে এইটো শৰণৰ প্ৰথম সোপান ।

দ্বিতীয় সোপান হল, পুত্ৰ, ভাৰ্য্যা, ধন, গো মহিস ভূমি গৃহাদিত যি মমতা আশক্তি আছিল তাৰপৰা সেই মমতা আশক্তি গুচাই অনিত্যৰ পৰা নিত্য বস্তু শ্ৰীহৰিত আশ্ৰয় বা শৰণ গ্ৰহণ কৰোৱালে । তৃতীয় শৰণ হল দেহাদিত যি মমতা আশক্তি আছিল দেহাদিৰ মমতা আশক্তি গুচাই নিজৰ জীৱাত্মাৰ সখা পৰমাত্মাত আশ্ৰয় বা শৰণ লোৱালে ॥ ( এই কথা শ্ৰীশঙ্কৰদেৱৰ ভক্তিৰত্নাকৰ শাস্ত্ৰত আছে ) আৰু সকলো ধৰ্ম্মৰ ওপৰত শ্ৰেষ্ঠ নিৰ্ম্মল নিৰ্গুণ সকলো ধৰ্ম্মৰ ওপৰত ৰাজা, সেই নাম ধৰ্ম্ম শ্ৰীশঙ্কৰদেৱে কলিযুগত প্ৰকাশ কৰিলে, যি ধৰ্ম্ম আদি সত্যযুগৰ লোকে আচৰণ কৰি উদ্ধাৰ হৈছিল, পিছৰ ত্ৰেতা যুগত যি নামধৰ্ম্ম দেৱতাই চাকি উপধৰ্ম্ম প্ৰচাৰ কৰিছিল সেই নাম ধৰ্ম্ম সকলো ধৰ্মৰ ৰাজাক শ্ৰীশঙ্কৰ দেৱে প্ৰচাৰ কৰাৰ কাৰনেই জগৎগুৰু হবলগা হ'ল,, "ধন্য ধন্য কলিৰ লোকৰ মহাভাগ। সৰ্ব্বধৰ্ম ভৈল আগ । ( নামঘোষা ) এই নাম ধৰ্ম মুক্তিৰ কাৰণেহে ব্যৱহৃত হয়, সামান্য কৰ্ম মাৰ্গৰ বস্তুত নহয় তাত ব্যৱহাৰ কৰিলে মহান দোষ হে হয় ।

কিকহব শঙ্কৰ, দেৱৰ মহিমা, জানি অন্ত নাপাই ।
যাকেপি চৰণ ৰেণ শিৰে পৰশি মুকুতি সুখ সুখে পায় ॥১৬॥

এইদৰেই শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰমহিমা কৈ বা জানি অন্ত নাপাই, যাৰ চৰণৰ ধুলা শীৰত লৈ ভক্তি লভিলে মুক্তিৰ সুখ অপ্ৰয়াসে পাই ।

"মাধৱ দীন, মূৰুখমতি কহয়, বাণী শুন সবলোই ।
বিনে গুৰু চৰণে, ভকতি ৰতি, মুকুতি কবহু নহোই ॥১৭।

শ্ৰীমাধৱদেৱে অতি দীন হীন আৰু নিজকে মূৰ্খ বুলি কৈছে—তেওঁতকৈ সমান পণ্ডিত লোক সেই সময়ত নাছিল। তথাপি কিয় নিজক মূৰ্খ বুলিলে এই কথা হল আগতে যদিও পণ্ডিতৰ অভিমানত গৰ্ব্বভাৱে শ্ৰীশঙ্কৰ দেৱৰ ওচৰত তোপৰ বেলা বাদ কৰি ভঙ্গ হল সেই সময়ৰ পৰা পণ্ডিতৰ অভিমান চূৰ্ণাকৃত হল, আৰু বুজি পালে যে কেৱল পঢ়িলেই পণ্ডিত হব নোৱাৰে কেৱল শব্দাৰ্থ বোধৰ জ্ঞান হে জন্মে, পৰমাৰ্থ অৰ্থ নাজানে, শাস্ত্ৰৰ সাম্বিক আৰু পাৰমাৰ্থিক তত্ব বোধৰ কাৰণে,, কৃষ্ণতো ভকত শাস্ত্ৰতো পাৰ্গত জ্ঞানী গুৰুৰ চৰণৰ আশ্ৰয় লব লাগিব। সেইদৰে গুৰু চৰণত ভকতি কৰি তত্ব জ্ঞান লভিলেহে ভক্তিত ৰতি আৰু জন্ম মৃত্যুৰূপ সংসাৰৰ পৰা উদ্ধাৰ হব পাৰিব। এই কথা নৰ সকলোৱে জানি শুনি লোৱাঁ। গুৰুৰ চৰণত ভক্তিকৰি ভক্তি জ্ঞান লোৱা ॥

ওহি পৰম তত্ত্ব, বেদকো বাণী, জানি নৰ নকৰ বিৰাম।
ধৰমক কৰমক গৰবক ছেড়ি, ডাকি বোলহু ৰাম ৰাম।১৮॥

এইদৰে গুৰুৰ আশ্ৰয়লৈ তেওঁক সেৱা ভক্তি কৰি জ্ঞান তত্ত্ব বুজি লোৱা হঁক, এইতো পৰম তত্ত্বকথা আৰু বেদৰো আদেশ বাণী, এই কথা জানি হে নৰ লোকাই সকল তোমালোকে এই কথাত অশ্ৰদ্ধা অবিশ্বাস আৰু এলাহ নকৰিবাঁ হ'ক ॥

যাগ, যজ্ঞ তীৰ্থ, ব্ৰত, দান তপ, যপ, যোগ এই ধৰ্ম্ম সকলো ত্যাগ কৰাঁ। আৰু সেই ধৰ্ম কৰি গৰ্ব্বও নকৰিবা পত্নী প্ৰসাদত বিপ্ৰ সকলৰ কৰ্ম্ম উচ্ছাদ আৰু গৰ্ব্ব খৰ্ব্ব হৈছিল সেইদৰে আন তীৰ্থ আদি কৰি গৰ্ব্ব কৰিলে সকলো চুৰ হব। আৰু যি যি ইহ পৰকালৰ কাৰণে ধৰ্ম্ম আচৰণ কৰাঁ, সেই সকলোৰে ফলাফল শ্ৰীকৃষ্ণৰ চৰণত অৰ্পণ কৰিবি তাৰ ফল ভক্তৰ সঙ্গত হৰি গুণৰ শ্ৰৱণ কীৰ্ত্তন বিচৰাঁ। আৰু বেদধৰ্ম্ম কৰিতে ভক্তৰ যোগ্য নুই যদি মোহ হুয়া কৰে ধৰ্ম্ম কৰ্ম্ম ভকতিও ভ্ৰষ্ট হই॥ বেদ ধৰ্ম্ম-কাম্য কৰ্ম্ম স্বৰ্গাদিৰ আৰু দেহ, ধন, জন আদিৰ কাৰণে আন দেৱ দেৱী পূজিলে ভক্তিত ভ্ৰষ্ট হব। ধৰ্ম্ম কেনেকৈ কৰিব তাৰ উত্তৰত কৈছে—

"নজানে বেদ অভিপ্ৰায় গুঢ়। কৰ্ম্মকো কৰিবে নজানে মূঢ় ॥
মূৰ্খ হয়া বোলে মই পণ্ডিত। নষ্টকৰি ফুৰে আনৰো চিত্ত ॥
নিষ্কামে কৰিবে সকলে কৰ্ম্ম। বিষ্ণুত অপিব সিসব ধৰ্ম্ম ॥
শ্ৰৱণ কীৰ্ত্তন তাহাৰ ফল। মিছাত নজানি নিন্দে নিচখল ॥ কীৰ্ত্তন ঘোষা।

এইদৰে কৰ্ম্ম অৰ্পণত ভাগৱত ধৰ্ম্ম হয়, সেই ভাগৱত ধৰ্ম্মৰ পৰা ভাগৱতী ভক্তিৰ উদয় হই, ভাগৱতী ভক্তিত শ্ৰীকৃষ্ণৰ অনুভূতি হয় এই কথা" নিমিনৱসিদ্ধ সম্বাদত, ভক্তিৰত্নাৱলীত, গীতাত বহু বহলাই আছে। এইদৰে ধৰ্ম্মৰ ফল ত্যাগকো ধৰ্ম ত্যাগ বুলি কয় ॥

সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

॥ পদ ॥

পাচে মাধদেৱ শঙ্কৰ গুণ ৰূপ স্মৰি ।
গুৰু ভক্তিমাক কৰিবন্ত দৃঢ় কৰি ॥
পৰম আনন্দে গুৰু প্ৰসংশা কৰন্তে ।
কাৰসনা ঘৰ পাইল পথত যাবন্তে ॥১৪৪৩।
আন দিনা ৰাম ৰাম গুৰু আদি কৰি ।
গুৰুৰ জগত সবে যাহান্ত সাদৰি ॥
নৌকাত আছিল জল অল্পপেক মাত্ৰ ।
ব্ৰাহ্মণৰ স্পৰ্শ ভৈল দেখি তত্ৰ ॥১৪৪৪॥
সেহিজল গুছাইবেক কৰিলা আদেশ ।
গুছাইলেক দেখি গুৰু নৌকাত প্ৰবেশ ॥
ক্ৰমে গুৰু গৈয়া তান্তি শালা উঠিলন্ত ।
সকল তান্তিয়ে দেখি প্ৰনাম কৰন্ত ॥১৪৪৫॥
এহিমতে গৈয়া দেখে কাপোৰ প্ৰস্তুত ।
শালহন্তে অনাই গুৰু গৃহক নিলন্ত ॥
আনন্দতে সকলো থানৰ লোক আসি ।
কাপোৰক দেখি যান্ত বিস্ময় প্ৰকাশি । ১৪৪৬॥
ৰাজাৰ গৃহক নিতে কৰিলা যতন ।
বন্ধিয়া ৰাখিলা কৰি বস্ত্ৰ আবৰণ ॥
মেলিবাক লাগে ষাঠি গোটা পুৰুষৰ ।
তেহে ভালৰূপে লোকে দেখয় বস্ত্ৰক ॥১৪৪৭॥
দিনেক আসিলা এক বুঢ়ী ৰঙ্গ কৰি ।
বস্ত্ৰক দেখায়ো বুলি কহে কৰ জোৰি ॥
শঙ্কৰ বদতি বুঢ়ী শুনিয়ো বচন ।
বস্ত্ৰ দেখিবাক আগে নাসিলিহি কেন ॥১৪৪৮॥
সকলো সেৱকে দেখি গৈল ঘৰা ঘৰি ।
ষাঠি গোটা লোক লাগে দেখাওঁ কেনকৰি ॥

## বৃন্দা বনীয়া বস্ত্ৰ ৰাজাক প্ৰদান

বুঢ়ীবোলে বাপু তুমি আঙ্গুলি আগত ।
সাতদিনা ধৰিলা গোবৰ্দ্ধন যে পৰ্ব্বত ॥১৪৪৯॥
হেনজনে মোক আৰে ভুৰু কাইতে চাহা ।
আগৰ কথাক কিবা মনত কৰাহা ॥
তোমাৰ বক্ষণ গৰু মোৰ চোতালত ।
আসি মেলিদিলা ধান গুটি খাইলন্ত ॥১৪৫০।
যোশোদাত গল্লদিলো খানিকো নাপেখি ।
সিগোটা কথাক কিবা মনে আছা ৰাখি ॥
নভৈলেক বস্ত্ৰগোট কেনে নেদেখাইব ॥
পুৰাতন দাসীবুলি সি দোষ এৰিবা ॥১৪৫১॥
শুনিয়া শঙ্কৰে বোলে বুঢ়ী ইটো কথা ।
প্ৰকাশ নকৰা আক কাহাকো সৰ্বথা ॥
এহি বুলি যোগ বলে বস্ত্ৰ গোট আনি ।
বুঢ়ীক দেখাখলা বস্ত্ৰ গোট টানি টানি ॥১৪৫২॥
মহাৰঙ্গে বুঢ়ী প্ৰনামিয়া চৰণত ॥
ভৈলা অদৰ্শন আই দেখিয়া থাকন্ত ॥
তাত পৰে সিটো বৃন্দাবনীয়া কাপোৰ ।
ৰাজাক দেখাইবে প্ৰতি কৰিলন্ত সাৰ ॥১৪৫৩॥
চিলাৰাই ৰাজা নৌকা খান দিয়া ছিল ॥
ৰমানন্দ সমে গুৰু তাহাতে ছৰিল ॥
ছিলাৰায়ে নেখি আনন্দতে তুলিনিলা ।
বিচিত্ৰ গৃহত গুৰুজনক ৰাখিলা ॥১৪৫৪॥
সু বিচিত্ৰ বস্ত্ৰখান তেখনে দেখিয়া ।
বৃন্দাবন লীলা সব তাহাক জানিয়া ॥
নৰনাৰায়ণ আগে গৈয়া জান দিল ।
ৰাজায়ে হৰিষ মনে সভাক নিলাইলা ॥১৪৫৫॥
ভাগৱত পুৰানত যি ৰূপে আছয় ।
বস্ত্ৰত সকল ৰাজা ভৈলন্ত প্ৰত্যয় ॥

## ভুবনশ্বৰীৰ প্ৰাৰ্থনাত নাৰী সমাজৰ 'জন্মৰহস্য' শাস্ত্ৰ প্ৰণয়ন

প্ৰণাম কৰিয়া ৰাজা শঙ্কৰ সহিতি ।
আশীৰ্ব্বাদ কৰিলা শঙ্কৰদেৱে তৈতি ॥১৪৫৬॥
নসহি ব্ৰাহ্মণ সবে কুতৰ্ক কৰিলা ।
ক্ষণিকে শঙ্কৰে শাস্ত্ৰ বচনে খণ্ডিলা ॥
ৰাজাবোলে কোনে হেন দেখাইবাক পাৰা ।
মিছাতে ফুটনি মাৰি হেম্পচিয়া ধৰা ॥১৪৫৭॥
শুনিয়া বিবাদী বিপ্ৰসব ছলি গৈলা ।
শঙ্কৰ দেৱক ৰাজা বুলিবে লাগিলা ॥
ছলিয়ো গৃহক আৰে দিলো ৰাজ্য খণ্ড ।
বৰভূঞা তুমি গুণ দোষে দিবা দণ্ড ॥১৪৫৮॥

তোমাৰ আজ্ঞাতে হুলিবেক সৰপ্ৰজা ।
বিদায় দিলন্ত সেহিমতে মহাৰাজা ॥
আনন্দ কৰিল শুক্লধ্বজ বিক্ৰবৰ ।
ভুবনেশ্বৰীৰ আনন্দৰ নাহি পাৰ ॥১৪৫৯॥
বিনয়ে প্ৰাথিলা আই গুৰুৰ চৰণে ।
একখানি শাস্ত্ৰ দিয়ো সেৱাৰ কাৰণে ॥
উৎপত্তি প্ৰলয় আৰ ঈশ্বৰৰ লীলা ।
শাস্ত্ৰতে থাকিবে লাগে হেনয় প্ৰাৰ্থনা ॥১৪৬০॥
পাছে গুৰুজনে গৈয়া পাটবাউসী পায় ।
মাধৱ দেৱত কৈলা কথাক বুজায় ॥
শুনাবাপু বচাপো শাস্ত্ৰ খানি কৰা ।
কৰ্ম্ম কৰন্তেও নাৰী কৃষ্ণক সুমৰা ॥১৪৬১॥
ৰাত্ৰি দিবা কৰে কৰ্ম্ম যত নাৰীগণ ।
অৱসৰ নাই কৃষ্ণ কৰিতে কীৰ্ত্তন ॥
ভুবনেশ্বৰীয়ে প্ৰাৰ্থে জননীৰ প্ৰতি ।
কৰ্ম্ম কৰন্তেও যেন হোৱে কৃষ্ণেপ্ৰীতি ॥১৪৬২॥
গুৰুৰ বচন শুনি মাধৱ ঈশ্বৰ ।
সপ্তশত পদ নিবন্ধিলা কথাসাৰ ॥
শঙ্কৰৰ হাতে দিলা আনন্দ কৰিয়া ।
দেখিয়া বুলিলা গুৰু ইষত হাসিয়া ॥১৪৬৩॥
পাত মহী আছে মানে তোমাকে লাগিবে ।
স্ত্ৰীগোটে ইটো পুথি কেমনে পঢ়িবে ॥
শুনিয়া মাধৱে খুজি শাস্ত্ৰ খান নিলা ।
চাৰিশত পদতাৰ তাকৰায়া দিলা ॥১৪৬৪॥
বাহুল্যত আছিলন্ত কথা যত যত ।
সংক্ষেপতে লেখা ভৈল বৃত্তান্ত সমস্ত ॥
শুনিয়ো মাধৱ দেখো ধন্য ধন্য তুমি ।
শাস্ত্ৰক কৰিলা কিনো ৰঙ্গ ভৈলো আমি ॥১৪৬৫॥
বঢ়াক টুতিয়া তুমি টুতাক বঢ়োৱা ।
বঢ়াইবাক মাত্ৰ পাৰো শাস্ত্ৰ বিচাৰিয়া ॥
এহিমতে দুইগুৰু আনন্দ কৰিয়া ।
জনম ৰহস্য শাস্ত্ৰখানি নাম দিয়া ॥১৪৬৬॥
বোলে ৰাম ৰাই তনু কন্যাৰ কাৰণে ।
শাস্ত্ৰখান ভৈল নিয়া দিয়োক এখনে ॥
ৰামৰাই শাস্ত্ৰখানি আইক নিয়া দিল ।
পাইয়া ৰাজৰাণী মহা কৃতাৰ্থ লভিল ॥১৪৬৭॥
নৰনাৰায়ণ পুনু বেহাৰক গৈলা ।
তীৰ্থক যাইবাক মন শঙ্কৰে কৰিলা ॥
শুনিয়ো মাধৱ নাৰায়ণ ভক্তজন ।
ৰাম ৰাম ৰামৰাই আনো দ্বিজগণ ॥১৪৬৮॥

## ইং ১৫৫০ চনত দুইজনা গুৰুভক্ত সমন্বিতে ভাৰত ভ্ৰমণ। কমলা প্ৰিয়াক চিলাৰায় দেৱানৰ বিবাহ।

তীৰ্থ যাইবোহো হেন মোৰ সম্পজিল মন ।
সকলো যাইবাক প্ৰতি কৰা আয়োজন ॥
শুনিয়া গুৰুৰ বাণী সকলে সাজিলা ।
দেখি শঙ্কৰৰ মন সন্তোষিত ভৈলা ॥১৩৬৯॥
শুনিয়া কালিন্দী আই খেদ কৰি মন ।
মাধৱ দেৱক মাতি বুলিলা বচন ॥
নিজ লীলা স্থান দিবা বৃন্দাবন পায় ।
নাসিব পুনয় ফিৰি জানোহো গোসাই ॥১৪৭০॥
অনাথিনী হইয়া আমি কিমতে থাকিবো ।
তোমাৰ কৃপায়ে জোনো স্বামীক লভিবো ॥
মাধৱে বোলন্ত তব চৰণ প্ৰসাদে ।
আসিবেক গুৰু এক লভিবা আহ্লাদে ॥১৪৭১॥
শুনিদেৱী মাধৱক আসংশা কৰিলা ।
মাধৱো আনন্দ কৰি গৃহক চলিলা ॥
পাযে ছয়কুৰি জন সেৱক সকলে ।
যাইবাক লাগিয়া সাজ ভৈলা অবিকলে ॥১৪৭২॥
শুভ তিথি শুভক্ষণে চলিল শঙ্কৰ ।
সেৱকে কৰিলা হৰিধ্বনি বাৰম্বাৰ ॥
আই আসি প্ৰেমভাৱে পৰি প্ৰণামিলা ।
ঠাকুৰ সকলে আসি চৰণে বন্দিলা ॥১৪৭৩॥
আসম্বাক আশ্বাসিয়া আৰো বন্ধুজনে ।
দুইগুৰু চলিলন্ত অতি ৰঙ্গ মনে ॥
আগত চলন্ত গুৰু পাছত মাধৱ ।
সেৱক সকলো ছলে ঠাৱে ঠাৱ ॥১৪৭৪॥
যেন বৃন্দাবনে ৰামকৃষ্ণ গোপ সঙ্গে ।
শিঙ্গা বেত বেণু লৈয়া ছলে মহাৰঙ্গে ॥

## গুৰু ভকতক চাউল সিদ্ধা অৰ্পন কৰি বুঢ়ীৰ উদ্ধাৰ

সেহিমতে যান্ত গুৰু শঙ্কৰ মুৰাৰি ।
সকল সেৱক যান্ত তাহাঙ্ক আৱৰি ॥১৪৭৫॥
মাধৱো চলন্ত গতি গহীন গম্ভীৰ ।
কৃষ্ণ সঙ্গ কৰি যেন চলে হলধৰ ॥
মুখত কৰন্ত কৃষ্ণ চৰিত্ৰ ব্যাখ্যান ।
মধ্যে মধ্যে হৰিধ্বনি কৰে উচ্চাৰণ ॥১৪৭৬॥

পথত দেখিয়া নৰনাৰী প্ৰেমভাৱে ।
গুৰুৰ চৰণ প্ৰণামন্ত ঠাৱে ঠাৱে ॥
গধূলিকা ভৈল সৰ্ব্ব সেৱক সহিতি ।
শঙ্কৰ ৰহিলা গৃহ কৰি মহা প্ৰীতি ॥১৪৭৭॥
স্থান সম মাধদেৱে কৰি ৰম্য তৰ ।
ভোজনক লাগি দ্ৰব্য গোটাইলা বিস্তৰ ॥
বুঢ়ী এক আসি সেৱি গুৰুৰ চৰণে ।
কৰিল অনেক স্তুতি গদ্ গদ্ বচনে ॥১৪৭৮॥
অনেক সম্ভাৰ আনি দিলন্ত সাদৰি ।
সৰ্ব্ব সেৱকক গুৰু দিয়াইলা বিবৰি ॥
গুৰুৰ চৰণে আই পুনু পুনু কই ।
উদ্ধাৰ কৰিয়া যাওঁ আমাক গোসাই ॥১৪৭৯॥
হেনমতে সেৱা কৰি গৃহক ছলিলা ।
সেৱক সহিতে গুৰু ভোজন কৰিলা ॥
শয়ণ কৰিয়া আনন্দিত মনে পাছে ।
মহাহৰি ৰব শব্দ শুনিলন্ত পাছে ॥১৪৮০॥
সেৱক সকল সংসঙ্কিত হৈয়া আতি ।
গুৰুক বন্দিয়া কথা সুধিলা সম্প্ৰতি ॥
বদতি শঙ্কৰ শুনা সেৱক সকল ।
বৈকুণ্ঠৰ হন্তে নৌকা বিমান আসিল ॥১৪৮১॥
যিটো বুঢ়ী আসি ঐতভক্তি কৰি গৈলা ।
বন্ধ-মুক্ত হৈয়া তেহো মৰণ লভিলা ॥
বৈকুণ্ঠ নিবাক লাগি আসি ভক্তগণ ।
লৈয়াযান্ত তোৰাসবে দেখা বিদ্যমান ॥১৪৮২॥
শুনিয়া সেৱক সবে চাইলা ওপৰক ।
* বহল দীঘল জ্যোতিগোট দেখিলেক ॥
পৰদিনা যান্তে মহা অৰণ্য মাজত ।
গোধূলা ভৈলেক কোনো গৃহ নপাইলন্ত ॥১৪৮৩।
সুৰম্য বেখিয়া চাহি সেৱক সহিতি ।
গৃহক নিৰ্ম্মায়া পাছে ৰহিলা তহিতি ॥
নাহিকে দোকান নাহি গ্ৰাম্য ঘৰবাড়ী ।
উপবাসে থাকিবাক কৰিলেক হৰি ॥১৪৮৪।
হেনমতে সেৱকে মনত গুণি আছে ।
অকস্মাৎ ভোজন দ্ৰব্যক পাইলা পাছে ॥
চৌদ্ধজন অলৌকিক লোকে আনি দিলা ।
হাঁসিয়া শঙ্কৰগুৰু সেৱকে কহিলা ॥১৪৮৫॥
ভকতৰ দুখ নসহয় কৃপাময় ।
বৈকুণ্ঠৰ হন্তে আসিলেক অন্নছয় ॥
মহা সমাদৰে সবে ভোজন কৰিবো ।
ঈশ্বৰ প্ৰসাদক সকলে জানিবো ॥১৪৮৬॥
শুনিয়া সেৱকে বোলে তুমি কৃপাময় ।
তুমি বিনে আন কোন ঈশ্বৰ আছয় ॥
তোমাৰ ইচ্ছায়ে আছে সুকৃত সকল ।
দেখন্তে দেখন্তে তাৰা উপৰে চলিল ॥১৪৮৭॥
জ্যোতিৰ্ম্ময় ৰূপে আকাশক চলিগৈলা ।
আমাসাৰ মহাভাগ্যে কৃপা সম্পজিলা ॥
পৰম আশ্চৰ্য্য মানি সেৱক ৰহিলা ।
প্ৰভাত ভৈলেক পাছে সকলো উঠিলা ॥১৪৮৮॥
মাধৱে দিলন্ত তৈল বস্ত্ৰক যোগাই ।
সদাচাৰ হৈয়া গুৰু স্নানিলন্ত যাই ॥
সকলো সেৱকে সেৱি প্ৰসংশা কৰিলা ।
পৰে গুৰু ভোজন কৰিয়া আজৰিলা ॥১৪৮৯॥
পথত চলি লাসে বেসে হৰিধ্বনি কৰি ।
শঙ্কৰ মাধৱ ছলে মনৰঙ্গ কৰি ॥
সকলো সেৱকে যাৰা নিয়াছিল দ্ৰব্য ।
সাত দিন ভুঞ্জিলতে ধুকাইল সৰ্ব্ব ॥১৪৯০॥
পাছে গুৰু সুধিলন্ত টকা কাৰ কত ।
আমাত কহিয়ো আবে কৰিয়া প্ৰকট ॥
সবেয়ো কহিলা যাৰ যেন ৰূপ আছে ।
উদাৰে কহিলা কিছু নাহি মোৰ কাছে ॥১৪৯১॥
সেহিমতে গুৰু পাছে পথত যাহান্তে ।
গোটেক হৰিণ আছে পৰিয়া ফান্দতে ॥
গুৰুক যাইবাৰ দেখি চিহৰণী দিল ।
দেখিয়া গুৰুৰ মনে দয়া উপজিল ॥১৪৯২॥
শুণা নাৰায়ণ দাস আৰ মূল্য থৈয়া ।
হৰিণ গোটক শীঘ্ৰে দিয়োক মেলিয়া ॥
হেনমতে পাছে আতা মেলি দিয়া গৈল ।
আৰ দুই স্থানে বহু পক্ষীক মেলিল ॥১৪৯৩॥
সেহি বেলা মাধদেৱে ঘোষা কৰিলন্ত ।
* জ্ঞান শূন্য পশুপক্ষীকো অনুগ্ৰহন্ত ॥
গধূলিকা ভৈলে যৈত ৰহে গুৰু জন ।
সেৱক সকলে গৃহ কৰন্ত তখন ॥১৪৯৪॥

* ফান্দত পৰা পশুপক্ষী উদ্ধাৰ কৰা দেখি মহাপুৰুষ মাধৱদেৱে ঘোষা ৰচনা কৰি গায়— ঘোষা— জ্ঞান শূণ্য আতি পশুপক্ষী জাতি এ, তাকো অনুগ্ৰহ কৰি আছা কৃপাময়। আকে জানি হৰি শৰণ পশিলো এ, আমাৰ তোমাক তেজিতে উচিত নয় ॥ ইত্যাদি

### শ্ৰীমন্ত শঙ্কৰদেৱৰ নবদ্বীপ প্ৰবেশ আৰু শ্ৰীচৈতন্যৰ সাক্ষাৎ তাৰু প্ৰশ্নোত্তৰ

ভোজন কৰিয়া গুৰু শয়ণ কৰন্ত ।
তৈল নিয়া মাধদেৱে পাৱত মৰ্দ্দন্ত ॥
যেখনে গুৰুৰ নিদ্ৰা ভালমতে হয় ।
মাধৱে তেখনি গৈয়া ভোজন কৰয় ॥১৪৯৫॥
তাত পাছে গুৰু আসে শয়ণক লাগি ।
শঙ্কৰৰ কাশে শয্যা কৰন্ত বিভাগি ॥
গুৰুৰ চৰণ দুই সাবতি ধৰিয়া ।
মাধৱে শয়ণ কৰে শীত নিবাৰিয়া ॥১৪৯৬॥
এহিমতে পথতো কৰন্ত গুৰুসেৱ ।
গুৰুশিষ্য আচৰণ দেখায়া গুৰুদেৱ ॥
পাছে গঙ্গা তীৰ প্ৰবেশিলা গুৰুজন ।
নানা লীলা কৰি ৰঙ্গে লৰিলা তেখন ॥১৪৯৭॥
সেৱক সকলে স্নান দান কৰি তথা ।
গুৰুৰ সঙ্গত গতি কৰন্ত সৰ্ব্বথা ॥
অনন্তৰে নৱদ্বীপে চৈতন্যৰ ঘৰ ।
তাহান সমিপ পাইলা শ্ৰীমন্ত শঙ্কৰ ॥১৪৯৮॥
শঙ্কৰ যাইবাৰ শুনি চৈতন্য ঈশ্বৰ ।
আঠে বেঠে শঙ্কৰৰ ছাপিলা ওহৰ ॥
নিত্যানন্দ তান সঙ্গে বাজ হুয়া আইল ।
শঙ্কৰক দেখি পাছে পুছিবাক লৈল ॥১৪৯৯॥
কোন দেশেৰ গোসাই কোন মুখে ৰাও ।
জগত জুৰি হৰি আছে কোথা দিলে পাও ॥
নমাতি আছন্ত পাছে শ্ৰীমন্ত শঙ্কৰ ।
শুনিয়া মাধৱে পাছে দিলন্ত উত্তৰ ॥১৫০০॥
হৰিৰ আদেশে আমি কাঢ়ি আছো ৰাও ।
হিয়াৰ মাজে হৰি আছে বিচাৰ কৰি চাও ॥
কোন দেশেৰ গোসাঞ কোনদেশে জাও ।
কোন মুখে ভিক্ষামাগি কোন মুখে খাও ॥১৫০১॥
পূৰ্ব্ব দিশেৰ গোহাঞ পশ্চিম দিশে যাই ।
গুৰু মুখে ভিক্ষা মাগি নিজ মুখে খাই ॥

### ৰামচৰিত কথা কৃষ্ণচৰিত্ৰলৈ ৰূপান্তৰ

দোহো দোহান্তক পাছে আছিলন্ত ছাই ।
চক্ষুৰ লোটক বহে প্ৰেমানন্দ হই ॥ ১৫০২॥
আছিলন্ত জাৰিগোট হাতে চৈতন্যৰ ।
ভূমিত ৰাকিলা জল কৰিয়া সত্তৰ ॥
সিটোজল নিমুৰ স্থানক ৰহি গৈলা ।
হাসিয়া শঙ্কৰ গুৰু নমাতি ছলিলা ॥১৫০৩॥
কল্লোপথ গৈল যেবে শ্ৰীমন্ত শঙ্কৰ ।
ৰাম ৰায়ে পুছিলন্ত কৰিয়া সাদৰ ॥
কহিয়োক দাদা ৰাম চৰিত্ৰ কাহিনী ।
হাসিয়া শঙ্কৰ গুৰু কৈলা তেতিক্ষণি ॥১৫০৪॥
অনুক্ৰমে ৰামৰ চৰিত্ৰ কহি যান্ত ।
তাৰকাৰ বধকথা ভৈল উপগত ॥
তাক এৰি পুতনা বধৰ কথা আইল ।
শুনি ৰামৰায়ে গুৰু চৰণে জনাইল ॥১৫০৫॥
ৰাম কথা এৰি দাদা কৃষ্ণকথা কহা ।
ৰামৰ চৰিত্ৰ কথা কিসক এৰাহা ॥
বোলন্ত শঙ্কৰে বোপা কৃষ্ণৰ কথাই ।
মনত আল্লোল মোৰ কৰিয়া আছই ॥১৫০৬॥
সিকাৰণে ৰামৰ কথাত কৃষ্ণ কথা ।
মনত আক্ৰমি নিয়া আসি আছে এথা ॥
হেনকথা কহি গুৰু পথে ছলি যান্ত ।
মেঘৰ আচ্ছন্ন দেখি মাধৱে বোলন্ত ॥১৫০৭॥
আসিবেক বৃষ্টি দেখো বতৰ বিষম ।
শঙ্কৰে বোলন্ত মেঘ হৈবে উপসম ॥
ক্ষণিকতে সিটো মেঘ অদৰ্শন ভৈলা ।
সেৱক সকলে দেখি আনন্দ কৰিলা ॥১৫০৮॥
তাৰ পৰদিনা মেঘ অল্প পথে দেখি ।
শঙ্কৰে বুলিলা বাপু মাধৱ নাপেক্ষি ॥
গৃহেক বিচাৰি আৰে সোমাইবাক লাগে ।
হাসিয়া কহিল মাধদেৱ মহাভাগে ॥১৫০৯॥

### বাত্তবৃষ্টি ৰক্ষাৰ্থে এক ক্ষত্ৰিয়ৰ ভৱনত আশ্ৰয়, গৃহিণীৰ শৰণ গ্ৰহণ

নাহি বৰ মেঘ কিছু ভয় কিয় কৰা ।
শঙ্কৰে বোলন্ত ক্ষণেকতে লৰমাৰা ॥
হেন সময়ত মেঘ ভয়ঙ্কৰ ভৈলা ।
মহাবৃষ্টি আসি পাছে তিতাইবেক লৈলা ॥১৫১০॥

শীঘ্ৰে লৰৰিয়া গুৰু সেৱক সকলে ।
ক্ষত্ৰিয় জনীৰ গৈয়া গৃহত পশিল ॥
যাহান্তে গাৱৰ বস্ত্ৰ অৰ্দ্ধেক তিতিল ।
মাধৱক চাহি গুৰু হাসিয়া বুলিল ।১৫১১॥
নহৈবে বুলিলা বৃষ্টি কেনে আইলা তিতি ।
মাধৱে কহয় বাপ ইটো কোন চিন্তি ॥
যাহাৰ কতাক্ষে সৃষ্টি পালন সংহাৰ ।
তান বাক্যে নহৈবেক বৃষ্টিকি হৈবাৰ ॥১৫১২।
হেন কৌতুকতে সেহি গৃহত পশিল ।
একস্ত্ৰী গোটে গৃহ আজৰায়া দিল ॥
খুটাত আউজি গুৰু থিউ দিয়া ৰৈল ।
দেখি স্ত্ৰীগোটে মহা আনন্দ কৰিল ॥১৫১৩॥
শঙ্কৰ দেৱৰ পদ মস্তক পৰ্য্যন্তে ।
মস্তকৰ পৰা পাদ পঙ্কজ দেখন্তে ॥
হেনমতে স্ত্ৰীজনী দুই দণ্ড মান ।
পুনু পুনু শঙ্কৰক কৰে মাত্ৰ ধ্যান ।১৫১৪॥
সকলে দেখিয়া বোলে শঙ্কৰৰ ৰূপ ।
দেখি কামে ভোলহয়া চাহান্ত স্বৰূপ ॥
হেন সময়ত বৃষ্টি গুছিল তথাত ।
শঙ্কৰ যাইবাৰ প্ৰতি ভৈলা বহিৰ্গত ।১৫১৫॥
আঠে বেঠে সিটো কন্যা চৰণে পৰিয়া ।
পাঁচগুটি টকা বস্ত্ৰ খনিক আনিয়া ॥

## কৰিৰায় সম্বাদ আৰু তেওঁৰ নাটিৰ শৰণ গ্ৰহণ

কাকুতি বচনে বোলে হয়োক প্ৰসন্ন ।
তুমি গোকুলৰ কৃষ্ণত জানিলো এখন ॥১৫১৬॥
তোমাৰ চৰণে মোৰ ৰতি নুগুছক ।
তযু ভকতৰ সঙ্গ সদায়ে দিয়োক ॥
ভাগ্যহীন মোৰ স্বামী গৃহে নাহিকয় ।
সিকাৰণে জানো তান পাতক আছয় ॥১৫১৭॥
এহি এহি গুৰুদেৱ পশিলো শৰণে ।
আমাক উদ্ধাৰ কৰা অৰুণ চৰণে ॥
হেনমতে স্তুতিনতি কৰিয়া ৰহিলা ।
দেখিয়া সেৱক সবে বিস্ময় মানিলা ॥১৫১৮॥
স্ত্ৰী গোটে কেনমতে গুৰুক চিনিলা ।
গোকুলৰ কৃষ্ণবুদ্ধি কেমনে জানিলা ॥
এহিমতে যান্তে পাছে নানা লীলা কৰি ।
দীন নাথে ভণে লোকে বোলা হৰি হৰি ॥১৫১৯॥

॥ দুলড়ি ॥

আত অনন্তৰে শঙ্কৰ মাধৱ
জগত ঈশ্বৰ দুই ।
চলন্ত পথত কৃষ্ণ লীলাবত
কহন্ত আনন্দ হুই ॥
প্ৰেমৰ ভৰত সকল সেৱক
মহাসুখে শুনি যান্ত ।
গমন কৰন্তে কৰিবাৰ ঘৰ
প্ৰবেশিলা গৈয়া তাত ।১৫২০॥
কন্যা এক আছে সুধিলন্ত পাছে
কৰিবাৰ কোন আছে ।
তাসম্বাৰ বাণী শুনি অনুমানি
আছে বুলিলন্ত পাছে ॥
শুনি তিৰীজন জানিলা তেখন
আৰা দুই ভগৱন্ত ।
আমি কৰিবাৰ নাতিনী বুলিয়া
ভক্তি ভাৱে কহিলন্ত ॥১৫২১॥
শঙ্কৰে বোলন্ত কৰিবাৰ কথা
কহা শতী বাৰ শেষ ।
কিমতে থাকিয়া কেনমতে তেহো
প্ৰণব কৰিলা শেষ ॥
আই বোলে প্ৰভু শুনিলো কাহিনী
মোৰ পিতামহ কথা ।
মালীৰ ঘৰত কায়স্থ কুলত
জনম লভিল তথা ॥১৫২২॥
অতি শিশু কালে পিতা মাতা দুই
প্ৰাণক চাৰিয়া গৈলা ।
ৰক্ষক নাছিল দেখি নিকতৰ
যৱনে তুলিয়া লৈলা ॥
বয়স ভৈলন্ত ৰূপ গুণৱন্ত
পঢ়িল ধৰম শাস্ত্ৰ ।
ভাগৱত ধৰ্মে ভৈলন্ত নিৰত
হিন্দু ধৰ্মে সদাৰত ॥১৫২৩॥
কৃষ্ণ যশচয় কবিতা কৰয়
হৰিত ভকতি কৰি ।
ফুৰন্তে আসিয়া কাল ভৈল তান
বৈকুণ্ঠক গৈলা লৰি ॥
যৱন বুলিয়া হিন্দুৱে নোছোৱে
যৱনে হিন্দু বুলিয়া ।

নুহুইবাৰ দেখি গঙ্গাৰ জলত
পেলাইলো আমৰা নিয়া ॥১৫২৪॥
স্ৰোতে উতিগৈলা চৈতন্য গোসাইৰ
ঘাটত চাপিলা যেবে।
ভকতক দিয়া দায়াল্ গোসাই
পোতায়া থৈলন্ত তেৱে ॥
নদিয়াৰ ৰাজা অসন্তোষ মনে
চৈতনাক ৰাগ কৈলা।
মোৰ গুৰু হুয়া যৱন জনক
পশিয়া পোতাই থৈলা ॥১৫২৫॥
চৈতন্য বদতি শুনা নৰপতি
নোপোতো যৱন জন।
মহন্ত ভকত কবিৰা বৈষ্ণৱ
দেখিলে পাইবা প্ৰমাণ ॥
নিজে গৈয়া ৰাজা খান্দিয়া দেখিলা
চতুৰ্ভূজ মুত্তিখান।
কাণ্ঠ ময় হৈয়া বসিয়া আছয়
গন্ধ বহে বিতোপন ॥১৫২৬॥
আচৰিত মনে ৰাজায়ো তেখনে
পোতাইলা কবৰ কৰি।
মহা ভক্তি ভাৱে চৈতন্যক নমি
চলিলা নিজ নগৰি ॥
শুনি গুৰুজনে মনত ভাবিলা
কবিৰাক দেখোগই।
তাহান প্ৰভাৱ সেৱক সকলে
দেখোক কৰি নিশ্চই ॥১৫২৭॥
এহি বুলি গুৰু যাইবে লাগিয়া
গৃহৰ ভৈলা বাহিৰ।
কবিৰাৰ নাতি গুৰুক দেখিয়া
উদয় ভৈলা ভক্তিৰ ॥
পাছে তাই মহা প্ৰেমে গদ গদে
পতিৰ পাগ আনিল।
অভাগিয়া জন নপাই আসিয়া
পাইবেক খেদবিপুল ॥১৫২৮॥
হেন জানি পাগে মলচিলা ধূলি
মিলোক তাহাৰ ভাগ।
পাগধূলা লই তৰিব নিশ্চই
দিবো নিয়া তাৰ আগ ॥

কাৰুণ্য বচন শুনিয়া তখন
শঙ্কৰে বোলে চাহিয়া ॥
প্ৰথমে পাগৰ ওপৰত ভৰি
ৰাম ৰাম গুৰু দিয়া ॥১৫২৯॥
গুৰু বোলে বাপ কিয় দিবো আমি
দিতে লাগে পাৱ তুমি।
তয়্ ধূলা পাই সংসাৰ তৰিব
তুমি জগতৰে স্বামী ॥
শুনিয়া শঙ্কৰ কবিৰা মৰণে
দেহক কৈত থাপিল।
দেখাইলা যখনি খনাই তখনি
কবৰ যৈত আছিল ॥১৫৩০॥
নাহি আৰ একো ৰক্তময় কাষ্ঠ
কবৰত আছিলন্ত।
সবাকো দেখাইয়া শঙ্কৰ ঈশ্বৰে
পুনৰপি পোতাইলন্ত ॥
দেখি সৰ্ব্বলোক গঁয়া গিৰীছয়
পৰম আশ্চৰ্য্য মনে।
ঈশ্বৰ জানিয়া গুৰুক নমিয়া
প্ৰভাৱ দেখি তখনে ॥ ১৫৩১ ॥
পাছে গুৰুজনে সেৱক সবাকে
বুলিলা মিষ্ট বচন।
কবিৰাৰ ইটো কবৰক লাগি
কৰা সবে আদৰণ ॥
গুৰু আজ্ঞা মানি তত্বহেন জানি
সেৱকে কৈলা আদৰণ।
ৰাম ৰাই মনে বিষম ভাবিয়া
নকৈলা গুৰু বচন ॥ ১৫৩২ ॥
কিছু পথ গৈলা চক্ষু অনু ভৈলা
চলিতে নপাৰে ভৰি।
গুৰু জনে বোলে প্ৰণামি আসোক
কবিৰাৰ নাম ধৰি ॥
পাছে ৰাম ৰাই উভতিয়া গই
কবৰক প্ৰণামিলা।
চক্ষু ভাল ভৈলা সকলে দেখিলা
গুৰুজনে প্ৰসংশিলা ॥ ১৫৩৩ ॥

## চবি

নমো নমো নাৰায়ণ ভৱ ভয় বিনাসন
ভকত অভয় দাতা হৰি ।
মই মহা মতিহীন গৈল আয়ু ভৈলক্ষীণ
জানি লৈলো শৰণ তোহাৰি ॥
পৰম কৃপালু গুৰু ভকতৰ কল্পতৰু
নাহি গতি দাতা আন কেৰ ।
ভকতৰ ভয় হৰি তুমি প্ৰভু ত্ৰিপুৰাৰি
পাদ পঙ্কজত কৰো সেৱ ॥১৫৩৪॥
গুৰু শিষ্য ৰূপধৰি আসি কৃষ্ণ অৱতৰি
ভকতি কৰিলা প্ৰকাশ ।
হেনয় কৃপালু গুৰু ভক্তি দাতা কল্পতৰু
তযু পাদ পদ্মে কৰো আশ ॥
নখণ্ডিয়ো অশামোৰ দীননাথে কৰো যোৰ
মই অনাথৰ নাথ হৰি ।
দাসৰো বুলিয়া দাস ৰাখিয়ো জগত বাস
চৰণত কৰোহো কাতৰি ॥ ১৫৩৫ ॥

## ঝুমুৰি

পাছে গুৰু দুই জন ।
পথে যান্ত অনুক্ষণ ॥
পথত হালোৱা এক ।
হাল বান্ত কৃষি তাক ॥ ১৫৩৬ ॥
হোউ হোউ কৰি যান্ত ।
ঠাকুৰ আতা দেখিলন্ত ॥
হাল আগে থিয় ভৈলা ।
ৰাম ৰাম বোল ভালা ॥ ১৫৩৭ ॥
বুলি প্ৰবোধন্ত আতি ।
হালোৱা নোবোলে তৈতি ॥

হালোৱাক ৰাম বোলাই ॥ শিষ্যক ভক্তি দান দি উদ্ধাৰ কৰিব নোৱাৰ গুৰু, বৃক্ষ হয় আৰু শিষ্য পক্ষী হৈ ভচ্চে

হালৰ গৰুক খেদে ।
আতায়ো এৰিয়ো নেদে ॥ ১৫৩৮ ॥
ঘনে বোলে ৰাম ৰাম ।
হোঁ হোঁ এৰিয়া চল ।
দেখি সিটো নিৰুপায় ।
নৰুলিলে নচাৰয় ॥ ১৫৩৯ ॥
বুলিলোহো ৰাম ৰাম ।
এৰি যায়ো গুণ ধাম ॥
শুনি আতা ৰঙ্গ পাইলা ।
হাল চাৰি গুচি আইলা ॥ ১৫৪০ ॥
দেখি দুয়ো গুৰু জন ।
প্ৰসংশয় ঘনে ঘন ॥
দেখা দেখা নাৰায়ণ ।
কিনো বুদ্ধি বিচক্ষণ ॥ ১৫৪১ ॥
অজ্ঞানী লোকক ধৰি ।
উদ্ধাৰিবে মন কৰি ॥
বোলাইলা হৰিৰ নাম ।
সকল পুণ্যৰ ধাম ॥ ১৫৪২ ॥
এহি মতে ৰঙ্গ কৰি ।
ছলিলা শঙ্কৰ হৰি ॥
ওৰে যাৰ পায়া সীমা ।
দৈখৈমহা নিৰোপমা ॥ ১৫৪৩ ॥
ফল ফুল সুশোভিত ।
গ্ৰাম ভুমি আনন্দিত ॥
শোভন চৌ পন্থাআলি ।
শঙ্কৰো যাৱন্ত চলি ॥ ১৫৪৪ ॥
গোধুলি ভৈলন্ত যথা ।
গৃহ কৰি ৰৈল তথা ॥
মাধৱে ধৰিলা আল ।
সেৱা সুখে ৰৈলা ভাল ॥ ১৫৪৫ ॥
পৰ দিনা প্ৰভাতত ।
নাম গায় যথাৱত ॥
শঙ্কৰক আগ কৰি ॥
সেৱক চলয় বেঢ়ি ॥ ১৫৪৬ ॥
এক বৃক্ষ পথে আছে ।
দেখিয়া শঙ্কৰে পাছে ॥
পথ এৰি ঘূৰি গৈলা ।
সেৱকে সুধিবে লৈলা ॥ ১৫৪৭ ॥

কি কাৰণে পথ এৰি ।
আসিলাহা গুৰু হৰি ।
শঙ্কৰে কহিলা ভাতি ।
শুনিয়ো সেৱক ৰঙ্গি ॥ ১৫৪৮ ॥
গুৰু আছিলেক ইটো ।
নজানিল জ্ঞান সিটো ॥
শিষ্যৰ সংশয় ছয় ।
ছেদিবাক নপাৰয় ॥ ১৫৪৯ ॥
সিকাৰণে বৃক্ষ ভৈল ।
শিষ্য সঙ্গ নছাৰিলা ॥
শিষ্যে পক্ষী হয়া আইলা ।
গাছত ভজ্ছিবে লৈলা ॥ ১৫৫০ ॥
আৰ ছায়া পৰশনে ।
পাপ হৈবে অনুক্ষণে ।
সিকাৰণে আইলো এৰি ॥
সদা বোলা ৰাম হৰি ॥ ১৫৫১ ॥
কৃষ্ণৰ কৃষ্ণৰে ভনে ।
শুনিয়োক সৰ্ব্বজনে ।
আন আল জাল এৰি ।
ডাকি বোলা হৰি হৰি ॥ ১৫৫২ ॥

## শ্ৰীশঙ্কৰদেৱৰ শ্ৰীক্ষেত্ৰ প্ৰবেশ

### পদ

অনন্তৰে গুৰুদেৱ সেৱক সহিতি ।
চলিয়া যাহান্ত মহা মনকৰি প্ৰীতি ॥
পধুলিকা ভৈল গুৰু সেৱক ৰহিলা ।
বন্দৰৰ দ্ৰব্য অনাই সবাহাতেক দিলা ॥১৫৫৩॥
ভোজন কৰিয়া সবে শুতিয়া ৰহন্ত ।
শয়ণ কৰন্তে সদা হৰি উচ্চাৰন্ত ॥
যাত্ৰীয়ে পন্থুক গণে আশ্চৰ্য্য মানিয়া ।
শঙ্কৰ দেৱক আসি থাকৈ প্ৰণামিয়া ॥১৫৫৪॥
প্ৰভাতে উঠিয়া গুৰু সেৱক সকল ।
নিত্য কৰ্ম্ম কৰি সদা চলন্ত বিপুল ॥
পথৰ নিকটে এক লোক দাহ কৰে ।
দেখি গুৰু জনে বহু দূৰতে অন্তৰে ॥১৫৫৫॥
হাবি ভাঙ্গি গুৰুজনে বহুদূৰে গই ।
ৰাজ পথ প্ৰবেশন কৰিলন্ত যাই ॥
আৰ একগোট লোক সিমন্তে দহই ।
নিকটে ছলিয়া গৈল গুৰু কৃপাময় ॥ ১৫৫৬ ॥
নাৰায়ণ আতা সোধে ইটো কোন খানি ।
শঙ্কৰে বোলয় সেৱকৰ অগ্ৰগণি ॥
দেখিলাহা দুইজন দহন ঠাৱত ।
লোক সবে কহয় কাহাক কেন মত ॥১৫৫৭॥
প্ৰথম জনক লাগি লোক নিৰন্তৰ ।
বোলে ভাল ভৈল ইটো মৰিল পামৰ ॥
ইহাৰ কাৰণে আমি বহু দুখ পাইলো ।
আজিসে আপদ গৈল কিনো ৰঙ্গ ভৈলো ॥১৫৫৮॥
দ্বিতীয় জনক বেঢ়ি লোকে কৰে খেদ ।
আজি ধৰি ভৈল আসি সন্তৰ বিচ্ছেদ ॥
এতেকে পাপীক দেখি আসিলো অন্তৰি ।
ইজন ভকত জানি আইলোহো ওছৰি ॥১৫৫৯॥
শুনিয়া সবাৰো মনে সন্তোষ মিলিল ।
ধন্য ধন্য গুৰু বুলি প্ৰসংশি ছলিল ॥
হেন মতে গই ৰাতি পয়া প্ৰবেশিলা ।
বৰাহ বিষ্ণুক দেখি আগে ছলি গৈলা ॥১৫৬০॥
চাৰিদিনে গৈয়া মহানদী প্ৰবেশিলা ॥
গঙ্গাৰ সমান তাত স্নান দান কৈলা ॥
পাৰ হৈয়া ক্ষেত্ৰৰ পবিত্ৰ থান পাই ।
চলি যান্ত গুৰু পাছে আনন্দিত হই ॥১৫৬১॥
ক্ৰমহন্তে অঠাৰ নলাক প্ৰবেশিয়া ।
ৰহিল দুজনা গুৰু বাসা নিৰোপিয়া ॥
ভোজন কৰিয়া সৰ্ব্ব সেৱকে সহিতি ।
শয়ণ কৰিলা সবে সন্তোষিত মতি ॥১৫৬২ ॥
তাৰ পূৰ্ব্ব ৰাত্ৰি পাণ্ডা সপোন দেখিলা ।
শঙ্কৰ আসিব বুলি জগন্নাথে কৈলা ॥
আদেশিলা মোৰ মোক্ষ প্ৰসাদক দিয়া ।
আগবঢ়াইবিহি মোক হেনয় জানিয়া ॥১৫৬৩॥
চেতন লভিয়া বৰ পাণ্ডা শীঘ্ৰতৰ ।
শীঘ্ৰে গৈয়া পোছে কোথা ঈশ্বৰ শঙ্কৰ ॥
শুনিয়া সেৱকে গুৰু জনত জনাইল ।
শঙ্কৰে শুনিয়া শিঘ্ৰে পাণ্ডাক নিয়াইল ॥১৫৬৪॥

প্ৰণাম কৰিবা পাণ্ডা প্ৰসাদ দিলন্ত ।
মহানন্দ ভাৱে গুৰু তেখনে লৈলন্ত ॥
স্বপ্নৰ কথাক কহি পাণ্ডা লৈয়া গৈল ।
সিংহদ্বাৰ পায়া গুৰু থমকিয়া ৰৈল ॥১৫৬৫॥
পাণ্ডাবোৰে অভ্যন্তৰে চলিয়ো এখন ।
শঙ্কৰে কহিলা-দ্বাৰে আছে ব্যৱধান ॥

জগন্নাথৰ সম্মুখৰ গৰুড়স্তম্ভত শ্ৰীশঙ্কৰদেৱৰ হস্তৰ অঙ্গুলীৰ চিহ্ন । শ্ৰীমাধৱদেৱৰ গীত ৰচনা ।

বিষ্ণুৰ স্বৰূপ শালগ্ৰাম বিতোপন ।
অষ্টাধিক শতমূৰ্ত্তি আছয় এথান ॥১৫৬৬॥
তাহাক লখিয়া যাইবে কাহাৰ সকতি ।
পাথৰ গুচায়া দেখা ওলাইব সম্প্ৰতি ॥
শুনিয়া তৰিতে পাণ্ডা শিলাকুটি আনি ।
পাথৰ গুচায়া দেখিলন্ত সত্য বাণী ॥১৫৬৭॥
অষ্টাধিক শতেক দেখিয়া শালগ্ৰাম ॥
উঠায়া নিলেক পাণ্ডা থৈলা আন থান ॥
সেহি শালগ্ৰাম বাহিৰত স্থাপিলন্ত ।
দৌলৰ দক্ষিণ স্থানে অদ্যাপি আছন্ত ॥১৫৬৮॥
তাত পাছে গুৰু নাট মন্দিৰ পশিয়া ।
জগন্নাথ মুখপদ্ম দেখিয়া ৰহিয়া ॥
যিটো দ্বাৰ দেশত গৰুড় বিদ্যমান ।
তাতে হস্ত দেন্তে চিহ্ন ৰহিল তখন ॥১৫৬৯॥
অদ্যাপিয়ো আছে চিহ্ন গৰুড় স্তম্ভত ॥
শঙ্কৰৰ চিহ্নবুলি প্ৰখ্যাত লোকত ॥
পাৱৰ ৰহিল খোজ পাথৰ ওপৰে ।
শঙ্কৰৰ প্ৰেমত শিলাদ্ৰৱে আৰু খজাৰে ॥১৫৭০॥
পাৱৰ খোজ জগন্নাথৰ বাহিৰে ।
লক্ষী মন্দিৰৰ আগে আজি শোভা কৰে ॥

মাধৱেৰে দেখিয়া জগন্নাথৰ মুখক ।
তাহাঙ্ক মিনতিৰে এক গীত কৰিলেক ॥১৫৭১॥ *

লোভ মোহ কাম ক্ৰোধ মদমান
ইসব বৈৰিৰ সঙ্গে ।
আপুন ইচ্ছায়ে পাপ আচৰিলো
বেড়াইলো মনত ৰঙ্গে ॥
পৰ তিৰী পৰ ধনেৰ আশায়
সদায়ে আকুল ভৈলো ।
তুমি মহাধন তোহ্মাক নাসেৱি
জনম বিফল কৈলো ॥
আয়ু আলে জালে গৈল পাইলে কালে
প্ৰাণ কোন দিন পৰে ।
যমৰ যাতনা শুনিয়া হৃদয়
কম্পিত হইলো বড়ে ॥
তোহ্মাৰ অভয় চৰণে শৰণ
বিনে নাহি আন গতি ।
তুমি দয়াময় জানিয়া কহয়
মাধৱ মুৰুখ মতি ॥

॥ পদ ॥

তাতপৰে গুৰু দুই সেৱক সকল ।
ভক্তি ভাৱে শঙ্কৰক আবৰি বসিল ॥
আসিলেক বিপ্ৰগোট বেত প্ৰহাৰিবে ।
মাধৱে বুলিলা বেত মাৰিয়োক আৱে ॥১৫৭২॥
হৰিৰ দ্বাৰৰ বেত্ৰ ব্ৰহ্মা ইন্দ্ৰ দেৱ ।
বাঞ্ছাকৰে তাৰ প্ৰহাৰ কদা পাইব ॥
সিটো প্ৰহাৰতে ৰত্ত বাজ হৈবে কদা ।
তাক আশা কৰি দেৱে থাকয় সৰ্ব্বদা ॥১৫৭৩॥

---

* গীতঃ—ধ্ৰুং ॥ মোকে দেখিয়ো না কেনে আহে জগন্নাথ, ↑ মত্ৰিবড় পাপেৰ পাপী । সংসাৰ কূপত, পড়িয়া তোমৰ চৰণে নধৰো ছাপি ॥
॥ পদ ॥ কত তপসাই, নৰতনু পাই ; + গোৱাইলোঁ বিষয় ভোলে । অমূল্য ৰতনি, + বিকাইলো S কাছেৰ মোলে ॥ যেন চিন্তামণি, দেৱে নাহি পাই, মানৱী ভইবাৰ, আসিয়া পাইলো । তোহ্মাৰ ভকতি, অমিয়া তেজিয়া, বিষয় ⧺ গড়ল খাইলো । মত্ৰিপাপী না কেনে আহে জগন্নাথ ⧺ হে জগন্নাথ মোলৈনো কিয় নোচোৱা গোৱাইলো + নিয়ালো । ↑ মোকে দেখিয়ো বিকাইলো—ৰেছিলো । S কাছেৰ মোলে—আৰ্চ্ছিৰ মণি স্বৰূপ বিষয়ৰ পুত্ৰ সম্পত্তি আদি ।
⧺ গড়ল—বড়বিহ

প্ৰহাৰ পাইবাক আমি কমন বড়াক ।
শুনিয়া নমাৰি বেত্ৰ চলিলা গৃহক ॥*॥

## চাৰি মূৰ্ত্তিৰ আলাপ

পাছে সেহিকালে তিনি মূৰ্ত্তি ঈশ্বৰৰ ।
শ্ৰীচৈতন্য হৰিবাস ৰমানন্দ সাৰ ॥ ১৫৭৪ ॥
শ্ৰীশঙ্কৰ সঙ্গে বহি তথা চাৰি জন ।
অন্যে অন্যে কৰে নিজ মতক প্ৰধান ॥
এহি মতে প্ৰতিদিনে বাদ কৰি থাকে ।
দিলা পাণ্ডা প্ৰসাদক আনি তাসম্বাক। ১৪৭৫॥
তিনিজনে খাইলা পাছে শঙ্কৰে নখাইলা ।
দেখি তাৰা সবেবোলে পাপক সঞ্চিলা ॥
শঙ্কৰে বোলন্ত মই পাপ নসঞ্চিবো ।
নুহিকা প্ৰসাদ আক কেনমতে খাইবো ॥১৫৭৬॥
আতিকা ভিতৰে মাংস সমে কেশ আছে ।
পাক হৈয়া আটিকাৰ মধ্যে ৰহি আছে ॥
অপবিত্ৰ তাক জগন্নাথে নতুলয় ।
মিছাত প্ৰসাদ বুলি তোমাসা ভূঞ্জই ॥১৫৭৭॥
দক্ষিণ শাৰীৰ আনা আটিকাৰ ভাণ্ড ।
ভাঙ্গিয়া দেখিলে গৰ্ব্ব হইব খণ্ড খণ্ড ॥
বৰ পাণ্ডা পাছে সেহি আটিকা আনিয়া ।
ভাঙ্গিয়া পেলাই দুই খণ্ডক কৰিয়া ॥ ১৫৭৮ ॥
ওলাইয়া পৰিল চুলি সকলে দেখিলা ।
শঙ্কৰ মনুষ্য নোহে বুলি প্ৰসংশিলা ॥
এক দিনা দেৱ দাসী ৰাত্ৰি নৃত্য কৰে ।
পাকদেন্তে ঘুৰী উৰি গৈল সেহি তৰে ॥১৫৭৯॥
সেহি সময়ত দেৱ শঙ্কৰ হাসিলা ।
তিনিজনে কৈলা এহো মায়াতে মজিলা ॥
বোলন্ত শঙ্কৰে তোমাৰেসে মতি মন্দ ।
অবিবেকে কেনে কৰিবাক চাহা দন্ত ॥১৫৮০॥

যিকাৰণে হাসো তাক জানা স্বৰূপক ।
পৰমান্ন পাগ কৰে পাণ্ডা এক গোটেক ॥

## শ্ৰীশঙ্কৰ, শ্ৰীচৈতন্য, ৰমানন্দ আৰু হৰিবাস চাৰিজনৰ জগন্নাথ দৰ্শন আৰু প্ৰভাৱ

লৰাওঁতে পৰিলে পৰমান্ন হাতে আসি ।
চেলেক মাৰিয়া পাণ্ডা খাইলেক গৰাসি ॥১৫৮১॥
চট ফট কৰে পাণ্ডা তপত জ্বালাত ।
আনি দেখা চাল শুচি আছয় হাতত ॥
বড় পাণ্ডা গৈয়া তাক সেহিমতে পাইল ।
হাতত ধৰিয়া পাছে সভাক আনিল ॥১৫৮২॥
শঙ্কৰে যিমতে কৈলা দেখিয়া সকল ।
শঙ্কৰ ঈশ্বৰ বুলি সকলে জানিল ॥
এহিমতে ভাৱ দৰ্শায়া গুৰু জন ।
আত্মা পৰিচয় পাছে ভৈলা চাৰিজন ॥১৫৮৩॥
শঙ্কৰৰ শুদ্ধমতে বুলিয়া কহিলা ।
সেহি দিনা হন্তে আৰ বাদ নকৰিলা ॥
পোন্ধৰ দিবস তাৰা চাৰিয়ো ঈশ্বৰ ।
জীৱৰ তাৰণ কথা কৰিলা বিচাৰ ॥ ১৫৮৪ ॥
ষোৰশ দিবসে ৰাত্ৰি আলোচন কৰি ।
একত্ৰে মিলিয়া গৈলা মন্দিৰে সাদৰি ॥
মহা শৃঙ্গাৰৰ কথা সমাপন ভৈলা ।
নিৰ্য্যান ভৈলেক কপাট বন্ধকৈলা ॥ ১৫৮৫ ॥
সেহিকালে চাৰিয়ো ঈশ্বৰ উপস্থিত ।
দুৱৰী দেখিয়া কোন বুলিয়া পুচিত ॥
শঙ্কৰে বোলন্ত আমি কৃষ্ণক দেখিবে ।
ভিতৰে যাইবে মনে আসি আছো আৰে ॥১৫৮৬॥
শুনি দ্বাৰ পালে হৰি হৰি সুমৰিলা ।
ভাল সময়তে তোৰা দেখিবে আসিলা ॥
শয়ণ কৰিছে জগন্নাথ দেৱ প্ৰভু ।
ব্ৰহ্মা আসিলেও যাইতে নপাৰিবে কভু ॥১৫৮৭॥

---

* শ্লোকঃ—
কদা বেত্ৰ প্ৰহাৰেণ ৰাধিবো যায়াত মম । শক্ৰাদয়ো দেৱ গনাঃ নিত্যং বাঞ্ছতি সৰ্ব্বদা ॥
ঘোষাঃ— হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য ব্ৰহ্মা ইন্দ্ৰ আদি দেৱ জাক। হেনয় দ্বাৰত বেত্ৰ প্ৰহাৰ পাইবাৰ যোগ্য হওঁ আমি কমন বড়াক ॥ ( ১০৪ নামঘোষা )
[ ( ১০৪ ) বড়াক-শ্ৰেষ্ঠ জন । শ্ৰী জগন্নাথ মন্দিৰ প্ৰবেস দ্বাৰত বেত্ৰৰ প্ৰহাৰ নকৰাত শ্ৰীমাধৱদেৱে ঘোষা ৰচনা কৰি বেত্ৰৰ প্ৰহাৰ খুজি লয় ]

কদাচিতো দ্বাৰ চাৰি নিদিবোহো আমি।
শুনি চতুৰ্ভুজ ভৈলা চাৰি জন স্বামী ॥
দ্বাৰী বোলে শ্ৰীক্ষেত্ৰে কৃমি কীট পৰিমিত।
চতুৰ্ভুজ ৰূপদেখে দেৱতা সমস্ত ॥ ১৫৮৮ ॥
এতেকতে চাৰিভূজ সকলোতে আছে।
ইয়াক দেখায়া তোৰা চলি যাইবা পাছে ॥
হেন শুনি শঙ্কৰ চৈতন্য দুইজন।
অষ্ট অষ্ট ভূজক ধৰিলা তেতিক্ষণ ॥ ১৫৮৯ ॥
দেখিয়া চলিলা দ্বাৰী এহি দুয়োজন।
জগন্নাথ দেৱতাৰ ৰোহিনী নন্দন ॥
দণ্ডৱতে পৰিদ্বাৰী দ্বাৰ খুলি দিলা।
চাৰিয়ো আনন্দ মনে ভিতৰে পশিলা ॥১৫৯০॥
ৰত্ন সিংহাসন আগে খাটৰ নিকট।
বসি চাৰিজন কাৰ্য্য কৰিয়া প্ৰকট ॥
হৰিব্যাস ৰমানন্দ শ্ৰীকৃষ্ণ চৈতন্য।
শঙ্কৰৰ শৰীৰত সবে গৈলা লীন ॥ ১৫৯১ ॥
পাণ্ডাবোলে জগন্নাথ গাত্ৰে গৈলা লয়।
সাধুসবে কহে শঙ্কৰত প্ৰবেশয় ॥
চাৰি অংশে আইলা হৰি জীৱ তাৰিবাৰ।
শঙ্কৰত প্ৰবেশিয়া ভৈলা একাকাৰ ॥ ১৫৯২ ॥
যেহেন সৰযূ জলে দেৱ ৰঘুপতি।
লয় কৰি লৈলা তিনি ভাতৃক তহিতি ॥
সেহিমতে ঐক্য হুয়া শ্ৰীমন্ত শঙ্কৰ।
বৈকুণ্ঠক যাইবে ক্ৰমে ভৈলা অগ্ৰসৰ ॥১৫৯৩॥
মঙ্গল আৰতি কালে প্ৰভাত সময়।
দেখে পাণ্ডা সব বসি শঙ্কৰ আছয় ॥

## শ্ৰীজগন্নাথ প্ৰভুৰ পাণ্ডাৰ শঙ্কৰ দেৱত শৰণ গ্ৰহণ।

স্বপ্নকথা সুমৰিয়া পাণ্ডা মহাভাগ।
ঈশ্বৰ জানিয়া প্ৰেমে পৰিলন্ত আগ ॥ ১৫৯৪ ॥
শৰণ লৈলেক দশ পাণ্ডা মহামতি।
ভকতি দেখাইলা পাছে শঙ্কৰ তহিতি ॥
পাছে বাজ হুয়া গুৰু চলিবাক মন।
পাণ্ডা সকলক কিছু কিছু দিলা ধন ॥১৫৯৫॥
পৰম হৰিষে সবাহাতেক বুলি মাতি।
সেৱক সহিতে গুৰু চলিলা তহিতি ॥
জগন্নাথ আত্মাধৰি পাণ্ডা বহুতৰ।
আগ বঢ়াই থৈলানিয়া কতো বহু দূৰ ॥১৫৯৬॥
পাণ্ডায়ো উভতি গৈলা শঙ্কৰো চলিলা।
ক্ৰমে আসি তাৰা মহা নদী পাৰ ভৈলা ॥
সাত দিনে বৃন্দাবন পন্থক পাইলন্ত।
সেহি দিনা গুৰু সুখে তথা ৰহিলন্ত ॥১৫৯৭॥
প্ৰভাতে স্নানিয়া নাম প্ৰসঙ্গ কৰিলা।
ভোজন কৰিয়া পাছে যাইবাক সাজিল ॥
আনদিনা মাধদেৱ পাছত হলন্ত।
সি দিনত উজানৰ পথে আগহন্ত ॥ ১৫৯৮ ॥
শঙ্কৰ বদতি বাপু শুনা বড়া পোয়।
বৃন্দাবন পথ কেনে এৰিয়া হলয় ॥
বৃন্দাবনে যাইবে প্ৰতি সবাহাৰে মন।
সি পথ ছলিয়া কেনে কৰাহা গমণ ॥১৪৯৯॥
শুনি মাধ দেৱে বোলে বাপ গুৰু জন।
বৃন্দাবনে যাইবে কিছু নাহি প্ৰয়োজন ॥
কৰি আছা দশমৰ পদ্য মনোৰম।
তাক পঢ়ি শুনি মন ভৈলা উপসম ॥১৬০০॥

## তীৰ্থৰপৰা প্ৰত্যাবৰ্ত্তন

ভৃত্য মনোৰথ বাপ কৰিয়ো পূৰণ।
বৃন্দাবন এৰি গুৰু চলা এতিক্ষণ ॥
শুনিয়ো শঙ্কৰে হাসি কহিলন্ত কথা।
নকৰে গমন মাধৱ বাপু যৈক যথা ॥১৬০১॥
সিথাইক যাইবে আমাৰ নুজুৱাই।
জানিয়া চলিয়ো সবে উজানক লাই।
হেনমতে সেহি দিনা কিছু বাট আসি।
নদীৰ কুলত ৰৈলা আনন্দ প্ৰকাশি ॥ ১৬০২ ॥
স্থান ভাল কৰি তথা ঘৰ নিয়োজিয়া।
মাধৱে কৰিলা আয়োজন সাদৰিয়া।
ভোজন কৰিয়া গুৰু সেৱকে সহিতি।
শয়ণৰ হেতু শয্যা কৰিলন্ত স্থিতি ॥ ১৬০৩ ॥
তৈলে তেঙ্গা লৈয়া মাধদেৱ শীঘ্ৰ কৰি।
পাৱক মৰ্দ্দিলা গুৰু গুণক সুমৰি ॥
নিদ্ৰাভৈলা গুৰুৰ মাধৱ চলি গৈলা।
আপুনি ভোজন কৰি শয়ণে ৰহিলা ॥১৬০৪॥
প্ৰভাতে লৰিলা নিত্য কাৰ্য্য আছৰি।
মহা ৰৌদ্ৰে সবাকো পিড়িলা বৰ কৰি ॥
নদী কুলে বৃক্ষৰ ছায়াত বসিলন্ত।
ঠেকেৰাৰ বৰি আনি দিলে সিবেলাত ॥১৬০৫॥

দেখিয়া শঙ্কৰে বোলে মাধৱ সুবুদ্ধি ।
কিবা দ্ৰব্য হয় ইটো কিসেৰ ঔষধি ॥
হেনবুলি হাসি গুৰু সবাকে দিয়াইল ।
সহৰিষ মনেগুৰু নিজেও ভুঞ্জিল ॥ ১৬০৬ ॥
পৰম তৃপীতি পাই বুলিলা বচন ।
ধন্য ধন্য বচাৰ তোমাৰ বুদ্ধি বিচক্ষণ ॥
তত পৰে গৈয়া এক প্ৰবাসত ৰৈলা ।
ভক্তৰ নাহিকে দ্ৰব্য মাধৱত কৈলা ॥ ১৬০৭ ॥

## বুঢ়ী দোকানীৰ সিধা অৰ্পন আৰু মুক্তি

একগুটি টকা দিয়া বজাৰে পঠাইলা ।
বুঢ়ী পসাৰীক নিয়া মাধৱদেৱে দিলা ॥
হাতে টকা ধৰি পাছে পোসাৰী বুলিলা ।
গোকুল কানাইৰ ইটো টকা কৈত পাইলা ॥১৬০৮॥
ধন্য ধন্য ভাগ্য মোৰ আজি উপগত ।
গোকুল কানাই আসি ভৈলন্ত সাক্ষাত ॥
এহিবুলি বুঢ়ী সৰ্ব্ব সেৱকক লাগি ।
নানা দ্ৰব্যে পাছি ভৰি লৈয়া মহাভাগী ॥১৬০৯॥
শঙ্কৰদেৱৰ আগে সব নিবে দিলা ।
টকাগুটি থৈয়া প্ৰেমে কান্দিবে লাগিলা ॥
গুৰুবোলে কিয়কান্দ চিত্ত থিৰ কৰ ।
ভৈলতোৰ বাঞ্চা সিদ্ধি চলিয়োক ঘৰ ॥১৬১০॥
বুঢ়ীবোলে কটোকাল ভৈল এৰি গৈলা ।
পুনু এৰি যাইবা কিবা ইমত বুলিল ॥
হাসিয়া বোলন্ত তই নাভাব অন্তৰ ॥
চলিবিহি আজি তই বৈকুণ্ঠ নগৰ ॥১৬১১॥
শুনি আই তুষ্টমনে সেবিয়া চলিলা ।
গৃহপায়া হৰিস্মৰি শৰীৰ পড়িলা ।
শুনিয়া শংকৰ গুৰু আদেশ কৰিলা ।
সেৱক সকলে আসি সংস্কাৰ কৰিলা ॥১৬১২॥
সেৱকে দেখিল দিব্য বিমানেক আসি ।
দিন্য জ্যোতিস্ময় তাত নিলেক উল্লাসি ॥
বিস্ময়ে গোহন্ত ৰাম ৰাম আদি কৰি ।
ইটো কোন বুঢ়ী গৈল তমু সেৱা ধৰি ॥১৬১৩॥
শংকৰে কহন্ত ৰুক্মিণীৰ ইটো ধাই ।
সুমালিনী নামে আছিলেক ইটো ঠাই ॥
সেৱকক সেবিনানা দ্ৰব্যেৰে তুসিলা ।
তেখনে শৰীৰ এড়ি বৈকুণ্ঠক গৈলা ॥১৬১৪॥

পৰম আশ্চৰ্য্য শুনি সেৱক সকল ।
পাছে চলিযান্ত গুৰু পূৰ্ব মুখ কৰি ।
দিনেক পাইলন্ত গুৰু ভাগীৰথী তৰি ॥১৬১৫॥
স্নান পান কৰি গুৰু তথাতে ৰহিলা ।
ৰাত্ৰি ভাগে আসি গঙ্গা মাতৃ প্ৰাথি গৈলা ॥
প্ৰভাতে উঠিয়া গুৰু কাৰ্য্য শংকলিয়া ।
উজানে কৰিলা গতি সেৱকে বেঢ়িয়া ॥১৬১৬॥
গোধূলি ভৈলেক পাছে প্ৰয়াসে পৌঢ়িলা ।
বাসাগৃহ কৰি পাছে তথাতে ৰহিলা ॥
বজাৰক গৈলন্ত ভকত চাৰি জন ।
বুঢ়ী পোহাৰীৰ দোকানত উপসন্ন ॥১৬১৭॥
পোসাৰী সুধিলা তাবা সৱত সকল ।
কহিলন্তে শুনি বুঢ়ী আনন্দে বিহ্বল ॥
ভোজনৰ দ্ৰব্যসব কৰিয়া যতন ।
বহি নিয়া গুৰুদেব আগে উপসন্ন ॥১৬১৮॥
চৰণত পড়ি বুঢ়ী বহু স্তুতি কৈলা ।
দেখিয়া সেৱক সব আনন্দ মিলিলা ॥
বুঢ়ীৰ ভকতি দেখি শ্ৰীমন্ত শঙ্কৰ ।
চাউল উৎপত্তি কথা কহে বাৰম্বাৰ ॥১৬১৯॥
হৰি ভকতক আনি অন্নক ভুঞ্জান্ত ।
সাক্ষাতে হৰিয়ে সেই দ্ৰবাক লৱন্ত ॥
পৃথিবীৰ ধূলা হিম কণিকা যতেক ॥
গনিবাক পাৰে যদি বহু দিনে তাক ॥১৬২০॥

## কলিযুগত অন্নদান আৰু হৰিনাম কীৰ্ত্তনৰ মহিমা বৰ্ণন

হৰি ভকতক দিয়া অন্নৰ মহিমা ।
লিখিতে নপাৰে আৰ তাৰ কৰি সীমা ॥
শুনিয়া সেৱক সব সেহি দিন ধৰি ।
যাৰ যিবা ছিল টকা অনুদিন কৰি ॥১৬২১॥
খৰচ কৰিয়া দ্ৰব্য কিনিয়া আনয় ।
ভুঞ্জিয়া সেৱক সবে প্ৰীতিক লভয় ॥
উদাৰ গোবিন্দে দুইটকা ধাপ নিয়া ।
গুৰু সেৱকৰ অৰ্থে দ্ৰবাক কিনিয়া ॥১৬২২॥
শঙ্কৰ দেৱৰ আগে থৈলা যেতিক্ষণ ।
সুধিলা পাইলাহা কৈত ইটো মূল্য ধন ॥
উদাৰে প্ৰাৰ্থন্ত মোৰ দুইটকা ছিল ।
সেৱকৰ অৰ্থে আমি খৰচ কৰিল ॥১৬২৩॥

গুৰু বোলে তই মহা পাপী নৰাধম ।
কিছু নাহি বুজি মোক কৈ আছ নৰাধম ॥
মিছাকথা কহে খিটো গুৰু ভকতত ।
তাৰ সম পাপী কোন আছে ভাৰতত ॥১৬২৪॥
ছলি যায়ো তই আমাসাৰ সঙ্গ এৰি ।
অসত্য ভাষীৰ সঙ্গে যাইবাক নপাৰি ॥
গুৰুৰ প্ৰখৰ বাণী শুনিয়া তখন ।
বহু পাছ হয়া চলি যন্ত শোকমন ॥১৬২৫॥
যাহান্তে মাধৱ দেৱ প্ৰাৰ্থনা শুনিয়া ।
শঙ্কৰ ভৈলন্ত তুষ্ট আনন্দিত হয়া ॥
এহিমতে যান্তে সঙ্গে সেৱকো চলন্ত ॥
এহিমতে যান্তে সঙ্গে সেৱকো চলন্ত ।
বলোৰাম আতৈ পানী কাৰ্য্যে বসিচন্ত ॥১৬২৬॥
অনুক্ৰমে যান্তে কিছু পশ্চাত ভৈলন্ত ।
খাঁট দুই জন আসি বেড়িয়া মাৰন্ত ॥

## সন্তৰ ক্ষমামে ভূষণ বলোৰাম আতৈ ক্ষমাৰ আদৰ্শ মূৰ্ত্তি

কাঙ্কৰ হানিয়া মস্তকত খেত কৈল ।
উচ্ছৈস্বৰে তেহো পাছে ডাকিবাক লৈল ॥১৬২৭॥
শুনি গুৰুজনে সেৱকক পাঞ্চি দিলা ।
খাণ্টক ধৰিয়া পাছে বান্ধিয়া আনিলা ॥
মাৰিবাক চান্তে গুৰুজনে কহিলন্ত ।
নমাৰিবা সোধা বলোৰামে কি বোলন্ত ॥১৬২৮॥
আতৈ বোলে আমাসাৰ লিখন আছিল ।
খাণ্টৰ কি দোষ তাঙ্ক এৰি দিলে ভাল ॥
হাসিয়া বোলন্ত খিটো হৰিৰ ভকত
পৰ অপকাৰ কিছুমান নকৰন্ত ॥১৬২৯॥
সৰ্ব্বকালে ভূত দায়া আচৰি থাকয় ।
আপোনাৰ সুখ দুঃখ কিছু নমানয় ॥
এহিমতে যান্তে ঘোৰ আতপে পীৰিলা ।
ছায়াত বসিয়া গুৰু দৃষ্টান্ত কহিলা ॥১৬৩০॥
ক্ষুদ্ৰ এক টিপচীএ পাখা জোকাবিলা ।
ধূলি লৈয়া গৈল পাছে ভূমিত পৰিলা ॥
কপোতে পৰিয়া লৈল লৈলেক কইৰ ।
ময়ূৰেও লৈয়া গৰ্ত্ত কৰিলন্ত বড় ॥ ১৬৩১ ॥
বৃষ্টিজলে পূৰিত ভৈলেক সিটো গাট ।
বৰাহ গোটেক আসি পৰিলেক তাত ॥
বৰাহ পতনে গৰ্ত্ত কিছু বৰ ভৈল ।
তাহাত মহিষ সব আসিয়া পড়িল ॥ ১৬৩২ ॥
তাত পৰে হস্তী গণে পড়ি বহলাইলা ।
ক্ৰমে ক্ৰমে সিটো ঘূলি সৰোবৰ ভৈলা ॥
স্নান পান কৰে তৈতে আসি প্ৰজাগণ ।
তাৰ পূণ্য পাৱন্ত টিপচী পক্ষি যেন ॥১৬৩৩॥
এতেকে ভৈলন্ত বুঢ়ী সিদ্ধাৰ কাৰণ ।
বুঢ়ীক দেখিয়া সিধা দেন্ত ভক্তগণ ॥

## শ্ৰীমাধৱদেৱে যুদ্ধলৈ যোৱা পুতেকৰ বাৰ্ত্তাৰে কৈ বুঢ়ীৰ পৰা সিধা আনয়ন।

তাত পৰে কামৰূপে আসন্ত চলিয়া ।
সিদিনা ভোজন দ্ৰব্য কিছু নাহিকিয়া ॥১৬৩৪॥
শঙ্কৰে বোলন্ত মাধ দেৱক বচন ।
ভোজনৰ দ্ৰব্য নাহি কৰিয়োক যেন ॥
শুনি মাধদেৱ তেতিক্ষণে গৈলা ছলি ।
কৈত চাউল সিধা পাইবো মনত আকলি ॥১৬৩৫॥
এক ঘৰ পসি দেখে স্ত্ৰী গোটেক কান্দে ।
হা কুল ব্যাকুল হয়া কেশকো বান্ধে ॥
বদতি মাধৱ কান্দা কিসৰ কাৰণে ।
বুঢ়ী বোলে এক পুত্ৰ সেই গৈলে ৰণে ॥১৬৩৬॥
কিবা মৰি গৈলা কিবা জীৱন্তে আছে ।
নিৰ্ণয় নজানি দেৱ শোক জন্মিয়াছে ॥
মাধৱে বোলন্ত বুঢ়ী চিন্তা নকৰিবি ।
আসিবে গৃহক তই নিশ্চয়ে জানিবি ॥১৬৩৭॥
তোৰ পুতেৰক জান দেখি আছো মই ।
আসি পাইব তাক লাগি নাকান্দিবি তই ॥
বুঢ়ী বোলে জোনো মিছা কথা কৈলা ।
কোন ৰূপ লক্ষণ তাহাৰ আবে বোলা ॥১৬৩৮॥
চেপেটা নাসিকা গোট কালা বৰ্ণ হয় ।
বহুৰ পক্ষিণ মান হৈবাক পাৰই ॥
উজাল দশন মাথা গোট হেছা মৰা ।
আইল প্ৰায় জানি কিছু খেদক নকৰা ॥১৬৩৯॥

বুঢ়ী বোলে মোৰ পুত্ৰ তেনয় আকাৰ ।
ভাল বাৰ্ত্তা কৈলা বাপু শুছিল নিকাৰ ॥
হেন কহি থাকন্তে পুতেক আসি পাইল ।
দেখি দুয়ো জনে গুৰু চৰণে বন্দিল ॥১৬৪০॥
জানিলো ঈশ্বৰ তুমি মৃত্যু হন্তে জিলো ।
তোমাৰ বচনে পুত্ৰ দেখিবাক পাইলো ॥
এহিবুলি বহুতৰ চাউল লোণ আনি ।
গুৰুৰ আগত দিয়া বোলে কাতুৰ বাণী ॥১৬৪১॥
শঙ্কৰৰ ভক্তে বান্ধি সকলো আনিলা ।
দেখিয়া শঙ্কৰ দেৱে পুছিবে লাগিলা ॥
সকল বৃতান্ত মানে কহিলা মাধৱ ।
গুৰু বোলে মিছা কথা কহিলা নিশ্চয় ॥১৬৪২॥
মাধৱে কহিলা গুৰু মিছা কোৱা নাই ।
তোমাৰ প্ৰসাদে আমি সচা আছো কই ॥
ঈশ্বৰৰ অংশ জীৱ নাহিকে মৰণ ।
ভকতি নাহিকে দেহ ভৈল কাল বৰ্ণ ॥ ১৬৪৩ ॥
ঈশ্বৰ নিৰ্মাল্য সিটো ঘ্ৰাণ নকৰয় ।
সিহেতু চেপেটা নাক ভৈলন্ত তথাই ॥
তোমাৰ নামক কদাচিতো মুখে নাসে ।
উজলা দশন তাৰ মুখত প্ৰকাশে ॥ ১৬৪৪ ॥
ম্যথা গোষ্ঠে তজু পদ সেৱা নকৰিলা ।
সিকাৰণে মাথা গোষ্ঠ চেপা মৰা ভৈলা ॥
কোনোবা জন্মত আমি লাগ পাইছো তাক ।
কোন খানি কৈয়া আছো আমি মিছা বাক । ১৬৪৫॥
ভক্ত সমে অন্ন মুঠি ভূঞ্জিবা গোসাঞি ।
এতেকতে সুবাসনা লভি বেক তাই ॥
শুনিয়া শঙ্কৰ গুৰু পাছে প্ৰসংশিলা ।
সেৱক সহিতে ৰঙ্গে ভোজন কৰিলা ॥১৬৪৬॥
শয়ন কৰিয়া গুৰু সিদিনা ৰহিলা ।
পৰ দিনা প্ৰভাততে উঠিয়া চলিলা ॥
পথত যাহান্তে এক মিলিল সন্যাসী ।
দেখি গুৰু দুয়ো জন তুলিলন্ত হাসি ॥১৬৪৭॥
পাছে ৰাম ৰায় সন্যাসীৰ লগ ধৰি ।
পথত যাহান্তে গুৰু বুলিলা বিচাৰি ॥

ৰাম ৰাইক সন্যাসী বেসধাৰী ডকাইতে ধৰে ।

নাজাইবাহা লগে ইটো ডকাইত প্ৰধান ।
সন্যাসীৰ বেশে ফুৰে থগিবাক মন । ১৬৪৮॥
তথাপি নুবুজে ৰামৰায়ে ভক্তি কৰি ।
প্ৰকৃত্য জানিয়া যান্ত তাৰ লগে লড়ি ॥
শেষ ভৈল বেলা ৰহিবাৰ থান পাই ।
সেৱকে সহিতে গুৰু ৰহিলা তথাই ॥১৬৪৯॥
সন্যাসী মুহিয়া ৰাম ৰাইক লগে নেন্ত ।
দেখি গুৰুজনে যাইতে নিষেধ কৰন্ত ॥
সন্যাসী হৰিল মন কিছু নুশুনিল ।
অম্বদুৰ গৈয়া এক গৃহত ৰহিল ॥১৬৫০॥
খাৱাদাৱা সিটো ৰাত্ৰি শয়ণ কৰিল ।
নিদ্ৰাত সন্যাসী গোটে ধৰিয়া বান্ধিল ॥
ঘোৰ আৰ্ত্তনাদ কৰি ৰোলে মাৰে মাৰে ।
শুনিয়া পাঞ্চিলা গুৰু ভক্তক সত্তৰে ॥১৬৫১॥
ধৰ ধৰ আমি আসি আছো বহুজন ।
সন্যাসী চোৰক ধৰি কৰিয়ো বন্ধন ॥
তাক শুনি চোৰে দ্ৰব্য সকলো লুটিয়া ।
শীঘ্ৰে পলাই গৈল ক্ষণিতেকো নাপেক্ষিয়া ॥১৬৫২॥
পাছে ৰামৰাই মহাখেদ কৰি আসি ।
সন্যাসী মুহিলা যেন কহিলা প্ৰকাশি ॥
প্ৰবত্তিৱে লাগি গুৰুজনে দ্ৰব্য দিল ।
ৰাত্ৰি অৱসানে গুৰু সেৱক উঠিল ॥১৬৫৩॥
স্নান ভোজন কৰি পথে চলি গৈলা ।
পথত প্ৰয়াস পাই শঙ্কৰ বসিলা ॥
দেখি মাধৱেও হাতে কমণ্ডলু ধৰি ।
সুশীতল জল আনি দিলন্ত সাদৰি ॥১৬৫৪॥
অমৃৰ বটীকা দিলা সৰ্কৰা মিশ্ৰিত ।
ভূঞ্জিয়া লভিলা গুৰু পৰম তৃপিত ॥
হেন মতে গৈয়া পাই বাহিৰ বিলাইত ।
নাহিকে দোকান চাউল নপাইলন্ত তাত ॥১৬৫৫॥
শঙ্কৰে বোলন্ত বাপ মাধৱ শুনিয়ো ।
ভোজনৰ দ্ৰব্য ছয় বিছাৰি আনিয়ো ॥
শুনিয়া মাধৱে বোলে তব প্ৰসাদত ।
ভোজন সামগ্ৰী আমি আনিবো এথাত ॥১৬৫৬॥
সঙ্গকৰি ৰামৰায়ো শীঘ্ৰে চলি গৈলা ।
কাহাৰ মাহাল বুলি লোকত পুচিলা ॥
কোন ঠাকুৰীয়া আৰ তাৰ কিবা নাম ।
সকলে কহিলা গ্ৰাম বাসী অনুপাম ॥১৬৫৭॥
চিলাৰাই ৰাজাৰ মাহাল অনিন্দিত ।
ঠাকুৰীয়া নাম গ্ৰাম কৰিলা বিদিত ॥

মাধৱে বোলন্ত আৰে কাৰ্য্য সিদ্ধি ভৈল ।
ঠাকুৰীয়া গোটৰ গৃহক চলি গৈল ॥১৬৫৮॥
খজিয়া বোলন্ত ঐৰে শুন ঠাকুৰীয়া ।
ৰাজাৰ শহৰ আসে দেখ বিচাৰিয়া ॥
শুনি ঠাকুৰীয়া আনি লোকক গোটাই ।
গৃহ সাজি চাউল সিধা দিলন্ত জন্টাই ॥১৬৫৯॥
দেখিয়া শঙ্কৰ গুৰু আনন্দিত মনে ।
ভোজন কৰিয়া সুখে ৰহিলা তেখনে ।
পৰদিনা প্ৰভাততে শীঘ্ৰতৰ কৰি ।
স্নান কাৰ্য্য প্ৰসঙ্গক সকল আচৰি ॥১৬৬০॥
ভোজন কৰিয়া গুৰু জনক আবৰি ।
চলন্ত আনন্দ মনে হৰি হৰি স্মৰি ॥

## তীৰ্থৰপৰা আহি শ্ৰীশঙ্কৰদেৱৰ পাটবাউসীত আৰু শ্ৰীমাধৱদেৱৰ গণ কুচিত স্থিতি

তিনি প্ৰহৰেক বেলা পাট বাউসী পাইল ।
দেখি ভক্তগণ মহা আনন্দ মিলিল ॥১৬৬১॥
আসিলন্ত গুৰুদেৱ সেৱক সহিতি ॥
আই গোসানী ভৈল পৰম তৃপীতি ॥
আঠে বেঠে আসি গুৰু চৰণ ধুৱাইল ।
গদ গদ ভাব হুয়া সপ্ৰেমে পুছিল ॥১৬৬২॥
ঠাকুৰ সকল আসি পিতৃৰ চৰণ ।
পৰি প্ৰণামিলা মহা সন্তোষিত মন ॥
মাধৱো বন্দিল গৈয়া আইৰ চৰণত ॥
ধন্য মাধৱ বুলি প্ৰসংশা কৰন্ত ॥১৬৬৩।
তোমাৰ কৃপায়ে বাপু গোসাইক লভিলো ।
মৰিয়া আছিলো তব প্ৰসাদত জিলো ॥
এহিবুলি আই বহু আশীৰ্ব্বাদ দিলা ॥
মাধৱে প্ৰণাম কৰি গৃহক চলিলা ॥১৬৬৪॥
নাৰায়ণ দাস আতা শ্ৰীৰাম আৰ ।
গুৰুৰ লগত চলি গৈলা সাৰে সাৰ ॥
গণ কুচি স্থানে থৈয়া গুৰুক নমিলা ।
চলি গৈলা ঠাকুৰ আতা মহা ৰঙ্গ ভৈলা ॥১৬৬৫॥
আতা আসিবাৰ দেখি পৰ্ম্মানন্দ মাৱ ॥
অনেন্দে মগন হৈয়া কৰিলন্ত সেৱ ॥
স্নান কাৰ্য্য কৰি আতা ভোজন কৰিল ।
ঠাকুৰ সকলে আসি আৱৰি ধৰিল ॥১৬৬৭॥
এহি মতে গুৰু পাটবাউসী পাইলা ।
হৰি দামোদৰ আদি সেৱক আসিলা ॥
তীৰ্থৰ সকল কথা যেন ভৈল ।
গুৰুৰ মুখত শুনি আনন্দক পাইল ॥১৬৬৭॥
শিলাৰ ব্ৰাহ্মণ আসি শুধিলন্ত কথা ।
শঙ্কৰে কহিলা তাক যেন ভৈল যথা ॥
তীৰ্থ যাত্ৰা প্ৰসঙ্গ এহিমানে থওঁ ॥
তাৰ পাছে যেন ভৈল প্ৰপঞ্চিয়া কওঁ ॥১৬৬৮॥

## বিংশ অধ্যায়

### শ্ৰীশঙ্কৰদেৱৰ ওপৰত ব্ৰাহ্মণৰ বিদ্বেষ ॥

॥ পদ ॥

দুই চাৰি কৰি তীৰ্থ কথাক আসিয়া ।
শ্লোক এক দুই মাতি বুজিবে লাগিয়া ।
সৰ্ব্বতীৰ্থ শিৰোমণি নামধৰ্ম্ম সাৰ ।
নামৰ কিঙ্কৰ তীৰ্থ যজ্ঞ ব্ৰতাচাৰ ॥১৬৬৯॥
জানিয়া ব্ৰাহ্মণ নাম ধৰ্মক ধৰিয়ো ।
নানৰ প্ৰসাদে তোৰা মুক্তিক লভিয়ো ॥
তাক শুনি দ্বিজ সবে শাস্ত্ৰ বিচাৰিল ।
শঙ্কৰ দেৱৰ খানে অৰ্থ বখানিল ॥১৬৭০॥
শঙ্কৰে সিসব শ্লোক অৰ্থ ভিন্নে ভিন্নে ।
ব্ৰাহ্মণ গণক বুজাই দিলা অনুক্ষণে ॥
লজ্জাপায়া দ্বিজগণ গৃহে গৈয়া আতি ।
আলচ কৰিয়া গৈল বেহাৰক প্ৰতি ॥১৬৭১॥
কালীৰ প্ৰতিমা জলে ভাসায়া আছিলা ।
মাটিসব খহি মাত্ৰ চোহোঙ্গা ৰহিলা ॥
তাহাক বিলৰ হন্তে তুলি আনি লৈয়া ।
নৰনাৰায়ণ আগে দেখাইলন্ত নিয়া ॥১৬৭২॥
দেখা দেখা মহাৰাজা শঙ্কৰৰ কাৰ্য্য ।
অনাচাৰ কৰি নষ্টকৈলে তব ৰাজ্য ॥
বেদ নমানয় গীতা শাস্ত্ৰক নমানে ।
তুলসীৰ গন্ধ নাম কদাপি নশুনে ॥১৬৭৩॥
যাগ যজ্ঞ পিতৃ শ্ৰাদ্ধ তাকো নিষেধিল ।
তাৰ কথা শুনিলোকে সকলো এড়িল ॥
ৰাজাবোলে শঙ্কৰক জানো মই ভালে ।
বুজাইতে নপাৰো যেবে তাৰ পাইবা ফলে ॥১৬৭৪॥

পুনু দ্বিজ গণে কহে হাতক তুলিয়া ।
শঙ্কৰে প্ৰকাশে নাম ধৰ্ম বিৰোধিয়া ।।

## শঙ্কৰদেবক পাটবাউসীৰ পৰা ৰজাই কোঁচ বিহাৰলৈ নিয়াই

আচাৰ বিচাৰ নাহি শাস্ত্ৰ নমানয় ।
এক শৰনীয়া বুলি ধৰ্ম বখানয় ।।১৬৭৫।।
শঙ্কৰত হন্তে ভ্ৰষ্ট ভৈল সৰ্বলোক ।
আপুনি আনিয়া প্ৰতিকাৰ কৰিয়োক ।।
যদিৰাজা তুমি আৰ নকৰা বিচাৰ ।
শ্ৰীযশ আয়ু লুপ্ত হৈবেক তোমাৰ ।।১৬৭৬।।
শুনি নৰনাৰায়ণে ক্ৰোধত জ্বলিলা ।
মন্ত্ৰীক চাহিয়া তথা বচন বুলিলা ।।
দেখ দেখ শঙ্কৰে কৰয় ধৰ্ম্ম লোপ ।
তাহাক নাসিবো মই কহিলোঁ স্বৰূপ ।।১৬৭৭।।
তাৰ হাৰ লৈয়া দামা গোটেক বজাইবো ।
মাংস সব হেঙ্গাল গণক খাইতে দিবো ।।
জান্তে আনিয়োক ভাল দূতেক পাঠিয়া ।
নকৰে বিলম্ব যেন আনিবাক গৈয়া ।।১৬৭৮।।
তেতিক্ষণে দুইজন আনিল দূতক ।
শঙ্কৰক ধৰিতোৰা শীঘ্ৰে আনিয়োক ।।
সেহিকথা শুক্লধ্বজ নৃপতি শুনিয়া ।
অসন্তোষে কতোক্ষণ আছিল ভাবিয়া ।।১৬৭৯।।
পাছে মন থিৰ কৰি আঠ জন দূত ।
নৌকা সাজি সমে আনিবাক পথাইলন্ত ।।
বোলন্ত শুনিয়ো মাজি বাত্ৰিদিনে ছল ।
ৰাজ দূত আগে যেন নকৰয় বল ।।১৬৮০।।
বাস্ত্ৰী উজাইবাহা নৌকা সাৱধানে বাই ।
যেনমতে সুখে গুৰু আপে মোৰ ঠাই ।।
তবো আগে যদি গুৰু জনক ধৰাই ।
কাঢ়িয়া আনিবি তোৰা কহিলোঁ নিশ্চয় ।।১৬৮১।।
সাৱধানে আগে যদি আনিতে নপাৰা ।
অৱশ্যে কৰিবো দণ্ড জানিয়ো তোমৰা ।।
নিৰাশা কহিবা তাঙ্ক লোকক দৰ্শাই ।
বন্দীকৰি থৈয়া ৰাজ দূতক দেখাই ।।১৬৮২।।
সুতাৰ জগৰ আছে ইহাৰ গাৱত ।
বুলিয়া কহিয়া ৰাজ দূতৰ আগত ।।
শুনি আঠ দূত অতি বেগে গৈলা লড়ি ।
দুইদিনে পাইলা পাট বাউসী নগৰী ।।১৬৮৩।।

শঙ্কৰ দেৱক প্ৰণামিয়া তাৰ ক্ষণ ।
নিৰলে কহিলা দূতে সকল কথন ।।
দূতে বোলে আপোনাক বন্দী নকৰিলে ।
ৰাজাৰ আসিবে দূত নিবে অধিকলে ।।১৬৮৪।।
শুনিয়া শঙ্কৰে হাসি আদেশ কৰিল ।
পাছে দূতগণে শঙ্কৰক বন্দী কৈল ।।
সেহি সময়ন্ত আসি ৰাজ দূত দুই ।
উঠিয়ো শঙ্কৰ ৰাজ ঘৰ যাইতে তই ।।১৬৮৫।।
এহি বুলি হাত মেলি ধৰিবাক যাই ।
আঠ জন দূতে তাঙ্ক খেদিয়া পঠাই ।।
বোলন্ত সুতাৰ ধন ইহাৰ গাৱত ।
আছয় কাৰণে আগে ধৰিলো সাম্প্ৰত ।।১৬৮৬।।
ভালে সাৰিবাক যদি আছা আশা কৰি ।
চলিয়োক আবে শঙ্কৰক পৰি হৰি ।।
হেনমতে ৰাজ দূত দুতয় জনক ।
ঢাকাদিয়া খেদিদিল অন্তৰি গৈলেক ।। ১৬৮৭ ।।
পাছে আঠ দূতে বোলে শুনা গুৰু জন ।
নৌকাত উঠিয়ো গৈয়া চলিয়ো এখন ।।

## শ্ৰীশঙ্কৰ দেৱক চিলাৰাইৰ দূতে নিলে আৰু নৰনাৰায়ণৰ দূতে নাৰায়ণদাস ঠাকুৰক আৰু গোকুল চান্দক ধৰি নিলে ।।

শুনি গুৰু জনে ভক্ত চাৰিজন লৈই ।
নৌকাত উঠিলা মহা সাৱধান হই ।। ১৬৮৮ ।।
ৰাত্ৰি দিন কৰি সিটো নৌকাক চলাইলা ।
অতিশীঃঘ্ৰ গৈয়া শুক্লধ্বজ ঠাই পাইলা ।।
পৰম সাদৰে ফুলনিত বাসা দিয়া ।
গুপুত কৰিয়া ৰাজা থৈলা সাদৰিয়া ।।১৬৮৯।।
মল্ল নৃপতিৰ পাছে দুইজন দূত ।
কি হৈব ! কি কৰিব বুলি চিন্তয় মনত ।।
নামিলি কিসক শঙ্কৰক দূত গণ ।
বুলিয়া কাটিয়ো দিবে আমাক তখন ।।১৬৯০।।
হেন চিন্তি শোকে দুঃখে যাহান্তে পথত ।
শঙ্কৰৰ ভক্তদুই আসে দেখিলন্ত ।।
নাৰায়ণ দাস আতা আৰ গোকুল চান্দ ।
খবৰ লৈবাক আইল কৈন ভাল মন্দ ।।১৬৯১।।
দূত গণে বোলে তোৱা কৈক লাগি যাও ।
শঙ্কৰ আছয় কোথা তাৰ বুজ পাও ।।
আতাবোলে ভালমন্দ বুজিবে আসিলো ।
কৈত আছে কোথা গেল কিছু নজানিলো ।।১৬৯২।।

পাছে দুই দূতে তাসম্বাক ধৰি নিলা।
ৰাজাৰ নিকেটে বিনয়ে কহিলা ৷
পলাইল শঙ্কৰ আমি বিচাৰি নপাইলো।
তাৰ ভক্ত শিষ্য দুইক ধৰিয়া আনিলো ॥১৬৯৩॥
ৰাজাবোলে কহ তোৰা শঙ্কৰ কোথাই।
কহিলা তাহাৰ আমি কিছু নজানই ॥
ৰাজা বোলে শঙ্কৰৰ কেন ব্যৱহাৰ।
অধৰ্ম্ম কৰয় বোলে সকল প্ৰজাৰ ॥ ১৬৯৪ ॥
পূজা হোম আদি কেনে বাধাক কৰয়।
শঙ্কৰ অধৰ্ম্মী বুলি ব্ৰাহ্মণে কহয় ॥

## নাৰায়ণ দাস ঠাকুৰ আৰু গোকুল চান্দৰ শাস্তিৰ বিধান

সিটো কথা সত্য কিবা অসত্য হোৱয়।
নিশ্চ কৰি কহ কিছু নকৰ সংশয় ॥১৬৯৫॥
শুনিয়া তাহাৰা দুই হাত যোৰ কৰি।
শুনিয়োক মহাৰাজা কহো নিশ্চ কৰি ॥
শঙ্কৰৰ শুদ্ধমত সকলে জানয়।
মিছা কহি দ্বিজ সবে পাতক সঞ্চয় ॥ ১৬৯৬ ॥
শুনিৰাজা ক্ৰোধকৰি বুলিলা বচন।
শাস্তি কৰিবা লাগি নিয়োক এখন ॥
অনাচাৰী শঙ্কৰ বুলিয়া সবে কহে।
কৰিয়োক শাস্তি যাৱে সত্যক নকহে ॥ ১৬৯৭॥
শুনিয়া নিলেক দূতে বাহিৰ কৰিয়া।
শাস্তিৰ মাজত সোধে সত্য বাক কহে ॥
শঙ্কৰ অধৰ্ম্মী বুলি নিশ্চে নিশ্চে কহে।
আতাবোলে শঙ্কৰৰ আতি শুদ্ধ মত ॥১৬৯৮॥
গীতা ভাগৱত শাস্ত্ৰে কহি আছে যত।
বান্ধি লৈয়া গৈলা শীঘ্ৰে তাৰা দুইহাতক ॥
যতেক কহয় শুদ্ধ বুলিয়া আতাই।
ততেক মাৰয় বলে কথাই কথাই ॥১৬৯৯॥
কহ কহ বুলি গড় মলি পীড়া কৰে।
আতাবোলে হস্তে কৃষ্ণ কৃত্যক নকৰে ॥
পাৱে গুৰু গৃহ নতু কৰয় গমন।
মাথো গোটো গুৰু পদে নকৰে বন্দন ॥১৭০০॥
সিকাৰণে অঙ্গ সবে শাস্তিক পাৱয়।
ভাল হৈছে কথা শাস্তি যতেক আছয় ॥
পুনু পুনু মাৰয় পীড়য় নানা ভাৱে।
অঙ্গৰা লৰিয়ে দুইকো মাৰে ঠাৱে ঠাৱে ॥১৭০১॥
বহুপীড়া পায়া গোকুল চান্দবুলিলন্ত।
কহোকিছো পীড়াযোৰ কৰ উপসান্ত ॥
ঠাকুৰ আতাবোলে গোকুল কিবা কহ।
গুৰুৰ বিষম কিবা দেখিয়া আছহ ॥১৭০২॥
হেন শুনি আতাক মাৰিলা এক মাৰ।
বাম হস্ত বাহুদেশে চমকিল হাড় ॥
তথাপি বোলন্ত আতা গুৰু সদাচাৰী।
পীড়া পাইলো তান একো কৃত্যক নকৰি ॥১৭০৩॥
এহিমতে আঠাৰ দিবস শাস্তি কৰে।
তথাপি কহন্ত শঙ্কৰৰ ধৰ্ম্ম বৰে ॥
পাছে দূতগণে কিছু উপায় নপায়া।
ৰাজাৰ আগত সবিনয়ে কৈলা গৈয়া ॥১৭০৪॥
যতেক কৰিলো শাস্তি কহন নযায়।
সদাচাৰী বুলি সদা শঙ্কৰক কয় ॥
একবাক্য বিনে দুই বাক্য নোবলয়।
আৰ কিকৰিবো প্ৰভু যেন জুৱাই হয় ॥১৭০৫॥
শুনি হৰিগৰ মলিক কৰিলা আদেশ।
দুইজন নিয়া ভোট বজাৰে বিকস ॥
ইমতে শুনিলে লোকে ভয় কৰিবেক।
শঙ্কৰৰ মত কোনোজনে নলৈবেক ॥১৭০৬॥
তাৰক্ষণে গড়মিল ভোটৰ হাটক।
বান্ধিলৈয়া গৈলা শীঘ্ৰে তাৰা দুইহাতক ॥
ঠাকুৰ আতাৰ ভাৰ্য্যা পাছে আসিছিলা।
আতাৰ দেখিয়া দুঃখ আগুৰি থাকিলা ॥১৭০৭॥
নিবাৰ দেখিয়া আই মন দৃঢ় কৰি।
সঘনে ছলিলা বোলে সগে যাওঁ মৰি ॥
এহি বুলি পিছে পিছে যান্ত খেদ কৰি।
সঘনে ভাৱন্ত ৰাখা শঙ্কৰ মুৰাৰি ॥১৭০৮॥

## নাৰায়ণ দাস আতাক আৰু গোকুল চান্দ আতৈক ভোটক বিক্ৰী কৰিবলৈ দিয়ে

পাছে গৈয়া হাতৰ সমিপ পাইলন্ত।
গৃহ লোট মধ্যে দুইজন বাখিলন্ত ॥
নিকটে ৰহিলা আয়ো মহা খেদ কৰি।
আটা আৰ গোকুল ছান্দ থাকে পৰি ॥১৭০৯॥
পাৰন্ত নিহৰ সুখে শুতিবে নপাৰে।
হৰি হৰি নাম মাত্ৰ সঘনে উচ্চৰে ॥
গোধূলি সময়ে নাম গাইবেক লৈলা।
তাত পাছে সুমধুৰে পুস্তক পঢ়িলা ॥১৭১০॥

একলিতে গড়মলি আছিলেক চাই ।
পুছিবে লাগিলা পাছে সমিপক যাই ॥
অহনিশে নামগোৱা মনতো সুমৰা ।
ঈশ্বৰে নৰাখে কেনে দুঃখ ভূজি মৰা ॥১৭১১॥
শুনিয়া ঠাকুৰে পাছে দিলেক উত্তৰ ।
জগত পালনকৰে মায়ায়ে ঈশ্বৰ ॥
প্ৰাৰব্ধৰ বসে সুখ দুখক পাৱয় ।
কৰ্ম্ম অনুসৰি তাক ভূজিবে লাগয় ॥১৭১২॥
সঞ্চিৎ আৰু ক্ৰিয়মান কৰিয়া থাকয় ।
ঈশ্বৰৰ ইচ্ছামাত্ৰ ফলক ভূঞ্জয় ॥
ঈশ্বৰৰ পাদপদ্মে মতি নছাৰোক ।
তাহান ভক্তৰ সঙ্গ সদা বাঞ্চা হোক ॥১৭১৩॥
এহিমান বাঞ্চা কৰি নাম লৈয়া থাকো ।
তান প্ৰতি বাজে বাঞ্চা নাহিকয় একো ॥
শুনি গড় মলি কিছু মাত্ৰো নুবুলিলা ।
নিকটৰ গৃহে গৈয়া শুনিয়া ৰহিলা ॥১৭১৪॥
দোভাগ ৰাত্ৰিত লোহা চিন্তিয়া পড়িল ।
তেতিক্ষণে আতা প্ৰহৰীক জান দিল ॥
প্ৰহৰী দেখিল পাৱে শৃঙ্খল ছিগিল ।
তেতিক্ষণে গৈয়া গড় মালিক কহিল ॥১৭১৫॥
দেখি গড়মলি পুনু দৃঢ় লোহা দিল ।
পূৰ্ব্বৰতে দুইজন শয়ণ কৰিল ॥
গড়মলি গৈয়া কিছু ক্ষণেক আছিল ।
পুনু লোহা পাৱে পাছে খণ্ড খণ্ড হৈল ॥১৭১১৬॥
আৰবাৰ মাতি আতা দিলেক সম্বাদ ।
দেখি গড়মলি মনে ভাবিলা বিষাদ ॥
মনত জানিলা আৰা কৃষ্ণৰ ভকত ।
নাজানিয়া ৰাজা দুঃখ দেই এহি মত ॥১৭১৭॥
ৰাজাৰ আদেশ নকৰিবে সাধ্য নাই ।
অবশ্যে বিকিবে লাগে ভোটান্তৰ ঠাই ॥
প্ৰভাত হৈলন্ত ভোট মাতিয়া আনিলা ।
ছকুৰি টকাত দুই জনক বিকিলা ॥১৭১৮॥
পাছে চাৰি ভোটে পৰ্ব্বতক লৈয়া যাই ।
অন্ধকাৰ দেখে আগে পাছে কিছু নাই ॥
ৰাম ৰাম হৰি গুৰু দুইজনে সুমৰে ।
দেখি ভোট গণ সুবিস্মিত হৈল ৰৰে ॥১৭১৯॥
সকল মিলিয়া তথা আলোচন কৰি ।
দেৱ মানুষক আম্ৰা নিবকে নপাৰি ॥
বুলিয়া ফিৰিয়া আসি গড়মলিক দিলা ।
পূৰ্ব্বৰ দিৱাৰ টকা ফিৰায়া আনিলা ॥১৭২০॥

গড়মলি বোলে তোৰা ৰক্ষক সকল ।
বন্ধন গুছায়া আসম্ভাক লৈয়া চল ॥
পৰম বৈষ্ণৱ দুইজন মহামতি ।
নপলাইবে কদাচিতো জানিবা সম্প্ৰতি ॥১৭২১॥
মুকলি কৰিয়া লৈয়া ফিৰায়া চলিলা ।
ভাৰ্য্যাৰ পৰীক্ষা কৰি আতায়ে বুলিলা ॥
মহা দুঃখ পাইলো আমি গুৰুজন হন্ত ।
তুমিয়ো ভূঞ্জিলা দুঃখ আত নানা মত ॥১৭২২॥
শুনি ৰৰাবসী আই চমকিত হৈয়া ।
হা কি বুলিলা স্বামী এমত বুলিয়া ॥
অপমান কৰিবাক গুৰুত নপাই ।
শাস্ত্ৰে সাধু কহিছন্ত দঢ়াই দঢ়াই ॥১৭২৩॥
শৰীৰত আছে সুখ দুঃখ নানা মত ।
অৰ্থাত্য শৰীৰে কৰ্ম্মফল নানামত ॥
গুৰুৰ কাৰণে যিবা দুঃখ আছা পাই ।
অনেক জন্মৰ ভাগ্যে হৈ আছে উদয় ॥১৭২৪॥
শুনিয়া ঠাকুৰ আতা মহা তুষ্ট মনে ।
ধন্য ধন্য বুলি প্ৰংশসিলা ঘনে ঘনে ॥
নাহিকন্ত সঙ্গ গোকুল চান্দত বিনাই ।
আজিহন্তে হৈলা তুমি সঙ্গ এহি ঠাই ॥১৭২৫॥
এহি মতে তিনদিন পথত আসন্ত ।
হৰি গড় মলি স্বপ্ন দেখে অদভুত ॥
মহাজ্যোতিৰ্ম্ময় এক পুৰুষ আসিলা ।
হাতে স্বৰ্ণদণ্ড গলে তুলসীৰে মালা ॥১৭২৬॥
গলমলিক সম্বোধিয়া বুলিবে লাগিলা ।
মোৰ প্ৰিয়তম ভক্ত এাক দুঃখ দিলা ॥
আচৰিত ৰূপদেখি পড়ি প্ৰণামিলা ।
কোন তুমি আইলা বুলি সাদৰে পুছিলা ॥১৭২৭॥
শুনি কহিলন্ত জান মইসে শঙ্কৰ ।
মোহোৰ সৃজনা ইটো যত চৰাচৰ ॥
ভকতক ৰক্ষাকৰি ফুৰো সৰ্ব্বদায় ।
সি হেতুকে মোৰনাম বোলে কৃপাময় ॥১৭২৮॥
শীঘ্ৰ মোৰ ভক্ত দুইক যেবে নছাৰিবি ।
অৱশ্য কৰিব দণ্ড তাৰফল পাইবি ॥
হেন মতে আদেশিয়া দেৱতা প্ৰধান ।
দেখিয়া থাকন্তে তৈতে হৈলা অন্তধান ॥১৭২৯॥
গড়মলি দেখি স্বপ্ন অতি বিপৰিত ।
প্ৰভাতে উঠিয়া পাইলা আতাৰ সন্নিত ॥
প্ৰণামিয়া কহিলন্ত স্বপ্নৰ কথাক ।
বোলন্ত ক্ষমিয়ো তোমা আমাৰ দোষক ॥১৭৩০॥

হৰি ভকতক নজানিয়া দুঃখ দিলো ।
ৰাজ আজ্ঞা লৈয়া মই সংসাৰে ডুবিলো ॥
শঙ্কৰো মনুষ্য নোহে পৰম ঈশ্বৰ ।
অজিজ্ঞাসি মূৰ্খদ্বিজ্ঞ কথা কৰি সাৰ ॥১৭৩১ ॥
দুইজন ভকতক মহা দুঃখ দিলা ।
সেহিপাপে ৰাজা ঘোৰ নৰক সাধিলা ॥
হেন নানা খেদ কৰি গড়মলি গৈলা ।
ভেটেই যি কাৰণে নেনি উলোতায়া দিলা ।।১৭৩২।।
স্বপ্নতো দেখিল যেন তাহাকো কহিল ।
শুনিৰাজা পৰম বিস্ময় মানি গৈল ॥
বোলে দুইজন ভক্ত আন মোৰ ঠাই ।
আনন্তে গড়মলি দুইকো দিলন্ত ভেটাই ।।১৭৩৩।।
ৰাজা বোলে কিনো বিচক্ষণ লোক দুই ।
যি কৈলিসি কৈলি শীঘ্ৰে এৰি দিও গই ॥
গড়মলি দুইহান্তকো তখনি এৰিল ।
শঙ্কৰক দেখিয়োক বুলিয়া কহিল ।১৭৩৪।।
সি কালত আতাৰ গৃহিনী মহাসতী ।
পৰ্ম্মানন্দ ঠাকুৰক জন্ম কৰিলন্তি ॥
ৰাজা এৰিবাৰ কালে অশৌচৰ অন্ত ।
আই সমে পুত্ৰ লৈয়া আতা ছলিলন্ত ।।১৭৩৫।।
প্ৰভাতে শঙ্কৰ গুৰুসদাচাৰ কৰি ।
আসন্তে দেখিলা দূৰে ৰিণি ৰিণি কৰি ॥
নাৰায়ণ দাস আইলা জানি গুৰুজন ।
মহাস্নেহে গুৰু কৰে নিৰীক্ষণ ।।১৭৩৬।।
দণ্ডৱতে পৰি আতা ক্ৰন্দন কৰিয়া ।
পৰ্ম্মানন্দ ঠাকুৰক থৈলা আগে নিয়া ॥
গুৰুবোলে বাপু দুঃখ পাইলা মোৰ সনে ।
আতাবোলে তযুসেৱা বঞ্চিত কাৰণে ॥১৭৩৭।।
তোমাৰ চৰণ সেৱা নকৰিলো ভাল ।
সেহি অপৰাধে দুঃখ লভিলো বিপুল ॥
তোমাৰ কৃপাত তাক সকলে তৰিলো ।
তব প্ৰসাদত আসি চৰণ সেৱিলো ।।১৭৩৮।।
দুঃখতে ভৈলেক ইটো পুত্ৰ তযু দাস ।
এতেকে দুঃখীয়া নাম কৰিলো প্ৰকাশ ॥
শঙ্কৰে বোলন্ত আৰ জন্ম ভৈল যেবে ।
দুঃখ গুছি আনন্দ পাইলাহা তুমি তেবে ।।১৭৩৯।।
এতেকে ইহাৰ পৰমানন্দ নাম দিলো ।
মোৰ এক ভক্তভৈল মহাৰঙ্গ পাইলো ।
এহিবুলি দক্ষিণ পদৰ বৃদ্ধাঙ্গুলিক ।
পৰ্ম্মানন্দ ঠাকুৰৰ মস্তকে দিলেক ।।১৭৪০।।

হেন সময়ত হৰি গড়মলি গৈয়া ।
শঙ্কৰ দেৱৰ পাদ পদ্মক সেৱিয়া ॥
স্তুতি নতি কৰি দণ্ডৱতে পৰিলন্ত ।
ঠাকুৰ আতায়ে পাছে সকলে কৈলন্ত ।।১৭৪১।।
ইহাক গণিয়ো বাপ সেৱকৰ মাজে ।
কৰিলে আমাক দায়া ৰাজাৰ সমাজে ॥
সুখদে আনিলা মহা শঙ্কটৰ বেলি ।
চৰণে ৰাখিয়ো বাপ নেপেলাইবা থেলি ।।১৭৪২।।

## নৰনাৰায়ণ ৰাজাৰ সভালৈ শঙ্কৰ দেৱৰ গমন

গড়মলি বোলে স্বপ্ন যিদিনা দেখিলো ।
সেহি দিন ধৰি তব শৰণ পশিলো ॥
হেনমত কহি গুৰু চৰণে পৰিলা ।
নিশ্চয় কৰিয়া তান চৰণে ভজিলা ।।১৭৪৩।।
তাত অনন্তৰে আতা মহা ভক্তি কৰি ।
ৰহন্তে বিদায় দিলা শঙ্কৰে সাদৰি ॥
ৰহুদিন ভৈল তব গৃহ চাৰিবাৰ ।
গোকুল চান্দসমে ছলি যাও শীঘ্ৰতৰ ।।১৭৪৪।।
আদেশ লভিয়া পাছে আতা নাৰায়ণ ।
আপোন গৃহক যাই ৰহিল তেখন ॥
গড়মলি গোটে শঙ্কৰক ভক্তি কৰি ।
সদায়ে আসিয়া থাকে গুৰু সেৱা কৰি ।।১৭৪৫।।
এহি কথা এড়ি শঙ্কৰৰ শুনা কথা ।
নৰ নাৰায়ণে যেন কৰিলন্ত তথা ॥
গড়মলি দূত মুখে বাৰ্ত্তাক পাইলন্ত ।
যেনমতে চিলাৰাই কাঢ়িয়া নিলন্ত ।।১৭৪৬।।
শুনি নৰ নাৰায়ণ ৰাজা মহামতি ।
সভামধ্যে প্ৰকাশিয়া কহিলা তহিতি ॥
শঙ্কৰক নলুমোক ভান্দি আনিলেক ।
ভাল ভৈল নলুমোৰ থানে পঠায়োক ।।১৭৪৭।।
শঙ্কৰক লাগ পাইবে মোহোৰ লাগয় ।
কৰিবো তাহাৰ সঙ্গে আলাপ নিশ্চয় ॥
শীঘ্ৰে যাহ দূত ভাই ৰাজাত কহিয়ো ।
যতন কৰিয়া শঙ্কৰক পঠাই দিয়ো ।।১৭৪৮।।
শুনিছো বিবিধ শাস্ত্ৰ গণত পণ্ডিত ।
অনেক পণ্ডিতে মত নপাৰে খণ্ডিত ॥
কেনমতে প্ৰকাশিছে হৰিৰ ভকতি ।
শুনিবাক পাইলে লোকে নছাৰে তহিতি ।।১৭৪৯।।

কবিতা বিস্তৰ কৰি আছে কেনমত ।
গীত-ভটিমা আদি ৰচি আছে যত ॥
আলাপ কৰিয়া আমি সকলে বুজিব ।
পঠায়া দিয়োক ননু আন নভাবিব ॥১৭৫০॥
হেনমতে গৈয়া দূতে চিলাৰাইত কৈল ।
শুনিয়া শঙ্কৰ দেৱ আনন্দ লভিল ॥
পাছে শুক্লধ্বজে দূত আগত কহন্ত ।
যেনকথা পূৰ্ব্বেদদা কহিয়া আচন্ত ॥১৭৫১॥
যিকথা কহিছে আবে তবো শঙ্কা হয় ।
যেন যেন কথা আগে বুলিয়া আছয় ॥
এতেকতে দদা তেন স্নেহ পাগ্র এক ।
আমাৰ থানক লাগি প্ৰেৰণ কৰোক ॥১৭৫২॥
তাক ৰাখি শঙ্কৰ দেৱক গাঞ্জি দিবো ।
শংকৰক দুঃখদিলে ইহাক কাটিবো ॥
শুনি ৰাজা একজন পাত্ৰক পাঞ্চিলা ।
তাক ৰাখি শঙ্কৰ দেৱক পঠাই দিলা ॥১৭৫৩॥
ঘোটকৰ দাকদিলা অতি শীঘ্ৰতৰে ।
বিসম্বাদ ভৈলে বাৰ্তা কহিবো সত্তৰে ॥
শঙ্কৰ যাইবাৰ শুনি নৰনাৰায়ণ ।
চন্দন চা'ৰন্ত বসিলেক তাৱক্ষণ ॥১৭৫৪॥
অনেক বাদীক আৰো আন দ্বিজগণ ।
পাত্ৰ মন্ত্ৰী সভাসদ বসিল তখন ॥
দুৱাৰতে ৰাখি দূতে ৰাজাত জনাইলা ।
আন বুলি আনন্দতে ৰাজা আজ্ঞা দিলা ॥১৭৫৫॥
শ্ৰীশঙ্কৰ দেৱ ধিৰে ধিৰে চলি যান্ত ।
তেজ দেখি ৰাজা প্ৰজা মোহক পাইলন্ত ॥

**ৰাজ ক্যাৰেঙত শ্ৰীশঙ্কৰদেৱৰ টোটয় কীৰ্ত্তন**

ৱাজ্ঞাণে সকলে দেখি মাজে দিলা পথ ।
সমুদ্ৰৰ মাজে যেন গৈলা ৰঘু নাথ ।১৭৫৬॥
সিংহাসন ওচৰত ৰৈলেক স্তম্ভিয়া ।
ৰাজা বোলে নিকটক আসিয়ো উঠিয়া ॥
সাতথাক ভেটিৰ ওপৰে সিংহাসন ।
তাহাত উঠিয়া ক্ৰমে কৰয় গমন ॥১৭৫৭॥
প্ৰতি থাকে টোটয়ক কৰি উচ্চাৰণ ।
থাকৰ উপৰে গৈয়া ভৈলা উপসন ॥

**টোটয়**

মধুদানৱ দাৰণ দেৱ বৰং ।
বৰ বাৰিজ লোচন চক্ৰধৰম্ ॥১

ধৰণীধৰ ধাৰণ ধ্যেয়পৰং ।
পৰমাৰ্থ বিদ্যা শুভনাশ কৰম্ ॥২
কৰচুৰ্ণিত চেদিপ ভুৰিভগং ।
ভগভূষণ কোঞ্চিত পাদযুগম্ ॥৩
যুগনায়ক নাগৰ বেশৰুচিং ।
ৰুচিৰাং শুপিধান শৰীৰ শুচিম্ ॥৪
শুচিচামৰ ৰায়ু নিসেব্যতনুং ।
তনুমধ্যগদেহ সুবেশহনুম্ ॥৫
হনুমন্ত হৰিশ সহায় ৰতং ।
ৰতৰাস পৰায়ণ শক্ৰনতম্ ॥৬
নত বৰ্ত্তুল স্থূল সুদীৰ্ঘ ভুজং ।
ভুজগাধিপতল্প শয়ান মজম্ ॥৭
অজৰামৰ বিগ্ৰহ বিশ্বগুৰুং ।
গৰুগোধন কামদকল্পতৰুম্ ॥৮
তৰুণী-মনমোহন সৰ্ব্বশুভং ।
শুভমঙ্গল দায়ক নীলনিভম্ ॥৮
তৰুণী-মনমোহন সৰ্বশুভং ।
শুভ মঙ্গল দায়ক নীলনিভম্ ॥৯
ইভ কুম্ভজ মৌক্তিক মাল্যবহং ।
বহলোৰ সমিণ্টজ সৰ্ব্ব সহম্ ॥১০
সহজায়তি পদ্ম দলাক্ষচিদং ।
চিদানন্দ বিনোদন-বেদবিদম্ ॥১১
বিদুষাম্মনমশুম কম্বুগলং ।
গল-শোভিত কৌস্তুভ ভীম বলম্ ॥১২
বলভদ্ৰ সহোদৰ সত্যবপুং ।
বপুনিৰ্দ্দিত বিশ্বসুৰাৰিৰিপুম্ ।১৩
ৰিপু যূথপ যূথপ দৰ্পহৰং ।
হৰমৌলি নিঘৃণ্ট পদাব্জ পৰম্ ॥১৪
পৰলোক সহায় সহস্ৰমুখং ।
মুখৰালি কুলা কুলাকুল মাধ্য সুখম্ ॥১৫
সুখ মোক্ষদ দক্ষ ৰমা ৰমনং ।
মনসো পৰিমেয় সহস্ৰ ফলম্ ।১৬
ফলতোস্মি নতোস্মি নতোস্মি হৰিং ।
হৰি বৈৰী কৃত্যাসন ভোগ্য হৰি ॥
হৰিকিঙ্কৰ শঙ্কৰ ঈশ পদে ।
পদ মিচ্ছতি গায়তি চামৃত দে ॥১৮

২য় ভটিমা—

জয় জয় মল্ল নৃপতি ৰসবান ।
জাকেৰি গুণ গন নাহিকে সমান ॥

## টোটয়টিৰ অৰ্থ

মধু দানৱ দাৰণ দেৱবৰং

মধু আৰু কৈটভ নামৰ দুজন দৈত্য ব্ৰহ্মকল্পতে ভগবানৰ পৰা উত্তৰহে সমস্ত জগত আক্ৰমন কৰাত ভগবানে দুয়ো দৈত্যকে বিনাশ কৰিছিল, যি দৈত্যৰ মেদেৰে পৃথিৱী বিয়পি পৰিছিল। সেই জন ভগবানেই শ্ৰেষ্ঠ দেৱতা। তেওঁৱে মধুমতী মায়াৰ দ্বাৰা সৃষ্টি ৰচনা কৰিছিল, তেওঁক শৰণ লৈ ভজন পূজন কৰিলে সেই মধুমতী মায়া দূৰ কৰে।

বৰ বাৰিজ লোচন চক্ৰজ ধৰম্ ।।১।।

ভগবানৰ চক্ষুদুটি পদুম পাহিৰ দৰে সুদীৰ্ঘ আৰু ইষত ৰঙা। আৰু তেওঁৰ চাৰিখনি হাতত ক্ৰমে বৰ–(শঙ্খ) বাৰিজ-(পদ্ম) লোচন (গদা) আৰু পদ্ম ধাৰণ কৰি আছে, তেওঁ ভূত ভবিষ্যত আৰু বৰ্ত্তমান সকলো দেখি আছে, আৰু তেওঁৰ হাতত কালৰূপে চক্ৰ ধৰি জগতৰ আয়ুস হৰণ কৰি আছে।১।।

ধৰণি ধৰ ধাৰণ ধ্যেয়পৰং।

পৃথিৱীক পৰ্বত সকলে ধৰি আছে সেই পৰ্ব্বত আৰু দিগগজ সকলৰ সৈতে পৃথিৱীক যি অনন্তই ধৰি আছে, সেই অনন্তকো যি ধৰি আছে তেওঁৱে ধ্যান চিন্তন কৰিব লগিয়া দেৱতা। তেওঁ সাকাৰ ৰূপধাৰণ কৰি কৃষ্ণ অৱতাৰত গোবৰ্দ্ধন ধাৰণ কৰি ব্ৰজ বাসীক শিলা বৃষ্টিৰ পৰা ৰক্ষা কৰিছিল।

পৰমাৰ্থ বিদ্যা শুভনাশ কৰম্ ।।২।।

পৰমাৰ্থ বিদ্যাই অশুভ সকল নাশ কৰে। পৰমাৰ্থ বিদ্যা অৰ্থে, আত্মা, অনাত্মা আৰু পৰমাত্মা তত্বজ্ঞান হলে, সংসাৰত জন্ম, মৃত্যুৰূপে অশুভ বিলাক নাশ হয় ।।২।।

কৰছুণিত চেদিপ ভুৰিভগং।

চেদি ৰাজ্যৰ ৰাজা শিশুপালক যি বিনাশ কৰিছিল, তেওঁৰ অনেক ভগ অৰ্থাৎ ঐশ্বৰ্য্য আছে, ভগ অৰ্থে, সমগ্ৰ শ্ৰী, সমগ্ৰ যশ, সমগ্ৰ জ্ঞান, সমগ্ৰ বৈৰাগ্য, সমগ্ৰ বীৰ্য্য আৰু সমগ্ৰ বল যত আছে তেওঁৱে ভগবান। অথবা, ভগবানৰ যি সমস্ত গুণ জানে সেই ভকত জনো ভগবান হব পাৰে।

ভগভূষণ কোৰ্চ্চিত পদযুগম্ ।।৩।।

ভগশব্দে—অনিমাদি ঐশ্বৰ্য্যই যাৰ ভূষণ অৰ্থাৎ শৰীৰৰ অলঙ্কাৰ, তেওঁৰ পদ যুগলত মই অৰ্চ্চনা কৰোঁ। ভগভূষণ, ইন্দ্ৰকো বোলে 'ক' শব্দে ব্ৰহ্মাক বুজায় ইন্দ্ৰ ব্ৰহ্মাকে আদি কৰি সমস্ত দেৱতায়ো যাৰ চৰণ কমল অৰ্চ্চনা কৰি থাকে তেওঁৰ চৰণত আমিয়ো অৰ্চনা কৰোঁ ।।৩।।

যুগনায়ক নাগৰ বেশৰুচিং।

যি জনা ভগবান চাৰিয়ো যুগৰ নিয়ামক আৰু প্ৰত্যেক যুগত নানা অৱতাৰ ধৰি নানা লীলা কৰি থাকে, যাৰ বেশ অতিৰুচিৰ।

ৰুচিৰাংশপিধান শৰীৰ শুচিম্ ।।৪।।

যাৰ শৰীৰত পবিত্ৰ পাটৰ হালধীয়া বস্ত্ৰৰে শোভা কৰিছে, আৰু যাৰ শৰীৰৰ অতিৰ পবিত্ৰ, আমাৰ শৰীৰৰ পাঁচভূতৰে নিৰ্ম্মাণ কৰা নহয়।

।। শুচিচামৰবায়ু নিসেব্যতনুং ।।

যাৰ শৰীৰ পবিত্ৰ চোঁৱৰৰ বায়ুৱে পবিত্ৰ কৰে।

॥ তনু মধ্যগ দেহসুবেশহনুম্ ॥ ৫ ॥

যিজনা ভগৱানৰ হিয়াখন অশ্বথ পত্ৰৰদৰে বহল আৰু কৰানটি সিংহৰ দৰে সৰু, অতি শুৱনি গাল মুখনি, তেওঁক প্ৰণাম জনাইছোঁ ॥ ৫ ॥

হনুমন্ত হৰীশসহায় ৰতং ।

হনুমান সুগ্ৰীব আদি কপি সকলে যাক সহায় কৰিছিল, তেওঁ সদায় হাস্য বদনে গোটেই বিশ্বকে সহায় কৰি থাকে।

॥ ৰত্তৰাঙ্গপৰায়ণশক্ৰণতম্ ॥ ৬ ॥

নৃত্যগীত পৰায়ণ ইন্দ্ৰয়ো যাক নত মস্তকে সেৱা জনায় থাকে, ৰতনামে প্ৰীতিক কয়, ৰঙ্গনামে সদা যাৰ আনন্দ, যি নিত্যানন্দ ভগবান, তেওঁক পৰম আশ্ৰয় ভাবি তেওঁকে প্ৰীতিকৰি তেওঁৰ চৰণ যুগল উপাসনা কৰি থাকোঁ ॥ ৬ ॥

নতবৰ্তুল স্থূলসুদীৰ্ঘভুজং ।

ভগবানৰ চাৰিখনি হস্ত হাতী শুৰৰ দৰে গোটা লাৱণ্য আৰু শুৱনি দীঘলীয়া

ভুজগাধিপতল্পশয়ানমজম্ ॥ ৭ ॥

ভুজগ অৰ্থে সৰ্প, সৰ্পৰ ওপৰত ৰজা অনন্ত, অনন্ত শয্যাত যিজনে শুতি আছে, তেওঁক সদায়ে ভজন কৰোঁ ॥ ৭ ॥

অজৰামৰ বিগ্ৰহ বিশ্বগুৰুং

জন্ম, জড়া, শোক, মোহ, ক্ষুধা, তৃষ্ণা, মৃত্যুৰ যি অতিত, তেওঁৰ শৰীৰ, অতি নিৰ্ম্মল আৰু তেওঁৱে বিশ্বজগতৰ গুৰু ।

গুৰু গোধন কামদ কল্প তৰুম্ ॥ ৮ ॥

পশুৰ মাজত সকলোতকৈ গৰুৱেই যে শ্ৰেষ্ঠ, গৰুৰ শৰীৰতেযে সমস্ত তীৰ্থক্ষেত্ৰ আৰু দেৱতাৰ নিবাস বুলি ভগবানে কৈছে, আৰু গো বেদ, ব্ৰাহ্মণ এই সকলক ৰক্ষাকৰি তেওঁ সকলোৰে সমস্ত কামনা পূৰণ কৰাত কল্পতৰু স্বৰূপ। কল্পতৰু অৰ্থে যি যিহকে বাঞ্ছা কৰে তাকে লাভ কৰে ॥ ৮ ॥

তৰুণীমন মোহনসৰ্ব্বশুভং ।

শ্ৰীহৰিয়ে ব্ৰজ ৰমণী সকলৰ মন মোহিত কৰিছিল আৰু তেওঁ সকলোৰে শুভ চিন্তাকৰে ॥ অথবা—তেওঁৱে অপৰাপ্ৰকৃতি জীৱৰূপী ৰমণী সকলক মায়াদ্বাৰা মোহিত কৰি সংসাৰ চলাই আছে ।

শুভমঙ্গলদায়কনীলনিভম্ ॥ ৯ ॥

ভগবানৰ শৰীৰৰ বৰণ নীলপদুমৰ দৰে বা তিচিফুলৰ দৰে নীলা। তেওঁ সকলোকে শুভ মঙ্গল দান কৰে ॥ ৯ ॥

ইভকুম্ভজমৌক্তিকমাল্যবহং ।

ভগবানে গজমুক্তাৰ হাড় ডিঙিত পিন্ধি শোভায়মান হৈ আছে। ইভ—অৰ্থে হাতী, কুম্ভজ—অৰ্থে মুৰ, মৌক্তিক—অৰ্থে মুকুতা মণি। মাল্য—অৰ্থে মালা, বহং—অৰ্থে পিন্ধি আছে ।

বহলোৰসমিল্টজসৰ্ব্বসহম্ ॥ ১০ ॥

অতি সহনশীল সুবহল হৃদয়ত সোঁফালে, শ্ৰীবৎস আৰু বাওঁফালে, লক্ষ্মীহতাই শোভা কৰিছে ॥১০॥

সহজাম্বতি পদ্মদলাক্ষ চিদং ।
চিদানন্দ বিনোদন বেদ বিদম্ ॥ ১১ ॥

ভগবানৰ চক্ষুদুটি পদুমৰ পাহিৰ দৰে, তেওঁ সহজতে জলে-স্থলে আকাশে-পাতালে দৰ্শন কৰি থাকে আৰু তেওঁৰ শৰীৰটো সৎচিদানন্দঘন অৰ্থাৎ সদাই চৈতন্যৰূপে আকাশ আৰু বায়ু জগতত বিয়পি থকাৰ দৰে সকলোতে সদায় থাকি বিনোদন— অৰ্থাৎ আনন্দ খেলা কৰি আছে। বেদ—অৰ্থাৎ সকলো প্ৰকাৰ জ্ঞান তেওঁতেই বিদ্যমান ॥ ১১ ॥

বিদুষামনমণ্ডনকম্বুগলং
গল শোভিত কৌস্তভ ভীমবলম্ ॥ ১২॥

বিদুষা—অৰ্থে পণ্ডিত। তেওঁ পণ্ডিত সকলৰ মনত স্থিতি হৈ ৰচনা শক্তি প্ৰদান কৰে, গতিকে তেওঁ সকলোৰে মনৰো ভূষণ। ভগবানৰ গল—অৰ্থে ডিঙি বা কণ্ঠটো, কম্বুৰ দৰে, ডিঙিটো (শঙ্খৰ দৰে) তিনি ৰেখাযুক্ত। তাতে জগতৰ জীৱৰ সমষ্টি স্বৰূপ কৌস্তুভ মণিয়ে শোভায়-মান কৰি আছে। তেওঁৰ অসীম বল ॥ ১২ ॥

বলোভদ্ৰ সহোদৰ সত্যবপুং ।
বপুনিৰ্দ্দিত বিশ্ব সুৰাৰি ৰিপুম্ ॥ ১৩ ॥

ভগবানে সাকাৰ ৰূপ কৃষ্ণ অৱতাৰ ধৰোতে বলোৰাম তেওঁৰ জেষ্ঠ ভ্ৰাতা হৈ জন্ম লৈছিল। ভগবানৰ শৰীৰতো সদায় একেদৰে থাকে গতিকে তেওঁক সত্য বপু বোলে। তেওঁ এসময়ত সমস্ত জগত নাশ কৰি নিজৰ উদৰতে সুমুৱাই লৈ শয়ন কৰি থাকে। সুৰাৰি ৰিপুম্ সুৰ— অৰ্থে দেৱতা, ৰি— অৰ্থে অৰি দৈত্য। ৰিপুম্— অৰ্থ শত্ৰু। ভগবানে দেৱতাৰ অৰি অসুৰ সকলক বিনাশ কৰি দেৱতাক নিজ ৰাজ্য প্ৰদান কৰিছিল ॥ ১৩ ॥

ৰিপু যূথপ যূথপ দৰ্পহৰং ।
হৰমৌলি নিঘৃষ্ট পদাৰজপৰম্ ॥ ১৪ ॥

ৰিপু—শত্ৰু। যূথপ যূথপ— দলে দলে। তেওঁৰ কাষলৈ অহা শত্ৰুৰ দল সমুদায়কে ধ্বংস কৰিছিল। অথবা—তেওঁও শৰণ লোৱা ভক্ত সকলৰ কাম, ক্ৰোধাদি ৰিপু সমস্তকে বিনাশ কৰে। যাৰ উত্তম পাদপদ্মত মহাদেৱেও শিৰেধৰি চৰণৰ ধূলা লয়। এনে উত্তম পদত আমাৰো সৰ্ব্ব-ভাৱে আশ্ৰয় ॥ ১৪ ॥

পৰলোক সহায় সহস্ৰ মুখং ।
মুখৰালি কুলাকুল মাল্য সুখম্ ॥ ১৫ ॥

ভগবান সকলো জীৱৰে পৰলোকত সহায় কৰোঁতা। আৰু তেওঁৰ হেজাৰ হেজাৰ মুখ আছে। অৰ্থাৎ অণ্ডজ (কণিৰ পৰা হোৱা) স্বেদজ—মলৰ পৰা হোৱা। জড়ায়ুজ— (জলেৰে আবৃত কৰি থকা মানুহ গৰু আদি) উদ্ভিদজ (গছ তৃণ আদি) চতুৰ্ব্বিধ প্ৰাণীৰ অন্তৰত থাকি তেওঁৱেই সকলো দ্ৰব্য ভোজন কৰি আছে গতিকে তেওঁৰ হাজাৰ হাজাৰ মুখ। ভগবানৰ বনমালাৰ গোন্ধত অলিকুল অৰ্থাৎ ভোমোৰা বিলাকে বনমালাৰ সুগন্ধ পুষ্পৰ ৰস পান কৰি মত্তহৈ আছে ॥১৫॥

সুখমোক্ষদদক্ষ ৰমাৰমনং ।
মন সো পৰিমেয়সহস্ৰফণম্ ॥ ১৬ ॥

ভগবানক ভজন পূজন কৰিলে অতি সুখময় মোক্ষ পদ পায় অৰ্থাৎ জন্ম মৃত্যু দুখৰ পৰা উদ্ধাৰ হয়। তেওঁ লক্ষ্মীপতি ভগবান। ভগবানক বাক্যে মনে ভাবি অন্ত নাপায় আৰু তেওঁ সহস্ৰ ফণাযুক্ত অনন্তৰূপে পৃথিৱীক ধৰি আছে ॥ ১৬ ॥

প্ৰণতোহস্মিনতোস্মিহনতোহস্মিহৰিং
হৰিবৈৰী কৃত্যাশণ ভোগ্য হৰিম্ ॥ ১৭ ॥

হৰি অৰ্থে ভেকোলা, সাপ, সিংহ বানৰ আদিকো বোলে। টোটয়টোৰ অৰ্থ হল হৰি অৰ্থে ভেক, ভেকৰ বৈৰী সাপ, সাপৰ বৈৰী গৰুড়পক্ষী, গৰুড় পক্ষীত আৰোহণ কৰি শ্ৰীহৰিয়ে উঠি ফুৰি আমোদজনক ভোগ কৰে! সেই হৰিক প্ৰণাম জনাইছো প্ৰণাম জনাইছো বুলি টোত্ৰ সম্পূৰ্ণ কৰিছে।

হৰি কিঙ্কৰ শঙ্কৰ ঈশপদে ।
পদমিচ্ছন্ গায়তি চামৃত দে ॥ ১৮ ॥

শ্ৰীহৰিৰ কিঙ্কৰ বা অধীন শঙ্কৰদেৱে ঈশ্বৰৰ পাদপদ্ম লক্ষকৰি ভগবানৰ অমৃতময় পদ ৰচনা কৰি গাই তৃপ্তিলাভ কৰি এই তোটয়ৰ সমস্ত ফল ভগবানৰ চৰণত সমৰ্পন কৰি দি জন্ম-মৃত্যু, শোক-মোহ, ক্ষুধা-তৃষ্ণাৰ পৰা উত্তীৰ্ণ হৈ সংসাৰৰ ক্লেশ আৰু ৰাগতাপ পাহৰি তেওঁতে মন লীন কৰি অমৃত পান কৰি আছে। সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

---

অন্য এটা অৰ্থমতে ইন্দ্ৰকো হৰি বোলে, গৰুড় পক্ষীয়ে মাক বিনতাক কদ্ৰুৰ অধীন মোচনৰ সময়ত পক্ষীৰাজ গৰুড়ই ইন্দ্ৰ বৈৰীক দমন কৰি অমৃত হৰণ কৰি আনি কদ্ৰুৰ সন্তান সৰ্প বিলাকক দিয়ে। সেই ইন্দ্ৰ বৈৰী (হৰি) গৰুড় পক্ষীক বাহন কৰি হৰি ভগবান ফুৰাৰ হেতুকেও এই অৰ্থ হয়।

## শ্ৰীশঙ্কৰদেৱৰ নৰনাৰায়ণ ৰাজাৰ সভাত সম্মান, ব্ৰাহ্মণৰ সম্মান হানী

এহি দুই ভট্টিমাক গায়া গুৰুজন ।
কৰিলা ৰাজাক আশীৰ্ব্বাদ অনুক্ষণ ।।১৭৫৮।।
পৰম পণ্ডিত ৰাজা শুনি মোহ ভৈলা ।
আৰ অৰ্থ কৰা বুলি বচন বুলিলা ।।
কম্বল দিয়োক শীঘ্ৰে বুলি আদেশিলা ।
সভাসদ লোকৰ সবে আনন্দ মিলিলা ।।১৭৫৯।।
পুনঃ পুনঃ ৰাজা বোলে শীঘ্ৰকৰি, আন ।
দূতে বিচাৰন্ত কম্বলক ঘনে ঘন ।।
ব্ৰাহ্মণ সবৰ পিছে কম্বলক ধৰি ।
পৰ্ম্মানন্দ আতৈ কম্পি আছে তৰতৰি ।।১৭৬০।।
ৰাজাৰ প্ৰচণ্ড বাণী শুনিয়া ব্ৰাহ্মণে ।
হতা হতি কম্বলক নিয়া তাৰক্ষণ ।।
পাছে গড়মলি গোটে পাৰিয়া দিলন্ত ।
ৰাজাৰ আদেশে শঙ্কৰ গুৰু বসিলন্ত ।।১৭৬১।।
পাছে গুৰু বুলিলন্ত অতি সমাদৰে ।
ভট্টিমাৰ অৰ্থক কহো দ্বিজবৰে ।।
ব্ৰাহ্মণ সকলা অন্যে অন্যে ভাবিছিল ।
ৰাজায়ে বোলন্তে অৰ্থক নেপাইল ।।১৭৬২।।
ভাল ভাল তোৰাসব প্ৰথমে হটিলা ।
আৰে অৰ্থ কৰা বুলি শঙ্কৰক কৈলা ।।
পাছে গুৰুজনে অৰ্থ চাৰি, চাৰি প্ৰকাৰে ।
ভট্টিমাৰ অৰ্থক কৰিলা নিৰন্তৰে ।।১৭৬৩।।
মনত মিলিলা বিপ্ৰগণ বিসম্বাদী ।
শঙ্কৰক দোষ কৰি হৈবেক প্ৰমাদী ।।
তথাপি চাহিবে লাগে মতা মত বুজি ।
কৰোহো প্ৰথমে প্ৰশ্ন শঙ্কৰক আজি ।। ১৭৬৪ ।।
বদতি ৰাজন শুনা বচন শঙ্কৰ ।
বিপ্ৰগণে কৰি আছে তোমাত গোছৰ ।।
তুলসী নমনা তুমি গীতাক নমানা ।
পূজা হোম সকলকো কৰা বিসৰ্জ্জনা ।।১৭৬৫।।
দেৱতাৰ প্ৰতিমাক বোলা আছা ভাঙ্গি ।
সচা মিছা কহা আৰে কথাক সসাঙ্গি ।।
শঙ্কৰে বুলিলা পাছে কৰ যোড় কৰি ।
তুলসী নভৈলে পূজা নলৈবন্ত হৰি ।। ১৭৬৬ ।।

মস্তকে আমাৰ দেখা তুলসীৰ মালা ।
তুলসী নভৈলে কৰ্ম্ম সকলে নিস্ফলা ।।
এক শৰনীয়া ধৰ্ম্ম গীতাৰ প্ৰকাশ ।
গীতা ভাগৱত শাস্ত্ৰ আমাসাৰ সাস ।। ১৭৬৭ ।।
ভাগৱত হন্তে নৱবিধ ভক্তি আনি ।
প্ৰকাশ কৰিয়া আছো জানা মহা মানী ।।
সিসব ভকতি মাজে পূজন আছয় ।
কিন্তু বিষ্ণু বিনে আন পূজা নাহিকয় ।।১৭৬৮।।
সাত্বত সংহিতা পঞ্চৰাত্ৰ নামতন্ত্ৰ ।
যত বেদ বেদান্তৰ আনি আছো মত ।।
কেনমতে অনাচাৰী আমাক বোলয় ।
ব্ৰাহ্মণ সকলে আৰে বুজাইবে লাগয় ।।১৭৬৯।।
ৰাজাবোলে ধন্য ধন্য শঙ্কৰে কহয় ।
কহিয়ো পণ্ডিত সবে আৰ বিপৰ্য্যয় ।।
বেলা অৱসান ভৈল আজি ঘৰে যাহা ।
কালি সকালতে আসি বিপ্ৰগণে কহা ।।১৭৭০।।
শঙ্কৰো আসিব লাগে সেহি সময়ত ।
হেন বুলি সভা বিসৰ্জ্জিলা সিঠাৱত ।।
শঙ্কৰো চলিলা আনন্দৰ পাৰ নাই ।
সিকথা শুনিয়া ৰঙ্গ ভৈলা চিলাৰাই ।।১৭৭১।।
ভুৱনেশ্বৰী আই চৰণে সেৱিলা ।
ভোজনৰ আয়োজন সবে আনি দিলা ।।

## প্ৰবৃত্তি আৰু নিবৃত্তি মাৰ্গৰ তৰ্কবাদ নিবৃত্তি মাৰ্গ শ্ৰেষ্ঠ শ্ৰীশঙ্কৰদেৱৰ জয় ।।

নাম প্ৰসঙ্গকে ভোজন কৰিলা ।
শয্যা শুতিয়া গুৰু আনন্দে ৰহিলা ।। ১৭৭২ ।।
পৰদিনা প্ৰভাততে স্নানদান কৰি ।
ৰাজাৰ গৃহক যাইবে সাজিলা সত্তৰি ।।
লোক জন দিয়া গুৰুধ্বজে সঙ্গকৰি ।
পঠাইলা গুৰুক মহা কৰি আদৰৰি ।।১৭৭৩।।
পঞ্চ ব্ৰাহ্মণে আসি লগক ধৰিয়া ।
শঙ্কৰ দেৱক যাই আশ্বাস কৰিয়া ।।
হেনমতে গুৰু গাইলা চন্দন চৌৰাক ।
ৰাজাদেখি বৈসা বুলি কহিলন্ত বাক ।।১৭৭৪।।

পূৰ্ব্বৰ থানত গুৰু শঙ্কৰ বসিলা ।
ব্ৰাহ্মণে সকলো ঠাৱো ঠাৱে বৈলা ॥
সভাত বসিয়া ৰাজা দ্বিজক সুধিলা ।
কহা কহা শঙ্কৰে কি বিষম কৰিলা ॥১৭৭৫॥
শিলাৰ ব্ৰাহ্মণ সবে বোলয় ৰাজাক ।
কালীৰ প্ৰতিমা ভঙ্গ কৰি পেলাইলেক ॥
মহাৰাজা আগে আসি আনিয়া দেখাইলো ।
সিমত অন্যায় কাৰি কহিতো নপাইলো ॥১৭৭৬॥
শঙ্কৰে বোলন্ত আৱা পাট বাউসী স্থানে ।
শাস্ত্ৰৰ অৰ্থক নপাই লজ্জাপায়া মনে ॥
পূজা অৱসানে মূৰ্ত্তি জলত পেলাই ।
সেহি মূৰ্ত্তি চোহোঙ্গাক আনিয়া আছই ॥১৭৭৭॥
প্ৰবৃত্তি নিবৃত্তি শাস্ত্ৰ যতেক আছয় ।
বেদত কহিছে তাক মন্দ নোবোলয় ॥
কিন্তু নিবৃত্তিৰ পন্থ বেদৰ ৰহস্য ।
তাক আচৰিবে সদা কৰি মন বশ্য ॥১৭৭৮॥

## দ্বীজ বন্ধুৰ অৰ্থাৎ ব্ৰাহ্মণৰ ভঙ্গ । স্থান ভ্ৰষ্টত নৰা নখা সূচী

কদাচিতো আন পন্থ দেৱতা সৱক ।
নকৰিবে নিন্দা নকৰিবে বন্দনক ॥
কেৱলে কৃষ্ণৰ অৰ্চ্চা ভকতি কৰিব ।
কৃষ্ণৰ প্ৰসাদে লোক সংসাৰ তৰিব ॥১৭৭৯॥
গীতা ভাগৱত শাস্ত্ৰে আক কহি আছে ।
তাহাক নজানি বিপ্ৰে মিছাকৈয়া আছে ॥
সুধিবাক চাওঁ আমি সব ব্ৰাহ্মণক ।
দ্বিজ বন্ধু বোলে কাক তাক কহিয়োক ॥১৭৮০॥
ব্ৰাহ্মণে বোলন্ত বিধবাৰ পুত্ৰ হয় ।
সিজনক দ্বিজবন্ধু বুলিয়া কহয় ॥
শঙ্কৰে বোলন্ত মহাৰাজা কেনকথা ।
পণ্ডিত বোলায় নজানয় শাস্ত্ৰযথা ॥১৭৮১॥
কন্যাবিক্ৰি কৰে নিজ কৰ্ম্মক নাচৰে ।
সিজনক দ্বিজবন্ধু বুলি সাৰে সাৰে ॥
নৰা নখা কেশদন্ত শুচি কি অশুছি ।
ব্ৰাহ্মণে সকলে আক কহিয়ো আলছি ॥১৭৮২॥
দ্বিজগণে বোলে সিটো সকলে অশুচি ।
শঙ্কৰে বোলন্ত সেহি সমস্তেও শুচি ॥
ভাল ভাল কৈলা বুলি দ্বিজে উজাৰিল ।
হাসিয়া শঙ্কৰদেৱে কহিবাক লৈলা ॥১৭৮৩॥

ভাৰতত জন্মলাভ কৰ্ম্মপাত্ৰ হয় ।
কৃষ্ণৰ ভকতি পাত্ৰ মনুষ্য নিশ্চয় ॥
ব্যাঘ্ৰাদিৰ নখসব শুদ্ধ কৰি আতি ।
সুবৰ্ণ খছিত কৰি গলত পিন্ধতি ॥১৭৮৪॥
হস্তীদন্তে নিৰ্ম্মিত ঈশ্বৰৰ সিংহাসন ।
চোৰৰী পছুৰ কেশ চামৰ নিৰ্ম্মান ॥
মহাৰাজা গণ আৰ দেৱতাৰ গাৱে ।
সেহিকেশে বিঞ্চিবাৰ দিৱন্ত স্বভাৱে ॥১৭৮৫॥
এতেকতে প্ৰকৃতাৰ্থ নজানি ব্ৰাহ্মণ ।
অশুচি বুলিয়া কহে ৰাজা বিদ্যমান ॥
এহিমতে আনো নানা বাদী দ্বিজগন ।
বাদকৰি জিনিবাক নপাৰি তখন ॥১৭৮৬॥
সকল ব্ৰাহ্মণে লজ্জা পাইলা ভয়ঙ্কৰ ।
বোলন্ত আৱৰ শাস্ত্ৰ আছয় বিস্তৰ ॥
দেশ দেশান্তৰৰ পণ্ডিত আনিয়োক ।
তেবেসে শঙ্কৰ দেৱ ভঙ্গ লভিবেক ॥১৭৮৭॥
শুনিয়া নৃপতি কাশী প্ৰয়াগত হন্তে ।
নিমন্ত্ৰণে আসিল্ল পণ্ডিত অপৰ্য্যন্তে ॥
ধ্বজা বানা তুলিয়া পণ্ডিত গণ আসে ।
দেখিয়া নৃপতি ৰহিবাক দিলা বাসে ॥১৭৮৮॥
অসংখ্য পণ্ডিত আইলা তৰ্কত নিপুন ।
চন্দন চৌৰাত বসিবাৰ দিলা স্থান ॥
বোলন্ত নৃপতি যত পণ্ডিত প্ৰধান ।
শঙ্কৰ সহিতে বাদ কৰিয়ো এখান ॥১৭৮৯॥
বিপ্ৰগণে নানাতৰ্ক কুতৰ্ক আনিয়া ।
শঙ্কৰক জিনো বুদ্ধি মনত ভাবিয়া ॥
তৰ্ক বেদান্তৰ কথা আনি আনি কৈলা ।
শংকৰে বিবিধ অৰ্থে সকলো খণ্ডিলা ॥১৭৯০॥
স্থলস্থূল কৰি বিপ্ৰগণে দেই উকি ।
ৰাজাৰ প্ৰবোধ পায়া থাকন্ত নিচুকি ॥
অনন্ত কন্দলী সাৰ্ব্বভৌম আদি কৰি ।
ৰাজাৰ পণ্ডিতগণে কহন্ত সাদৰি ॥১৭৯১॥
শুনা মহাৰাজ তুমি পৰম পণ্ডিত ।
শঙ্কৰৰ মত আৱে নযায় খণ্ডিত ॥

## ঈশ্বৰৰ অনৰ্পিত অন্ন জল অশুচি

আহাক পণ্ডিত সবে নপাৰে জিনিত ।
সবাৰে উদ্যম আজি ভৈল চুৰ্ণাকৃতি ॥১৭৯২॥

ৰাজাবোলে তাক মই ভালমতে জানো ।
তথাপি কি আছে আন দেখিবাক মানো ॥
হেন সময়ত পাছে মালীগোট আসি ।
জালুকৰ থৈলাগোট দিলেক প্ৰকাশি ॥১৭৯৩॥
সকলো বিপ্ৰক ৰাজা বাটি বাটি দিলা ।
প্ৰাপ্ত মাত্ৰকতে দ্বিজ সকলে চোবাইলা ।
নুভুঞ্জয় গুৰুজনে দেখি দ্বিজগণ ।
ৰাজাক দেখায়া শুছৰিলা তেতিক্ষণ ।১৭৯৪।
ৰাজদত্ত দ্ৰব্য আমি খাইলা এতিক্ষণ ।
শঙ্কৰ নখাইলা আজ্ঞা কৰি উলঙ্ঘন ।
বদতি শঙ্কৰ মহাৰাজা শুনিয়োক ।
এহি জালুকৰ কথা আছয় যতেক ॥১৭৯৫॥
জালুক পকিলে লোকে পাৰিয়া আনয় ।
চৰুত সিজায়া চোতালত মেলিথয় ॥
আধাশুক্ক ভৈলে পাৱদিয়া লৰাই দিয়ে ।
জাৰুদিয়া আনি সাৰি তুলিয়া ছপাৱে ॥১৭৯৬॥
সিকাৰণে ইটোদ্ৰব্য সংস্কাৰ নকৰি ।
ঈশ্বৰক অৰ্পনা কৰিবো কেনকৰি ॥
অৰ্পনা নকৰি যি.টা দ্ৰব্যক ভুঞ্জয়ে ।
বিষ্ঠা মূত্ৰ ভুঞ্জিবাৰ পাতক লভয় ॥১৭৯৭॥
হইবা নুহিকে পুছিয়োক বিপ্ৰগণে ।
শুনিয়া পুছিলা বিপ্ৰসবক তেখনে ॥
কন্দলী প্ৰভৃতি বিপ্ৰে সবিনয় কৰি ।
কহিলন্ত শঙ্কৰৰ কথা সত্য কৰি ॥১৭৯৮॥
দেশান্তৰ বিপ্ৰগণে মহালাজ পাইল ।
উত্তৰ নিদিয়া অধো মুখ হৈয়া ৰৈল ॥
হেনমতে দিনে দিনে শঙ্কৰৰ সঙ্গে ।
বাদক কৰন্তে গুৰু জিনে মহাৰঙ্গে ॥১৭৯৯ ॥
একদিনা হৰিণৰ বহু মাংস আনি ॥
সভাত বিলায় দিলা ছিলা যত প্ৰাণী ॥
শঙ্কৰকো দিলা পাছে ভাগ এক গোট ।
বিদায় দিলেক ৰাজা চলিয়ো সাম্প্ৰত ।১৮০০॥
কালি আসিবাহা সবে অতি শীঘ্ৰে কৰি ।
শুনি বিপ্ৰগণে উঠি গৈলা ঘৰা ঘৰি ।
পৰদিনা ভুঞ্জি খাই বিপ্ৰ নিৰন্তৰ ।
ৰাজাৰ আদেশ মানি আসিলা সত্বৰ ॥১৮০১॥
শঙ্কৰ দেৱৰ কিছুক্ষণ বেলা ভৈল ।
সকলে ব্ৰাহ্মণে পাছে ৰাজাত কহিল ॥
দেখা মহাৰাজা শঙ্কৰৰ অহঙ্কাৰ ।
তোমাৰ আদেশ তেহো কৈলা পৰিহাৰ ॥১৮০২॥
হেনকালে আইলা গুৰু শ্ৰীমন্ত শঙ্কৰ ।
দেখিয়া পুছিলা ৰাজা বিলম্ব তোমাৰ ॥
শঙ্কৰ বদতি মহাৰাজা শুনিয়োক ।
কালি দিয়া ছিল পশু ভুঞ্জিবাক মোক ॥১৮০৩॥
ভুঞ্জি সাৱধানে কৰিবাতে বেলা ভৈল ।
দ্বিজে বোলে আমি সবে কিবা নুভুঞ্জিল ॥
শঙ্কৰে শুনিয়া পাছে কহিলা ৰাজাক ।
মুখ শুদ্ধি জল চৰু দিয়ো আসম্বাক ॥১৮০৪॥
দশনে খৰিকা লৈয়া সবে মুখ ধোক ।
কেমন আচাৰ এতিক্ষণে দেখিয়োক ॥
শুনিৰাজা জলচৰু খৰিকা দিলান্ত ।
অহঙ্কাৰ কৰি সবে মুখক ধুইলন্ত ॥ ১৮০৫ ॥

## ৰাজাৰ ৰচিত শ্লোকৰ অৰ্থ

শঙ্কৰেও ধুইলা কমণ্ডলু জল আনি ।
পৰম নিৰ্মল জল দেখিলা প্ৰমাণি ॥
সকল দ্বিজৰ পানী তুকিয়া চৰুৰ ।
দেখে থোপা থোপে মাংস পৰিলা বিস্তৰ ॥১৮০৬॥
দেখি নৰনাৰায়ণে মহাক্ৰোধ কৰি ।
ব্ৰাহ্মণ গণক বুলিলন্তে অনাচাৰী ॥
শঙ্কৰৰ মত শুদ্ধ মিছাত নিন্দিল ।
মোৰ আগে কোনো কথা জিনিতে নপাইলি ॥১৮০৭॥
এহিমতে তিনি মাস যত বাদ কৰে ।
তন্ন তন্ন কৰি তাক শঙ্কৰে সংহাৰে ॥
পাছে আঠ গুটি শ্লোক ৰাজা কৰি দিল ।
ব্ৰাহ্মণে তাহাৰ কোনো অৰ্থ নুবুজিলা ॥১৮০৮॥
শঙ্কৰে কৰিয়া চাৰি প্ৰকাৰ ব্যাখ্যান ।
ৰাজাক লিখিয়া দিল দেখিয়া ৰাজন ॥
ধন্য ধন্য শঙ্কৰ পণ্ডিত অগ্ৰগণি ।
যাহাৰ তকত দুই শ্ৰেষ্ঠ ৰূপে গণি ॥১৮০৯॥
প্ৰভাৱতে তাসম্বাক ভোটেও নিনিলা ।
শঙ্কৰক স্মৰি দুঃখে পৰিত্ৰাণ পাইলা ॥
এহিবুলি সুবৰ্ণ বাখৰে বিৰচিত ।
চোলা এক পুৰস্কাৰ তেখনে দিলন্ত ॥১৮১০॥
শুনঃ দেৱ শ্ৰীশঙ্কৰ এহিটো দগলা ।
আপোনাৰ যোগ্য আৰু পিন্ধিবেক ভাল ॥
শঙ্কৰে বোলন্ত মই আৰ যোগ্য নোহো ।
তথাপি ৰাজাৰ পুণ্য কাৰ্য্য কৰি বোহো ॥১৮১১॥

গোধূলিকা ভৈলৰাজা সভা বিসজ্জিলা ।
থাকিবাৰ ঠাইক প্রতি শংকৰ চলিলা ॥
পথত যাহান্তে নদী ওপৰে দলঙ্গ ।
তাত চৰিলন্ত গৈয়া বহু লোক সঙ্গ ॥১৮১২॥

শ্রীশঙ্কৰদেৱক ৰজাৰ সোণ থটোৱা চোলা দান, শ্রীশঙ্কৰদেৱে ৰাম বোলা লোকক সেই চোলা দি ৰজাৰ পুণ্য কাঢ়োৱাই

হঠাতে দলঙ্গ ভাগি লোক বহুতৰ ।
জলত পড়িল সবে দেখিল শঙ্কৰ ॥
একজন লোকে হৰি ধ্বনি উচ্চাৰিলা ।
শুনিয়া শঙ্কৰে যোলে সবে উত্তাৰিলা ॥১৮১৩॥
একজন লোকে যদি নামক উচ্চাৰে ।
শুনিবাক মাত্র শ্রোতা সকল নিস্তৰে ।
ৰাজায়ে নকৰি ভাল দলঙ্গ ভাঙ্গিলা ॥
সিকাৰণে বধৰ কাৰণ ৰাজা ভৈলা ॥১৮১৪॥
ৰাজাৰ খণ্ডিয়া পাপ পুণ্য উপভোক ।
চোলা গোট দিলো নাম লৱন্তা জনক ॥
পাছে অনুক্ষণে গৈয়া গৃহত ৰহিলা ।
স্নান নিত্য কৰ্ম্ম কৰি ভোজন কৰিলা ॥১৮১৫॥
শয়ণ কৰিয়া প্রভাততে উঠিলন্ত ।
শুচি সপ্রমন হৈয়া প্রসঙ্গ কৈলন্ত ॥
ভোজন কৰিয়া ৰাজ ঘৰে চলি গৈলা ।
পূৰ্ব্বৱতে গৈয়া সভা মধ্যত বসিলা ॥ ১৮১৬ ॥
অনুক্রমে বিপ্রসবে বাদ আৰম্ভিলা ।
শঙ্কৰে সকলো শাস্ত্র অর্থক কহিলা ॥
শঙ্কৰে যতেক সোধে তাৰা নজানয় ।
দেখি নৰনাৰায়ণ ক্রোধ অতিশয় ॥১৮১৭ ॥
শুনা শুনা দ্বিজগণ কেনে কৈলা গৰ্ব্ব ।
শঙ্কৰক নপাৰিয়া কিয় ভৈলা খৰ্ব্ব ।
পূৰ্ব্ব হন্তে জানো শ্রীশংকৰ বিজ্ঞবৰ ॥
মিছাত গোছৰ দিলা তোমৰা বৰ্ব্বৰ ।১৮১৮॥
ব্রাহ্মণ নভৈলা দণ্ডৰেসে যোগ্য হোৱা ।
এতিক্ষণে সভাৰ উঠিয়া সবে যোৱা ॥
শুন পাত্র কুতর্ক শাস্ত্রক কাঢ়ি আন ।
খণ্ড খণ্ড কৰি কাটি নদীত প্রদান ॥ ১৮১৯ ॥

পণ্ডিত ব্রাহ্মণ সকলৰ শাস্ত্র ৰাজাৰ আদেশত তোৰোছা নদীত কাটি পেলাই সেই দিনা ধৰি সেই ঠাইৰ নাম শাকট কুটা হয় ॥

শুনিয়া আনিল শাস্ত্র সৱক কাঢ়িয়া ।
কুটিয়া তোৰোচা জলে পেলাইলন্ত নিয়া ॥
তেতিক্ষণে নদী সিটো সোতাক এৰিলা ।
অন্য দিকে ভাঙ্গি সেহি পথত চলিলা ॥১৮২০॥
পুথি কুটি যি থানত পেলায়া দিলেক ।
মৰি সূতী হৈয়া ৰইল অদ্যাপি প্রত্যেক ॥
যাতাৰা শঙ্কৰ দেৱমতে কহিলন্ত ।
অনন্ত কন্দলী আদি বিপ্র যত যত ॥১৮৮২।
সবাকো সন্মানে ৰাজা ধন বস্ত্র দিল ।
শঙ্কৰক প্রসংশিয়া গৃহক চলিল ॥
শঙ্কৰ দেৱক ৰাজা মহা তুষ্ট মনে ।
ধন্য ধন্য বুলি প্রসংশন্ত ঘনে ঘনে ॥ ১৮২২ ॥
সকল ধৰ্ম্মত কৰি শ্রেষ্ঠ ভাগৱতী ।
যাহাক শংকৰ দেৱে প্রকাশ কৰন্তি ॥
এহিবুলি ৰাজা শংকৰক পঠাই দিলা ।
শঙ্কৰো আপোন ঠাইত সুখদে ৰহিলা ॥১৮২৩॥
পৰদিন ৰাজাৰ সন্নিত যেবে পাইল ।
পণ্ডিত গণক প্রতি ৰাজায়ে কহিল ।
ভাগৱত কথাসাৰ কৰিয়া উদ্ধাৰ ।
কৃষ্ণ গুণ যশ সব কৰিয়া বিস্তাৰ ॥ ১৮২৪ ॥
তাক এক দিনে মোক শ্রৱণ কৰাইতে ।
পাৰি বাক নপাৰিবা পণ্ডিত সমস্তে ।
পণ্ডিত সকলে বোলো কিনো আচৰিত ।
একে দিনে ভাগৱত কে পাৰে শুনাইত ॥১৮২৫॥

শ্রীশঙ্কৰদেৱৰ গুণমালা শাস্ত্র ৰচনা ৯২ ক্ষন্ধ ভাগৱতৰ সাৰ সংগ্রহ কৰি ৰাজাক দান, ৰাজাৰ অনুগ্রহ ।

কোনোজনে বোলে নৱ কোনো জনে দশ ।
সাতদিন বোলে কেহো অষ্টম দিবস ॥
সিমান দিনতে বহু প্রয়াস কৰিলে ।
শুনাইবে পাৰিবো ভাগৱত অবিকলে ॥১৮২৬॥

একদিনে কদাচিতো নপাৰিবো আমি ।
শুনিয়া কহিলা পাছে শ্ৰীশঙ্কৰ স্বামী ॥
বদতি শঙ্কৰ শ্ৰীমন্ত মহি পতি ।
ৰাজ আজ্ঞা পালিবাক লাগয় সম্প্ৰতি ॥১৮২৭॥
সাধ্যমতে বিচাৰিয়া কাৰ্য্যক সাধিবো ।
বিদায় দিয়োক আমি গৃহক চলিবো ॥
হেন শুনি ৰাজা মহা সম্ভ্ৰম কৰিয়া ।
থাকিবাৰ থাইক লাগি বিদায়ক দিয়া ॥১৮২৮॥
সভা বিসৰ্জ্জিয়া মহাৰঙ্গ মন কৰি ।
প্ৰবেশ কৰিল নিজ ভৱনে সত্তৰি ॥
শঙ্কৰো গৃহক গৈয়ে ভোজন কৰিয়া ।
গুণ মালা শাস্ত্ৰ কৰিবাক আৰম্ভিয়া ॥১৮২৯।
দুই হাতে পাত দিকে দুইহাতে লিখে ।
সব সৰি লিখি যান্ত ক্ষণিকো নাপেক্ষে ।
শেষ ৰাত্ৰি ভৈল গুণ মালা সাঙ্গ ভৈল ।
সম্বৰণ কৰি পাছে শয়ণ কৰিল ॥১৮৩০॥
প্ৰভাততে উঠি ক্ৰীয়া কলাপ আচৰি ।
ভোজন কৰিয়া গুৰু চলিলা সত্তৰি ॥
অতি শীঘ্ৰে আসি মহাৰাজা মল্লৰাই ।
চৰাত বসিয়া ৰৈল সভাক যতাই ॥ ১৮৩১ ॥
শংকৰো প্ৰবেশ ভৈলা ৰাজা সাদৰিলা ।
গুণ মালা শাস্ত্ৰ খানি ৰাজাক সুম্পিলা ॥

**ওঠৰ পাট বঠ্যাৰে বোৱা খেল নাৱেৰে শ্ৰীশঙ্কৰ দেৱক ৰজাই পাট বাউসীত থবলৈ পঠাই। সেই নাৱৰ আছিত কমলাবাৰী সত্ৰত খেলনাও আছিল, এতিয়া সেই নাও মহানগৰী গুৱাহাটীত আছে।**

ৰাজা বোলে ইটো শাস্ত্ৰ পঢ়িয়ো আপুনি ।
সুবৰ্ণৰ ঠগি নিয়া দিয়াইল তখনি ॥
সভাসদ সমে ৰাজা শুনিলা সকল ।
ধন্য ধন্য বুলি শঙ্কৰক প্ৰসংশিল ।১৮৩২॥
মনত জানিল ৰাজা ইটো মহাজন ।
কাৰ্য্যতে লক্ষিলো আৰু দেখিলোহো যেন ।
এহি বুলি ধন বস্ত্ৰ দিয়া প্ৰীতি মনে ।
শংকৰ দেৱক বিদায় দিলন্ত তেখনে ॥১৮৩৩।

চলিলা শঙ্কৰ অতি জয় জয় হই ।
চিলাৰায় ৰজাক আসি প্ৰণাম কৰই ।
পৰম আনন্দ মনে গুৰুক তুসিলা ।
আঠাৰ বৈঠাত নৌকা দিলা নিয়াজিয়া ।
চিলাৰাইৰ মহিসী ভুবনেশ্বৰী আই ॥ ১৮৩৪ ॥
নানা দ্ৰব্য দিয়া প্ৰণামিলা গুৰু পাই ॥
কতোদুৰ মানে শুক্লধ্বজ নৃপ বৰে ।
শংকৰ দেৱক আগবঢ়াইলা সাদৰে ॥১৮৩৫॥
অনুক্ৰমে গুৰুদেৱ উজানে আসিলা ।
তিনিদিনে আসি পাট বাউসী প্ৰবেশিলা ।
গুৰু আসিবাৰ শুনি মাধদেৱ আসি ।
আনন্দে আকুল হৈয়া নমিলা হৰিষি ॥১৮৩৬॥
আয়ো প্ৰণামিলা সৰ্ব্ব সেৱক আসিয়া ।
প্ৰণাম কৰিলা মহা সন্তোষ লভিয়া ॥
সকল বৃত্তান্ত কহিলন্ত ভিন্নে ভিন্নে ।
যেন মতে যেন বাদ ভৈল দিনে দিনে ।১৮৩৭॥
যিমতে পৰাস্ত দ্বিজ যেন লাভ ভৈলা ।
কুতৰ্ক শাস্ত্ৰক যেন মতে নষ্ট কৈল ॥

**কণ্ঠভূষণ দ্বিজৰ শ্ৰীশঙ্কৰদেৱৰ লগত বাদ আৰু কণ্ঠভূষণৰ পৰা ভক্তি ৰত্নাৱলী শাস্ত্ৰ প্ৰাপ্তি**

চিলাৰায়ে যেনমতে ধৰিলন্ত সেৱা ।
সকল কহিলা গুৰু কথা বিবৰিয়া ॥১৮৩৮॥
শুনিয়া সেৱকে মহা আনন্দ কৰিয়া ।
জয়তি শঙ্কৰ বুলি নাম উচ্চাৰিয়া ॥
ঘৰা ঘৰি গৈল শ্ৰীশঙ্কৰো ৰহিল ।
গুৰুক প্ৰণামি মাধৱ দেৱো চলিগৈল ॥১৮৩৯॥
পৰদিনা মাধদেৱে স্নান কৰি আসি ।
শ্ৰীশঙ্কৰ দেৱক সেৱি হৰিষ প্ৰকাশি ॥
কণ্ঠ ভূষণৰ নামে একদ্বিজ বৰ ।
শঙ্কৰক বাদ কৰি লাজ পাইল বৰ ॥১৮৪০॥
জিনিবাক মনে অতি কৰিয়া আক্ৰোশ ।
শীঘ্ৰে চলি গৈলা পাছে বাৰানসী দেশ ॥
ব্ৰহ্মানন্দ শ্ৰেষ্ঠমহা পণ্ডিত মহন্ত ।
তাহাৰ ওচৰ গৈয়া ভৈলা উপগত ॥১৮৪১॥

পঢ়িবাক আইলো বুলি কহিলা যেখন ।
থাকিবাক থান তাঙ্ক দিলন্ত তখন ॥
তথাত ৰহিয়া বিপ্ৰ গৃহত পঢ়ন্ত ।
একদিনা ব্ৰহ্মানন্দে যেন কৰিলন্ত ॥১৮৪২॥
মহা ভাগৱত ব্ৰহ্মা স্তুতি প্ৰস্তাৱত ।
ভাগৱত পাঠ শিষ্য সৱত পঢ়ান্ত ॥
অৰ্থৰ সংহতি নহে লাগিয়া আছিল ।
হেন সময়ত কণ্ঠভূষণে কহিল ॥১৮৪৩॥
অনেক বিভূতি । কৃষ্ণৰ মুকুতি ।
দেখি বিচুৰুতি । ব্ৰহ্মা ভৈলা ভিতি ॥
যেন মৃতৱত । পড়িল হংসত ।
নাহি আৰ তত্ত্ব । চেতন গাৱত ॥
ব্ৰহ্মায়ো মৰন্ত । দেখি ভগৱন্ত ।
ৰূপ চাকিলন্ত । দুনাই জিলন্ত ॥
হংসজান এড়ি । চৰণত পৰি ।
নানাস্তুতি কৰি । গৃহে গৈলা লড়ি ॥
সিটো পয়াৰৰ ৰচনাক শুনি তথা ।
সেহি ভাৱে ভাবি অৰ্থ কৰিলন্ত যথা ॥
ব্ৰহ্মানন্দে বোলে ইটো কাহাৰ পয়াৰ ।
শুনিয়া সহায় পাইলে কঠিন শ্লোকৰ ॥১৮৪৪॥
কণ্ঠ ভূষণে কহে শুনিয়োক শুৰু ।
শংকৰ নামত এক ভক্ত কল্পতৰু ॥
বটদ্ৰৱা নগৰত উতপত্তি ভৈলা ।
আগম নিগম তন্ত্ৰ সবাকো জানিলা ॥১৮৪৫॥
এক শৰণ নামধৰ্ম্মত শ্ৰেষ্ঠতৰ ।
তাক প্ৰকাশিয়া আছে উদ্ধাৰে জীৱৰ ॥
মোৰ সমে শাস্ত্ৰ তৰ্ক ভৈল বহুতৰ ।
শাস্ত্ৰ পঢ়ি বাদ কৰি জিনিবে তাহাৰ ॥১৮৪৬॥
হেন ভাবি তব স্থানে পঢ়িবাক আইলো ।
সকল কথাক মই প্ৰকাশি কহিলো ॥
শুনি ব্ৰহ্মানন্দৰ মনত পৰি গৈল ।
বিষ্ণুপুৰী সন্যাসীয়ে যিমতে কহিল ॥১৮৪৭॥
শিষ্যক আদেশ কৈল আন পেড়া গোট ।
তাক দেখিলেসে মোৰ হৈবেক প্ৰকট ॥
পূৰ্ব্বে শুৰু বাৰস্কন্ধ ভাগৱত হন্তে ।
ভক্তিপৰ শ্লোক সব সংগ্ৰহিলা তৈতে ॥১৮৪৮॥
সিসব শ্লোকৰ তেৰ বিচৰণ কৰি ।
মহাপ্ৰেমামন্দ ভক্তি ৰসক প্ৰচাৰি ॥
ৰত্নাৱলী বুলিয়া শাস্ত্ৰৰ নাম দিয়া ।
বাৰস্কন্ধ ভাগৱত তলত থাপিয়া ॥১৮৪৯॥
গজাল মাৰিয়া পেড়া বন্ধ কৰিলন্ত ।
আদৰ কৰিয়া শুৰু আমাক দিলন্ত ॥
শকাৰাদি নামে হৰি কায়ষ্ঠ কুলত ।
বকাৰাদি নাম স্থানে প্ৰকাশ হইবন্ত ॥১৮৫০॥
তলত থাপিলো যিৱা গ্ৰন্থ ৰত্নাৱলী ।
যেখনে আসিবে বাৰস্কন্ধ পেড়া খেলি ॥
তেখনে হৈবেক জানা হৰি অৱতাৰ ।
পেড়া খুলি দেখিয়া জানিয়ো কথাসাৰ ॥১৮৫১॥
হিজেক আসিয়া তান কথাক কহিলে ।
ৰত্নাৱলী থান পথাই দিবা অবিকল্পে ॥
তাঙ্ক নমস্কাৰে মই শ্লোক দুই কৰি ।
ৰত্নাৱলী নিমুভাগে ৰাখিছো সাদৰি ॥১৮৫২॥

## শঙ্কৰৰূপে হৰি অৱতাৰলৈ বিষ্ণুপুৰীৰ ভৱিষ্যত বাণী

তাহাকো পঠাইবা তুমি শঙ্কৰ কাৰণে ।
শঙ্কৰ ঈশ্বৰ বুলি জানিবাহা মনে ॥
সেহি শুৰু বাক্যে আসি পড়িল মনত ।
শীঘ্ৰে পেড়াগোট আনা গ্ৰন্থ ভাগৱত ॥১৮৫৩॥
পাছে পেড়া মেলি দেখে ৰত্নাৱলী পুথি ।
ওপৰে উঠিয়া আছে ব্ৰহ্মানন্দে দেখি ॥
হৰিষিত মনে তান শুৰুক নমিলা ।
ধন্য ধন্য বিষ্ণুপুৰী বুলি প্ৰসংশিলা ॥১৮৫৪॥
জানিছিলো বাৰানসী কাশী বৃন্দাবনে ।
হৈব অৱতাৰ হৰি আসি সিটো স্থানে ॥
* নিৰোদক বনে যেন পদ্ম উপজিল ।
সিমতে ঈশ্বৰ বটদ্ৰৱাত জন্মিল ॥১৮৫৫॥
সাৰোগত কৰি বিষ্ণু পুৰীৰ বচন ।
দুইগুটি শ্লোকে কৈলা শঙ্কৰ বন্দন ॥*
ৰত্নাৱলী গ্ৰন্থকৰি তেখনে ৰাখিৰ ।
শঙ্কৰ দেৱক দিতে কৰিলন্ত স্থিৰ ॥১৮৫৬॥

---

* বিষ্ণুপুৰী সন্যাসীৰ স্তুতিৰ দুটা শ্লোক, আৰু ব্ৰহ্মানন্দৰ দুটা শ্লোক—ৰচনা কৰি শ্ৰীশঙ্কৰ দেৱৰ দিশলৈ, ভূমিভাগলৈ, আৰু শুৰুজনলৈ নমস্কাৰ কৰি দিয়ে । আৰু মহাপুৰুষে ঘোষা কৰে—দেহিধন্য লোক শুচি-মন্ত ॥৬৭১॥ যিদিশত মহাভক্তসবে ॥৬৭২॥ ৰমানন্দ পদযুগলৰ ॥৬৭৩॥ শ্ৰীমধুৰিষ ঈশ্বৰৰ ॥৬৭৪॥ নামঘোষা

* নিৰোদক বন—নিৰোদক বন অৰ্থাৎ পানী আৰু বোকা শুকাই যোৱা বাট । নিৰো অৰ্থে পানী উদক অৰ্থে বোকা বন অৰ্থে বাহুল্যৈক থকা পানী । সংগ্ৰাহক—ধৰ্ম্মধৰ

### শ্ৰীশঙ্কৰদেৱৰ, বিষ্ণুপুৰী সন্যাসী সংগৃহীত ভক্তিৰত্নাৱলী শাস্ত্ৰ প্ৰাপ্তি ॥

কহে ব্ৰহ্মানন্দে বাপু শ্ৰীকণ্ঠ ভূষণ ।
কাক বাদ কৰিবাক কৰি আছ মন ॥
প্ৰমাণ দেখিলা মোৰ গুৰুৰ বচনে ।
ছলা এতিক্ষণে ৰত্নাৱলী কৰি সনে ॥ ১৮৫৭ ॥
গুৰুৰ আমাৰ চাৰিশ্লোক সমে দিয়া ;
প্ৰণাম কৰিবা পাছে ক্ষমাক প্ৰাৰ্থিয়া ॥
ক্ষমিলোহো বুলিবেক যেখনে শঙ্কৰ ।
তেখনে ছাৰিয়া দিবা তাহাৰ পাৱৰ ॥১৮৫৮॥
হেন শুনি পাছে কণ্ঠে ভূষণ মহন্ত ॥
ৰত্নাৱলী পুথি লৈয়া শীঘ্ৰে আসিলন্ত ॥
কিছুদিনে পাট বাউসী স্থান আসি পাইলা ।
শ্ৰীশঙ্কৰ দেৱ কৈত বুলি বিচাৰিল ॥ ১৮৫৯ ॥
সি কথা জানিয়া গুৰু ঠগি ৰাখিছিলা ।
তাত শাস্ত্ৰ খান থৈয়ো বুলিয়া কহিলা ॥
ততক্ষণে শাস্ত্ৰ থৈয়া শ্ৰীকণ্ঠ ভূষণ ।
শৰণে পশিলো বুলি কৰিলা ক্ৰন্দন ॥১৮৬০॥
দেখিয়া শঙ্কৰ দেৱে উঠা উঠা বুলি ।
হস্ত পদ্ম দিয়া তাঙ্ক ধৰিলন্ত তুলি ।
দ্বিজে বোলে ক্ষমা কৰাহা আমাক ।
তেবেসে চৰণ দুই পাৰো এৰিবাক ॥১৮৬১॥
ক্ষমিলোহো বুলি শ্ৰীশঙ্কৰে কহিলা ।
আনন্দিত মনে দ্বিজে সেৱিয়া বসিলা ॥
যিমতে পঢ়িবে গৈল যেনকথা ভৈল ।
শঙ্কৰ দেৱৰ আগে সকল কহিল ॥১৮৬২॥
পাছে শাস্ত্ৰখন গুৰু মেলি দেখিলন্ত ।
আদ্যো পান্তে চায়া মাধৱক বুলিলন্ত ॥
সকল আছন্ত শাস্ত্ৰে মাথা গোটনাই ।
মাধৱে বোলন্ত শাস্ত্ৰ দিয়োক আমাই ॥১৮৬৩॥
হেনবুলি শাস্ত্ৰ খান চাইল বিচাৰিয়া ।
শেষত দেখিয়া কহে গুৰুক নমিয়া ॥

### ভক্তিৰত্নাৱলীৰ পদ ৰচনাত শ্ৰীশঙ্কৰ দেৱৰ প্ৰেমানন্দ আৰু শ্ৰীমাধৱ দেৱক পদ ৰচিবলৈ আদেশ ।

মহা সুশোভন পুথি গ্ৰন্থ মাজে সাৰ ।
তলত আছন্ত এক শৰণ বিচাৰ ॥১৮৬৪॥
শঙ্কৰে বোলন্ত আগে পাইলো হন্তে আক ।
ৰত্নাকৰ শাস্ত্ৰে আমি নকৰো যত্নক ॥
হেন বুলি গুৰু পাছে পয়াৰ কৰিতে ;
পাত সহী কৰিবাক আদেশিলা তৈতে ॥১৮৬৫॥
একদিনা গুৰুপদ কৰিবাক বসি ।
দুই গোটা পদমাত্ৰ কৰিলা হৰিষি ॥
হেন সময়ত আসি প্ৰেম উপজিয়া ।
লিখন্তে হস্তৰ কাপ পৰিল খসিয়া ॥ ১৮৬৬ ॥
পাছে মাধ দেৱক বুলিলা গুৰুজন ।
নহৈবে আমাৰ হন্তে ইহাৰ ৰচন ॥
নিয়ো গ্ৰন্থ খানি আবে কৰিয়োক পদ !
যাক শুনি ভনি লোকে পাইবে বিষ্ণু পদ ॥১৮৬৭॥
সাদৰে প্ৰণামি গুৰু চৰণত ধৰি ।
পয়াৰ কৰিলা নানা ছন্দ বন্ধ কৰি ॥
এহিমতে দুইজন গুৰু ৰঙ্গমনে ।
গুৰু শিষ্য ভাৱ দেখাইলন্ত ঘনে ঘনে ॥১৮৬৮॥
যতেক পোছন্ত মাধদেৱে ভক্তি কথা ।
শঙ্কৰ গুৰুৱে কহি থাকন্ত সৰ্ব্বথা ।
পাছে গুৰু সেৱক সহিতে ছলি যান্ত ।
গনয়া পথাৰ মাজে সুখদে ৰহন্ত ॥ ১৮৬৯ ॥
বৈকুণ্ঠৰ লীলা যশ বেদৰ গুপুত ।
মাধ দেৱৰ প্ৰশ্নে প্ৰকাশ কৰন্ত ॥
উদাৰ গোবিন্দে মাজে মাজে আশঙ্কয় ।
দিনেক গুৰুৰ ভৈল ক্ৰোধৰ উদয় ॥১৮৭০॥
উদাৰ নোহোৱ তই হোৱস গুদাৰ ।
আজি হন্তে নবসিবি সঙ্গত আমাৰ ॥
হেনবুলি সেহি দিনা কথা সম্বৰিলা ।
সেৱকে সহিতে গুৰু গৃহক চলিলা ॥ ১৮৭১ ॥

### গুৰু দ্ৰোহী ব্যাস কলাইৰ দুৰ্গতি

পৰদিনা উদাৰ গোবিন্দ ভক্তবৰ ।
আগে গৈয়া সোমাই ৰৈলা সৰিষা ভিতৰ ॥
সৰিষাৰ জোলাত গুৰু কথা আৰম্ভিলা ।
পৰম আনন্দে সব সেৱকে শুনিলা ॥ ১৮৭২ ॥
পাছে কৃষ্ণ কথা শুনি কোনেক সেৱক ।
কথা বাঢ়িবাৰ কিছু নকৰে প্ৰশ্নক ॥
দেখি গুৰুজনে বোলে উদাৰ নাসিলা ।
সিকাৰণে কথাৰ প্ৰসঙ্গ নবাঢ়িলা ॥ ১৮৭৩ ॥

শুনি সৰিষাৰ মুখাৰ বজাইল ।
মই আছো উদাৰ বুলিয়া প্ৰণামিল ॥
দেখিমহা সন্তোষিত হৈলা গুৰুজন ।
কৃষ্ণকথা যশৰস কৰিলা কীৰ্ত্তন ॥ ১৮৭৪ ॥
বিয়াস কলাইক গুৰু তেজিয়া আছন্ত ।
কোনো এ প্ৰকাৰে গুৰু ক্ষমা নকৰন্ত ॥
পাছে সিটো দ্বিজ মনক স্থিৰ কৰি ।
জগন্নাথ দৰ্শনক চলিলা সত্তৰি ॥ ১৮৭৫ ॥
যাত্ৰী সঙ্গে গৈয়া অঠাৰ নদী পাইলা ।
জগন্নাথ দেৱে পাণ্ডা গোটেক চেতাইলা ॥
বিয়াস কলাইক খেদি পঠা শীঘ্ৰ কৰি ।
সিটো গুৰু দ্ৰোহী আতি মহাপাপ কাৰী ॥১৮৭৬॥
শঙ্কৰ স্বৰূপে মোৰ আজ্ঞা নমানিল ।
অন্যদেৱ পূজি পাপ মধ্য গতি কৈল ॥
স্বপ্নৰ উঠিয়া পাণ্ডা চকমক কৰি ।
বিয়াস কলাইক গৈয়া খেদাইল হাক্কাৰি ॥১৮৭৭॥
বিয়াস কলাই গৈলা মৰিবাক মনে ।
সাগৰ নিকেটে বসি কান্দে অনুক্ষণে ॥
সাগৰৰ ঢৌৱে বহু দূৰত পেলাইলা ।
আস্ফালতে তাৰ তেতিক্ষণে প্ৰাণ গৈলা ॥১৮৭৮॥
পথত ভুঞ্জিল তাক গৃধ্ৰয়ে শৃগালে ।
সিটো পন্থ চাৰিলেক পন্থুক সকলে ॥
ভক্তি ব্যভিচাৰ কৰিবাৰ ফল এহিমান ।
জানি কৃষ্ণ বিনে কেহো নুপূজিবা আন ॥১৮৭৯॥
গুৰুবাক্য হেলা কৰি অন্য দেৱ পূজি ।
অধোমুখে ৰৈলা সিটো নৰকত মজি ॥
প্ৰসঙ্গতে ইটোকথা কৰিলো লিখন ।
দীননাথে বোলো হৰিপদে ৰৌক মন ॥১৮৮০॥

## একবিংশ অধ্যায়

### ছবি

### একাদশীত আমিষ আৰু পাকাম্ন ভোজনত কেৰোলা বাঢ়ৈৰ জগৰ

শুনিয়োক আৰ কথা কেৰোলা বাঢ়ৈৰ যথা
ক্ৰোধ ভৈল দেৱ শঙ্কৰৰে ।
যাদবেন্দ্ৰ পুৰী নাম সন্যাসী যে একজন
আছিলন্ত কেৰোলাৰ ঘৰে ॥
একদশী দিন ভৈল বাঢ়ৈ উপবাস কৈলা
নিসেধিলা সন্যাসী তেখন ॥
কলি যুগে সবমিছা ভোজনক কৰা ইচ্ছা
নামলৈতে কৰিয়োক মন ॥১৮৮১॥
শ্ৰীমন্ত শঙ্কৰ গুৰু ভকতৰ কল্পতৰু
একদশ শাস্ত্ৰত লিখিছা ।
শুনি বাঢ়ৈ তাৰক্ষণে মৎস্য আনি ৰঙ্গমনে
ভোজনক কৰিলন্ত ইচ্ছা ॥
শুনিদেৱ শ্ৰীশঙ্কৰ বাঢ়ৈক ক্ৰোধিলাবৰ
কেনে কৰা ধৰ্ম্ম উলঙ্ঘন ।
কেৰোলা বাঢ়ৈ শুনিয়ে মনত বিচাৰি গুণি
সকাতৰে বুলিলা বচন ॥ ১৮৮২ ॥
আপুনি কৰিছা পদ ভাগৱত তদগদ
একাদশ গ্ৰন্থৰ বিধান ।
একাদশী উপবাসে আৰ যোগ ধ্যান ন্যাসে
নপাইবে আমাক কোন জন ॥
সেহি বাক্য মনে মানি একাদশ অন্ন জানি
ভোজনৰ মানস কৰিলো ।
অজ্ঞানৰ দোষ হৰি ক্ষমিয়োক কৃপাকৰি
চৰণত কাতৰ কৰিলো ॥ ১৮৮৩ ॥

### নিৰম্বু ভক্ষ—একাদশী-ব্ৰতত ভক্তৰ বিৰল। একদশীত ফলাহাৰ ভক্ষণৰ ব্যৱস্থা নিৰোপণ

শুনিয়া শঙ্কৰ বৈয়া বাঢ়ৈক সদয় হৈয়া
ৰমানন্দ ঠাকুৰক কৈল ।
আনিয়োক পুথি খান কটো পদ এতিক্ষণ
একাদশী বলকৰ ভৈল ॥
শুনি মাধদেৱে প্ৰাথি বুলিলন্ত পৰমাথি
বাপ ইটো নুহিকে যুগুত ।
যাহাক লাগিয়া যেন কৰিবেক অৰ্থতেন
আমাসাৰ সি পদ উচিত ॥১৮৮৪॥
ঠাকুৰ আতা সেহিক্ষণে বুলি প্ৰাথি ৰঙ্গমনে
মাধৱ দেৱৰ কথা ৰাখি ।
শুনিয়া শঙ্কৰ গুৰু কৃপাময় কল্পতৰু
ভৈলা তুষ্ট ক্ষণিকো নাপেক্ষি ॥
আৰু একাদশী ভৈল সকলে ব্ৰতক কৈল
এক ভক্ত পূৰ্ব্ব দিন হন্তে ।

উপবাসে ৰহিছিলা   পৰদিন ব্ৰত ভৈলা
সেহিমতে দিবস আছন্ত ॥ ১৮৮৫ ॥
ৰাতি ৰহিলেক পাত   মাতিবে নপাইলা ঠাঁৱ
অজ্ঞানতে পৰিল ৰহিয়া ।
পৰদিনা নাহিতৰ   শয়নতে ৰহিলন্ত
প্ৰসঙ্গত তাঙ্ক নাদেখিয়া ॥
বিচাৰিলা গুৰুজন   বুলো ৰাম কোন স্থান
কিকাৰণে নামক নাসিলা ।
নজানোহো বুলিলন্ত   কহিলন্ত প্ৰণিপাতে
বিচাৰিবে গুৰু আদেশিলা ॥১৮৮৬॥
বহাত বিচাৰি পাইল   শৰীৰ দুৰ্ব্বল ভৈল
দেখি গুৰু জনত জনাইল ।
আদেশিলা গুৰু জন   তুমি আমা এতিক্ষণ
উপবাসে পাত ৰহি গৈল ॥
জল ঢালিয়োক আনি   ভুঞায়োক জলপান
সেহিমতে কৰিলন্ত পাছে ।
পাত সুস্থ ভৈল যেবে   গুৰুৱে সুধিলা তেবে
শৰীৰ কিমত হৈয়া আছে ॥১৮৮৭॥
বুলো ৰামে যোৰে বাপ   আগদিনা ভৈলা তাপ
ভিক্ষা নপাই ৰৈলো অনাহাৰে ।
পৰ দিনা ব্ৰত ভৈল   নুভুঞ্জি পৰিয়া ৰৈলো
সিকাৰণে বিকল ইন্দ্ৰিয়ৰে ॥
ক্ষমিয়ো জগত পতি   মই অতি হীন মতি
এহিবুলি পৰিলা চৰণে ।
মই অতি দিন হীন   গুৰুৰ চৰণে চিন
দেহা এৰি তাহাত মৰণে ॥১৮৮৮॥

## দুলড়ি

পাছে ভকতৰ   দুখক দেখিয়া
শঙ্কৰ দেৱ মুৰাৰি
বিষাদ ভজিয়া   আশ্বাস কৰিয়া
বুলিলা বাক্য সাদৰি ॥
নকৰা বিষন   তুষ্ট ভৈলো আমি
কথাক কহো শুনিবা ।
ভিক্ষাক নাপাইলে   ভয়োনে নবৈবা
মোৰ ভণ্ডাৰৰ নিৰ্বা ॥১৮৮৯॥
তেতিক্ষণে দেৱ   মাধৱে আদিলা
শুনিয়োক ভক্তজন ।
সকল ধৰ্ম্মৰ   ৰাজা নাম ধৰ্ম্ম
তাহাক লৈবে কাৰণ ॥
ভক্ত পদ সদা   সুখদে ৰহিয়া
নাম লৈবে ৰাতি দিন ।
অন্নতো প্ৰাণ   আহাৰ নিহিনে
ইন্দ্ৰিয় হোৱয় ক্ষীণ ॥১৮৯০॥

## শ্ৰীশঙ্কৰ দেৱৰ দশমস্কন্ধ ভাগৱত, ৰামায়ণ আৰু উৰেষাৰ কীৰ্ত্তন ৰচনা

এতেকে ভকতে   শাস্ত্ৰৰ বিধিয়ে
আহাৰ কৰিবে প্ৰতি ।
দিয়ো উপদেশ   কৰিয়ো আদেশ
তোমাৰাৰ হৌক মতি ॥
* ফলাহাৰ কৰি   ভকতি আচৰি
নামৰ প্ৰসঙ্গ কৰি ।
তথাপিতো হৰি   কীৰ্ত্তন প্ৰসাদে
সৰ্ব্বলোক যাইবে তৰি ॥১৮৯১॥

## পদ

শুনিয়া শঙ্কৰ দেৱ আনন্দিত মনে ।
মাধৱ দেৱক প্ৰশংসিলা মনে মনে ॥
ভকতৰ সুখ দুঃখ মাধৱে জানন্ত ।
যি কথা কহিলা ইটো বেদান্তৰ মত ॥১৮৯২॥
আজিধৰি মাধৱৰ মতত চলিব ।
অক্লেশিত হৈয়া নাম ধৰ্ম্ম আচৰিব ॥
হেন অজ্ঞা বাণী যেবে প্ৰকাশ ভৈলন্ত ।
সকলো সেৱকে শুনি আনন্দ কৈলন্ত ॥১৮৯৩।
সৰ্ব্বদা মাধৱ দেৱে গুৰু সেৱা কৰি ।
জীৱৰ তৰন কথা সোধন্ত সাদৰি ॥
শঙ্কৰে কহন্ত প্ৰেমানন্দ ৰস কথা ।
প্ৰতি দিনে নৱ নৱ প্ৰকাশন্ত তথা ॥ ১৮৯৪ ॥

নানা শাস্ত্ৰ নাট গীত কৰন্ত ৰচন ।
অনুক্ষণে ভক্তিৰস বাঢ়ে দিনে দিনে ॥
দশম স্কন্ধৰ আদ্য খণ্ডৰ পয়াৰ ।
দশম নামত শাস্ত্ৰ কৰিলা প্ৰচাৰ ॥১৮৯৫॥
উত্তৰা কাণ্ডৰ ৰামায়ণ পদ কৈলা ।
আদ্যকাণ্ড খণ্ড মাধ দেৱক অপিলা ॥
ওৰেষা চৰিত্ৰ ব্ৰহ্ম পুৰাণৰ হন্তে ।
পুৰুষোত্তমৰ যশ কীৰ্ত্তনৰ অন্তে ॥ ১৮৯৬॥

অনন্ত কন্দলীৰ শাস্ত্ৰৰ উচ্ছিষ্ট ৰচনা

স্থাপিয়া ধৰ্ম্মক জীৱ তৰণৰ হেতু ।
ভক্তি ধৰ্ম্ম প্ৰকাশ কৰিলা বিশ্বকেতু ॥
* অনন্ত কন্দলী দ্বিজ স্বপ্নত দেখলা ।
শঙ্কৰৰ উচ্ছিষ্টক খাইবে আদেশিলা ॥১৮৯৭॥
কোন তুমি বুজিয়া সোধন্ত বিপ্ৰবৰ ।
মইসে ঈশ্বৰ কৃষ্ণ মইসে শঙ্কৰ ॥
এতেকে মোহোৰ উচ্ছিষ্টক নভুজিলে ।
নহৈবে তোমাৰ লাভ জানা অবিকলে ॥১৮৯৮।
স্বপ্নৰ উঠিয়া বিপ্ৰে আচৰ্য্য মানিল ।
ধন্য ধন্য ভাগ্য বুলি প্ৰেম সম্পজিল ॥
স্নান কাৰ্য্যকৰি ইষ্টাৰ্চ্চনক আচৰি ।
অভোজনে গৈলা শঙ্কৰ দেৱৰ ওচৰি ॥১৮৯৯॥
প্ৰণাম কৰিয়া স্বপ্ন কথা সবে কৈলা ।
দিয়োক প্ৰসাদ বুলি বিনয়ে প্ৰাৰ্থিলা ॥
শঙ্কৰে বোলন্ত তুমি উত্তম ব্ৰাহ্মণ ।
নুহিকে যুগুত মোৰ ভুঞ্জিবাক অন্ন ॥১৯০০॥
তথাপি ঈশ্বৰ আজ্ঞা নপাৰি খণ্ডিত ।
দিবাক লাগয় আৰে আমাৰ উচ্ছিষ্ট ॥
ভাগৱত ৰামায়ণ গ্ৰন্থ মধ্যে সাৰ ।
তাহাৰ পয়াৰ যিবা কৰি আছা আৰ ॥১৯০১॥
শেষ যিবা বিৰচন কৰিতে আছয় ।
আমাৰ উচ্ছিষ্ট বুলি জানিবা নিশ্চয় ॥
তাৰ পদ ৰচনা কৰিয়ো দ্বিজ বৰ ।
এতেকে উচ্ছিষ্ট খোৱা হৈবেক তোমাৰ ॥১৯০২॥

শুনিয়া কন্দলী বোলে কিনো ভাগ্য মোৰ ।
হেনয় প্ৰসাদ পাইলো কৃপায়ে তোমাৰ ॥
আৰ এক প্ৰাৰ্থনা কৰিতে অভিলাষ ।
যদি যোগ্য হওঁ তেবে কৰিয়ো আদেশ ॥১৯০৩॥
কীৰ্ত্তন নামত গ্ৰন্থ অতি সুশোভন ।
কদাচিতো শুনি নাহি এমন ৰচন ॥
তাহাৰ লগত অল্প ৰচনা আমাৰ ।
ৰাখিবাক কৰো আশা জগত আধাৰ ॥১৯০৪॥
বদতি শঙ্কৰ মই আনন্দ লভিলো ।
কীৰ্ত্তনৰ ছন্দে কৰিবাক আজ্ঞা দিলো ॥
পদ্ম পুৰাণৰ স্বৰ্গ খণ্ড মনোহৰ ।
তাহাৰ মধ্যৰ নামধৰ্ম্ম সোপ্য বৰ ॥১৯০৫॥
সেহিকথা কীৰ্ত্তনৰ ছন্দে কৰিয়োক ।
কীৰ্ত্তন ঘোষাৰ সঙ্গ মিলিয়া ৰহোক ॥
সিমত আদেশ লভি অনন্ত কন্দলী ।
কৃত কৃত্য হৈয়া নিজ গৃহে গৈলা চলি ॥১৯০৬॥
প্ৰথমতে কৰিলা কীৰ্ত্তনৰ আধ্যাছয় ।
কিকৰিলো কিকৰিলো বুলি নিৰোপয় ॥
তাক আনি সমপিলা শঙ্কৰৰ ঠাই ।
দেখি আনন্দিত গুৰু ৰাখিলা মিলাই ॥১৯০৭।
তাত পৰে ভাগৱত চাৰি পাঞ্চছয় ।
নৱম স্কন্ধৰ ভিন্ন পদক ৰচয় ॥
সেহিমতে মধ্য শেষ দশমৰ পদ ।
ৰামায়ণ শেষ মানে ৰচিলা আহ্লাদ ॥ ১৯০৮॥
সকলো পয়াৰ নিয়া শ্ৰীশঙ্কৰক দিয়া ।
তোমাৰ প্ৰসাদ বাপ ভুঞ্জিলো বুলিয়া ॥
অৰ্পনা কৰিয়া নমস্কাৰ কৰিলন্ত ।
আমাৰেসে কৃত্য হৈটো বুলিয়া লৈলন্ত ॥১৯০৯।
কন্দলী ৰহিয়া নিতে শঙ্কৰৰ ঠাই ।
গৃহ হন্তে আসি কৃষ্ণ কথাক শুনই ॥
একদিনা কন্দলী গৃহ কাৰ্য্যৰ কাৰণে ।
ভাৰ্য্যাক প্ৰহাৰ আইলা খেদ মনে ॥ ১৯১০ ॥
শঙ্কৰে পুছিলা গুৰু ভোজন কৰিলা ।
দ্বিজে বোলে আজি বাপ ভোজন নাভৈলা ॥

* অনন্ত কন্দলীৰ, শ্ৰীশঙ্কৰ দেৱৰ শাস্ত্ৰৰ উচ্ছিষ্ট ৰচনা

### ভাৰ্য্যাক প্ৰহাৰ কৰাত কন্দলীৰ ধৰ্ম্মৰ ত্যাগ কৰে । গৃহিনী তুষ্টত পুনৰ ধৰ্ম্ম প্ৰবেশ

শঙ্কৰে বোলন্ত তুমি উঠিয়ো এখন ।
হৰি মন্দিৰক প্ৰতি কৰা প্ৰদক্ষিণ ॥১৯১১॥
শুনিয়া চলিল দ্বিজ প্ৰদক্ষিণ প্ৰতি ।
মণিকূট মুখে দেখে বৃষভ এগুটি ॥
অতি সুশোভন শ্বেত বৰ্ণ বৃষগোট ।
মহিষ সমান উচ্চ জাদে বিশ্ঠামূত্ৰ ॥ ১৯১২ ॥
নেত্ৰ দুইৰ লোতক বহয় নিৰন্তৰ ।
দ্বিজক দেখিয়া ফোকাৰয় বাৰম্বাৰ ॥
আশ্চৰ্য্য দেখিয়া পাছে কন্দলী ব্ৰাহ্মণ ।
শঙ্কৰৰ আগে গৈয়া ভৈলা উপসন ॥ ১৯১৩ ॥
বদতি শঙ্কৰ দ্বিজ সুবিস্মিত কেন ।
দ্বিজে বোলে বৃষ গোট দেখিলোহো যেন ॥
হাসিয়া শঙ্কৰে বোলে পুনু শীঘ্ৰে যাও ।
বৃষ গোট আছে নাই পুনৰপি চাও ॥১৯১৪॥
শুনি বেগে উঠি গৈয়া বহু অন্বেষিয়া ।
কোথা গৈলা বৃষগোট নপাই বিচাৰিয়া ॥
শঙ্কৰ দেৱৰ আগে পৰি প্ৰণামিলা ।
নপাইলো বৃষভ কিবা দেৱ মায়া ভৈলা ॥১৯১৫॥
শঙ্কৰে বোলন্ত ইটো আন মায়া নোহে ।
এহি ধৰ্ম্ম ছিল তৱ গৃহে অহৰহে ॥
প্ৰকৃতিৰ অংশতয় ভাৰ্য্যা মহা সতী ।
হৰিত শৰণ লৈয়া আছয় সম্প্ৰতি ॥ ১৯১৬ ॥
হেনজনে প্ৰহাৰক কৰিবাৰ তৰে ।
সিটো পাপ দেখি ধৰ্ম্ম আসিল অন্তৰে ॥
গৃহে পতি কৰি সিটো দেৱীক তুসিয়ো ।
অৱশ্যে যাইবেক ধৰ্ম্ম নিশ্চয়ে জানিয়ো ॥১৯১৭॥

### শ্ৰীমন্ত শঙ্কৰদেৱৰ লগত বংশী গোপালৰ সাক্ষাত

কন্দলী বোলন্ত গুৰু মোৰ দোষ ক্ষমা ।
কোনে জানিবাক পাৰে তোমাৰ মহিমা ॥
হেনমতে প্ৰণামিয়া শঙ্কৰ দেৱক ।
গৃহিনীক গৈয়া গৃহে তুষ্ট কৰিলেক ॥১৯১৮॥
গৃহিনী সন্তুষ্টে ধৰ্ম্ম থাকে পূৰ্ব্বৱতে ।
গুৰুৰ কৃপাক দ্বিজে মানিলা তহিতে ॥
এহিমতে গুৰুজনে নানা লীলা কৰি ।
অনেক সেৱকে থাকে গুৰু ধৰ্ম্ম ধৰি ॥১৯১৯॥
একদিনা মাধদেৱে গুৰুক সেৱিলা ।
* সি সময়ে উজানৰ মুদৈ সব আইলা ।
গোপালক সঙ্গকৰি পড়ি প্ৰণামিলা ।
গুৰুজনে আগমন কাৰণ পুছিলা ॥১৯২০ ॥
ইগোট ব্ৰাহ্মণ হৱা কিসক আসিল ।
মুদৈ বোলে বাৰি পুত্ৰ লগতে আছিল ॥
পুনৰপি সদাগৰে প্ৰাৰ্থনা কৰিয়া ।
ধুয়া হাটে আইলা বাপ আমাক ছাৰিয়া ॥১৯২১॥
ভক্তিৰ প্ৰকাশ বুদ্ধি তথাত নহইল ।
আমাৰা অনাথ ভৈলো সেৱা নঘটিল ।
এজন বিশিষ্ট ভক্ত প্ৰাৰ্থনাৰ আশে ।
আসি আছো আমি সবে অনেক প্ৰয়াসে ॥১৯২২॥
শুনি গুৰুজনে মাধ দেৱক বুলিলা ।
ধৰ্ম্ম প্ৰকাশৰ হেতু যায়োক ইবেলা ॥
মুদৈ সদাগৰ সঙ্গে এখনে চলিয়ো ।
নামধৰ্ম প্ৰকাশিয়া ভক্তি প্ৰচাৰিয়ো ॥ ১৯২৩ ॥

### মহাপুৰুষ শ্ৰীমাধৱদেৱক উজনী অসমলৈ প্ৰেৰণ, ঠাকুৰ আতাই পুনৰ আনয়ণ

এহিবুলি চৰিখান তাম্বুল দিলন্ত ।
সেৱাকৰি গুৰু যাইবে ওলাইলন্ত ॥
গৈয়া গণ কুছিৰ ওচৰ পান্ত তথা ।
ঠাকুৰ আতাই আসি লাগ পাই যথা ॥১৯২৪॥
গুৰুজনে বোলে সখি উজানে যাইবাৰ ।
ইষ্টজনে আদেশ কৰিলা আমাসাৰ ।
এখনে যাইবাৰ লাগে সদাগৰ লগে ।
আতাবোলে তম্ভিয়ো ক্ষণেক মহাভাগে ॥১৯২৫॥
এহিবুলি ঠাকুৰ আতা শীঘ্ৰে চলি গৈলা ।
আঠে বেঠে শ্ৰীশঙ্কৰ দেৱক নমিলা ॥
ঘোষা ঃ— কৃপা সাগৰ দৈৱকী নন্দন
পুৰিয়ো মনৰ কাম ।
ভকতৰ সঙ্গ সদানুগুচোক
মুখে তুৱা গুণ নাম ॥

বাপ বসিবাক সঙ্গ আমাৰ গুছিল ।
প্ৰাণ মাধৱৰ সঙ্গ সু বঞ্চিত ভৈল ।১৯২৬।।
যি সময়ে যাত হন্তে ধৰ্ম্মৰ প্ৰকাশ ।
অৱশ্যে হইবেক তাত নাহিকে প্ৰয়াস ॥
এতেকেকে ক্ষমাকৰি আজ্ঞা কৰিয়োক ।
বান্ধৱ মাধৱ দেৱ থাকিবে দিয়োক ।।১৯২৭।।
হাসিয়া ৰাখিলা পাছে জগতৰ গুৰু ।
মূদৈ সকলক বিদায় দিলা কল্পতৰু ॥
তেখনে গোপালে ফিৰি যাইবে নচাহিল ।
গুৰুৰ সঙ্গত থাকিবাৰ মন কৈল ॥ ১৯২.' ।।
মূদৈ বোলে আসামৰ ৰাজা অবুজন ।
মাৰিয়া আসিলি বুলি ধৰিবে তেখন ॥
এতেক কাৰণে আংক চাৰিতে নপাৰি ।
গুৰুজনে বোলে তুমি যায়ো সঙ্গ কৰি ।।১৯২৯।।
পশ্চাত আসিয়া তুমি কামনা পূৰিবা ।
ভক্তি প্ৰকাশৰ কাৰ্য্য তুমিয়ো লভিবা ॥
শুনি অসন্তোষে বংশী গোপালো চলিলা ।
ঠাকুৰ আতা মনপূৰি গণকুছি গৈলা ।।১৯৩০।।
মাধদেৱ চৰণত কৰিয়া প্ৰণাম ।
সকলে বৃত্তান্ত কৈলা মহাগুণধাম ।।
গুৰুজনো আতাসমে আনন্দে ৰহিল ।
দুই খানিগুৱা আতাঠাকুৰ আতাকযে দিল ।।১৯৩১।।
তাত পৰে আতাৰঙ্গে গৃহক চলিলা ।
আনন্দতে গুৰুজনো সুখদে ৰহিলা ॥
নৌকা একখানি গুৰু জনৰ আছিল ।
গোবিন্দ নামৰ ভক্তে টিঙ্গত উঠিল ।।১৯৩২।।
অকস্মাতে দোপদিয়া টিঙ্গচিঙ্গি তথা ।
ভয় হয়া কাহাতো নকহি সিটো কথা ॥
পদ চলাইবাক লাগি গুৰুজন গৈলা ।
দেখে টিঙ্গগোট চিগি আচয় দেখিলা ।।১৯৩৩।।
কোনে কৰিলেক বুলি সবাতে পুচিলা ।
গোবিন্দো শুনিয়া সচা কথা নকহিলা ॥
বিমনে আছন্ত বসি শ্ৰীমন্ত শংকৰ ।
মাধৱে দেখিলা আসি বিষাদ মনৰ ।।১৯৩৪।।
পোছন্ত মাধৱে বাপ কিসৰ কাৰণে ।
নিবস দেখোহো আজি বিষাদিত মনে ॥
শঙ্কৰে কহিলা বাপু নৌকাক ভাঙ্গিল ।
জিজ্ঞাসা কৰন্তো কেহো সত্য নকহিল ।।১৯৩৫।।

মাধৱে প্ৰাৰ্থন্ত গোবিন্দত সুধিয়োক ।
ভালমন্দ কিবা কথা তেহো কহিয়োক ॥

অসত্যবাদি গোবিন্দ আতৈৰ জগৰ । সোহৃদৰ প্ৰেম । কমললোচন ঠাকুৰৰ প্ৰভাৱ দৰ্শন

পাছে গুৰুজনে বোলে আমাৰ আগত ।
পূৰ্ব্বে কেন মিছামাতি আছিলা সাম্প্ৰত ।।১৯৩৬।।
গুৰু ভকতৰ আগে যিটো মিছা কহে ।
তাৰ ধৰ্ম্ম কৰ্ম্মমানে কিছুৱে নৰহে ॥
এতেকে বাহিৰ হৈয়া যাহ দুৰাছাৰ ।
গুৰু আজ্ঞা মানি তেহো যাইবে কৈলা সাৰ ।।১৯৩৭।।
কাণিকণ্ঠা বান্ধি যাইবে গুৰুক নমিলা ।
ক্ৰোধে গুৰুজনে তান মুখক নচাইলা ।।
হেন সময়ত তান ইণ্ট মিত্ৰ জন ।
মিত্ৰ সঙ্গে যাইবে আসি কৰিলা বন্দন ।।১৯৩৮।।
গুৰু বোলে কেনে তুমি কৈক লাগি যাস ।
দণ্ডৱতে পৰিতাৰা কৰিলা প্ৰকাশ ॥
সুহৃদক সুখে দুঃখে এড়িবে নলাগে ।
হেনবাণী বুলি আছা বাপ মোৰ আগে ।।১৯৩৯।।
এতেকে বান্ধৱ জন যহিকে যাৱই ।
গুৰুবাক্য মানি চলিবোহো সেহিঠাই ॥
শুনিয়া প্ৰসন্ন ভৈলা ভকতিৰ বলে ।
ক্ষমিলোহো দুইজন থাকা অবিকলে ।।১৯৪০।।
এৰ দিনা কমল লোচন গুৰু সুত ।
আম্ৰবৃক্ষোপৰি উঠি প্ৰকাশ কৰন্ত ॥
সেৱকে বোলন্ত বাপ আম্ৰে সূৰ্য্য জলে ।
শুনিয়া চাহিল গুৰু মনত বিকলে ।।১৯৪১।।
শক্তি প্ৰকাশিল ইটো নকৰি অপেক্ষা ।
জানিলোহো চলি যাইব নহৈবেক ৰক্ষা ॥
কাৰণেসে ইটো শক্তি কৰিলা প্ৰকাশ ।
তাহাৰ জননী আগে নকহা বিশেষ ।।১৯৪২।।

কমল লোচনৰ দেহপটন । ৰমানন্দ আৰু হৰিচৰণৰ বিবাহ চতুৰ্ভুজৰ জন্ম । মাকলিপো ৰাম আতৈৰ ঈশ্বৰ ধ্যান সম্ভ্ৰানৰ পূজা গুৰু আৰু ভকতৰ সম্মানত আৰোপ

হেনবুলি বিমনে ৰহিলা গুৰুজন ।
অল্পদিনে প্ৰাণচাৰে কমল লোচন ।।

দেখিয়া কালিন্দী আই শোকতে মজিলা ।
শ্ৰীশঙ্কৰ জেৰো কিছো বিষাদে ৰহিলা ॥১৯৪৩॥
দহন বহন কৰি কৰ্যা শঙ্কৰিলা !
নামধৰ্ম্ম প্ৰকাশিয়া শঙ্কৰো ৰহিলা ॥
হৰিখা ভূঞাৰ কন্যা ৰূপে গুণে ধন্যা ।
লখিমী নামত আতি পৰম শোভনা ।১৯৪৪॥
ৰমানন্দ ঠাকুৰ দেৱে বিবাহ কৰিলা ।
পিতৃৰ চৰণ বন্দি সুখদে ৰহিলা ॥
কালক্ৰমে পুৰুষোত্তম পুত্ৰ ভৈল ।
নাতিক দেখিয়া গুৰু আনন্দ কৰিল ।।১৯৪৫॥
হৰিচৰণ ঠাকুৰৰো বিবাহ হইলেক ।
চতুৰ্ভুজ নামে শ্ৰেষ্ঠ পুত্ৰেক ভৈলেক ॥
এহিমতে দুইজনে নানা লীলা কৰি ।
জীৱন তাৰণ হেতু কাৰ্য্যক আছৰি ।।১৯৪৬॥
একদিনা মাধদেৱ শ্ৰীৰামৰ সঙ্গে ।
গুৰুসেৱা কৰি গণকুছি যান্ত ৰঙ্গে ॥
গণকুছি স্থানে মাকলিৰ পুত্ৰ ৰাম ।
মানস পূজাক কৰে মন উপাসম ॥১৯৪৭॥
মানসত ৰত্নময় খৰম আনিয়া ।
একপাতি পাদপদ্মে দিলেক পিন্ধায়া ॥
আৰ পাটি দিবে চান্তে মাধ দেৱ আইলা ।
আসি আছো ৰাম বুলি বচন বুলিলা ॥১৯৪৮॥
শুনি ৰাম আতে আৰ খৰম নিদিয়া ।
গুৰুৰ চৰণে শীঘ্ৰে নমিলন্ত গৈয়া ॥

শ্ৰৱণ কীৰ্ত্তন ভক্তিৰ লগত স্মৰণ ভক্তিৰ আৱশ্যক। মনোময় দ্ৰব্যেৰে ঈশ্বৰ পূজা ভক্তৰ কৰ্ত্তব্য এয়ে ভজন ভক্তিৰ স্বৰূপ।

গুৰু বোলে ৰামকেনে বঞ্চনা কৰিলা ।
এক পাটি দিয়া আৰ পাটিক নেদিলা ।১৯৪৯॥
শুনিয়া ৰামৰ মুখে বচন হৰিলা ।
দণ্ডৱতে পড়ি গুৰু চৰণে প্ৰাথিলা ॥
মই মূঢ়মতি কিছু নজানো ব্যৱস্থা ।
সি হেতুকে ভৈল বাপ এমন অৱস্থা ॥১৯৫০॥
শুনি গুৰুজনে বোলে কিছু চিন্তা নাই ।
মানস পূজাক তোৰা কৰিবে জুৰাই ॥
শ্ৰৱণ কীৰ্ত্তনো সদা সুখে কৰিয়োক ।
ভৱ সংসাৰৰ নাৱ তাক জানিয়োক ॥১৯৫১॥
শ্ৰীমন্ত শঙ্কৰ গুৰু ভজন নিৰ্ম্মিলা ।
ঈশ্বৰ ধ্যান তেহো গীত কীৰ্ত্তনে লিখিলা ॥
হেনজানি শ্ৰৱণ-কীৰ্ত্তন-স্মৰণক কৰা ।
এভৱ সংসাৰ মাজে জীৱক উদ্ধাৰা ॥ ১৯৫২ ॥
অকপটে গুৰু সেৱা যিজনে কৰয় ।
গুৰু সমান শক্তি শিষ্যন্ত লভয় ॥
আজি হন্তে তুমি মোৰ সঙ্গত চলিবা ।
শ্ৰীৰামে আমাৰ যত কৰ্ম্ম আছৰিবা ॥১৯৫৩॥
এহিবুলি গুৰু প্ৰহ্লাদৰ কৈলা কথা ।
প্ৰহ্লাদে স্মৰণে গতি পাইলেক সৰ্ব্বথা ॥
প্ৰভাতে উঠিয়া দেৱ মাধৱ ঈশ্বৰ ।
শুচি সঞ্জমন হৈয়া চলন্ত সত্বৰ ॥ ১৯৫৪ ॥
পথত দেখিলা একজন মুনিবেস ।
বিৰিণা জোপাৰ মধ্যে কৰিয়া প্ৰবেশ ॥
বোলন্ত শুনিয়ো দেৱ মাধৱ মুৰাৰি ।
কৈকলাগি যাহা তুমি কহিয়ো বিচাৰি ।১৯৫৫॥
মাধৱে বোলন্ত শঙ্কৰৰ পাশে যাওঁ ।
বৈৰাগী বোলন্ত তেবে প্ৰশ্নক কহিওঁ ॥
কাহাক সেৱিছা আৰ কোন জন গুৰু ।
মাধৱে বোলন্ত শ্ৰীশঙ্কৰ কল্পতৰু ॥১৯৫৬ ॥
বোলন্ত বৈৰাগী শঙ্কৰৰ গুৰু কোন ।
সিদ্ধান্ত নিদিয়া চলিলন্ত গুৰু জন ॥
বৈৰাগী অদৃশ্য ভৈল মাধৱে হাঁসিল ।
পাছে শঙ্কৰৰ আগে উপসন্ন ভৈল ॥ ১৯৫৭ ॥
বোলন্ত শঙ্কৰ বড়াৰ পো কহিয়োক ।
পন্থত হৈয়াছে কিবা কাৰ্য্য ঘটনাক ॥
সকাতৰে মাধদেৱে কহিলা তাহিতি ।
যেন যেন কথা ভৈল বৈৰাগী সহিতি ॥১৯৫৮॥
শঙ্কৰে বোলন্ত মোৰ গুৰু পৰিছয় ।
কিকাৰণে নিদিলাহা ভৈলা বিপৰ্য্যয় ॥
* ভকতেসে মোৰ গুৰু স্বৰূপ স্বভাৱ ।
ভকতত পৰে মোৰ নাহি ভিন্ন ভাৱ ॥১৯৫৯॥
ভকতেসে মোৰ হৃদি জানিবা নিশ্চয় ।
* ভকত জনৰ জানা মইসে হৃদয় ॥
মই বিনে ভকতে নিচিন্তে কিছু আন ।
ভকতত পৰে মই নিছিন্তোহো আন ॥১৯৬০॥
কহিলাহা হন্তে তান নিজ ৰূপ গোট ।
অৱশ্যে তোমাৰ আগে হোৱন্ত প্ৰকট ।
মাধৱে বোলন্ত সদা তোমাৰ চৰণ ।
দেখিবাক পাইলে আনে কোন প্ৰয়োজন ॥১৯৬১॥

হেনমতে দুইগুৰু লীলা বুজি কৰি।
ভক্তি প্ৰকাশিয়া সুখে আছন্ত সাদৰি॥
একদিনা কথা সুখে প্ৰসঙ্গ কালত।
মাধৱ দেৱক পাছে গুৰু বুলিলন্ত ॥১৯৬২॥
ধৰ্ম্মৰ উদয় সুন্দৰীত হোৱা নাই।
তোমাৰ সুন্দৰী যাইতে উচিত যেহয়।
স্থান স্থানান্তৰ হন্তে ভকতগণ আসি।
শঙ্কৰক গুৰুমানি থাকন্ত উপাসি ॥ ১৯৬৩ ॥
তেলিকুত শিৱানন্দ লক্ষৰ আসিল।
প্ৰাৰ্থনা কৰিয়া গুৰু ধৰ্ম্মক ধৰিল॥

**শ্ৰীশঙ্কৰদেৱৰ লগত ঈশ্বৰ সাকাৰ নিৰাকাৰৰ বাদ, চান্দখা যৱনৰ দ্বাৰা ঈশ্বৰ সগুণ সাকাৰৰ সিদ্ধান্ত।**

বুঢ়া গোপাল আৰ হৈ দাহ আতই।
ধৰ্ম্মক প্ৰাৰ্থিলা আৰ শংকৰৰ ঠাই ॥১৯৬৪॥
আনো আনো ভক্ত সব আনন্দিত মনে।
শৰণ প্ৰাৰ্থিলা আসি গুৰুৰ চৰণে॥
ভক্তি পৰীক্ষিয়া পাছে শৰণ কৰাইলা।
শংকৰ দেৱত ভক্তি কৰিয়া ৰহিলা ॥১৯৬৫॥
কৰ্ণপুৰ হৰিদেৱ দ্বিজ দামোদৰ।
শঙ্কৰৰ পাশে শুনৈ কথাক কৃষ্ণৰ॥
শ্ৰীনাৰায়ণ আতা মধাই জয়ন্তিৰ।
চান্দসাই কোৰোলা বাঢ়ৈই নিৰন্তৰ ॥ ১৯৬৬ ॥
হাতী বাটী মধ্যে যত সেৱক আছন্ত।
গুৰুৰ নিকটে আসি কথাক শুনন্ত॥
একদিনা চাৰিজন শিলাৰ পণ্ডিত।
শঙ্কৰ দেৱৰ ঠাইত আলাপ কৰন্ত ॥ ১৯৬৭ ॥
উপস্থিত ভৈলা গুৰু আসন দিয়াইলা।
শঙ্কৰক সাদৰিয়া তেখনে বসিলা॥
কথা চলে শাস্ত্ৰৰ মতক আনি তথা।
নিৰাকাৰ ব্ৰহ্মবুলি কহিলন্ত কথা ॥১৯৬৮॥
শঙ্কৰে বোলন্ত ব্ৰহ্মই আকাৰ ধৰিয়া।
জীৱৰ তাৰণ হেতু ৰূপ প্ৰকাশিয়া॥
দুষ্টৰ দমন সাধু সন্তক ৰক্ষাৰ।
কাৰণে সাকাৰ হৈয়া হোৱৈ অৱতাৰ ॥১৯৬৯॥
যাৰ যশ নামক কীৰ্ত্তন কৰি লোক।
ভৱ বন্ধ নাসি পাৱৈ বৈকুণ্ঠ লোকক॥
গোলোক বৈকুণ্ঠ আদি সকলো স্থানত।
বিৰাটাদি ৰূপ ধৰি আছা নানা মত ॥১৯৭০॥
আকাৰ বিহীনে চিন্তিবাৰ নাহি হেতু।
এতেকে সাকাৰ ৰূপে আছে বিশ্ব কেতু॥
তথাপি প্ৰত্যয় নোহে বহু গ্ৰন্থ কহে।
গীতা ভাগৱত আনি শঙ্কৰদেৱে বিহে ॥১৯৭১॥
তথাপিতো ভঙ্গ নযাই দেখি চান্দ সাই।
সকাতৰে ব্ৰাহ্মণক কহিলা তথাই॥
আমি হীন জাতি যাক ম্লেচ্ছ মাজে গণি।
একখানি কথা পুছো জানি বা নজানি ॥১৯৭২॥
ব্ৰাহ্মণে বোলয় তোৰ কোনে কথা শুনে।
অস্পৃশ্য শৰীৰ নালাপয় বিজ্ঞ জনে॥
পুনু পুনু প্ৰাৰ্থিলন্ত দেখিয়া ব্ৰাহ্মণ।
কহ বুলি ঠেসকৰি বুলিলা বচন ॥১৯৭৩॥
চান্দসাই বোলে মোৰ তিনি ভ্ৰম ভৈল।
কোথাহন্তে বেদ কোথা হন্তে ব্ৰহ্মা হৈল॥
জগত পাৱনী গঙ্গা কৈত হন্তে হই।
ইতিনি কথাক জানিবাক চাওঁ মই ॥১৯৭৪॥
পণ্ডিতে কহিলা বেদ বিষ্ণু মুখহন্তে।
ব্ৰহ্মাৰ জনম ভৈলা নাভি কমলতে॥
পাদপদ্ম হন্তে ভৈলা গঙ্গা উৎপতি।
জানিবি যৱন আমি কহিলো সম্প্ৰতি ॥১৯৭৫॥
শুনি চান্দসাই বোলে তিনি ঠাইৰ বাজে।
ঈশ্বৰৰ অঙ্গ কিছু আছে কিবা নাছে॥
যদি তিনি অঙ্গে তিনি দ্ৰব্য বাজ ভৈল।
ইহাতে ঈশ্বৰ কেনে নিৰাকাৰ হৈল ॥১৯৭৬॥
শুনিয়া ব্ৰাহ্মণ সবে সলজ্জিত হই।
আপুনি ঘাটিলো বুলি উলতি নছাই॥
একদিনা শ্ৰীশঙ্কৰে একাদশী দিনে
উপবাস কৰিয়া আছন্ত অনুক্ষণে ॥১৯৭৭॥
শুস্ক মুখপদ্ম দেখি তানে ভাৰ্য্যা আই।
বলোৰাম আতৈক পাঞ্চিলা কহিবাই॥
ৰাত্ৰি ভৈল আহাৰক কৰিবাক লাগি।
প্ৰাৰ্থনা কৰিলা বাপ আই মহাভাগী ॥১৯৭৮॥
শুনিয়া শঙ্কৰ গুৰু ক্ৰোধে আদেশিল।
দুৰ হয়ো বুলি তাঙ্ক বাহিৰ কৰিল॥
বাজত ৰাখিল পানী পোতাত বহিয়া।
স্বপন কহিলা দেখা আমাক আসিয়া ॥১৯৭৯॥
তেতিক্ষণে গুৰুজনে উঠিয়া দেখিলা।
চতুৰ্ভুজ ৰূপে এক পুৰুষক পাইলা॥
পাছে বলোৰামে সিটো সকম্পিত হই।
শংকৰৰ পদতলে প্ৰণামিলা গই ॥১৯৮০॥

সাদৰে তাহাক গুৰু ভিতৰে পঠাইলা ।
ধন্য মোৰ ভক্ত বুলি মনে প্ৰসংশিলা ॥
গুৰুৰ বচনে শ্ৰীমাধৱ ঈশ্বৰ ।
শাস্ত্ৰ কৰিবাক লাগি কৰিলন্ত সাৰ ॥১৯৮১॥
ৰাজসূয় গ্ৰন্থ লেখিবাৰ বসিচন্ত ।
ৰতিকান্তে দেখি উপহাস্যে বুলিলন্ত ॥
দদায়ো শাস্ত্ৰক কৰে তুমিও কৰিবা ।
ইকথা শুনি লোকে কিবুলি কহিবা ॥১৯৮২॥
তাক শুনি গুৰু শাস্ত্ৰ সামৰিয়া থৈলা ।
শঙ্কৰেও শুনি মনে অসন্তোষ পাইলা ॥
দিনেক সেৱক সব আগে গুৰুজন ।
মাধৱ দেৱক চাই বুলিলা বচন ॥১৯৮৩॥

## শ্ৰীশঙ্কৰদেৱৰ কোচবিহাৰলৈ শেষ যাত্ৰা

তোমাৰ আমাৰো নাহি কিঞ্চিতো অন্তৰ ।
নজানি জল্পনা কৰে পৰম পামৰ ॥
আজি হন্তে যত শাস্ত্ৰ কৰিবে লাগয় ।
মাধৱেসে কৰিবন্ত বুলিলো নিশ্চয় ॥১৯৮৪॥
গীত নাট পদমানে ৰচনা কৰিয়ো ।
জীৱৰ তাৰণ হেতু উপায় চিন্তিয়ো ॥
বেহাৰক প্ৰতি যাইবে আছে মোৰ মন ।
ৰমানন্দ সমে আমি কৰিবো গমন ॥১৯৮৫॥
শুনা বাপু বঢ়াপো খেদৰ বচন ।
চাৰি দিশে চাৰি বস্তু কৰিলো প্ৰেৰণ ॥
বৈকুণ্ঠৰ পৰা আসি বিচাৰি দেখিলো ।
তিনিজন আইল চলি এজন নপাইলো ॥১৯৮৬॥
তোমাতেসে হন্তে আসি সেহি বস্তু পাইব ।
সকলো সৰ্ব্বস তেহো তোমাতে লভিব ॥
তান্ত হন্তে সকলো জীৱৰ গতি হইবা ।
তান্তে সুম্পি শেষে তুমি অৱসৰ হইবা ॥১৯৮৭॥
শুনা বাপু নাৰায়ণ যতন কৰিয়ো ।
নৌকা একখান ভাল কৰিয়া সজায়ো ॥
সকলো সেৱক মানে যথা যৈত আছে ।
আমাক দেখিবে প্ৰতি আসোক আবাসে ॥১৯৮৮॥
চাৰিয়ো দিশৰ সৰ্ব্ব সেৱক আসিল ।
গুৰুক প্ৰণাম কৰি স্থানে স্থানে গৈল ॥
পাছে মাধদেৱক বুলিলা হাস্য কৰি ।
পূৰ্ব্বৰ কথাক কিবা আছা মনে স্মৰি ॥১৯৮৯॥

যাইবোহো বাহিৰ হৈয়া কহিলো বচন ।
সেহি কথা আসি আবে ভৈল উপসন ॥

## শ্ৰীমন্ত শঙ্কৰ দেৱৰ কোচ বিহাৰলৈ শেষ যাত্ৰা

ধৰ্ম্মৰ প্ৰকাশ হেতু তুমি আমি আইলো ।
সকলো কাৰ্য্যাক আবে তোমাতে সুম্পিলো ॥১৯৯০॥
ইটো কথা ৰমানন্দ যাৱে নকহিবা ।
কালি গণ কুচি যাইবো উদ্যোগ কৰিবা ॥
পাছে মাধদেৱ প্ৰণামিয়া গৃহে গৈলা ।
সকলো সন্তাৰ মানে আনিয়া জন্তাইলা ॥১৯৯১॥
পৰদিনা ঠাকুৰ আতা নৌকা ঘাটে নিলা ।
মাধদেৱে শীঘ্ৰে পাছে তথাক ছলিলা ॥
শ্ৰীশঙ্কৰ গুৰু যাইবে ভৈলা কাছপাৰ ।
ৰমানন্দ ঠাকুৰ যাইবাক কৈলা সাৰ ॥১৯৯২॥
আঠু সমে পুত্ৰ নাতি গণ সাদৰিলা ।
বেহাৰক যাইবে বুলি আশ্বাস কৰিলা ॥
শুনা বঢ়াৰ পো তুমি আগে চলি যাহা ।
তোমাৰ স্থানত আজি কৰিবো নিৰ্ব্বাহা ॥১৯৯৩॥
শুনি মাধদেৱে তেতিক্ষণে ছলি গৈলা ।
শ্ৰীশঙ্কৰ দেৱো পাছে নৌকা আৰোহিলা ॥
সেৱকে কৰিলা হৰি ধ্বনি উচ্চাৰণ ।
ধনু খন্দা জানে গণকুছি উপসন ॥ ১৯৯৪ ॥
মাধৱে আসিয়া আগবাঢ়ি তুলি নিলা ।
গণকুছি থানে শ্ৰীশঙ্কৰ ৰহিলা ॥
* গুৱা পাণ টকা বস্ত্ৰ ঠগিত আনিলা ॥
জগত গুৰুৰ পাছে বাৰ্ত্তাক পুছিলা ॥ ১৯৯৫ ॥
দেখিয়া শঙ্কৰ গুৰু বোলে কোন খানি ।
এখনে আছিছা তুমি সৰ্ব্ব কথা জানি ॥
কিবা হেতু সোধা বাৰ্ত্তা নেজানো কাৰণ ।
গুৰু বোলে বাপ কিবা খানিতেক আন ॥১৯৯৬॥

*শ্ৰীশঙ্কৰদেৱৰ গণকুছি প্ৰবেশ, শ্ৰীমাধৱদেৱে গুৱাপাণ আনি বাৰ্ত্তাসোধে, সেই আহি আজিলৈকো সত্ৰত প্ৰচলিত আছে। দুই জনা গুৰু একাত্ম ভাৱব্যক্ত ৰমানন্দ দৰ্শন ॥

পাছে ধন্য ধন্য বুলি প্ৰসংশা কৰিলা ।
জানিলোহো তুমি এক আহিক ৰাখিলা ॥
জীৱৰেসে চিনা চিনি এহি পৰিছয় ॥
বেদান্তৰ সাৰ ইটো জানিবা নিশ্চয় ॥১৯৯৭॥

পুন্নাতো পুছিলা বাৰ্ত্তা উদ্ধৱত মন্দে ।
ভৰতে সুধিলা হনু মন্তত আনন্দে ॥
পাছে গুৰু মাধৱক বুলিলা বচন ।
আমাক জানিয়া চাউৰ সিজাও এখন ॥১৯৯৮॥
মাধৱে প্ৰাৰ্থিলা গুৰু চৰণত ধৰি ।
নকৰিয়ো আজ্ঞা আমি কৰিতে নপাৰি ॥
আপোনাৰ পৰিয়াল অনেক আছয় ।
সি সবেও ৰান্ধিবাক জোনো বিচাৰয় ॥১৯৯৯॥
বুলিবে ভোজন কৈল শঙ্কৰ ঈশ্বৰ ।
কিসক নিন্দিবা ৰান্ধি ভোজন আমাৰ ॥
হেনজানি ৰমানন্দ ঠাকুৰে ৰান্ধোক ।
প্ৰাৰ্থনা কৰিছো গুৰু কৃপা কৰিয়োক ॥২০০০॥
হাসিয়া বোলন্ত ভাল তাকে কৰিয়োক ।
তোমাৰো ভোজন আমাতৈৰ সঙ্গে হোক ॥
পাছে ঠাকুৰ দেৱে অন্ন ব্যঞ্জন কৰিলা ।
একত্ৰে দিবাক লাগি আদেশ কৰিলা ॥২০০১॥
সেহিমতে দুই ব্ৰহ্ম লীলাক প্ৰকাশি ।
ভোজন কৰিলা যেন বৃন্দাবনে বসি ॥
তাম্বুল ভূঞ্জিলা এক থানাতে শুতিলা ।
সি সময়ে যেন যেন লীলা প্ৰকাশিলা ॥২০০২॥
* ৰমানন্দ ঠাকুৰে দেখিলা সাৱশেষ ।
পৰম বিস্ময়ে ভৈল আনন্দ বিশেষ ॥
শক্তি ভক্তি বল বীৰ্য্য সকলে থাপিলা ॥
তালমালা জ্ঞান-বিজ্ঞান সমস্তকে দিলা ॥২০০৩॥
পৰদিনা প্ৰভাততে উঠি দুয়োজন ।
শুচি সজমন হৈয়া কৰিলন্ত স্নান ॥
জল পীড়া আনি যোগাই দিলন্ত মাধৱে ।
এক মহা লীলা কৰিলন্ত সেহি থাৱে ॥২০০৪॥
মাধদেৱ ৰমানন্দ বিনে আনজন ।
সিসব প্ৰভাৱ মানে নেদেখিল আন ॥
স্নান অৱ সানে গুৰু প্ৰসংশা কৰিলা ।
মাধৱ সহিতে দুয়ো ভোজন কৰিলা ॥২০০৫॥
আসিলন্ত নাৰায়ণ ঠাকুৰ প্ৰধান ।
নৌকা প্ৰবেশিয়া দ্ৰব্য কৰিলা বিধান ॥
যেনমতে যিটো দ্ৰব্য যিসময়ে লাগে ।
সেহি সেহি মতে ভৰা দিলা মহাভাগে ॥২০০৬॥
গুৰুক প্ৰণামি আতা কহিলা সাদৰি ।
শঙ্কৰো উঠিলা তথা যাইবে মন কৰি ॥
সকলো সেৱক ছলে গুৰুৰ লগত ।
অনু ক্ৰমে গৈয়া প্ৰবেশিলাহা নাৱত ॥ ২০০৭ ॥

সকলো সেৱক প্ৰেমাকুল হয়া অতি ।
পড়ি পড়ি প্ৰণামিলা মাধৱ সহিতি ॥
মাধৱে বোলন্ত বাপ পুত্ৰ গণ সন ।
আমাকো মানিব যেন পুত্ৰ এক জন ॥২০০৮॥
শুনিয়া শঙ্কৰ দেৱ প্ৰেম যুক্ত ভৈল ।
শুনা বড়া গো বুলি কহিবাক লৈল ॥
ভাৰ্য্যা পুত্ৰ ধন জন আছে যত মান ।
সকলো অনিত্য কালে কৰয় হৰণ ॥২০০৯॥
অনিত্যৰ লগে তুমি সম কেনে হৈবা ।
আমাৰ বান্ধৱ প্ৰাণ তুমিসি জানিবা ॥
এহি বুলি গুৰু মাধ দেৱক আলিঙ্গি ।
প্ৰেমৰসে নিমজ্জিল পাছে মাথা তুলি ॥২০১০॥
সৰ্ব্ব শক্তি তালমালা মাধৱত দিলা ।
সকলো সেৱকে হৰি হৰি উচ্চাৰিলা ॥
বিদায় কৰিলা পাছে নৌকাক মেলিলা ।
পানী কুছি চৰঠত থিয় হয়া ৰৈলা ॥২০১১॥
গুৰু সেৱ কৰ দিকি কৰে নিৰীক্ষণ ।
দৃষ্টিৰ গোছৰ মানে ৰহিলা তখন ॥
মাধদেৱো সেহিমতে কৰি নিৰীক্ষণ ।
নিবৰ্ত্তিলা গুৰু যেবে ভৈলা অদৰ্শন ॥২০১২॥
মহাশোকে গণকুছি থানত ৰহিলা ।
নাৰায়ণ আতা আৰো সেৱকো চলিলা ॥
তাৰ পৰদিন ৰতিকান্ত আসি তথা ।
প্ৰণামিয়া মাধৱক বুলিলন্ত যথা ॥২০১৩॥
শুনা আতা মোৰ আছে কথা দৃষ্টান্তৰ ।
আছিল শঙ্কৰ দাদা পৰ্ব্বত প্ৰৱৰ ॥
একশাৰী হয়া দুই পৰ্ব্বত থাকয় ।
একৰ আৰত দ্বিতীয়ক নেদেখয় ॥২০১৪॥
নিকটৰ পৰ্ব্বত যেখনে আন্তৰাই ।
আৰৰ পৰ্ব্বত গোটে সম্পূৰ্ণে দেখই ॥
সেহিমতে তুমিছিলা দদাৰ আৰত ।
দদা গৈল ভৈলা তুমি প্ৰত্যক্ষ দৃষ্টান্ত ॥২০১৫॥

## শ্ৰীমন্ত শঙ্কৰদেৱৰ কোচবিহাৰ প্ৰৱেশ ৰাজ-ৰাণী সকলৰ শৰণ গ্ৰহণ

সিকাৰণে আগে শান্ত কৰিবাক প্ৰতি ।
উপহাস্য কৰিলোহো ক্ষমিয়ো সম্প্ৰতি ॥
আৱে শাস্ত্ৰ কৰি তুমি কৰিয়ো প্ৰকাশ ।
যেনমতে অন্ধকাৰ হোৱয় বিনাশ ॥২০১৬॥

শুনিয়া মাধৱ গুৰু মহাৰঙ্গ ভৈলা ।
ৰাজসূয় ৰত্নাৱলী তেখনে কৰিলা ॥
আই গোসানীৰ ঠাইক গৈয়া প্ৰতিনিতি ।
সুখ দুঃখ বুজি প্ৰতি পালিয়া থাকন্তি ॥২০১৭॥
তিনিজন ঠাকুৰৰ বাৰ্ত্তাক জানন্ত ।
ঠাকুৰ সকলে মহা আনন্দ লভন্ত ॥
শঙ্কৰো ছলিয়া গৈল পথত প্ৰৱাস ।
সেৱক সকলে দেন্ত কৰিয়া আবাস ॥২০১৮॥
মহাৰঙ্গে চিলা ৰাইৰ ঘাটে প্ৰৱেশিলা ।
শুনি আনন্দতে ৰাজা আগ বাঢ়ি গৈলা ॥
মহা সমাৰোহে গুৰু জনক তুলিলা ।
ফুলনি বাৰীৰ পূৰ্ব্ব স্থানত ৰাখিলা ॥২০১৯॥
ভূৱনেশ্বৰী আদি একশত ৰাণী ।
এক এক সাজ বস্ত্ৰ টকা হাতে আনি ॥
এৰৈকক ৰাণীৰ হস্তে এৰৈকক মালাক ।
গুৰুৰ আগত দিয়া কৰিলা সেৱাক ॥২০২০॥
ভকতি ধৰিবে লাগি আতি অনুৰাগে ।
ধৰ্ম্মক প্ৰাৰ্থনা কৰিলন্ত সেহি ছেগে ॥
গুৰুৰ চৰণে পড়ি প্ৰণাম কৰিলা ।
সিসব ৰাণীয়ো গুৰু ধৰ্ম্মক ধৰিলা ॥২০২১॥
পাছে গুৰুজনো সেহি সমস্ত মালাক ।
এক এক কৰি দিলা সমস্ত ৰাণীক ॥
অৱশেষ দুই মালা বৃদ্ধি হৈয়া ৰৈলা ।
কাৰণেসে সেহি মালা আপুনি পিন্ধিলা ॥২০২২॥
চিলাৰায়ে কৈলা নৰনাৰায়ণ আগ ।
বুলিলন্ত ৰাজা ইটো আমাৰেসে ভাগ ॥
শুনা ননু ভালমতে সত্ৰ কৰি দিয়া ।
আমাৰ পাশক যেন থাকন্ত আসিয়া ॥২০২৩॥
শুনি শুক্লধ্বজে পূৰ্ব্বে যথাত আছিলা ।
সংচৰা কাজিৰ কলা গাছক কাটিলা ॥
তাতে হাটী বাটী গৃহ কৰি নিৰাপন ।
শঙ্কৰ দেৱক তথা কৰিলা স্থাপন ॥২০২৪॥
ৰাজা শুনিলন্ত শঙ্কৰ সুস্থ মন ।
দুত পাঞ্চি দিয়া পাছে কৈলা দৰিশন ॥
ব্ৰাহ্মণ সকলে বাদ কৰিবাক মনে ।
ৰাজাক বোলন্ত আজ্ঞা দিয়োক এখনে ॥২০২৫॥

ৰাজা বোলে বহু সহস্ৰেক বিপ্ৰেমিলি ।
বাদে নপাৰিয়া সবে লাজে গৈলা চলি ॥
তথাপি কৰিবা বাদ ই কেমন কথা ।
অৱশ্যে পাইবাহা লাজ জানিবা সৰ্ব্বথা ॥২০২৬॥
পাছে ভট্টাচাৰ্য্য গণে ছাত্ৰক পঠাই ।
শঙ্কৰৰ বিদ্যা কেন বুজিলন্ত যাই ॥
ছাত্ৰগণে বোলে গুৰু কহন নযাই ।
আমাদেৰ শাস্ত্ৰসব কৰিকন্ত ঠাই ॥২০২৭॥
পাছে গুৰু জনে স্নান ভোজন কৰিয়া ।
নামৰ প্ৰসঙ্গ সুখে সদা আচৰিয়া ॥
ৰাজাৰ সভাত বসি কৃষ্ণ কথা কহে ।
ৰাজা প্ৰজা পণ্ডিতৰ শুনিমন মোহে ॥২০২৮॥
শ্ৰীবৃন্দা বনীয়া বস্ত্ৰ বাহিৰ কৰিয়া ।
কোন ঠাইৰ কোন লীলা বিচাৰ কৰিয়া ॥
ৰাজায়ে পোছন্ত গুৰু দেখাই ঠাৱে ঠাৱে ।
যথাৰ যিমত লীলা ৰসক কহৱে ॥২০২৯॥
আনো আনো কৃষ্ণৰ চৰিত্ৰ বখানন্ত ।
শুনিয়া ৰাজাৰ মন প্ৰেমে মজিলন্ত ॥
শঙ্কৰত অনুক্ৰমে ভকতি কৰিল ।
গুণেৰ সাগৰ বুলি মনত জানিল ॥২০৩০॥
*একদিনা পশ্চিমৰ বহুমাল আইল ।
যুদ্ধ কৰিবাক লাগি প্ৰতি যোদ্ধা চাইল ॥
ৰাজাৰ আছিল মাল যত দৃঢ়তৰ ।
সিসবে যুজিবে লাগি কৰিলন্ত ডৰ ॥২০৩১॥
দেখি ৰাজা লজ্জা ভাৱে বিষাদে আছন্ত ।
গৈয়া গুৰুজনে দেখি বিনয়ে পুছন্ত ॥
কিকাৰণে চিন্তাযুক্ত ৰাজা ৰাজ্যেশ্বৰ ।
শুনি ৰাজা দিলা সৰ্ব্ব কথাৰ উত্তৰ ॥২০৩২॥
নকৰিয়ো চিন্তা ৰাজ্য উপায় কৰিবো ।
যতন কৰিয়া সিটো মালক ভাঙ্গিবো ॥
তাসম্বাক দিও ধান সৰিষা আনিয়া ।
খৰিৰ কাৰণে গোটা বাংশ দিয়াও নিয়া ॥২০৩৩॥
অন্ন কিম্বা আন দ্ৰব্য দিবাক নলাগে ।
সুধিলে কহিব কথা দূত মহাভাগে ॥
ই দেশৰ মালে সিধা ইমত পাৱয় ।
হাতে মোহাৰিয়া ধান চাউল উলিয়াই ॥২০৩৪॥

*শ্ৰীশঙ্কৰদেৱৰ ৰজাক বৃন্দাবনীয়া বস্ত্ৰ অৰ্পন, ৰজাৰ নগৰত মাল প্ৰবেস, শঙ্কৰদেৱে পৰামশত মালৰ পলায়ণ ।

## বিহাৰত শ্ৰীশঙ্কৰদেৱৰ লগত শ্ৰীমাধৱদেৱৰ সম্মিলন— শ্ৰীমাধৱদেৱৰ বাণ্ডুকাগমণ

হন্তে দিহি সৰিষাৰ তেলবাজ কৰে ।
লোটাবাংশ হাতে মদ্দি তাৰে জুই ধৰে ॥
পাছে দূত সেহি মতে সবে দিলা গই ।
পোহন্তে সকলো কথা কহিলা বুজাই ॥২০৩৫॥
শুনি মাল সবে বোলে ইটো কোনে কৰে ।
ই দেশৰ মাল আমাসাত কৰি ধৰে ॥
তাসম্বাৰ সঙ্গে যুজি লজ্জামাত্ৰ পাইবো ॥
হলা এতিক্ষণে আমি সত্বৰে পলাইবো ॥২০৩৬॥
ৰাজা গাইলে নচাৰিবে যুদ্ধক কৰাইব ।
যুদ্ধে হৰি লজ্জা পাইবো প্ৰাণেও মৰিব ॥
এহিবুলি তৰাতৰি সবেও পলাইল ।
শুনি ৰাজা হাঁসি মহা সন্তোষ লভিল ॥২০৩৭।
কিনো ধন্য শঙ্কৰৰ বুদ্ধি বিচক্ষণ ।
কাৰ্য্যতে জানিলো আৰু জগত কাৰণ ॥
এহিমতে গুৰুজন তেৰ বয় আছে ।
মাধদেৱ গণকুছি থানত ৰহিছে ॥২০৩৮॥
বাণ্ডুকাত বুঢ়ী দশম খানি ৰৈল ।
দাদা খুড়াগণো তথা শৰণ নভৈল ॥
তাক সাধিবাক মনে মাধৱ চলিলা ।
কতোদিন মানে শঙ্কৰৰ ঠাই পাইলা ॥২০৩৯॥
দেখি গুৰুজন আনন্দৰ পাৰ নাই ।
কি কামে আসিলা বুলি আনন্দে সোধই ॥
শঙ্কৰদেৱক পড়ি প্ৰণাম কৰিয়া ।
বাণ্ডুকা যাইবাক আইলো বুলিয়া কহিলা ॥২০৪০॥

## শ্ৰীমাধৱদেৱৰ দশম স্কন্ধ ভাগৱত আনয়ণ

শঙ্কৰে বোলন্ত কাৰ্য্য নহৈবেক সিদ্ধি ।
তথাপিতো মায়ো আসি আছাযেন বুদ্ধি ॥
একগুটি কথা বাপু কৰিবে লাগয় ।
শিবানন্দ লক্ষৰ সদা বান্ধিয়া থাকয় ॥২০৪১॥
পথক্ৰমে যান্তে তাৰ ঘৰ পাইবা যথা ।
ক্ষণেক বসিয়া দৰশন দিয়া তথা ॥
ভাল বুলি গুৰুজন চলিলা পথত ।
শিবানন্দ ঘৰে গৈয়া ভৈলা উপগত ॥২০৪২॥
আঠে বেঠে শিবানন্দে আগবাঢ়ি আসি ।
প্ৰণামি আসন দিয়া বসাইল হৰিষি ॥
কতোক্ষণে উঠিবাক গুৰু মন কৈলা ।
শিবানন্দে বোলে কিছু দিবাক নভৈলা ॥২০৪৩॥
আসিবাৰ কালে মোৰ ঘৰত সোমাইবা ।
কিছুদ্ৰব্য দিবো আমি তাক লৈয়া যাইবা ॥
শুনিয়া বিষাদ মনে গুৰু চলি গৈলা ।
লোভিত বুলিয়া ইটো আমাক বুজিলা ॥২০৪৪॥
এমন ব্যক্তিৰ ঘৰে আসিবাক প্ৰতি ।
গুৰু আদেশিলা কিনো আশ্চৰ্য্য সম্প্ৰতি ॥
হেন মতে অসন্তোষে বাণ্ডুকাক পাইল ।
কিছু দিন ৰহি কাৰ্য্য সিদ্ধিক নপাইল ॥২০৪৫॥

ফকৰা —

নধৰয় ধৰ্ম্ম কেহো আদৰ নকৰে ।
ধৰ্ম্ম ধৰা কথাশুনি নিন্দা মাত্ৰ কৰে ॥
বিনা বাংশী কৰতাল ভাতেনাতে চিৰকাল ॥
এহি কহি বাণ্ডুকাৰ লোক নিৰন্তৰ ॥
বিমুখ ভৈলেক ধৰ্ম্ম ধৰিবাৰ তৰ ॥২০৪৬।
শাস্ত্ৰখানি লৈয়া পাছে ফিৰিয়া আসিলা ।
পথত আসন্তে একখানি নদী পাইলা ॥
নাহিকয় নৌকা নামি যাইবাক লাগয় ।
তৰহেন বুলি শীঘ্ৰে চলিয়া যাৱয় ॥২০৪৭॥
একগোটা বুঢ়ী, তেতিক্ষণে নিকলিল ।
নযাইবা গহন জল বুলিয়া বাধিল ॥
তুমিও তিতিবা শাস্ত্ৰখানো নষ্ট হৈবা ।
এহিপাক ঘুৰি বালি পথে চলি যাইবা ॥২০৪৮॥
হেন কহি তৈতে বুঢ়ী অদৰ্শন ভৈল ।
দেখি মাধদেৱে মহা আনন্দ কৰিলা ॥
ধন্য ধন্য বুঢ়ী মোৰ শাস্ত্ৰক ৰাখিলা ।
তোমাৰ কাৰণে আজি জলে নুবুড়িলা ॥২০৪৯॥
উদ্দেশ কহিয়া শাস্ত্ৰ ৰাখিলন্ত বুঢ়ী ।
বুঢ়ী দশম নাম ভৈলা সেহি দিনধৰি ॥
পাছে গুৰুজনে অনুক্ৰমে চলি যান্ত ।
শিবানন্দ ঘৰৰ নিকট পাইলন্ত ॥২০৫০॥

লোকত সুধিলা আউৰ পথ কিবা আছে ।
লোকে বোলে গহবেক ঘুৰিবাহা পাছে ॥
শিৱানন্দ গৃহৰ নিকটে যদি যাহা ।
দুইদণ্ডে কাকত কুটী স্থান পাইবাহা ॥২০৫১॥
মাধৱে শুনিলা ইটো পথে নযাই বোহো ।
ঘুৰণ পথক দিহে আৰে চলি বোহো ॥
হেনমতে লৈয়া গোধূলিকা সময়ত ।
কাকত কুটী পায়া শঙ্কৰক প্ৰণামন্ত ॥২০৫২॥
বাপু বড়াপো তুমি আসিলাহা ভালে ।
মাধৱে বোলন্ত তযু কৃপাত সকলে ॥
কিন্তু আদেশিলা শিৱানন্দ গৃহে যাইবে ।
বসিলন্তে শিৱানন্দে কহিলেক তেবে ॥২০৫৩॥

## শ্ৰীমাধৱদেৱৰ কামৰূপ গমণ

ঘুৰিয়া আসিয়া মোৰ গৃহত সোমাইবা ।
প্ৰবৰ্তন হেতু কিছু টকা সিকা নিবা ॥
লোভিত বুলিয়া আমাসাক পাৰীক্ষিল ।
নোসোমাইলো তাৰ গৃহে ঘুৰিয়া আসিল ॥২০৫৪॥
শুনিয়া শঙ্কৰে বোলে কিকাম কৰিল ।
বড়াবপোৰ অপৰাধী সমুলি ডুবিল ॥
হেন সময়তে শিৱানন্দ আসি পাই ।
দুইজনা গুৰু খাইত বুলিলা বিনাই ॥২০৫৫॥
বহু স্তুতি নতি কৰি ক্ষমাক প্ৰাৰ্থিলা ।
তথাপিতো তাৰ অপৰাধ নক্ষমিলা ॥
পাছে সেহি দিনা তাত গুৰু দুইজন ।
মহানন্দ প্ৰকাশিয়া ৰহিলা তখন ॥২০৫৬॥
পৰদিনা প্ৰভাতেতে দুইজন উঠি ।
স্নান ভোজন কৰি াতাইলন্ত তথি ॥
গণকুছি যাইবাক বিদায় মাগিলা ।
শুনিয়ো মাধৱ বুলি শঙ্কৰে কহিলা ॥২০৫৭॥
আৰ বৰ্ষে এহিমাসে এহি দিৱসত ।
মোহোৰ কাৰণে খোজ কাঢ়ি পাছসাত ॥
আগবাঢ়ি সাক্ষাত কৰিয়ো মোৰ মন ।
এখনে চলিয়ো বাপু আপোনাৰ স্থান ॥২০৫৮॥
পাছে মাধৱেও সলোতক নেত্ৰ হুই ।
শঙ্কৰক প্ৰণামিয়া আসিলন্ত তই ॥
বিষাদিত মনে গুৰু শঙ্কৰো ৰহিলা ।
মাধৱেও আসি পাছে গণকুছি পাইলা ॥২০৫৯॥
আই গোসানীৰ আগে গুৰুৰ কাহিনী ।
কহিলা মাধৱদেৱে হৰিষিত মনি ॥
এহিমতে মাধৱদেৱ তথাতে ৰহিলা ।
শাস্ত্ৰ সকলক কৰিবাক আৰম্ভিলা ॥২০৬০॥
সাত মহী কাপ পাছে একত্ৰ কৰিয়া ।
লিখিলা শাস্ত্ৰক গুৰু বাক্য সুমৰিয়া ॥
গীত-ভটিমা-নাট সময়ে সময়ে ।
ৰচনা কৰিয়া থাপিলন্ত ঠাৱে ঠাৱে ॥২০৬১॥

## শ্ৰীমাধৱদেৱৰ শাস্ত্ৰ ৰচনা

বেহাৰত শঙ্কৰ ঈশ্বৰ কল্পতৰু ।
ৰজাৰ সভাত গৈয়া আলাপন্ত গুৰু ॥
ৰাজা প্ৰজা চিলাৰায়ে পৰম হৰিষে ।
শঙ্কৰৰ গুণ যশ কহে অহনিশে ॥২০৬২॥
আঢ়ৈ বৎসৰ গুৰু সেহি মতে আছে ।
কৃষ্ণযশ সোধেৰাজা গুৰুৱে প্ৰকাশে ॥
শঙ্কৰক ঈশ্বৰৰ শকতি জানিল ।
একদিনা ৰাজা সভা মাজত পুছিল ॥২০৬৩॥
ঈশ্বৰৰ ৰূপকেনে কহিয়ো আমাক ।
প্ৰকাশিয়া কহিলন্ত তেখনে ৰাজাক ॥
মস্তকৰ পৰা পাদ পঙ্কজ পৰ্য্যন্ত ।
কৃষ্ণৰ ৰূপক গুৰু সবে কহিলন্ত ॥২০৬৪॥

## শ্ৰীশঙ্কৰদেৱে নৰনাৰায়ণ ৰাজাক ঈশ্বৰৰ ৰূপ বৰ্ণন কৰি কয়

*কমকতৰ পতি যজ্ঞপতি লক্ষ্মীপতি ।
ত্ৰৈলোক্য মোহন মূৰ্তি পতিতৰ গতি ॥
শুনা ৰাজা ঈশ্বৰৰ ৰূপ যেন মত ।
থিৰ বুদ্ধি কৰি ভক্তে চিন্তয় মনত ॥
ৰূপ চিন্তনক বোলে ঈশ্বৰ ভজন ।
প্ৰথমে লৈবেক লাগে ঈশ্বৰে শৰণ ॥
মাজে শ্বেত ছত্ৰ যেন চন্দ্ৰৰ মণ্ডল ।
মুকুতা ঝুৰাৰি তাৰ সৰে অম্ভ জল ॥
শিৰত প্ৰকাশে ৰত্ন কীৰিতি উজ্জ্বল ।
*কপালে লম্বিত চাৰু অলকা সকল ॥
মৃগমদে আঁকিত তিলকে কৰে কান্তি ।
কাম শৰাসন ভাজি শোভে ভ্ৰুৱ পাতি ॥

*শব্দাৰ্থ :— *চাৰু-শুৱনীয়া, মৃগমদে-কস্তুৰী, কাম শৰাসন-কামদেৱৰ ধনু, খঞ্জন-বালিমাহি চৰাই, সুধাংশু-আদিত্য-সূৰ্য্য ।

মুখ পূৰ্ণচন্দ্ৰ কোটি সমান মোহয় ।
তাতে দুই খঞ্জন নয়ন প্ৰকাশয় ॥
মকৰ কুণ্ডল দুই কৰ্ণত দোলয় ।
যেন সুধাংশুক সমে আদিত্য উদয় ॥
ওষ্ঠ দুই বন্দুলী মুকুতা দন্তচয় ।
অৰুণ কতাক্ষ হাসি ভুবন ভুলয় ॥
প্ৰভাতৰ সূৰ্য্য যৈন কৌস্তুভ কণ্ঠত ।
গজ মুকুতাৰ মালা দোলে হাদয়াত ॥
বামভাগে লক্ষ্মীদেৱী দিয়া আছে দেখা ।
উত্তম কৰত যেন সুবৰ্ণৰ ৰেখা ॥
দক্ষিণে শ্ৰীবৎস শান্তি অতি কান্তি কৰে ।
সজল মেঘত যেন বিজুলী সঞ্চৰে ॥
আজানু লম্বিত বনমালা প্ৰকাশয় ।
তাতে পৰি মত্ত মধুকৰে গুঞ্জৰয় ॥
চাৰিখানি ভুজ শোভে চন্দনে চৰ্চ্চিত ।
অঙ্গদ বলয়া আৰু ভূষণে ভূষিত ॥

## ৰাজাৰ আগত ঈশ্বৰৰ ৰূপ বৰ্ণনা

কটিতটে পাট ভুনি মেখলা বস্ত্ৰৰ ।
উৰু কৰীকৰ জানু জংঘা মনোহৰ ॥
চৰণ কমল বস্ত্ৰ মঞ্জুৰ ভুৰয় ।
উন্নত আঙ্গুলি নখচন্দ্ৰ বিৰাজয় ॥
পদতল ৰকত ভকত মনোনীত ।
ধ্বজ বজ্ৰ পদ্ম যৱ অঙ্কুশে অঙ্কিত ॥
হেন মনোহৰ ৰূপ লাৱণ্য প্ৰচুৰ ।
দেখি দৰ্প হৰে অতি কন্দৰ্প কোটিৰ ॥
দিব্য সিংহাসনে বসি আছা ভগৱন্ত ।
ভৃত্যাক প্ৰসাদ দিবে সন্মুখে আছন্ত ॥
শুনিলাহা ৰাজা ঈশ্বৰৰ ৰূপ যেন ।
আৰু কিবা সোধাৰাজা কহিবো এখন ॥

## শ্ৰীশঙ্কৰদেৱে ৰাজাৰ আগত ঈশ্বৰৰ ৰূপ দৰ্শন কৰায়

ৰাজা বোলে থিয় দিয়ো তুমি গুৰু জন ।
আঠ বেঠ কৰি গুৰু উঠিল তেখন ॥
যোগ বলে সিটো ৰূপ ৰাজাক দেখাইলা ।
শঙ্কৰৰ গাৱে ৰাজা সকল দেখিলা ॥২০৬৫॥
তেখনে কৰিলা সাৰ ৰাজা শুদ্ধমতি ।
সাক্ষাতে ঈশ্বৰ এহো জানিলো সম্প্ৰতি ॥
এতেকে শৰণ লৈবো ধৰিলো নিশ্চয় ।
নৃপতি স্বৰূপ আগে কহে সবিনয় ॥২০৬৬॥
উদ্ধাৰ কৰিয়ো বাপ শৰণ দিয়োক ।
তুমিসে ঈশ্বৰ মই দেখিলো প্ৰত্যেক ।
শঙ্কৰে বোলন্ত ধৰ্ম্ম কেনমতে ধৰা ।
অন্যদেৱ পূজা তুমি নকৰি নোৱাৰা ॥২০৬৭॥
সিসবৰ পূজাতেসে ৰাজ্য ৰক্ষা হয় ।
পূজাক নপাইলে ৰাজ্যে বিঘিনি কৰয় ॥
ৰাজাবোলে কিছু তাক ভয়নাহি মানি ।
জানিয়া শৰণ দিয়ো গোসাঞি আপুনি ॥২০৬৮॥
শুনিয়া শঙ্কৰদেৱ কহিলা ৰাজাক ।
ৰাজাৰ নহৈবো গুৰু কহি আছো বাক ॥
নহৈবো স্ত্ৰীৰ গুৰু সকলো ব্ৰাহ্মণে ।
সূচক চোৰৰ গুৰু নহৈবো কখনে ॥২০৬৯॥
অগ্নি গুৰু দ্বিজৰ পত্নীৰ গুৰু স্বামী ।
ইসবৰ গুৰু আমি নহৈবো কৈসানি ॥
চোৰে সত্য অসত্যক একোকে নমানয় ।
সূচক সকলে লোক দোষ বখানয় ॥২০৭০॥
ৰাজাবোলে যিটো বেদ পন্থক নমানে ।
সিজনক প্ৰতি বুলি আছাহা আপোনে ॥
কায়বাক্য মনে মই নিশ্চয় কৰিলো ।
দিয়োক শৰণ তয়ু ধৰ্ম্মে আশা কৈলো ॥২০৭১॥
শুনিয়া শংকৰ গুৰু সাৰিতে নপাৰি ।
মনে বিমৰিষ কৰি দেখিলা বিচাৰি ॥
বঢ়াৰ পোত ধৰ্ম্ম থৈয়া আইলো যিকাৰণে ।
সিকথা মিলিল আসি জানিলো এখনে ॥২০৭২॥
অৱশ্যেকে পৃথিবীক এৰিবে লাগয় ।
সিগোট্টা সময় ভৈল জানিলো নিশ্চয় ॥
বৈকুণ্ঠ যাইবাৰ কালে কৃষ্ণ কৃপাময় ।
গান্ধাৰীৰ বাক্যে যথা স্মৰণ কৰয় ॥২০৭৩॥
সিমতে প্ৰকাৰ কথা মনত কৰিয়া ।
গুৰু নহৈবাক যেন বুলিয়া আসিয়া ॥
পাছে সুমধুৰ বাণী ৰাজাক বুলিলা ।
শৰণ লৈবাক লাগি যদি মন ভৈলা ॥২০৭৪॥

---

শব্দাৰ্থ ঃ— উৰু কৰীকৰ-উৰু-কৰ্ষণ দুটা, কৰীকৰ-হাতীৰ শুৰৰ দৰে লাৱণ্য, মঞ্জুৰ-নপুৰ ।

## ৰাজাৰ শৰণ গ্ৰহণৰ অভিলাষ শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ পয়াণ

সিদ্ধি অসিদ্ধিক জানা ঈশ্বৰে কৰয় ।
ব্ৰত উপবাসে কালি থাকা মহাশয় ॥
পৰশুইদিনে যদি ঈশ্বৰে সিদ্ধি কৰে ।
শৰণ দিবাক প্ৰতি আসিবো সত্বৰে ॥২০৭৫॥
এহিবুলি গুৰুজন বিদায় কৰিয়া ।
কাকত বুঢ়ীক গৈলা নিৰানন্দ হুয়া ॥
শুনিয়া আনন্দ হুই শুক্লধ্বজ ৰাই ॥
শঙ্কৰ দেৱক নিলা আগক বঢ়াই ॥২০৭৬॥
শুনিয়োক গুৰু মোৰ মহাৰঙ্গ ভৈল ।
আজি ধৰি সদা আমাঠৈৰ সঙ্গি ৰৈল ॥
তাক শুনি গুৰুজনে নমাতি চলিলা ।
সেৱক সকলে বোলে আজি দুঃখ গৈলা ॥২০৭৭॥
পাছে কাকত কুটা পাইল গুৰুজন ।
স্নান ভোজন কৰি ৰহিলা তখন ॥
পৰদিনা ৰাজা ব্ৰত উপবাস কৰি ।
দিব্যগৃহ নিৰ্ম্মিলন্ত মনোৰম কৰি ॥২০৭৮॥
তাৰ পৰদিনে শুচি সঞ্জমন হৈয়া ।
গুৰুক আনিবে লাগি দূতক পাঠিয়া ॥
সেহি সময়ত বৃদ্ধ আঙ্গুলি উপৰে ।
শঙ্কৰ দেৱৰ ফোড়া দেখাইল সত্বৰে ॥২০৭৯॥
ভকতে কহিলা দূত আগে শীঘ্ৰ কৰি ।
গুৰুৰ শৰীৰে পীড়া ভৈল গুৰু তৰি ॥
যাইবাক নপাৰি কৈলা ৰাজাক জনাইতে ।
দূতে গৈয়া সব কথা কহিলা ৰাজাতে ॥২০৮০॥
হেন সময়ত গুৰু সেৱকত কৈলা ।
একেবাৰে যাইবো মই বুলিয়া উঠিলা ॥
মুখ প্ৰক্ষালন কৰি বস্ত্ৰক পিন্ধিয়া ।
উপৰ বৃক্ষৰ তল শয্যা নিয়োজিয়া ॥২০৮১॥

## ৰমানন্দ ঠাকুৰৰ ভক্তি প্ৰাৰ্থনা

পূৰ্ব্ব মুখ কৰি বসিলন্ত পদ্মাসনে ।
দেখিয়া বিস্ময় ভৈলা সেৱকৰ মনে ॥
সকল সেৱকে আৱৰিয়া ধৰিলন্ত ।
পুনু ৰাজা দূতলোক আসিয়া দেখন্ত ॥২০৮২॥
মনুষ্যৰ চেষ্টা দেখাই শ্ৰীমন্ত শঙ্কৰ ।
প্ৰাণ চাৰিবাক মন কৰিলা সত্বৰ ॥
দেখিয়া ঠাকুৰ বৰ ৰমানন্দ দেৱ ।
পিতৃৰ চৰণে পড়ি কৰিলন্ত সেৱ ॥২০৮৩॥
সকাতৰ ভাৱে তেতিক্ষণে প্ৰাৰ্থিলন্ত ।
কিছু মাত্ৰ দ্ৰব্য নাপাইলোহো বুলিলন্ত ॥
শুনিয়া শঙ্কৰ গুৰু কৰিলা উত্তৰ ।
সুবৰ্ণ ৰজত কাংস আদি বহুতৰ ॥২০৮৪॥
তোমাৰ মাৱৰ হাতে আছয় নিঃশেষ ।
ইঠাৱত পাইলো যত সম্পত্তি বিশেষ ॥
শুক্লধ্বজ ৰাণী ভুৱনেশ্বৰী আদি কৰি ।
শতজনে শতসাজ দিলা সেৱা কৰি ॥২০৮৫॥
সিসবো সকলো আছে ৰক্ষণে তোমাৰ ।
আৰ কিবা খোজা বাপু কহিয়োক সাৰ ॥
শুনি ৰমানন্দে কহে সবিনয়ে বাক ।
পৰকাল কিন্তু আমি নপাইলোহো তাক ॥২০৮৬॥
শঙ্কৰে বোলন্ত ধন্য ধন্য ৰমানন্দ ।
এহি দ্ৰব্য খুজি বাপু কৰাইলি আনন্দ ॥
জানিছিলো মোৰ জলদ্বাৰে বাজ হুয়া ।
সংসাৰিক পুত্ৰভাৱ আছস ধৰিয়া ॥২০৮৭॥
এখনেসে পিতা পুত্ৰ সমন্ধ ঘটিল ।
কিন্তু ইসময়ে মোৰ শৰীৰ বিকল ॥
সিদ্ৰব্যক লাগি আৰ নকৰিয়ো খেদ ।
বঢ়াৰপোৰ মোৰ সমে নাহি কিছুভেদ ॥২০৮৮॥
যেনমতে শক্তি ভক্তি বল পৰাক্ৰম ।
যেনমতে তাহাঙ্ক অৰ্পিলো মনোৰম ॥
যেনলীলা সিঠাৱত স্বপ্ৰকাশ ভৈলা ।
সক্ৰি চক্ষে তুমি বাপু সকলে দেখিলা ॥২০৮৯॥

## শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈকুণ্ঠ পয়ান

ইং ১৫৬৮ চন ১৪৯০ শকৰ ভাদ্ৰমাহত
কিত্তিৰ কিৰণে আজি গোটেই জগত উজ্বল

জানি বঢ়াৰপোক মোৰ স্বৰূপ মানিবা ।
গুৰুবুলি তাৰাহন্তে বস্তুক লভিবা ॥
*অন্তৰি গুৱালৰ দৃষ্টান্তক কহিয়া ।
আপোনাৰ চিত্ত মাধৱত সমৰ্পিয়ো ॥২০৯০॥

গীতঘোষা পদ যিটো উচ্চাৰিবে লাগে ।
টেপৰ বৃক্ষত আউজিয়া গাইল তাগে ।।
যাহাক ডাকিবে প্ৰয়োজন আছিলেক ।
ডাকিয়া বিদায় দিলা তাহাকো প্ৰত্যেক ।।২০৯১।।
পাছে যোগ ধাৰণা ধৰিলা বিদ্যমান ।
আপোনাৰ আত্মা পৰমাত্মাত স্থাপন ।।
নিমিষেকে সৱ নৰচেষ্টাক এৰিলা ।
বিজুলী ছটাক যেন. বৈকুণ্ঠে উঠিলা ।।২০৯২।।
জ্যোতির্ময় ছায়া দেখি সেৱক সকল ।
ৰমানন্দো দেখি পাছে এড়িল বিকল ।।
চৌদ্ধশত নবই অব্দত ভাদ্ৰমাসে ।
শুক্লাদ্বিতীয়াত পূৰ্ব্বাহ্ন প্ৰহৰ দিবসে ।।২০৯৩।।
বৈকুণ্ঠে কৰিলা গতি পৃথিবী এৰিলা ।
দেখি ৰাজা প্ৰজা সবে বিস্ময় লভিলা ।।
নৰনাৰায়ণে শুনি পৰম বিস্ময় ।
বোলে শ্ৰীশঙ্কৰদেৱ গুৰু কৃপাময় ।।২০৯৪।।
অনাছাৰী ৰাজা মোক জানিয়া শংকৰ ।
শৰণ নিদিয়া গৈল বৈকুণ্ঠ নগৰ ।।
হেনমতে বহুভাৱে মহাখেদ কৰি ।
ক্ৰন্দন কৰন্ত ৰাজা বাগৰি বাগৰি ।।২০৯৫।।
পাছে ঘৃত চন্দন অগৰু বহুতৰ ।
গুৰুদেহা দাহ হেতু পঠাইলা সত্বৰ ।।
আপুনি চলিলা ৰাজা ভাতৃ সঙ্গ কৰি ।
মুখপদ্ম দেখি সেৱা কৰিলা সাদৰি ।২০৯৬।।

*অনাৰি সনাৰি গুৱালৰ দৃষ্টান্ত দি কয়— অনাৰি গুৱালে গুৰু শুশ্ৰূষা নকৰে গতিকে সি গাখীৰ নাপায় । সনাৰি গুৱালে গুৰু প্ৰতিপাল কৰে কাৰণে আঁত মোকোলাই গাখীৰ দিয়ে । সেইদৰেই গুৰুক ভক্তি কৰি শুধিলে গুৰুৱে শৰণ-ভজন ভক্তিতত্ত্ব কয় । শুশ্ৰূষা নকৰিলে নকয় ।

## জগতগুৰু শ্ৰীমন্ত শঙ্কৰ সূৰ্য্য অৰুণাচল প্ৰৱেশ

অনেক বিষাদ কৰি চলিয়া আসিলা ।
আনুধাই সমে ৰাজা অভোজনে ৰৈলা ।।
সেৱক সকলে পাছে কাগত কুটা তীৰে ।
আম্ৰকাষ্ঠ দিয়া চিতা নিৰ্ম্মিলন্ত ধীৰে ।।২০৯৭।।
মহা সমাৰোহে গুৰু জনক নিলন্ত ।
চিতা তুলি ৰমানন্দে অগ্নি পশাইলন্ত ।।
সুগন্ধ পবিত্ৰ কাষ্ঠ ঘৃত গিলা ঢালি ।
দক্ষিণাগ্নি উঠিল ধমধমি কৰি জ্বলি ।।২০৯৮।।
আকাশ লভিয়া সুগন্ধিত ভৈলা দিশ ।
অগনিৰ তাপে যেন অমৃত বৰিষ ।।
মুহৰ্ত্তেক মান কাষ্ঠ সংস্কাৰ ভৈল ।
দেখিয়া সেৱকে স্থান শোভন কৰিল ।।২০৯৯।।
চিতা পোতা আমাৰ ফুৰুহা চাৰিগোট ।
অগনিৰ দগ্ধে মাত্ৰ ৰৈল এক গোট ।।
অৰ্দ্ধেক পুৰিয়া আধা খুটাৰ আছিল ।
কিছুদিনে কোমল অঙ্কুৰ বাজ ভৈল ।।২১০০।।
পৰম আশ্চৰ্য্য ভাৱে সেৱকে বাখিলা ।
আৱৰিয়া চন্দ্ৰ তাপ ওপৰত দিলা ।।
ক্ৰমহন্তে সেহিবৃক্ষ উন্নত প্ৰধান ।
তিনিশত বৎসৰ আছিলা বিদ্যমান ।।২১০১।।
তাতপৰে সিটোবৃক্ষ মৰিয়া ভাগিল ।
মূঢ়াৰ ওপৰে ফুটি আমৰা গাছ ভৈল ।।
কতোশালে অমৰা মৰিয়া খচি যান্ত ।
সেহি মূঢ়া হন্তে চাম গাছ গজিলন্ত ।।২১০২।।
সেহি উতপন্ন বৃক্ষ ভৈলন্ত প্ৰকট ।
গুৰুজন আৱজা টেপৰ বৃক্ষগোট ।।
সেৱক সকলে তাঙ্ক পৰম যতনে ।
আৰ স্থান সেৰিবাক ছলয় যত জনে ।।২১০৩।।
সবাৰো বন্দনী হৈয়া সদা ৰহিছিলা ।
ঈশ্বৰৰ ইচ্ছা তাঙ্ক নিবেমন ভৈলা ।।
সোতৰশ সত্তৰি শকৰ আশ্বিনত ।
তোৰোচা নামত নদী বাঢ়িয়া হঠাত ।।২১০৪।।

## শ্ৰীশঙ্কৰদেৱৰ হৰিকীৰ্ত্তন উৎসৱৰ কাৰণে ৰমানন্দ ঠাকুৰ পাটবাউসী গমন

কাগত কুটা মৰিনদী দিয়া চলিগই ।
দুইদণ্ড মধ্যে সত্ৰ নিলন্ত খসাই ।।
দুইগোটা সিটো পুণ্য বৃক্ষ কৈক গৈলা ।
পৰদিনা ৰাজাপ্ৰজা বিচাৰি নপাইলা ।।২১০৫।।

প্ৰসঙ্গত ইকথাক লিখি সমপিলো ।
অপৰ কথাক লিখিবাক মন কৈলো ॥
জানি সাধুজন দোষ ক্ষমিয়ো আমাৰ ।
গুৰুৰ চৰণ বিনে নাহি মোৰ আৰ ॥২১০৬॥
দীননাথ দীন মই সমূলি অনাথ ।
গুৰুৰ চৰণ বন্দি ৰৌক মোৰ মাথ ॥
সমাজিক লোকে মোক কৰা কৃপা এহিমান ।
সুখে দুখে মুখে মোৰ নচাৰোক নাম ॥২১০৭॥
গুৰুৰ পয়াণ লীলা শুনা সৰ্ব্ব লোক ।
বোলা হৰি হৰি সবে পাতক চাৰোক ॥

## ঝুমুৰি

পাছে মহাৰাজা মানী ।
ভূত পঠাই তাৰক্ষণি ॥
ঠাকুৰক বুলিলেক ।
দিবো দ্ৰব্য পৰতেক ।২১০৮॥
শ্ৰাদ্ধবিধি কৰি এথা ।
পাছে যাইবা ঘৰ যথা ॥
শুনি ৰমানন্দ তথা ।
ৰাজাক জনাই কথা ॥২১০৯॥
মোৰ জাতি বৰ্ণ নাই ।
কিমতে শৰাধ হই ॥
কৃপাকৰি ৰাজবৰ ।
নৌকা দিয়ো শীঘ্ৰতৰ ॥২১১০॥
পাটবাউসীৰ কাছে ।
মাধদেৱ যৈত আছে ॥
তৈক যেন মতে পাওঁ ।
শীঘ্ৰকৰি তথা যাওঁ ॥২১১১॥
দূতে ৰাজা স্থানে কৈলা ।
শুনিখেল নাৱ দিলা ॥
ঠাকুৰ চৰিয়া তাত ।
ৰাত্ৰিদিনে গৈলা বাট ।২১১২॥
মাধৱ ঈশ্বৰ হৰি ।
জানি কথা সাৰ কৰি ॥
শ্ৰাদ্ধৰ সামগ্ৰী যত ।
আনিয়া ৰাখিলা তাত ॥২১১৩॥
ঠাকুৰ আসিছে জানি ।
চিন্তাকুলে নাসে বাণী ॥
সেহিমতে ৰহি আছে ।
গোধূলিকা বেলা ভৈল ।
মাধদেৱ পথে ৰৈল ॥
ৰমানন্দে আসি পাইল ।
নৌকা ৰাখি উঠি আইল ॥
দূৰে দেখি মাধদেৱ ।
আগবাঢ়ি গৈলা ঠাৱ ॥
খেদ কৰি তাৱক্ষণ ।
গীত কৈলা আলোকণ ॥২১১৫॥

## শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ খবৰ পায় শ্ৰীমাধৱদেৱে বিৰহৰ গীত কৰি গায়

### গীত

ধ্ৰুং॥ আলোমঞ্জি কি কহবো দুখঃ ।
পৰাণ নিগড়ে নাদেখিয়া চান্দ মুখ ॥

### পদ

কতপুণ্যে লভিলো গুণেৰ নিধিশ্যাম ।
বঞ্চিয়া নিলেক নিকৰুণ বিধিবাম ॥
শ্যামকাণু বিনে মোৰ নৰহে জীৱন ।
হা স্বামী বুলিতে আকুল কৰে মন ॥
দিবস নযায় সুখে নযায় ৰজনী ।
চান্দ চন্দন মন্দ পবন বৈৰিণী ॥
কোথা যাও কোথা থাকোঁ কিবাকৰে মন ।
কানাইৰ নেওচনি দেওঁ সব বন্ধু জন ॥
শ্যাম বন্ধুবিনে জীৱনেৰ কিবা কাজ ।
বিৰহ অনল জ্বলে হৃদয়ৰ মাজ ॥
নজানো দাৰুণ বিধি কি কৰে বিপত্তি ।
কহয় মাধৱ ৰাঙ্গা পদে মোৰ গতি ॥১৫৩॥
গীতবৰ সাঙ্গ ভৈলা ।
ঠাকুৰো ওচৰ পাইলা ॥
মাধৱক প্ৰণামিলা ।
কান্দিয়া কহিবে লৈলা ॥২১১৬॥
যেনমতে গুৰু জন ।
বৈকুণ্ঠক আৰোহণ ॥
যেন যেন বুলি গৈলা ॥
সকল প্ৰপঞ্চি কৈলা ॥২১১৭॥
আৰখেদ কৰি মন ।

বোলে শুনা গুৰু জন ॥

**শ্ৰীমন্ত শঙ্কৰ দেৱৰ দশাকৰ্ম্ম**

কালি দশা দিন ভৈলা ।
একো দ্ৰব্য না আসিল ॥২১০৮॥
মাধৱে বোলন্ত কথা ।
নকৰিয়ো মনব্যথা ॥
দধি চাউল ঘৃত গুৰ ।
মাষ মুগ চিৰা চুৰ ॥২১০৯॥
সকল আনিয়া থৈলো ।
সবেলৈয়া আসি চলো ॥
এহিবুলি গুৰুজন ।
সৰ্ব্বদ্ৰব্য আয়োজন ॥২১১০॥
নৌকাত ভৰায়া লৈয়া ।
ঠাকুৰৰ সঙ্গে গৈয়া ॥
পাট বাউসী ঘাট পাইল ।
ঠাকুৰক পঠাই দিল ॥২১১১॥
গুৰুজন চলি গৈলা ।
আইৰ সমিপ পাইলা ॥
ৰাত্রি ভৈল প্ৰহৰেক ।
শুইলা আই পৰ তেক ॥২১১২॥
ৰমানন্দে বুলি আই ।
সাতদিনা সেহি ঠাই ॥
মাত বুজি বৰাননী ।
আইল উঠি তেতিক্ষণি ॥২১১৩॥
বেগে আসে বৰ দেৱী ।
ঠাকুৰে পৰিলা সেৱি ॥
মাথাত বসন খানি ।
দেখি সোধে কোন খানি ॥২১১৪॥
কিবা ভৈল গুৰুজন ।
কহাবাপু এতিক্ষণ ॥
ৰমানন্দ কহে কথা ।
সুধিবে নলাগে এঠা ॥২১১৫॥
পিতৃ বৈকুণ্ঠক গৈলা ।
আজি নৱ দিন ভৈলা ॥
শুনি আই মূৰ্চ্ছা গই ।
কান্দি কান্দি বাগৰই ॥২১১৬॥
মাধদেৱে প্ৰবোধয় ।
তত্ত্বি মাৱে কহিছয় ॥
গুৰুজন খ্যাতিমন্ত ।
শুনিবেক আসিবন্ত ॥২১১৭॥

দ্ৰব্যবস্তু কিছু নাই ।
কেনমতে দশা হই ॥
মাধৱে বোলন্ত আই ।
আনি আছো দ্ৰব্য চই ॥২১১৮॥
একো নকৰিবা খেদ ।
হইবে কাজ তদগদ ॥
শুনি আই তুষ্ট মনে ।
ৰহিলন্ত তাৱক্ষণে ॥২১১৯॥
স্নান কাৰ্য্য কৰিলন্ত ।
মাধৱক বুলিলন্ত ॥
যেনমতে যিবালাগে ।
কৰিয়োক সেহি ভাগে ॥২১২০॥
শুনি মাধ দেৱ তথা ।
লোক পাঞ্চি দিলা যথা ॥
ৰাত্রি মধ্যে ভক্তগণ ।
গৈলা চলি থানে থান ॥২১২১॥
নাৰায়ণ ঠাকুৰ আতা ।
প্ৰভাতে উপনিতা ॥
আৱৰ সেৱকগণ ।
আসিলন্ত তেতিক্ষণে ॥২১২২॥

**শ্ৰীশঙ্কৰদেৱে শ্ৰীমাধৱদেৱত কৰ্ম্মৰ ভাৰ অৰ্পণৰ কথা**

ৰভা খান কৰিবৰ ।
সাজিলন্ত যোগ্য ঘৰ ॥
নানাদ্ৰব্য নিয়োজিলা ।
মহা সমাৰোহ ভৈলা ॥২১২৩॥
ৰমানন্দ বিজ্ঞ বৰি ।
ৰাম ৰাম সঙ্গ কৰি ॥
পিণ্ড কাৰ্য্য সমাপিয়া ।
আসিলন্ত শুদ্ধ হৈয়া ॥২১২৪॥
সেৱক সকল সঙ্গে ।
মাধদেৱ মহাৰঙ্গে ॥
হৰিৰ কীৰ্ত্তন কৈলা ।
ভক্ষ জলপান দিলা ॥২১২৫॥
ভূঞ্জি ভক্ত দ্বিজগণ ।
আনন্দ লভিলা মন ॥
মহা মহোৎসৱ ভৈলা ।
ঠাকুৰে আনন্দ কৈলা ॥২১২৬॥

ভক্ষ জল পান দিলা।
হৰিৰ কীৰ্ত্তন কৈলা ॥
ভূঞ্জি ভক্ত দ্বিজগণ।
আনন্দ ভৈলা মন ॥২১২৭॥
পাছে সেহি সময়ত।
ঠাকুৰ আতা পুছিলন্ত ॥
শুনিয়ো ঠাকুৰ দেৱ।
সোধে কথা কৰি সেৱ ॥২১২৮॥
তুমি পুত্ৰ শঙ্কৰৰ।
দ্বিতীয় শঙ্কৰ বৰ ॥
সৰ্ব্ব গুণে গুণাকৰ।
গহীন গম্ভীৰ ধীৰ ॥২১২৯॥
শ্ৰীমন্ত শঙ্কৰ গুৰু।
ভকতৰ কল্প তৰু ॥
ছলিবাৰ সময়ত।
কাক কিবা বুলিলন্ত ॥২১৩০॥
শুনিবাক বাঞ্ছা কৰোঁ।
খেদ সাগৰত তৰোঁ ॥
ৰমানন্দ কহিলন্ত।
দেখো গুৰু চলিজান্ত ॥২১৩১॥
কিছু নপাই লোহো বুলি।
চৰণৰ লৈলো ধূলি ॥
পিতৃ কহিলন্ত কথা।
ৰূপা সোণা দ্ৰব্য যথা ॥২১৩২॥
তোমাঠৈৰ হাতে আছে।
শুনি প্ৰাথিলোহো পাছে ॥
পৰকাল বিত্ত লাগে।
তৰো যেন মহাভাগে ॥২১৩৩॥
আন নবাঞ্চোহো আমি।
সেহি বিত্ত দিয়ো স্বামী ॥
শুনিয়া প্ৰশংসা কৈলা।
পুত্ৰৰ সম্বন্ধ ভৈলা ॥২১৩৪॥
কিন্তু এহি সময়ত।
কহিবে নপাৰো তত্ত্ব ॥
মাধৱক গুৰু মানি।
পাইবা পৰমাৰ্থ গুণি ॥২১৩৫॥
গণকুছি স্থানে যথা।
দেখি আছা যেন কথা ॥
তাক সাৰ কৰিবাহা।
ভক্তি পথ লভিবাহা ॥২১৩৬॥
শিষ্য ভাই নোবোলাহা।
গুৰু বুলি মানিবাহা ॥
এহিমতে আদেশিলা।
মাধৱত সমপিলা ॥২১৩৭॥

শ্ৰীমাধৱদেৱৰ ওপৰত ধৰ্ম্মাচাৰ্য্যৰ অভিষেক। আদ্যশ্ৰাদ্ধলৈ শ্ৰীদামোদৰদেৱৰ নাহি আনৰ হাতত দ্ৰব্য দিয়া হেতু ওলোতাই দিয়ে ॥

মাধৱত পৰে আৰ।
গুৰু নাহি সাৰে সাৰ ॥
এহিবুলি মৌন ভৈলা।
সৰ্ব্বজন ৰঙ্গ ভৈলা ॥২১৩৮॥
ঠাকুৰ আতা শুনি তাক।
ধন্য ধন্য বুলিবাক ॥
কিনো গুৰু সৰ্ব্বা নন্দ।
ভাঙ্গিলা সবাৰো দণ্ড ॥২১৩৯॥
সবাৰো সন্তোষ ভৈলা।
বুলি আতা ৰঙ্গ কৈলা ॥
পাছে টকা বস্ত্ৰ আনি।
ঠগি বঢ়াই কৈলা বাণী ॥২১৪০॥
সকলোৰে নিজ গুৰু।
মাধদেৱ কল্প তৰু ॥
আপোনাৰ পুত্ৰ খানি।
যাক সমপিলা আনি ॥২১৪১॥
আৰু কিবা বাকি ৰৈল।
মাধৱ ঈশ্বৰ ভৈলা।
হৰিধ্বনি কৰি তথা।
বাদ্যসব বজাই যথা ॥২১৪২॥
অধিকাৰী মাধৱক।
কৰিলন্ত অভিষেক ॥
মহা মহোৎ সব কৰি।
সবে গৈলা ঘৰা ঘৰি ॥২১৪৩॥
দশা কৰ্ম্ম সমপিয়া।
মাতৃ আইক আশ্বাসিয়া ॥
ঠাকুৰ আতা ৰহিলন্ত।
ৰাম ৰাম বোলা সন্ত ॥২১৪৪॥

# দ্বিতীয় খণ্ড

## প্ৰথম অধ্যায়

॥ পদ ॥

আন অনন্তৰে যেবে আসি কহিলন্ত ।
মাধদেৱে সবাহাঙ্কে মাতি আনিলন্ত ॥
শুনিয়ো সেৱক সব কাৰ্য্য বিতোপন ।
সাধু বিপ্ৰ সবাহাঙ্কে কৰা নিমন্ত্ৰণ ॥২১৪৫॥
জগত গুৰুৰ শ্ৰাদ্ধ উৎসৱক প্ৰতি ।
সকল সেৱক যেন আসয় তাহিতি ॥
নিমন্ত্ৰণ শুনি পাছে সকলো আসিলা ।
দামোদৰ নাহি বহু দ্ৰব্যক পথাইলা ॥২১৪৬॥
সমাৰোহে শ্ৰাদ্ধ বিধি হৈলা সমাপন ।
দামোদৰ নাসিবাৰ সুধিলা কাৰণ ॥
দামোদৰে বোলে মাধৱ দেৱ যেনমত ।
শঙ্কৰ দেৱৰ বাক্যে আমিয়ো সিমত ॥২১৪৭॥
জানিতান নিমন্ত্ৰণে শ্ৰাদ্ধক নগৈলো ।
শ্ৰাদ্ধৰ কাৰণে দ্ৰব্য নৌকাত পঠাইলো ॥
হেনকথা শুনি ঠাকুৰৰ ক্ৰোধ ভৈল ।
মাধৱ আজ্ঞা লৈয়া দ্ৰব্য নাৰাখিল ॥২১৪৮॥

### ৰমানন্দ ঠাকুৰে শ্ৰীমাধৱ দেৱৰ ওচৰত জ্ঞান ভক্তিৰ শিক্ষা আৰু ৰমানন্দৰ পয়াণ

শঙ্কৰ গুৰুৰ তান্ত শৰীৰ অভেদ ।
বামুণীৰ পুত্ৰে তাঙ্ক কহে কৰি ভেদ ॥
তাহান সমান বুলি কহিলা বচন ।
সিকাৰণে তাৰ দ্ৰব্যে নাহি প্ৰয়োজন ॥২১৪৯॥
সেহি দোষে দামোদৰ দ্বিজক এড়িল ॥
সেহি দিনা ধৰি দামোদৰ বাজ ভৈল ॥
ৰমানন্দে মাধৱক গুৰু কৰি লৈলা ।
পৰকাল বিত্তমানে সকলো লভিলা ॥২১৫০॥
প্ৰতি দিনে মাধদেৱে আসি বুজ লন্ত ।
আই গোসানীক প্ৰতি পালিয়া থাকন্ত ॥
সম্বৎসৰ কাৰ্য্য যেবে সমাপতি হৈলা ।
ৰমানন্দ ঠাকুৰৰ বসন্ত ওলাইলা ॥২১৫১॥
সেহি পীড়া মাকলীপো ৰামৰ ভৈলন্ত ।
ঠাকুৰৰ পথানত নিয়া ৰাখিলন্ত ॥
ৰাত্ৰি দিনে মাধৱেও ঠাকুৰ ঠাই ।
নানা উপায়ে প্ৰতি পালক কৰই ॥২১৫২।
একদিনা ৰাম আতৈ ঠাকুৰক কহে ।
আমাক জগত নিবা শৰীৰ নৰহে ॥
ঠাকুৰে কহিলা ভাল জগতে চলিবা ।
ইটো কথা কাহাৰো আগত নকহিবা ॥২১৫৩॥
নিদ্ৰাহন্তে মাধদেৱে শুনি তাৰক্ষণ ।
ঠাকুৰ চলিব বুলি জানিলা তেক্ষণ ॥
পৰদিনা ৰমানন্দ ঠাকুৰ চলিলা ।
পাছত মাকলীৰাম প্ৰাণ বিসৰ্জ্জিলা ॥২১৫৪॥
ঠাকুৰক কাঠ সংস্কাৰ কৈলা নিয়া ।
আই গোসানীক গুৰু সান্তনা কৰিয়া ॥
ঠাকুৰৰ কাষতে ৰামকো দহন্ত ।
তাসম্বাৰ শ্ৰাদ্ধবিধি সবে কৰিলন্ত ॥২১৫৫॥
তাত অনন্তৰে মাধদেৱ গুৰু জন ।
নাম ধৰ্ম্ম প্ৰকাশিয়া আছে সৰ্ব্বক্ষণ ।
এহিমানে সম্বৰিলো কথা এহিমান ॥
বোলা ৰাম ৰাম সবে সমাজিক জন ॥২১৫৬॥

## দ্বিতীয় অধ্যায়

### ৰমানন্দৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰৰ কথা

॥ পদ ॥

আত অনন্তৰে শুনা যেন কথা ভৈলা ।
মাধৱ দেৱৰ নৱ নাট্য মুখ্য লীলা ॥
এক দিনা গুৰু আইৰ গৃহক আসিলা ।
সুখ দুখ সমস্তৰে বাৰ্তাক জানিলা ॥২১৫৭॥
ৰমানন্দ ঠাকুৰৰ পুত্ৰ মহামতি ।
গুৱাখানি খায়া আসে লেলায়া তহিতি ॥
মাধৱে বোলন্ত বাপু পুৰুষ উত্তম ।
গুৱা ভোজনতে কেন ভৈলেক বিষম ॥২১৫৮॥
আইসা বুলি নিয়া নিজ কোলাত বৈসায়া ।
সফুৰা গোটক আনি তাম্বুল কাটিয়া ।
প্ৰথমতে একখণ্ড গুৱা কাটি দিলা ॥
তাত পৰে পৰ্ণখণ্ড দিলেক ভুঞ্জাইয়া ॥২১৫৯॥
অৰ্দ্ধেক চৰ্ব্বণ কৰি আতাইলন্ত যেবে ।
পাণৰ সহিতে চুণ ভুঞ্জইলন্ত তেবে ॥
পুনু তাম্বুলৰ খণ্ড আৰ পাণ খণ্ড ॥
পাণে চুণ দিয়া পুনু কৰিয়া আনন্দ ॥২১৬০॥
সেহিমতে ভুঞ্জিমহা আনন্দ কৰিল ।
হাসিয়া মাধৱদেৱে বুলিবে লাগিল ॥২১৬১॥

শঙ্কৰৰ নাতি তুমি দ্বিতীয় শঙ্কৰ ।
তথাপি নাজানা তান্মূলক ভূজি বাৰ ॥
মাধৱ দেৱৰ স্বসা উৰ্ব্বশী দেৱীৰ ।
কন্যা বিবাহিলা হৰি চৰণ ঠাকুৰ ॥২১৬২॥
চতুৰ্ভূৰ্জ নামে পুত্ৰ ভৈলা শক্তি মত্ত ।
দুই ঠাকুৰকো গুৰু স্নেহক কৰন্ত ॥
এহি মতে মাধদেৱ কতো দিন আছে ।
ৰাম দাস ভূঞা থাকে সুন্দৰী আবাসে ॥২১৬৩॥
দুই তিনি গুৰু আয়াঘাত কৰি ।
ঠাকুৰ সবৰ সুখ দুঃখক বিচাৰি ॥

## শ্ৰীমাধ্ৱদেৱৰ সুন্দৰী গমন

জয়ন্ত দলৈৰ নাতি নামে ৰতিকান্ত ।
মাধৱ দেৱক আসি কোপে বুলিলন্ত ॥২১৬৪॥
কেনে তুমি প্ৰতি দিনে পাট বাউসী যাৱা ।
উদাসীন তুমি তাক ভাবিয়া নচোৱা ।
শুনি গুৰুজন আতি অসন্তোষ ভৈল ॥
বেহাৰক যাইবো বুলি নিশ্চয় কৰিল ॥২১৬৫॥
দিনেক কহিলা আই গোসানীৰ ঠাই ।
বেহাৰ যাইবো আমি কৰিলো বিদায় ॥
ৰতিকান্ত আদি তব বংশগিৰী যত ॥
অসূয়া কৰিয়ো মোক বচন কহন্ত ॥২১৬৬॥
এতেকতে তাসম্বাৰ ওচৰ এৰিয়া ।
বিদুৰক প্ৰতি যাইবে আছে মন হৈয়া ॥
আইবোলে বাপু তুমি কি লাগি ছলিবা ॥
কাউৰৰ বাক্যে কেনে স্নানক এড়িবা ॥২১৬৭॥
তুমি গৈলে তিনি গুটি বালকে সহিতে ।
কাৰ প্ৰতি পালে আমি ৰহিবো অহিতে ॥
তথাপি নিলগ হইবে যদি ইচ্ছা কৰা ।
সুন্দৰীত গৈয়া বাপু থাকিবাক পাৰা ॥২১৬৮॥
মাধৱে বোলন্ত আই গুৰু বাক্য পৰে ।
সুন্দৰী যাইবাৰ বাধা কৰিল শ্ৰীশঙ্কৰে ॥
আই বোলে মোক তুমি কিবা বুলি মানা ।
গুৰু বোলে গুৰু পত্নী জগত জননা ॥২১৬৯॥
শুনি হাসি আদেশ কৰিলা দেৱী আই ।
মোহোৰ বচনে তুমি যাইবাক জুৱাই ॥
মুহিবাক নপাৰিবে তোমাক সুন্দৰী ।
তোমাক দেখিয়া তাৰা ভক্তিক আচৰি ॥২১৭০॥

দূৰ হৈয়া থাকিবেক তোমাৰ প্ৰভাৱে ।
জানিয়া তথাক চলা আনন্দ স্বভাৱে ॥

## সুন্দৰী দিয়াৰ সুন্দৰী সকলৰ গৰ্ব্ব চূৰ্ণ আৰু শৰণ গ্ৰহণ

সিমতে আদেশ মানি শ্ৰীমন্ত মাধৱ ।
গণকুছি এৰিগৈলা সুন্দৰীৰ ঠাৱ ॥২১৭১॥
ৰামদাস ভূঞাৰ গৃহত ৰহিলন্ত ।
গুৰুৰ ভগিনী আই উৰ্ব্বশী সেৱন্ত ॥
ৰাম চৰণ দেৱে চাউল সিদ্ধ কৰে ।
ভুঞ্জিয়া মাধদেৱে নাম ধৰ্ম্মক আচৰে ॥২১৭২॥
সুন্দৰী সকলে মাধদেৱ আসিবাৰ ।
শুনিয়া আসিলা কাছি পাৰি সাৰে সাৰ ॥
চৌৰাত বসিয়া গুৰু শাস্ত্ৰ লেখিলন্ত ।
সুন্দৰী সকল সি সময়ে আসিলন্ত ॥২১৭৩॥
অধোমুখে গুৰু তাসম্বাক বুলিলন্ত ।
হেন লাসে বেসে কেনে আসিয়া আছন্ত ॥
স্বামীৰ পাশক হেন বেসে যাইবে লাগে ।
হেন বেসে আসে কোন নাৰী পুত্ৰ আগে ॥২১৭৪॥
শুনি তাৰাসবে আতিশয় লজ্জা পায়া ।
একে আন জনে গাৱে মুখক লুকায়া ।
দুই এক কৰি ভৈল গৃহৰ বাহিৰ ।
আবিলম্বে ছলি গৈল আপোন মন্দিৰ ॥২১৭৫॥
পৰদিনা ৰৰবিলে স্নান কৰিবাক ।
যাহান্তে কহিলা তাৰা উৰ্ব্বশী দেৱীক ।
গুৰুৰ দৰ্শন হেতু আমাৰা ছলিলো ॥
বিসম্বাদ বাণী শুনি লাজে চলি আইলো ॥২১৭৬॥
উৰ্ব্বশী বোলন্ত দদা মহা নিৰসিক ।
লাসে বেসে তোৰাসব গৈয়াছিলা কিক ॥
দৰ্শন কৰিবে প্ৰতি যদি কৰা আশ ।
সাত্বিক বেশতে ভক্তি কৰিয়া বিশেষ ॥২১৭৭॥
মালাক গাণ্ঠিয়া লৈয়া যাইবা শুদ্ধ মনে ।
সিমত গৈলেসে পাইবা দদা দৰশনে ।
আমিয়ো জনাইবো আজি ছলিবহো কালি ।
হেন বুলি আই গাৱ ধুয়া আইলা ছলি ॥২১৭৮॥

জানিয়াৰ পৰা ঠাকুৰ আতা আছি,
মহাপুৰুষৰ সঙ্গত হৰিকথা আলাপ।

পাছে আই গুৰুজন সমিপক আইল।
সুন্দৰীৰ কথা মানে সকলো জনাইলা॥
ভালবুলি গুৰুজনে আদেশ কৰিলা॥২১৭৯॥
গুৱা পাণ কাটি কিছু প্ৰস্তুত কৰাইলা।
পৰদিনা আসিলন্ত সুন্দৰী সকল।
হাতে হাতে তুলসীৰ মালাক কৰিল॥২১৮০॥
মাধৱ ঈশ্বৰ বুলি সকলে জানিলা।
ভক্তি কৰিবাক প্ৰতি যিমতে আসয়॥
শুচি হৈয়া তাৰা সেহিমতে আসিছয়॥
গুৰুজনা ঠগীখন আগতে থোৱাইল।
সুন্দৰীয়ে মালাসব তথাতে অৰ্পিল॥২১৮১॥
ভক্তিভাৱে প্ৰণামিয়া কাতুৰ্বাদ কৰি।
গুৰুত শৰণ লৈলা বচনে সাদৰি॥
শতেক সুন্দৰী শত মালা দিয়া ছিলা।
গুৰুজনে সিটো মালা প্ৰত্যেককে দিলা॥২১৮২॥
দুইধাৰী মালা যেবে বৃদ্ধি হৈয়া ৰৈলা।
আপোনাৰ মাথে গুৰুপৰিধান কৈলা॥
সেহিমতে সুন্দৰী সকলো নৰোত্তমা।
গুৰুৰ প্ৰসাদে লভি ভকতি মৰমা॥২১৮৩॥
আপোন স্থানক গৈয়া সেহি দিনা হন্তে।
শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰিয়া থাকন্তে॥
মাধৱেও হৰিৰ ভকতি প্ৰকাশিয়া।
উৰ্ব্বশী আইৰ গৃহে থাকন্ত ৰহিয়া॥২১৮৪॥
মাধৱ মণ্ডলে মহা ভকতি কৰিলা।
তুষ্ট হৈয়া তাহাক শৰণ কৰাইল॥
গুৰু ধৰ্ম্ম লভি সিটো মণ্ডল প্ৰধান।
সদা সেৱা ভক্তিকৰে গুৰুৰ চৰণ॥২১৮৫॥
জঁনীয়াত থাকি নাৰায়ণ আতা নিতে।
গুৰুসেৱা কৰৈ আসি গুৰুৰ সন্নিতে॥

শ্ৰীমাধৱদেৱৰ স্বপ্ন দৰ্শন ঠাকুৰ আতায় চৰ্চ্চে

একদিনা মাধগুৰু দেখিলা সপোন।
ঠাকুৰ আতাৰ আগে কহিলা তখন॥২১৮৬॥
শুনিয়োক সখি মোৰ সপোনৰ কথা।
শ্ৰীশংকৰ গুৰু মোক ছেতাইলন্ত যথা॥
সুবৰ্ণৰ জখলাত গুৰু উঠি যান্তে।
তুমি আমি দুয়োজন পাছতে হলন্তে॥২১৮৭॥
আতি উৰ্দ্ধ ভৈল গুৰু উলতিয়া চাই।
বোলে তোৰাসব কেনে আসিলা ইঠাই॥
দেখা দেখা পৃথিৱীত কেমন বিলাই।
মহা ক্লেশে জীৱসব ফুৰন্ত কমাই॥২১৮৮॥
তুমি আমি দুয়ো গৈলে জীৱৰ তৰণ।
কেনমতে হৈবে তাৰ নেদেখো সাধন॥
এতেকতে তুমি আৰে ফিৰিয়া হলাহা।
জীৱ তৰণৰ হেতু উপায় কৰাহা॥২১৮৯॥
গুৰুৰ আদেশে তুমি সমে আইলো ফিৰি।
সপোনৰ কথা সখি চচ্চিয়ো বিবৰি॥
আতাবোলে জানো চৰ্চ্চিলাত ৰাগ হই॥
গুৰুবোলে ৰাগ কৰিতে জুৱাই॥২১৯০॥
তাত পৰে আতা কহে অৱনত ভাৱে।
আপুনি এড়িলে গুৰু বাক্যক স্বভাৱে॥
ৰাম চৰণে ৰাঙ্কে অন্ন ভুঞ্জি থাকে।
জানি গুৰুজনে আসি চেতাইলা প্ৰত্যেকে॥২১৯১॥
শুনিয়া ৰাগিয়ো গুৰু বচন বোলন্ত।
বালক গুৱাইতে যাৰ ধৰায়ে নাটন্ত॥
হেনজনে তুমি গুৰু বাক্য পালিঅছ।
ৰামিল নপ ৰিলো বুলি এখনে কহিছা॥২১৯২॥
শুনি হাত যোৰে আতা বোলে নম্ৰ ভাৱে।
প্ৰথমে কহিছো ইটো কথা তয় পাৱে॥

সুন্দৰী থানত হৰিমন্দিৰ নিৰ্ম্মাণ চৈধ্যাটি
প্ৰসঙ্গৰ নিৰোপন নামৰ শাৰী নিৰোপণ

তথাপিতো ভৈল ৰাগ কহন নযায়।
মৰসিয়ো দোষ বাপ চৰণ কৃপায়॥২১৯৩॥
হেন শুনি গুৰুজনে তুষ্ট ভৈলমন।
ঠাকুৰ আতাক চাই বুলিলা বচন॥
কেমনে আনিবো শিষ্য কেনৰূপ কৰি।
সিকাৰণে ধৰ্ম্ম সখি প্ৰচাৰিতে নাৰী॥২১৯৪॥

আতাবোলে বাপু দামোদৰ দ্বিজ বৰ ।
সৰ্ব্বজন দৰ্শনীয় কৰিবৰ ঘৰ ॥
দোকান জানায়া লোক সকল আনয় ।
আপোনাৰ স্থান পিতি কিছু নাহিকয় ॥২১৯৫॥
কৰাওক হাটী মণিকুট নামঘৰ ।
সেৱক সহিতে হৌক ধৰ্ম্মৰ বিহাৰ ॥
কৰিলে অৱশ্যে দশো দিশে হন্তে আসি ।
ধৰ্ম্মক ধৰিবে তয়ু যশক প্ৰকাশি ॥২১৯৬॥
* খাবনি স্বৰূপে আমি কোছায়া আনিবো ।
বসিয়া আপুনি গুৰু ধৰ্ম্ম প্ৰকাশিবো ॥
শুনি আনন্দিত মনে মাধৱ ঈশ্বৰ ।
ভাল ভাল বুলি প্ৰসংশন্ত বাৰম্বাৰ ॥২১৯৭॥
মাধ মৰলক আনি কৰিলা আদেশ ।
নামঘৰ মণিকুট কৰায়ো বিশেষ ॥
শুনিয়া মৰলে সেৱকক জ্ঞান দিলা ।
মনোৰম গৃহবাৰী প্ৰস্তুত কৰিলা ॥২১৯৮॥
গুৰুৰ চৰণে সমাদৰে জনাইলন্ত ।
শুভক্ষণে গুৰু তথা প্ৰবেশ ভৈলন্ত ॥
ভাগৱত আনি গুৰু আসন থাপিলা ।
সকল সেৱকে দেখি আনন্দ কৰিলা ॥২১৯৯॥
নাম গাইতে সেৱকৰ শাৰী নিৰোপিলা ।
আপুনি মাধৱগুৰু নামক লগাইলা ॥

## হৰিবল্লভ আৰু জনাৰ্দ্দন দনাৰ্দ্দন আতৈৰ শৰণ গ্ৰহণ

পাছে নাৰায়ণ আতা ৰামনা গ্ৰামক ।
গৈয়া উপস্থিত ভৈলা দেখি সৰ্ব্বলোক ॥২২০০॥
একত্ৰে চাপিয়া গুৱা পান আনি দিল ।
অভকত দ্ৰব্য বুলি গ্ৰহণ নকৈল ॥
সকলো ৰায়তে গুৰু ধৰ্ম্ম কথা শুনি ।
শৰণ দিয়োক আতা এখনে আপুনি ॥২২০১॥
আতা বোলে ধৰ্ম্মদিবে পাৰে গুৰুজন ।
সুন্দৰীক লাগি তোৰা যাইবা অনুক্ষণ ॥
শঙ্কৰ মাধৱ ঈশ্বৰৰ অৱতাৰ ।
শঙ্কৰে ধৰ্ম্মক থাপি গৈলা সাবেসাৰ ॥২২০২॥
মাধৱ দেৱৰ মই ভক্ত একজন ।
তোমৰা সুন্দৰী গৈলে দিয়াইবো শৰণ ॥
পাছে আতা সকলো ধৰ্ম্মৰ নীতি কৈলা ।
পৰদিনা আসি সবে ধৰ্ম্মক ধৰিলা ॥২২০৩॥
বিধবাৰ পুত্ৰগুটি হৰি বল্লভ নাম ।
আতাৰ লগত আইলা শুনি গুণ ধাম ॥
ধৰ্ম্মক ধৰিয়া গুৰুজন সঙ্গেৰৈলা ।
হেনমতে সুন্দৰীৰ স্থান প্ৰকাশিলা ॥২২০৪॥
সাদৰী গ্ৰামতো আতা সেহিমতে গৈই ।
সকল লোকক আনি ধৰ্ম্মক ধৰাই ॥
তান্তিকুচি আদিগ্ৰাম হন্তে ভক্তগণ ।
আতাৰ প্ৰবোধে আসি সবে অনুক্ষণে ॥২২০৫॥
ধৰ্ম্মধৰি গুৰু সেৱা কৰৈ নিৰন্তৰ ।
সেৱকৰ বৃদ্ধি আসি ভৈল বহুতৰ ॥
জনাৰ্দ্দন দনাৰ্দ্দন কায়স্থ সন্ততি ।
নাৰায়ণ আতা আনি ধৰ্ম্ম দিয়াইলন্ত ॥২২০৬॥

## সুন্দৰী বিলত দৈত্যৰ প্ৰভাৱ আৰু সাটদিন সাটনিশা পালনাম গায় দৈত্য খেদে

নাসিকাৰ পো ৰাম আৰ সাতপুৰিয়া ৰাম ।
ধৰ্ম্মক ধৰিয়া সঙ্গে ৰৈলা গুণধাম ॥
চিলাৰাইৰ লোক কিছু উপদ্ৰৱ কৰে ।
দেখি হৰিগুৰু ৰাম দাস ভুঞাবৰে ॥২২০৭॥
সুন্দৰী এৰিয়া স্বয়ৰিক লাগি গৈল ।
গৃহবাৰী খেতি কৃষি তথাতে কৰিল ॥
সুন্দৰীৰ পূৰ্ব্বভাগে বৰবিল আছে ।
একদিনা শ্ৰীৰাম আতা স্নানে গৈলা পাছে ॥২২০৮॥
মুখ প্ৰক্ষালন কৰি তেখনে দেখয় ।
ভেঙ্গুৰা ভেঙ্গুৰী দৈত্য অনেক চৰয় ॥
দেখি সচকিতে আতা বোলে ৰাম ৰাম ।
যক্ষগণে তেতিক্ষণে পৰিল নিজম ॥২২০৯॥
স্নান কাৰ্য্য কৰি আতা গুৰুতে জনাইল ।
গুৰু বোলে সিসবক খেদাইবে লাগিল ॥
সেহিদিনা গুৰু নিজে নামক ধৰিল ।
ঘোষা উচ্চাৰণে শব্দ বহুদূৰ গৈল ॥২২১০॥

* ॥ ঘোষা = হৰিকীৰ্ত্তণৰ ধ্বনি লাগি ।
পলাই পাপ দশো দিশে ভাগি ॥
হেৰ পাইলে বুলি ভয়তে ভিৰি লৰৱে ॥
ব্ৰহ্মাণ্ড ভিতৰে নাপাই ঠাই ।
আউৰ ব্ৰহ্মাণ্ডক পলাই যাই ॥
নামে খেদি নেন্ত ব্ৰহ্মাণ্ডো পৰি বাগৰে । *
এহি ঘোষা গান্তে মহাপ্ৰেম উপজিল ।
উচ্চস্বৰে ভক্তসবে গাইবাক লাগিল ॥

তাবধ্বনি শুনি দৈত্য গণ ভয় হৈয়া ।
অন্যো অন্যে কোহলাহাল কৰিলন্ত দিয়া ॥২২১১॥
বিলৰ দখিনপাৰ খণ্ড ভাঙ্গি আতি ।
কটক্ তলি বিলমাজে পড়িল তহিতি ॥
ক্ৰমত হন্তে গৈয়া ছাগ মাৰা বিল পায়া ।
সকল ৰহিল যথা যোগ্য স্থান লৈয়া ॥২২১২॥
একগুটি খোড়া দৈত্য যাইবাক নপাৰি ।
অল্প অল্প কৰি যান্ত জানু পাৰি পাৰি ॥
দেখি কৃষিকৰ টঙ্গিয়াল এক জন ।
ধৰিয়া বান্ধিয়া থৈল কৰিয়া যতন ॥২২১৩॥
দৈত্যসবে দেখে খোড়া দৈত্য নাহিকয় ।
শীঘ্ৰে চাৰিজন দৈত্যে খেদিয়া আসয় ॥
বন্ধন চোৰাই টঙ্গি ৰক্ষাক মাৰিয়া ।
খোড়া দৈত্য গোট নিল বন্ধন ছোড়ায়া ॥২২১৪॥
বড়বিল খন ভৈল নিৰ্ম্মল পৰায় ।
যমুনাৰ হ্ৰদে যেন কালিক খেদায় ॥
দৈত্যে ভঙ্গা জান গোট আছে আজি ধৰি ॥
দৈত্যজান বুলি নাম কহয়ে প্ৰচাৰি ॥২২১৫॥
এহিমতে মাধগুৰু ধৰ্ম্ম প্ৰচ্ছাৰন্ত ।
ঠাকুৰ আতা গুৰুৰ মহিমা বখানন্ত ॥
ৰৰবিষ্ণু আতা বিক্ৰম পুৰত আছিলা ।
আসামৰ কথা শুনি দেখিতে আসিলা ॥২২১৬॥
পথত ডুবিয়া নৌকা সৰ্ব্বশ্ৰান্ত হৈয়া ।
কামৰূপ দেশে তেহো দক্ষিণে ছলিয়া ॥
স্থান অভয়াপুৰ জাধনী ভলুকা কাতি ।
ভোজ মালা আসি ক্ৰমে মালাচা পাইলন্তি ।২২১৭॥
প্ৰবাস কৰিতে ভাল স্থানক বিচাৰি ।
ঈশ্বৰ ঈশ্বয়ে পাইলা যোগ্য মতবাৰী ॥
মালচাত চন্দ্ৰভূঞা এক আছিলন্ত ।
তাহাৰ গৃহত আতা প্ৰথমে ৰৈলন্ত ॥২২১৮॥

## বিক্ৰমপুৰৰ বৰ বিষ্ণু আতাৰ ঠাকুৰ আতাৰ সঙ্গ লাভ

গধুলিকা অতিথি স্বৰূপে আছা বসি ।
চন্দ্ৰাভূঞা সোধ পোছ কৰিলন্ত আসি ॥
কৈৰপৰা আইলা তুমি কোন মহা সন্ত ।
সকল বৃত্তান্ত আতা তান্ক কহিলন্ত ॥২২১৯॥
ভূঞাৰ আদৰে আতা ভোজন কৰিয়া ।
প্ৰভাতে উঠিয়া হাতে কোদালক লৈয়া ॥
চোতাল পদুলি সব নদী ঘাট লাগি ।
পৰিষ্কাৰ কৰিলন্ত আতা মহা ভাগি ॥২২২০॥
দেখিয়া ভূঞায়ে মন সন্তোষ লভিয়া ।
ভাল এক গৃহ দিয়া ৰাখিলন্ত নিয়া ॥
ভূঞাৰ কৃষিৰ খেতি আছয় যথাত ।
আতা উপস্থিত হৈয়া দিহাক দিয়ন্ত ॥২২২১॥
পাছে চন্দ্ৰাভূঞা লৈয়া আতাৰ সম্মতি ।
আতাক বিবাহ দিল তানে কন্যা গুতি ॥
সেহি মতে আতা শ্বশুৰৰ গৃহে থাকি ।
বেঙ্গনাৰ কুমি বহ কৰিল প্ৰত্যেকি ॥২২২২॥
আৰো ধান্য মাম নানা কৃষিক কৰিয়া ।
বিকিয়া অনেক টকা তথাতে লভিয়া ॥
ভাল স্থান খানি লৈয়া কৰিলন্ত ঘৰ ।
তাহাক লাগিয়া ছলি গৈলা নিৰন্তৰ ॥২২২৩॥
গোপাল যদুমনি আদি কৰি পুত্ৰগণ ।
আতাৰ গৃহত জন্ম লভিল তেখন ॥
জল বৃদ্ধি হৈয়া সৰ্ব্ব ধান্য বিনাশিল ।
খেত কৰিবাৰ তথা কঠিয়া নপাইল ।২২২৪॥
চিনাধান বিধান বিচংৰি অনুক্ষণ ।
উত্তৰ পাৰে পাইলা ঠাকুৰ আতা স্থান ॥
আই ঘৰ দেখি তান্ক সাদৰ কৰিয়া ।
ভোজন কৰাইলা থাকিবাৰ স্থান দিয়া ॥২২২৫॥
ভোজনান্তে আতা পুথি খানি পঢ়ি আছে ।
হেন সময়ত ঠাকুৰ আতা আইলা পাছে ॥
শুনিয়া পুছিলা আতা কিবা পুথি পঢ়া ।
বিষ্ণু আতা বোলে আমি নজানোহো বহাঁ ॥২২২
আতাবোলে যিবা অন্ন ভোজনক কৰা ।
কি ধানৰ চাউল খালা জানিতে নপাৰা ॥
পাছে বিষ্ণু আতা প্ৰণামিয়া বুলিলন্ত ।
কিবা নাম আৰু কোন জনে কৰিলন্ত ॥২২২৭॥
আতায়ে কহিলা নাম ভকতি প্ৰদীপ ।
জগত গুৰুয়ে কৰি আছয় তদ্ৰূপ ॥
শঙ্কৰ মাধৱ দুই এক নাৰায়ণ ।
গুৰু শিষ্য ভাৱে জীৱন তাৰণ কাৰণ ॥২২২৮॥
অন্তৰ্ভাৰি শ্ৰীশঙ্কৰ মাধৱ দেৱক ।
সম্পূৰ্ণ শকতি থাপি গৈলা স্বধামক ॥
সুন্দৰী স্থানত মাধগুৰু থাকি তথা ।
ধৰ্ম্ম প্ৰকাশিয়া সুখে আছন্ত সৰ্ব্বথা ॥২২২৯

শুনি বিষ্ণু আতা মন কৰিলন্ত স্থিৰ।
মাধৱক গুৰু লভি তাৰিবো জীৱৰ ॥
আতাক বুলিলা আমি কেন মতে পাইবো।
তান সমিপক নিয়ো তব সঙ্গে জাইবো ॥২২৩০॥
আতাবোলে কিকাৰণে আসিয়া আছিলা।
চিনাৰ বিধান নিবে সকলে পাঙ্গিলা ॥
তাক নিতে তয়ু ঘৰে কৰিলো গমণ।
আমাৰ সঙ্গত আসি আছে তিনিজন ॥২২৩১॥
শুনিয়া ঠাকুৰ আতা দিলন্ত বিধান।
বিধানক লৈয়া বাপু আসা ইটো স্থান ॥
আসিলে ধৰ্ম্মক ধৰি কৃত কৃত্য হৈবা।
আমাৰ বচনে আবে গৃহক চলিবা ॥২২৩২॥
হেনকথা মাতে দুয়ো ৰাত্রিত ৰহিলা।
চিনাৰ বিধান লই প্রভাতে চলিলা ॥
গৃহপায়া বিধানক নিবৰ্ত্তিয়া দিলা।
চাৰি দিন থাকি পুনু ফিৰিয়া আসিলা ॥২২৩৩॥

## বৰবিষ্ণু আতাৰ শৰণ গ্ৰহণ

ঠাকুৰ আতাক আসি কৰিলা বন্দন।
কুশল মঙ্গল বৰ্ত্তা সুধিলা তখন ॥
উপবাসে ৰাখি দুয়ো আতা চলিলন্ত ॥
গুৰু আবৰণ বস্ত্ৰ নৈবেদ্য লৈলন্ত ॥২২৩৪॥
কতো দুৰ গৈয়া সুন্দৰীৰ গাছ দেখি।
ঠাকুৰ আতায়ে কৈলা খানিকো নাপেখি ॥
শুনা বাপু এই দেখা গুৰুজন স্থান।
এক দণ্ডৱত কৰা গুৰু বিদ্য মান ॥২২৩৫॥
এহিমতে দণ্ডৱত কৰাই চলি গৈলা।
খানিতেকে গুৰুজন সমিপে নমিলা ॥
মাধৱ বদন্তি বাপু ইটো কোন জন।
আতা বোলে আইল ইটো শৰণ কাৰণ ॥২২৩৬॥
দক্ষিণ কুলত থাকে বিষ্ণু নাম ধৰে।
তব যশ শুনি আইল ধৰ্ম্ম ধৰিবাৰে ॥
কৌতুকে কহিলা সখি কিকাম কৰিলা।
অভকত সঙ্গ কৰি এথাক আসিলা ॥২২৩৭॥
বাপ এক দণ্ডৱত কৰায়া আনিলো।
যেখনে তোমাৰ স্থান বৃক্ষক দেখিলো ॥
হাসিয়া বোলন্ত সখি সাহ লৈয়া আগে।
বাংশ মাছ আনি আছা আমাসাৰ ভাগে ॥২২৩৮॥

## তান্তিকুচিৰ বুঢ়া আতাৰ গুৰু লাভ

আতা প্রাৰ্থিলন্ত বাপ শাস বাস ঘট।
সকল অৰ্পনা আছে তব চৰণত ॥
শুনি মহাৰঙ্গে বিষ্ণু আতাক তহিত।
শৰণ কৰাইলা কৰাই চাৰি দণ্ডৱত ॥২২৩৯॥
শৰণৰ চাৰি বস্তু চৰ্চ্চণ কৰিয়া।
আতাক শৰণ কৰাইলন্ত বিবৰিয়া ॥
ধৰ্ম্ম ধৰি আতা সাতদিন মহাৰঙ্গে।
গুৰু সেৱা কৰি আছে সেৱকৰ সঙ্গে ॥২২৪০॥
পাছে গুৰুজনে দিলা শাস্ত্ৰ একখানি।
চলিয়োক বিষ্ণো তুমি বুলিলন্ত বাণী ॥
এহি শাস্ত্ৰ স্থাপি তুমি শৰণ কৰাইবা।
শব্দব্ৰহ্ম হৰিমূৰ্ত্তি শাস্ত্ৰকে জানিবা ॥২২৪১॥
যাহাৰা জনক তুমি বাক্যে সমে পাইবা।
* চাৰিটি শৰণ দিয়া সাৰ্থক লভিবা ॥
গুৰুজন বাক্যে আতা গৃহক চলিলা।
পুত্ৰ ভাৰ্য্যা সমস্তকো শৰণ কৰাইলা ॥২২৪২॥
তাক শুনি দক্ষিণৰ লোক নিৰন্তৰ।
আতাৰ পাশত ধৰ্ম্ম ধৰন্ত সত্তৰ ॥
তান্তিকুচি গ্ৰামৰ গোপাল বুঢ়া আতা।
চৈত্যনীয়া মহাজন ভকত সন্নিতা ॥২২৪৩॥
তাৰ ধৰ্ম্ম আশ্ৰয় কৰিয়া কিছুদিন।
সঙ্গত ফুৰন্ত সদা গান্ত হৰি গুণ ॥
একদিনা আতা সেহি মহন্তৰ স্থানে।
* সুধিলা পদৰ অৰ্থ লোক বিদ্যমানে ॥২২৪৪॥
সিজনে বোলন্ত আমি অৰ্থক নজানো।
যিজনে ৰচিছে পদ সিজনেসে জানো ॥
এহিবুলি পদঅৰ্থ কৰিবে নপাৰি।
লাজ হৈয়া বিমনত ৰহিলা বিচাৰি ॥২২৪৫॥
আতা বোলে কেন কথা ইহাৰ শুনিলো।
মিছাত ইহাৰ সঙ্গে এতদিন ৰৈলো ॥
কেনমতে আনহন্তে সংসাৰ তৰিবো।
আৰ সঙ্গ এড়ি মাধগুৰু সঙ্গে যাইবো ॥২২৪৬॥
* পদৰ অৰ্থ সোধে :—
বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
মানিবেক মনে এহেন্তে আত্মা শ্ৰীহৰি ॥
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত ধৰ্ম্মক শিখিবে এক মনে ॥
( নিমিনৱসিদ্ধ )

*চাৰিটি শৰণ ১। ভকত শৰণ ২। নামত শৰণ ৩। গুৰুত শৰণ ৪। আৰু শ্ৰীকৃষ্ণদেৱত শৰণ

### ঘোষা-কীৰ্ত্তন আতাৰ পৰা প্ৰকাশ পায়

এহি বুলি আধাৰ পালিৰ সঙ্গ কৰি ।
সুন্দৰী থানক গৈলা অবিলম্ব কৰি ॥
মাধৱ দেৱৰ চৰণত প্ৰণামিলা ।
ধৰম ধৰিতে আইলো বুলিয়া কহিলা ॥২২৪৭॥
মাধৱে বোলন্ত তোৰা কৈৰ পৰা আইছা ।
কাহাৰ স্থানত কিবা আশ্ৰয় কৰিছা ॥
আতা বোলে ৰমিয়াৰ গুৰু সঙ্গে ।
তাৰ ধৰ্ম্ম শিকি আছো নাহি মন ৰঙ্গে ॥২২৪৮॥
আপুনি ৰচিলা পদ মহা বিতোপন ।
তাৰ অৰ্থ কহিবাক পুছিলো তখন ॥
কহিলন্ত আমি তাৰ অৰ্থে নাহি জানি ।
শুনিয়া তাহাক চাৰিয়া আসিলো এখনি ॥২২৪৯॥
এহি বুলি পদ মাতি অৰ্থক সুধিলা ।
গুৰুজনে তাৰ অৰ্থ প্ৰপঞ্চিয়া কৈলা ।
আতা শুনি পৰম প্ৰেমত মন মজে ।
শৰণ দিয়োক বাপ আমাকো সহজে ॥ ২২৫০।
মাধৱে বোলন্ত তোৰা তাঙ্ক পৰিহৰা ।
তাৰ নামে আঁকদিয়া পদাঙ্গুষ্ঠে মাৰাঁ ॥
শুনি পালি সকলে কৰিলা তাৱক্ষণ ।
আতা বোলে বাপ আমি গোছৰেহো যেনে ॥২২৫১॥
তাহাঁক আশ্ৰয় কৰি আপোনাক পাওঁ ।
হস্তৰে মাৰিতে যেন আদেশক পাওঁ ॥
শুনি গুৰুজনে পাছে আতাৰ বচন ।
নালাগে মাৰিতে বুলি কৈলা তেতিক্ষণ ॥২২৫২॥
পাছে পালি সকলক ধৰ্ম্মক নেদিলা ।
কেৱলে আতায়ে মাত্ৰ ধৰ্ম্মক ধৰিলা ॥
গুৰুক সেবিয়া আতা গৈলেক গৃহক ।
ভাৰ্য্যা খানি আনিয়া ধৰ্ম্মক ধৰাইলেক ॥২২৫৩॥
তাত পৰে আতা গুৰুজনত প্ৰাথিলা ।
ঘোষা কীৰ্ত্তনৰ পাল তাহাত লভিলা ॥
আঠাৰ পালিয়ে সমে কীৰ্ত্তন কৰন্ত ।
দেখিয়া মাধৱে তাঙ্ক মনে প্ৰসংশন্ত ॥২২৫৪॥

### গড়গাৱঁৰ ৰেনাৰজি আয়ৰ পুত্ৰ গোপাল আতাৰ সৎসঙ্গ লাভ

আসাম ৰাজাৰ পুৰী গড়গাঁৱ নাম ।
তাত ৰাজেশ্বৰ সুত গোপাল নাম সাম ॥
পসাৰ দিৱন্ত মাতৃ ৰজাঙ্গী সুন্দৰী ।
ৰাজাৰ কুমাৰ গুটি পজোপৰি চৰি ॥২২৫৫॥
একদিনা কুমৰে পসাৰীৰ পান যত ।
হস্তীক খুৱাইল আতা দেখিলা তহিত ॥
ক্ৰোধকৰি হস্তীৰ লাঙ্গত তানি নিয়া ।
গড়ৰ খাঐত পীয়ে পেলাইল ঠেলিয়া ॥২২৫৬॥
কুমৰো পড়িল দেখি ভয় হয়া বৰ ।
মাতৃসমে তাৰৈক্ষণে পলাইলা সত্বৰ ॥
নৌকাত চৰিয়া বেগে দৰঙ্গ পশিলা ।
অনেক তালাচে ৰাজা বিচাৰি নপাইলা ॥২২৫৭॥
অনুক্ৰমে বৰ নগৰৰ সমিপত ।
ভবানীপুৰ নাম গ্ৰামে ৰহিলন্ত ॥
কুমাৰ লোকৰ ৰাজা সেনা পাতিলন্ত ।
সদা কুন্তকাৰ গ্ৰামে চৰ্দ্দাৰ কৰন্ত ॥২২৫৮॥
নাৰায়ণ আতাসমে পৰিচয় ভৈলা ।
আতাৰ বিধান মতে বিবাহ কৰিলা ॥
সেহি হেতুতেসে পূৰ্ব্ব কুমাৰ কুছিত ।
ঠাকুৰ আতাৰ বাক্যে পাটুকা নিম্মিত ॥২২৫৯॥
শঙ্কৰ দেৱকো যদি সেবি আছিলন্ত ।
ধৰ্ম্ম ধৰিবাক প্ৰতি ইচ্ছা নভৈলন্ত ॥
পাছে চৈতনীয়া ৰাম ৰমিয়াৰ লগে ।
জ্ঞান ধৰ্ম্ম ধৰিবাক চাহি মহাভাগে ॥২২৬০॥
লগত ফুৰন্ত একদিনা দেখিলন্ত ।
শিষ্যৰ ঘৰৰ জল পানী দ্ৰব্য যত ॥
কাঠৰ চৰিয়া পাতি দ্ৰব্য সব ধাৰে ।
ৰাম ৰমিয়া গুৰু পাৱেৰে সানিলে ॥২২৬১॥
সকলো শিষ্যক দেন্ত বিভাগ কৰিয়া ।
ভকতি কৰিয়া শিষ্যে থাকন্ত ভুঞ্জিয়া ॥
আতা দেখে কিনো বিসদস কৰ্ম্ম আৰ ।
ইজন নুহিকে যোগ্য গুৰু লভি বাৰ ॥২২৬২॥
সুন্দৰীৰ মাধৱৰ ধৰ্ম্ম সুনিৰ্ম্মল ।
তাঙ্ক লভি হন্ত সৰ্ব্ব জীৱৰ কুশল ।
ইহাকো তাহাৰ ঠাই লৈয়া আমি যাইবো ।
তেহে যদি আলাপয় তেবে গুৰু লৈবো । ২২৬৩॥
নহৈলে ইহাৰ সঙ্গ পৰিহাৰ কৰি ।
তাঙ্ক গুৰু লভি থাকিবোহো ধৰ্ম্ম ধৰি ॥
এহি বিমৰিষ কৰি তাঙ্ক লৈয়া গৈলা ।
মাধৱ দেৱৰ ওচৰত প্ৰবেশিলা ॥২২৬৪॥
দুই তিনিবাৰ চৈতনীয়া মাতিলন্ত ।
তথাপিতো গুৰু তাঙ্ক দৃষ্টি নকৰন্ত ॥
দেখিবাগ কৰি চৈতনীয়া চলি গৈলা ।
গোপাল আতায়ে পাছে সঙ্গক চাৰিলা ॥২২৬৫॥

দেখি মাধ দেৱে পুছে কেনে তুমি ৰৈলা ।
আতাবোলে ধৰ্ম্মক ধৰিবে মন ভৈলা ॥
কৃপাকৰি ধৰ্ম্মক দিয়োক গুৰুজন ।
নিশ্চয় কৰিলো আমি লৈবাক শৰণ ॥২২৬৬॥
পাছে গুৰুজনে মাধ মণ্ডলৰ ঘৰে ।
ৰহিবাক আদেশ কৰিলা সাৰে সাৰে ॥
গুৰুৰ আদেশে তথা আছে চাৰিদিন ।
ঠাকুৰ আতায়ে আসি বুলিলা বচন ॥২২৬৭॥
চিহ্নৰ লোকক ধৰ্ম্ম ধৰাই বাক হয় ।
আপুনি জানাহা গুৰু হৈবাহা সদয় ॥
পাছে মাধ মৰলত গুৰু জিজ্ঞা শিলা ।
কিমত লক্ষণ ভাৱ ইহাৰ দেখিলা ॥২২৬৮॥

## ভৱানীপুৰিয়া গোপাল, অচ্যুতগুৰু আৰু যদুমণিৰ শৰণ গ্ৰহণ

মণ্ডলে বোলন্ত বাপ কি কহিবো কথা ।
সদাচাৰী লোক ভক্তি বাঞ্ছয় সৰ্ব্বথা ॥
শুনিয়া মাধদেৱ মহা তুষ্ট মন ।
গোপাল আতাক পাছে কৰাইল শৰণ ॥২২৬৯॥
ধৰ্ম্মধৰি আতা গুৰু জনাৰ পাশত ।
থাকিয়া কৰন্ত গুৰু সেৱা প্ৰতিনিত ॥
চাউল শুটি সিদ্ধ হৈল গুৰু কৃপাময় ।
প্ৰথমতে গোপালৰ পাতত বাঢ়য় ।২২৭০॥
দেখিয়া ঠাকুৰ আতা বুলিলা বচন ।
গোপন পৃথকে তুমি কৰিয়ো ভোজন ॥
তোমাৰ পাতত গুৰু আগে দুই অন্ন ।
পাছত আপুনি লৈয়া কৰন্ত ভোজন ॥২২৭১॥
এতেকতে গুৰু সঙ্গে ভুঞ্জিবে নেলাগে ।
এহিমতে ভৈলন্তেসু গাৱে দোষ লাগে ॥
শুনি বিতোপন কৰি বহা নিৰ্ম্মিলন্ত ।
তাহাত থাকিয়া সদা ধৰ্ম্ম আচৰন্ত ॥২২৭২॥
গুৰুৰ মনৰ মতে সৰ্ব্বকৰ্ম্ম কৰে ।
কথাৰ সাগৰ নাম পাইল তাত পৰে ॥
অচ্যুত গুৰুৱে পাছে ধৰ্ম্ম ধৰিলন্ত ।
গুৰুৰ সঙ্গত থাকিবাক ইচ্ছিলন্ত ॥২২৭৩॥
গুৰু বোলে গোপাল গুৰু দক্ষিণাক দিয়া ।
তোমাৰ শোভন বহা খানি আক্ষ দিয়া ॥
শুনিয়া হৰিষ মনে বহা এৰি দিলা ।
অচ্যুত গুৰুৱে তাতে আনন্দে ৰহিলা ॥২২৭৪॥

পুনৰপি আতা আৰ এক বহা কৈলা ।
যদুমণি আনৈ পাছে ধৰ্ম্মক ধৰিলা ॥
সেহি বহা তাঙ্ক দিবে কৈলা গুৰুজন ।
শুনি পুৰিয়া আতা তাকো দিলা তাৰক্ষণ ॥২২৭৫॥

## নাজিৰাৰ পৰা আহি হৰিহৰ আতাৰ মহাপুৰুষত শৰণ গ্ৰহণ কৰে ।

পাছে গুৰুজন তুষ্ট হৈয়া সিবেলাত ।
আতাক বোলন্ত তুমি চলিয়ো গৃহত ॥
পৰিবাৰ আছে তব গৃহত ৰহিয়া ।
পৰম নিৰ্ম্মল ভকতিক আচৰিয়া ॥২২৭৬॥
লোককো দিবাহা ধৰ্ম্ম শাস্ত্ৰ খানি নিয়া ।
আতা চলি গৈলা গুৰু আদেশ শুনিয়া ॥
হৰিহৰ আতাৰ নিবাস নাজিৰাত ।
বড় ভাই বৰ হৰি নামত প্ৰখ্যাত ॥২২৭৭॥
দৈবজ্ঞ প্ৰধান জ্যোতিষ শাস্ত্ৰত পণ্ডিত ।
ভূত ভৱিষ্যত কহে বিদ্যাৰ বলত ॥
একদিনা আসাম দেশৰ মহা ৰাজা ।
পুছিলন্ত বৰহৰিক যে মহা তেজা ॥২২৭৮॥
মোৰ মন গোট কৈত আছে কহিয়োক ।
হৰি বোলে চৌতি কঙ্কে দেখোহো প্ৰত্যেক ॥
পুনৰপি সোধে আবে কৈত ৰহি আছে ।
ৰাণীৰ দক্ষিণ স্তনে বুলি কৈলা পাছে ॥২২৭৯॥
ৰাজায়ে ভাবিয়া চাইল ইটো সব জানে ।
শত্ৰু আইলে ইটো মোক দেখাইব তখনে ॥
পলাইবাক নপাৰিবো কদা কোনো কাল ।
হেনজানি বধ আক কৰিলেসে ভাল ॥২২৮০॥
এহিবুলি তেতিক্ষণে কাটিবাক দিলা ।
হৰিহৰ আতা দেখি তেখনে পলাইলা ।
বেপাৰীৰ নৌকা গোটে কৰি আৰোহণ ।
পথে যান্তে শুনি গুৰু জন যশ গুণ ।২২৮১॥
মনত মানিলা মোৰ সাফল জীৱন ।
ৰাজাৰ ভয়তে পাইবো গুৰু দৰশন ॥
যাহান্তে পথত সাধু পাইলা তিনিজন ।
গোপাল–যদুমণি–শ্ৰীহৰি মহাজন ॥২২৮২॥

## শ্ৰীহৰি যদুমণি, বংশীগোপাল আৰু লক্ষ্মী কান্ত আতৈৰ শৰণ গ্ৰহণ

তাৰা সবে বোলে আমি ধৰ্ম্ম ধৰিবাক ॥
মাধৱ দেৱৰ পাশে যাওঁ কৈলো বাক ॥
হৰিহৰ আতা বোলে মোৰো সেহি কাজ ।
ইহাৰাৰ লগে যাও নকৰিয়া ব্যাজ ॥২২৮৩॥
পথত হইলেক গল ঈশ্বৰে কৰিল ।
এহিবুলি চাৰি জন একত্ৰে চলিল ॥
হেনমতে গৈয়া পাছে হাজোক পাইলন্ত ।
মাধৱক দেখো বুলি তাৰা কহিলন্ত ॥২২৮৪॥
আতা বোলে ইটো মাধৱত কাৰ্য্য নাই ।
চৈতন্য মাধৱ কাছে যাইবাক জুৰাই ॥
এহিবুলি লগ এৰি সুন্দৰীক গৈলা ।
মাধৱ দেৱৰ পাৱে বন্দন কৰিলা ॥
সকল কহিয়া আতা ধৰ্ম্মক প্ৰাথিলা ॥২২৮৫॥
চিহ্নৰ বস্তুক পাই ধৰ্ম্মক ধৰাইলা ।
ধৰ্ম্ম ধৰি আতা গুৰু সঙ্গত ৰহিলা ॥
ছয় মাস পৰে তাৰা তিনিজনো পাইলা ।।২২৮৬॥
পৰীক্ষা কৰিয়া পাছে ধৰ্ম্ম বস্তু দিলা ।
গুৰুৰ সঙ্গত তেৱা সেৱা ধৰি ৰৈলা ॥
ভকতিৰ সমস্ত তত্ত্বক আচৰিলা ।
ধৰ্ম্ম লভি গোপালেও কৃত কৃত্য ভৈলা ॥২২৮৭॥
হেনমতে গুৰু জনে ধৰ্ম্ম প্ৰকাশন্ত ।
গুণ যশ শুনি সৰ্ব্ব সেৱক আসন্ত ॥
লক্ষ্মীকান্ত আতৈ পাছে স্বপ্নক দেখিলা ।
মাধৱৰ ধৰ্ম্মক ধৰিতে আদেশিলা ॥২২৮৮॥
সেহিমতে আসি ধৰ্ম্ম ধৰিবাক প্ৰতি ।
গুৰুৰ চৰণ সেবি ধৰ্ম্ম ধৰিলন্তি ॥
ঢোপৰ গুৰিত আতৈ থাকে অনুক্ষণ ।
গুৰুৰ চৰণে আসি কৰন্ত সেৱন ॥২২৮৯॥

## পুষ্কৰ আতৈৰ বিষয়ত বিৰকতি, ঈশ্বৰত ভকতি, পুত্ৰ ত্যাগ আৰু পুনৰ মিলন

তান পিতা পুষ্কৰ নামত সাধুজন ।
ব্যৱসায় কাৰ্যত আছিলা কতোদিন ॥
গৃহ পায়া কিছুদিন মহাসুখে আছে ।
তাহান পতনী গৰ্ভৱতী ভৈল পাছে ॥২২৯০॥
অনুক্ৰমে প্ৰসবৰ কাল আসি পাইল ।
লক্ষ্মীকান্ত আতৈ পাছে জনম লভিল ॥
মাসেক অন্তৰে আই প্ৰাণক চাৰিলা ।
দেখিয়া পুষ্কৰ আতৈ মহাচিন্তা ভৈলা ॥২২৯১॥
হেন সময়ত পাছে উপবৰ হন্তে ।
জেষ্ঠি ডিম্ব একগোট পৰি ভাগিলন্ত ॥
গোটেক পোৱালী বাজ ভৈল শীঘ্ৰতৰ ।
ক্ষণেকতে লালবিজ ভূঞ্জি নিৰন্তৰ ।২২৯২॥
গাৱস্থিৰ কৰি মাখি গুটি ধৰি খাইল ।
পাছে বেৰে চড়ি জেঠি উপৰে উঠিল ॥
দেখিয়া পুষ্কৰ আতৈ নিশ্চয় কৰিলা ।
আক প্ৰতি পাল আত কোনজন কৈলা ॥২২৯৩॥
ঈশ্বৰেসে ৰক্ষণ পোষণ কৰি থাকে ।
আনৰ যতন মিথ্যা জানিলো প্ৰত্যেকে ॥
এহিবুলি ধনবস্তু সকলে আনিয়া ।
বালকৰ চতুৰ্পাশে থৈলা নিয়োজিয়া । ২২৯৪॥
বালকত হৈয়া পাছে তীৰ্থক চলিলা ।
পেসা পেসি আসি বালকক তুলি লৈলা ॥
বহুদিন প্ৰতি পালি যতন কৰিয়া ।
আতৈক পণ্ডিত কৈলা শাস্ত্ৰ অধ্যাপিয়া ॥২২৯৫॥
আছন্তে ভৈলেক আসি আঠাৰ বৰিষ ।
আতৈয়ো ধৰ্ম্মক ধৰি আছে আসৰিষ ॥
বহুতীৰ্থ ফুৰিয়া পুষ্কৰ মহাজন ।
নিজ গ্ৰাম চাহিবাক চলিলা তখন ॥২২৯৬॥
অনুক্ৰমে আসি গুৰুজন পাশ পাইল ।
তীৰ্থ যাত্ৰী বুলি গুৰু জনত কহিল ॥
অন্তৰ্য্যামী গুৰু পাছে সকল জানিল ।
লক্ষ্মীকান্ত ঠাইত থাকা বুলিয়া কহিল ॥২২৯৭॥
গুৰু বাক্যে আতৈ নিজ গৃহে নিয়া গৈল ।
ভোজন কৰায়া সম দৰত ৰাখিল ॥
পাছে পৰদিনা তাঙ্ক আতৈয়ে পুছিলা ।
কোঠৰে বৈৰাগী ঐক কৈৰ হন্তে আইলা ॥২২৯৮॥
পুষ্কৰে বোলন্ত বাপু মোৰ কথা শুন ।
আমাৰ পুষ্কৰ নাম ঢোপ গুৰি স্থান ॥
এই গ্ৰামে ছিল গৃহ ভাৰ্য্যাও আছিল ।
পুত্ৰ জন্ম হৈয়া মাসে কতে মৰি গৈল ॥২২৯৯॥
প্ৰতিপাল অৰ্থে বহু যতন কৰিলো ।
কোনো বন্ধু বৰ্গ মানে মাতিয়া নপাইলো ॥
লক্ষ্মীকান্ত নাম বালকৰ নাম দিলো ।
সৰ্ব্বস্ব সহিতে শিশু ঈশ্বৰে অপিলা ॥২৩০০॥

অনুক্ৰমে তীৰ্থ কৰি ফুৰিয়া আসিলো।
কোথা গৈল তাৰ কিছু বাৰ্ত্তাক নপাইলো।
তথাপিতো জন্ম ভূমি দেখিবাক প্ৰতি।
আসি আৰে দেখিলোঁহো অৰণ্যে বসতি ॥২৩০১॥
কিবা ভৈল পুত্ৰ ঘৰ দ্ৰব্য কিবা ভৈলো।
উদ্দিশ নজানি গ্ৰামান্তৰ আসি পাইলো ॥
গুৰুজনে তোমাৰ গৃহতে থাইদিলা।
শুনি লক্ষ্মীকান্ত আতৈ কান্দি প্ৰণামিলা ॥২৩৭১॥
তোমাৰ তনয় আমি জীৱন্ততে আছো।
পেসাৰ পালনে মই ইথানে ৰহিছো ॥
শুনিয়া পুষ্কৰ আতৈ মহা হৰ্ষ মনে।
ক্ৰন্দন কৰিয়া আলিঙ্গয় ঘনে ঘনে ॥২৩০৩॥
এহিমতে পিতা পুত্ৰ চিনা চিনি ভৈল।
পৰম আনন্দ মনে গৃহত ৰহিল ॥
একেস্থানে ভোজন কৰিতে নপাৰয়।
মহাদুঃখ মনে আতৈ পিতৃক বোলয়।২৩০৪॥
শুনা পিতা আমি গুৰু ধৰ্ম্মক ধৰিছো।
নাহি ধৰ্ম্ম ধৰা পিতা সঙ্কোচিত হৈছো ॥
একত্ৰে ভূঞ্জিবে নপাৰোহো সিকাৰণ।
পুষ্কৰে বোলন্ত মোক কৰায়ো শৰণ ॥২৩০৫॥
পাছে আনন্দতে দুইজন ছলি গৈলা।
শৰণ দিবাক প্ৰতি গুৰুক প্ৰাৰ্থিলা ॥
গুৰুজনে বোলে লক্ষ্মীকান্ত কোন জন।
আতৈ বোলে মোৰ ইটো পিতৃ গুৰুজন।২৩০৬॥
পুষ্কৰে বোলন্ত মোৰ পুত্ৰ লক্ষ্মীকান্ত।
তাৰ কাৰণেসে মোৰ ইজন্ম ভৈলন্ত
শুনিয়া আনন্দমনে শৰণ কৰাইলা।
কৃত্য কৃত্য হুয়া তাতৈ যাইবাক প্ৰাৰ্থিলা ॥২৩০৭॥
লক্ষ্মীকান্ত আতৈক বুলিলা গুৰুজন।
ধৰ্ম্মক ধৰাইবা যাৰা কৰয় বাঞ্চন ॥
এহিমতে গুৰু জীৱ তাৰণ কাৰণে।
সেৱক কৰিয়া ধৰ্ম্ম দেন্ত অনুক্ষণে ॥২৩০৮॥
শ্ৰীশঙ্কৰ গুৰু পূৰ্ব্বে আদেশ কৰিলা।
সেহি বাক্যে ঘোষা শাস্ত্ৰ ৰচিবে ইচ্ছিলা।
শ্ৰীৰাম আতাক গুৰু বুলিলা বচন।
পাত মহী কাপ তুমি কৰা আয়োজন ॥২৩০৯॥
শুনি আতা সকলোকে প্ৰস্তুত কৰিলা।
কৰণিত আনি গুৰুজন আগে দিলা ॥
শ্ৰুতি স্মৃতি ভাগৱত গীতা আদিকৰি।
সবাৰো সাৰক গুৰু আনিয়া উদ্ধাৰিয়া ॥২৩১০॥
যাহাক ঘুষিয়া লোকে সংসাৰ তৰয়।
সিকাৰণে ঘোষা নাম থৈলা কৃপাময় ॥
সেহি শাস্ত্ৰখনি নিৰূপিয়া গুৰুজন।
জীৱ তাৰণৰ সাকোঁ কৰিলা স্থাপন ॥২৩১১॥

শ্ৰীমাধৱদেৱৰ নামঘোষা শাস্ত্ৰ ৰচনা। হৰি আতৈ, কৃষ্ণ আৰু হাজৰা আতৈৰ শৰণ গ্ৰহণ

বৰগীত নাট আদ্য কাণ্ড ৰামায়ণ।
ৰাজসূয় আদি শাস্ত্ৰ কৰি বিৰচন ॥
বহুতৰ সেৱকক ভক্তি দান দিয়া।
আচন্ত মাধৱ গুৰু ভক্তি প্ৰকাশিয়া ॥২৩১২॥
হাজৰা কেশৱ আতৈ ভাতৃ চাৰিজন।
বাণিজ্যত ফুৰে হৰিকৃষ্ণ দুয়োজন ॥
বিষ্ণু আতা গৈয়া ৰাজ কাৰ্য্যত থাকয়।
হাজৰা যদুমণি গৃহস্থি কৰয় ॥২৩১৩॥
গুৰুৰ চৰিত্ৰ গুণ শুনি দুয়োজন।
হৰি আৰ কৃষ্ণ আতৈ সাদৰি তখন ॥
বাণিজ্য কৰিতে আসি সুন্দৰী মিলিলা।
গুৰুজন দৰ্শনাৰ্থে সত্বৰে চলিলা ॥২৩১৪॥
অৰণতে চৰণত পৰি প্ৰণামিলা।
শৰণ আশায়ে দুইজনে প্ৰাৰ্থিছিলা ॥
পৰীক্ষা কৰিয়া গুৰু সদাচাৰ কৈলা।
পাছে দুইজনে ব্ৰতে উপবাসে ৰৈলা ॥২৩১৫॥
পৰদিনা ধৰ্ম্ম ধৰিয়া অনুক্ষণ।
গুৰুৰ আজ্ঞাক লভি কৰিলা গমন ॥
গৃহ প্ৰবেশিয়া হাজৰা আতৈ সঙ্গে।
ভোজন নকৰে আতি অসন্তোষ মনে ॥২৩১৬॥
পাছে ধৰ্ম্ম ধৰিবাৰ সকলো শুনিলা।
ৰঙ্গমনে হাজাৰায়ো ধৰ্ম্মক ধৰিলা ॥
কতোদিন তাৰাসব গৃহত আছন্ত।
বিষ্ণু আতা আসি ঘৰে প্ৰবেশ ভৈলন্ত ॥২৩১৭॥
আতাক দিলন্ত অন্ন ব্যঞ্জন বিভাগি।
আচৰিতে সোধে কথা ভাতৃগণ লাগি ॥
হৰিকৃষ্ণে কহে আমি ধৰিলো ধৰ্ম্মক।
অতএত সঙ্গে নোহে অন্ন ভূঞ্জিবাক ॥২৩১৮॥
আতাবোলে তেন্তে ধৰ্ম্ম আমাক ধৰাও।
সিসবে বোলন্ত গুৰুজন পাশে যাওঁ ॥
পৰদিনা আতা নৌকা আৰোহণ কৰি।
সুন্দৰী স্থানক লাগি আইল ডৰডৰি ॥২৩১৯॥

খোড়ানদী তীৰে অন্ন কৰন্ত ভোজন ।
শ্রীৰাম আতা আসি ভৈলা উপসন ॥
বিষ্ণু আতা অন্নভূজি নদীতীৰে গৈয়া ।
মুখ প্রক্ষালন কৰে নদীজল লৈয়া ॥২৩২০॥
শ্রীৰামে বোলন্ত ইটো অনাচাৰ কেন ।
হাতে নদীজল আনি কৰা আচমন ॥
বিষ্ণুআতা বোলে তুমি কৈৰহন্তে আইসা ।
আতাবোলে মাধগুৰু কৰোহো উপাসা ॥২৩২১॥
তাহান সঙ্গত আমি থাকো বিদ্যমান ।
বিষ্ণুআতা বোলে মোক নিয়ো তান স্থান ॥
হেন বুলি আতাৰ সঙ্গত ছলি গৈয়া ।
মাধৱ দেৱক সেৱা কৰন্ত নমিয়া ॥২৩২২॥
সকল কথাক গুৰু জনত জনাইল ।
ধৰ্ম্ম লভিবাক প্রতি প্রার্থনা কৰিল ॥
নাৰায়ণ আতা বোলে বাপ গুৰু জন ।
চিহ্নৰ খেলাৰ লোক কৰাও শৰণ ॥২৩২৩॥
শৰণ কৰায়া গুৰু জন তুষ্ট মনে ।
বাসাগৃহ দিয়া তাঙ্ক ৰাখিলা তেখনে ॥
আতাৰ আছিল ভাৰ্য্যা পুত্র গুটি আইল ।
ভাৰ্য্যাখানি তেতিক্ষণে পৰলোক ভৈল ॥২৩২৪॥
শুনি আতা ভাৰ্য্যা পুত্র লাগি খেদ কৈলা ।
পুত্রগুটি জনমিয়া অনা থিতি ভৈলা ॥
গুৰুবোলে সিটো পুত্রে মোৰ কাৰ্য্য আছে ।
ঈশ্বৰে ৰাখিবে নাহি কিছুৰে প্রয়াসে ॥২৩২৫॥
হেন সময়ত এক জেঠি ডিম্বগোট ।
আগত পৰিয়া ভৈলা পোৱালী প্রকট ॥
দুঃখ পায়া কিছুকাল পড়িয়া আছিল ।
লালবিজ খয়া পাছে বাৰত চৰিল ॥২৩২৬॥
তাক দেখাই গুৰুজন বুলিলা বচন ।
দেখাঁ আক প্রতিপাল কৰিলেক কোন ॥
এতেকতে বিষ্ণু তুমি চিন্তা নকৰিবাঁ ।
তাহাক পালন কৰ্ত্তা আছয় জানিবাঁ ॥২৩২৭॥
কতোদিন পৰে তান ভাতৃ যদুমণি ।
গুৰুৰ চৰিত্র গুণ শুনিয়া কাহিনী ॥
আতাৰ উদ্দেশে ছলি আইলা সুন্দৰীক ।
অনুক্ষণে আসি পাইলা গুৰু সমিপক ॥২৩২৮॥
দেখি বিষ্ণু আতা মহা সন্তোষিত মনে ।
গৃহৰ সকল কথা জানিল তেখনে ॥
পাছে শুদ্ধভাৱে গুৰুৰ চৰণে প্রণিয়া ।
শৰণে পশিলা গুৰু ধৰ্ম্ম আচৰিয়া ॥২৩২৯॥

আতাৰ সহিতে গুৰু সঙ্গত ৰহিয়া ।
গুৰু সেৱা কৰে আতা আনন্দিত হৈয়া ॥
মাজে মাজে বৰ বিষ্ণু আতা আসি তথা ।
গুৰু সেৱা কৰে সুখ দুখ জাঁনি যথা ॥২৩৩০॥
তাহান অনুজ যদুমণি শুদ্ধ মতি ।
গুৰুৰ চৰণে সেৱা কৰিবাক প্রতি ॥
পিতৃ সঙ্গে আসি গুৰু সঙ্গত ৰহিলা ।
পৰিচৰ্য্যা কৰ্ম্ম কৰিবাক সমপিলা ॥২৩৩১॥
প্রতিমাসে আসি আতা গুৰুক সেৱন্ত ।
একদিনা আসি বুঢ়া গৃহত ৰহন্ত ॥
গোহালি ভঙ্গা বুঢ়া আদৰে ৰাখিলা ।
ক্ষণিক থাকিয়া গুৰু বাৰ্ত্তাক পুছিলা ॥২৩৩২॥

## বৰবিষ্ণু আতাৰ গুৰুভক্তি, কলয়া সুব্রত হৰি কথাত প্রেম ভক্তি

বুঢ়া বোলে বাৰ্ত্তা আমি কহিতে নপাৰি ।
কিছুদিন নতু যান্ত গুৰুৰ ওচৰি ॥
শুনি আতা মহাখেদ কৰি তারক্ষণে ।
জোৰ লগাই ছলি গৈলা সচিন্তিত মনে ॥২৩৩৩॥
গুৰুৰ বাৰ্ত্তাক যৈত কহন্তা নহই ।
তাৰ ঘৰে থাকিবেকি আমাৰ জুৱাই ॥
অন্তৰ্য্যামী গুৰুজনে বুলিলা বচন ।
কৰা হৰি বল্লভ সন্দেশ আয়োজন ॥২৩৩৪॥
এখনে আসিবে ভক্ত ভুঞ্জাইবেক লাগে ।
মুহূৰ্ত্তে পশিলা আতা গুৰুজন আগে ।
গুৰু বোলে এত ৰাত্রি কিসক আসিলা ।
পথত নৰহি আৰ কণ্টক লভিলা ॥২৩৩৫॥
আতাবোলে যৈত তযু বাৰ্ত্তা কন্তা নাই ।
সিজনৰ ঘৰে কেনে থাকিবো গোসাই ॥
হাসিয়া বোলন্ত তুমি স্নানক কৰিয়ো ।
সেহিমতে আতা সুখে ভোজন কৰিয়া ॥২৩৩৬॥
ভোজন কৰিয়া সুখে শয়নে ৰহিয়ো ।
গুৰুৰ চৰণ সেৱি থাকিল ৰহিয়া ॥
একদিনা গুৰুজনে শ্রীৰামক কৈলা ।
কথা সুখে বসিবাৰ মোৰ মন ভৈলা ॥২৩৩৭॥
বৰবিল কিনাৰত ভাল কৰা স্থান ।
সেৱক সবক আসিবাৰ দিয়া জ্ঞান ॥
সিমত কৰিয়া আতা গুৰুত জনাইলা ।
সন্তোষিত মনে গুৰু তথাত বসিলা ॥২৩৩৮॥

সাতদিন সাতৰাত্ৰি একাসনে থাকি ।
কৃষ্ণ যশৰস আনি কহন্ত প্ৰত্যেকি ॥
অলৌকিক বস্তু তাৰা আনি প্ৰকাশিলা ।
সকল সেৱক তাত কৃত কৃত্য ভৈলা ।২৩৩৯॥

তাত পৰে প্ৰতিদিনে কথা সুখে যন্ত ।
একদিনা হৰিণ গোটেক দেখিলন্ত ॥
বিলকাশে চৰে মহা আনন্দিত মনে ।
বাঘগোটে আসি মাৰিলন্ত তেতিক্ষণে ॥২৩৪০॥

পূৰ্ব্বৰ কাহিনী স্মৰি তথা গুৰুজন ।
চৰ্ম্ম শুকাই লৈয়া তাতে কৈলা আৰোহণ ।
দিনেক বুলিলা ৰামদাস মহাশয় ।
বাপু ৰাম চৰণ তুমি চলা গুৰু ঠাই ।২৩৪১।

ছয় বৰ্ষ ভৈল তুমি তাঙ্ক নাহি দেখা ।
চলিয়া মমাৰ ঠাই নকৰি অপেক্ষা ॥
মাতৃ বোলে আগে তব ভগিনীৰ ঠাই ।
বাৰ্ত্তাজানি ছলি যাইবা মমাৰেৰ ঠাই ।২৩৪২।

শুনি ৰাম চৰণ আসিলা পাট বাউসী ।
ভগিনীৰ সুখ দুঃখ জানিয়া বিশেষি ॥
গুৰু পত্নী আই হৰি চৰণক কৈলা ।
নতু আসে মাধদেৱ বহুদিন ভৈলা ॥২৩৪৩॥

সুখ দুঃখ জানিবাহা চলিয়োক ৰঙ্গে ।
ৰামচৰণো যাইবে তোমাসাব সঙ্গে ॥
পাছে দুয়োজন সুন্দৰীক ছলি গৈলা ।
কলয়া সুখৰ ঠাইত দৰশন কৈলা ।২৩৪৪॥

গুৰুজনে বোলে বাপু শ্ৰীহৰি চৰণ ।
তোমাৰ সঙ্গত ইটো আইল কোনজন ॥
কেন সুখ দুখে আছে কহ বিবৰিয়া ।
ঠাকুৰে বোলন্ত বাপ শুনা মন দিয়া ॥২৩৪৫॥

ভালে আছে তযু বাৰ্ত্তাক জানিতে ।
ৰাম চৰণৰ সঙ্গে পঠায়া দিলন্ত ॥
তোমাৰ ভাগিন ৰাম চৰণ ঠাকুৰ ।
দেখিবাক লাগি আসি আছয় ওচৰ ॥২৩৪৬॥

শুনি সন্তোষিত মনে দ্ৰব্য বস্তু দিয়া ।
হৰি চৰণক পঠাই বিদায় কৰিয়া ॥
ৰামচৰণ ঠাকুৰক গুৰুৱে ৰাখিলা ।
হৰিচৰণ ঠাকুৰদেৱ গৃহক চলিলা ॥২৩৪৭॥

## ভনিপুৰীয়া গোপাল আতাৰ হৰিকীৰ্ত্তনত শ্ৰীমাধৱদেৱ

আইত কহিলা গুৰু জনৰ কাহিনী ।
শুনি দেৱী আই ভৈলা হৰিষ তখনি ॥
শ্ৰীমাধগুৰু সদা কথা সুখে ৰহি ।
সেৱক সকলে শুনে আনন্দতে বহি ॥২৩৪৮॥

ভনীপুৰীয়া আতা একদিনা আইল ।
হৰিকীৰ্ত্তনক প্ৰতি গুৰুক জনাইল ॥
অনুক্ৰমে গুৰুজন সেৱকৰ সঙ্গে ।
ছলিলা আতাৰ ঠাই কৰিমন ৰঙ্গে ॥২৩৪৯॥

দেখি আতা মহা সমাৰোহ কৰি বড় ।
আগ বঢ়াই নিয়া প্ৰবেশাইলা নিজ ঘৰ ॥
টকা বস্ত্ৰী শৰাইত কৰিয়া আনি আগ ।
গুৰুসেৱকৰ বাৰ্ত্তা সোধে মহা ভাগ ॥২৩৫০॥

হেনমনে সেৱাভক্তি কৰি আসবিষ ।
স্তুতিনতি কৰি পাছে বঢ়াইলা হৰিষ ॥
হৰিৰ কীৰ্ত্তন সাঙ্গ কৰি গুৰুজন ।
নৌকা আৰোহণে ফিৰি চলিলা তখন ।২৩৫১॥

আগবঢ়াই থৈবে প্ৰতি আতাও চলিল ।
ঈশ্বৰ ইচ্ছায়ে পথে মেঘাচন্ন ভৈল ॥
তেখনে কহিলা আতা মেঘক সাদৰি ।
বৃষ্টি নকৰিবা তুমি মেঘদেৱ হৰি ॥২৩৫২॥

শুনি গুৰুজন মহা অসন্তোষ ভৈলা ।
কেনে হেন বাণী তুমি মেঘক বুলিলা ॥
যাক ভয়ে চন্দ্ৰ সূৰ্য্য পবনো সঞ্চৰে ।
মেঘৰ কি শক্তি তাক লঙ্ঘিবাক পাৰে ।২৩৫৩॥

দেৱৰ মধ্যত শ্ৰেষ্ঠ দৈৱকী তনয় ।
আন কোন বৰ দেৱ আৱৰ আছয় ॥
এতেকতে তুমিসমে যাইবে যোগ্য নয় ।
নৌকা হন্তে নামা তুমি কহিলো নিশ্চয় ।২৩৫৪॥

## গোপাল আতাৰ অন্যদেৱ আৰাধনাত জগৰ

তুমি নানামিলে আমি অৱশ্যে নামিবো ।
আতাবোলে গুৰুবাক্য কেনে উলঙ্ঘিবো ॥
এহিবুলি নৌকা চপাই বাক নাপেক্ষিলা ।
কালজাৰ নদীমাজে নামিয়া ৰহিলা ॥২৩৫৫॥

অগাধ গহীন জল আঠু মাত্ৰ ভৈল ।
তাঙ্ক এড়ি গুৰুজন চলিবাক লৈল ॥
পাকেক ছলিয়া শ্ৰীৰাম আতাক পাছিলা ।
গোপাল আছন্ত কেনে পুছিবাক ছলা ॥২৩৫৬॥
পাছে আতা গৈয়া কৈলা গুৰুজন কথা ।
বাৰ্ত্তালৈতে পঠাইলন্ত তোমাঠৈৰ এঠা ॥
কেনমতে আছা কিবা জীৱনে মৰণ ।
আতাবোলে সুখে আছো মৰিবোহো কেন ॥২৩৫৭॥
সিকথা কহিলা গই গুৰুৰ চৰণে ।
শুনি নমাতিয়া গুৰু ৰহিলা তেখনে ॥
আৰ এক পাক গৈয়া পঠাইলন্ত পুণ ।
চলিয়ো শ্ৰীৰাম আবে গোপাল কেমন ॥২৩৫৮॥
আতা গৈয়া গোপালক পুনৰ্ব্বাৰ কৈলা ।
কেনে আছা গুৰুজন জানিতে পঠাইলা ॥
ভবানী পুৰৰ আতা কৈলা গৰ্ব্ব কৰি ।
গুৰু এৰিলাত আমি নগৈলোহো মৰি ॥২৩৫৯॥
মাধৱে বৈঠাৰপাতে নৌকা বাহিবেক ।
আমি নালে বাইবো তাঙ্ক কহিয়োক ॥
খৰ্ব্ববাক্য শুনি আতা বিষাদে ছলিয়া ।
সকলো জনাইলা গুৰু চৰণত গৈয়া ॥২৩৬০॥
তেখনে বুলিলা গোপালৰ কেন সাস ।
জানিলো কৰিলে তেহো সকলকে নাশ ॥
উত্তম স্থানৰ সিটো কট মট কৰি ।
সাৰিয়া যাইবেক ধৰমৰ লতা ধৰি ॥২৩৬১॥
এহিমতে আনো খৰ্ব্ব বচন বুলিয়া ।
ছলিলা আতাক মহা জগৰ ধৰিয়া ॥
আতাৰ প্ৰভাৱে তেতিক্ষণে বালি পৰি ।
আতাক দিলন্ত ৰথ কিনাৰ উপৰি ॥২৩৬২॥

## গোপাল আতাৰ অপৰাধ মাৰ্জ্জন

অসংখ্যাত নদীয়াল আন লোক হয় ।
আতাক আদৰি নিয়া গৃহ প্ৰবেশায় ॥
সি সকলে আতাহন্তে ধৰ্ম্মক ধৰিয়া ।
মহা সমাদৰে ৰৈলা আতাক সেৱিয়া ।২৩৬৩॥
কিছুদিন থাকি আতা বিমৰিষ কৰি ।
আছো আমি গুৰুজন জগৰত পৰি ॥
নাৰায়ণ আতা জগতৰে উপকাৰী ।
তাহাৰ প্ৰসাদে আমি তৰিবাক পাৰি ॥২৩৬৪॥
হেনমতে আতাৰ ওচৰে জনাইলন্ত ।
আতাবোলে তুমি দণ্ড দিবাক লাগন্ত ॥
একশত টকা আনি আসা শীঘ্ৰ কৰি ।
শুনি শত টকা তাৰ আনিলা সত্বৰি ॥২৩৬৫॥
ঠাকুৰ আতা সঙ্গে সুন্দৰীক ছলি গৈলা ।
বাজতে ৰাখি ঠাকুৰ আতায়ে জনাইলা ॥
গোপাল আসিছে ক্ষমা প্ৰাৰ্থিবাক প্ৰতি ।
প্ৰধান সেৱক তাঙ্ক ৰাখিয়ো সম্প্ৰতি ॥২৩৬৬॥
এহিমতে ঠাকুৰ আতা অনেক প্ৰাৰ্থিলা ।
আতাৰ প্ৰাৰ্থনে গুৰু সন্তোষিত ভৈলা ॥
আসোক বুলিয়া আজ্ঞা দিলা গুৰুজন ।
ভবানীপুৰৰ আতা গৈলা তেতিক্ষণ ॥২৩৬৭॥
একশত তাৰ একশত টকা থৈয়া ।
চৰণে পৰিলা মহা কাতৰ কৰিয়া ॥
অধমৰ দোষ ক্ষমিয়োক জগন্নাথ ।
বচনত বাঢ়ি আসি ভৈলোহো অনাথ ॥২৩৬৮॥
শুনি গুৰু ভাগৰ সেৱক মনেজানি ।
তুষ্ট হৈয়া গোপালক বুলি লন্ত বাণী ॥
সখিৰ বচনে আমি দোষক ক্ষমিলো ।
তোমাৰ প্ৰাৰ্থনা শুনি সন্তোষিত ভৈলো ॥২৩৬৯॥

## গোপাল আতাৰ আৰু কণ্ঠ ভূষণৰ হৰি-কীৰ্ত্তনালৈ গুৰুজনৰ আগমন

পাছে আনন্দতে আতা চলিলন্ত ঘৰ ।
গুৰুৰ কৃপাত পাইলা অপৰাধ পাৰ ॥
সেহি দিন হন্তে পূৰ্ব্বৱতে আতা আসি ।
গুৰু সেৱা কৰি থাকে আনন্দ প্ৰকাশি ॥২৩৭০॥
পুনৰ্ব্বাৰ একবাৰ গুৰুক নিবাৰ ।
কাৰণে কৰিলা আতা নৱ বাৰী ঘৰ ॥
চাপমাৰি সুন্দৰ কদলী ৰূপিলন্ত ।
প্ৰতিজোপা কলে নানা ঠোক পকিলন্ত ॥২৩৭১॥
ফলে ফুলে সুশোভন বাৰীখান ভৈল ।
বিচিত্ৰ কৰিয়া গৃহ সবক নিৰ্ম্মিল ॥
পাছে গুৰু জনত আসিয়া প্ৰাৰ্থিলন্ত ।
একবাৰ যেন গৈয়া ধূলাক পেলান্ত ॥২৩৭২॥

নাৰায়ণ আতাবোলে দাস এক জন ।
মনৰ কামনা লাগে কৰিতে পূৰণ ॥
আতাৰ বচনে গুৰু সেৱকে সহিতি ।
ভবানীপুৰক লাগি কৰিলন্ত গতি ॥২৩৭৩॥
মহা ভক্তি ভাৱে আতা গুৰু সেৱকক ।
সেবি বন্দি ৰাখিলন্ত তথাতে দিনেক ॥
পৰদিনা সেবি বন্দি আগবঢ়াই থৈলা ।
সেৱক সহিতে আসি সুন্দৰীক পাইলা ॥২৩৭৪॥
এহি মতে মাধদেৱ সুন্দৰীত আছে ।
কণ্ঠ ভূষণ গুৰু জনাইলন্ত পাছে ॥
কৃপাকৰি বাপ দাস গৃহ ছলিয়োক ।
হৰি কীৰ্ত্তনক কৰি বাঞ্চা পুৰিয়োক ॥২৩৭৫॥
আমাৰ গৃহিনী তয়ু চৰণৰ দাসী ।
প্ৰাৰ্থনা কৰন্ত কৃপা কৰিয়োক আসি ।
শুনি গুৰু সেৱকক পাছে জান দিল ।
ঠাকুৰ আতা আদি সৰ্ব্ব সেৱক আসিল ॥২৩৭৬॥
অনুক্ৰমে কণ্ঠ ভূষণৰ গৃহ পাইল ।
আনন্দে উল্লাস দ্বিজে চৰণে পৰিল ॥
ধূপদীপ ঠগি গুৱাপাণ আদি দিয়া ।
নতুন গৃহত দিব্য আসনে বৈসাইয়া ॥২৩৭৭॥
গুৰু সেৱকৰ সব বাতৰি পুচিলা ।
নানাবিধ দ্ৰব্যে গুৰু জনক অৰ্চ্ছিলা ॥
ৰাম ৰাম গুৰুৰ দুহিতৃ বৰবালা ।
কণ্ঠ ভূষণ গুৰু বিবাহ কৰিলা ॥২৩৭৮॥
তেহো মহা প্ৰেম ভাৱে ভকতি কৰিয়া ।
গুৰু সেৱকক প্ৰাথি ভোজন কৰায়া ॥
বৃন্দাবনে ভৈল যেন আসাৰ বিফল ।
সেহি আসা আৱে দেৱী কৰিলা সাম্ফল ॥২৩৭৯॥
ভোজনান্তে অন্ন পাত্ৰ সব মাথা কৰি ।
স্বামী সমে নিয়া পেলাইলেক ডৰডৰি ॥

ঘোষা—

পাইলো পাইলো ৰে কৃষ্ণপদ পঙ্কজৰ ধূলি ।
ব্ৰহ্মাহৰে শীৰে ধৰে সুদ্ধ হওঁ বুলি ॥২৩৮০॥
এই ঘোষা গাই হন্তে নৃত্য কৰি নিয়া ।
নদীৰ জলত সমস্তকে বিসৰ্জ্জিয়া ।
পাছে আসি গুৰুজন চৰণে নমিলা ।
সাম্ফলেক ভৈল জন্ম বুলিয়া কহিলা ॥২৩৮১॥
পৰদিনা গুৰুজন সুন্দৰীক আইলা ।
সুখদে ৰহিয়া গুৰু ধৰ্ম্ম প্ৰকাশিলা ॥
একদিনা শ্ৰীৰাম আতাক সঙ্গকৰি ।
ঠাকুৰ আতাৰ গৃহ গৈলন্ত সাদৰি ॥২৩৮২॥
আগবাঢ়ি আসি আতা সেবিয়া নিলন্ত ।
সুখ দুখ পুছি থাকিবাক প্ৰাথিলন্ত ॥
এক বুঢ়ী আতাৰ গৃহিনী আইৰ ঠাই ।
চাউল গুটি লগাইবাক আনি দিয়া ছয় ॥২৩৮৩॥
খৰিকাৰে বাছি আই ভালমতে থৈলা ।
পৰদিনা দিবে হেন মনত মানিলা ॥
সেহিদিনা আতাৰ সকল দ্ৰব্য দিলা ।
গুৰুজন ভোজনক কৰিয়া ৰহিলা ॥২৩৮৪॥
প্ৰভাতে আসিবে চান্ত শ্ৰীমন্ত মাধৱ ।
আতাৰ প্ৰাৰ্থনা শুনি গাৱক ধোৱয় ॥
স্নান কালে গুৰুজনে কৰিলেক লীলা ।
ঠাকুৰেও ভাৰ্য্যাসমে আনন্দ কৰিলা ॥২৩৮৫॥
ভোজনক লাগি আই সেহি চাউল দিল ।
বসায়া দেখিলা গুৰু অপবিত্ৰ ভৈল ॥
পাগ এৰি গুৰুজনে স্নান কৰিলন্ত ।
দেখি আতা খঙ্গি আইক দণ্ডিবাক চান্ত ॥২৩৮৬॥
হেন দেখি মাধগুৰু মধুৰ বচনে ।
ঠাকুৰ আতাক বুজাইলন্ত ৰঙ্গ মনে ॥
দোষ নাহি কয় পৰমানন্দৰ মাৱৰ ।
ভকতৰ ভক্তি দেখি হয়া অগ্ৰসৰ ॥২৩৮৭॥
বুঢ়ীৰ কাতৰে তেওঁৰ দায়া উপজিল ।
সিকাৰণে তাইৰ চাউল গুটি আনি দিল ॥
বহু প্ৰয়াসত চাউল গুটি চাহিছিল ।
ভোজন অনৰ্থ হেতু শামুক ওলাইল ॥২৩৮৮॥
নকৰিবা ক্ৰোধ পুনু পতিলা জুৰিবো ।
খেদ নকৰিবা আমি ভোজন কৰিবো ॥
সেহিমতে গুৰুজন ভোজন কৰিয়া ।
দুইজন আতাসমে সুন্দৰী আসিয়া ॥২৩৮৯॥
এহিমতে লীলা কৰি গুৰু বাৰেবাৰ ।
ঠাকুৰ আতাৰ গৃহে কৰিযান্ত সাৰ ॥
চিৰালৰ খেত আতা পদূলি আগত ।
শ্ৰীৰাম আতা সমে প্ৰবেশ তথাত ॥২৩৯০॥

শ্রীৰাম আতাসমে চিন্দাল চিঙ্গয় ।
দূৰহন্তে দেখি আতা বচন বোলয় ॥*
*আতা বোলে ঃ—গোৱালে আনন্দে বেঢ়ি চোৰ বুলি পাৰে গেৰি, কৈক জাইবি কৃষ্ণ দিবো ধৰি ॥
গুৰুৰ উত্তৰ ঃ— মাতন্ত ধূৰ্ত্তালিবাক, দৰুৱাস আসিকাক, তইছোৰ মই সদ গিৰী ॥

## কোঁচ বিহাৰৰ ৰাম আতাৰ ধৰ্ম্ম গ্ৰহণ

গুৰুৰ চৰণে পড়ি প্ৰণামিলা আতা ।
গৃহত পশিলা পাছে হুয়া আনন্দিতা ॥২৩৯১॥
আতা সমে গুৰুজনে প্ৰেম সুখে থাকি ।
অনুক্ষণে সুন্দৰীক আসিলা প্ৰত্যেকি ॥
এহিমতে গুৰু জনে সময়ে সময়ে ।
আতাৰ গৃহক যান্ত লীলাক কৰিয়ে ॥২৩৯২॥
তাহাক কহিয়া কোনে কৰিবেক অন্ত ।
জীৱৰ তাৰণ হেতু যত কৰিছন্ত ॥
ৰাম ৰাম আতা শ্ৰেষ্ঠ কায়ষ্ঠ প্ৰধান ।
শুনিলন্ত সুন্দৰীৰ মাধৱৰ গুণ ॥২৩৯৩॥
বেহাৰৰ ঘৰ তথা হন্তে আসিলন্ত ।
গুৰুৰ চৰণ সেবি ধৰ্ম্ম ধৰিলন্ত ॥
ডাকুয়া প্ৰভৃতি আন সেৱক সকল ।
অনুক্ৰমে আসি ধৰ্ম্ম ধৰিয়া ৰহিল ॥২৩৯৪॥
এহিমতে ধৰ্ম্ম প্ৰকাশন্ত গুৰু জন ।
কাৰশক্তি বৰ্ণাইবাক পাৰে কোনজন ॥
গুৰুৰ সেৱক দ্বিজ যদুমণি নাম ।
সুন্দৰী স্থানত পাঠ পঢ়ে অনুপাম ॥২৩৯৫॥
কাৰ্য্যান্তৰে উজান ৰাজ্যক চলি গৈলা ।
পাছে প্ৰসঙ্গত পাঠ পঢ়োতা নভৈলা ॥
সেৱকে বোলন্ত আবে নাহিকে পাঠক ।
শ্ৰীৰাম আতা বোলে আমি আনিবো তাক ॥২৩৯৬॥
পাছে আতা পাঠত পাড়িলা কাঠ খানি ।
ৰাম চৰণ ঠাকুৰক বৈসালা তখনি ॥
তাত হন্তে পাঠ ৰাম চৰণে পঢ়ন্ত ।
দিনেক মাধৱ দেৱ বাক্য বুলিলন্ত ॥২৩৯৭॥

## নাৰায়ণ নিৰঞ্জণ আতৈৰ তৃণ তৰুত ঈশ্বৰ দৰ্শণ

বাপু ৰাম চৰণ আখৰ ভাল তোৰ ।
বলি ছলন পুথিদিও লিখিদিও মোৰ ॥
ৰাম চৰণ ঠাকুৰে লিখিয়া পুথি দিল্প ।
মাধৱে আখৰ দেখি প্ৰসংশা কৰিল ॥২৩৯৮॥
মাধৱৰ ভাগিন বুলিয়া সৰ্ব্বজন ।
টাকা সিকা দিয়া সবে কৰন্ত সেবন ॥
জাৰকালি ধৰি আনি সেৱক আসন্ত ।
পথত ঠাকুৰে ধৰি টানিয়া ফুৰান্ত ॥২৩৯৯॥
শুনি গুৰুজনে তাঙ্ক নিসধ কৰিলা ।
সেহি দিনা ধৰি উপহাস্য নকৰিলা ॥
শৰণ কৰায়া গুৰু শিখাইলন্ত আৰ ।
সিদিনাৰ পৰা জানি ভকতৰ সাৰ ॥২৪০০॥
হাস্য উপহাস্য মানে এড়িলা সকল ।
গুৰু ভকতত মতি হৈ সুনিৰ্ম্মল ॥
নাৰায়ণ নিৰঞ্জন সেৱক দুজন ।
ভকতৰ সঙ্গে ধৰি আনিবে কাৰণ ॥২৪০১॥
গৈয়া অৰণ্যত দেখিলন্ত তৃণ যত ।
বতাস লাগিয়া হালি জানিয়া আচন্ত ॥
তাৰা দুইজন ব্ৰহ্মদৃষ্টি সদাথাকে ।
ভক্তে নাম গান্ত বুলি নমিলা প্ৰত্যেকে ॥২৪০২॥
সিভাৰতে বসি দুয়োজনে নাম গান্ত ।
ৰাত্ৰি ভৈলে তথাপিতো তাক নজানন্ত ॥
সঙ্গৰ ভকতে কিছু দৃষ্টি নকৰিলা ॥
আগে গৈল্ল বুলি সবে গৃহক চলিলা ॥২৪০৩॥
গুৰুজনে তাসম্বাৰ বাৰ্ত্তাক পুছিয়া ।
নাহি আসে জানি পুৱা ভকত পাঞ্চিয়া ॥
হাবিত ৰহিছে তাৰা ব্ৰহ্মে সমাধিত ।
সহাৰি দিলত তেহো জ্ঞান লভিলন্ত ॥২৪০৪॥
আঠে বেঠে আসি মাধ দেৱক সেবিলা ।
পুছিল্লাতে গুৰু সবে কথা তাৰা কৈলা ॥
সিদিনাৰ পৰা জানি ভকতৰ সাৰ ।
হাস্য উপহাস্য এৰিলেক তাসম্বাৰ ॥২৪০৫॥
একদিনা ভনী পুৰ আতাৰ প্ৰাথন ।
সেৱক সহিতে গুৰু যাইবে কৈল্লামন ॥
সুবৰ্ণ তোলাক গুৰু বসিবাৰ থানে ।
বিস্মৰণ হুয়া চলিলন্ত অন্য মনে ॥২৪০৬॥
আতাৰ নিকট পায়া ক্ষণেক বসিল ।
সুবৰ্ণৰ প্ৰতি পাছে মনত পৰিল ॥
কতোক্ষণ থাকি গুৰু সুন্দৰীক আইলা ।
সুবৰ্ণৰ কথা ৰাম চৰণে পুছিলা ॥২৪০৭॥
তেহোবোলে শুনা আমি পায়া ৰাখি আছো ।
কেহোনেই বুলি সোণা আনিয়া ৰাখিছো ।

গুৰু বোলে বাপু তুমি একেবাৰে কৈলা ।
নপাইলোঁ বুলিয়া হন্তে দোষতে মজিলা ॥২৪০৮॥
এক ব্ৰাহ্মণৰ স্বৰ্ণ আঙ্গুষ্ঠি আছিল ।
তৈল ঘৰি স্নানিবাক নদী লাগি গৈল ॥
স্নান কৰি পাছে তাক মনত পড়িলা ।
গৃহে আসি ব্ৰাহ্মনীত সত্বৰে পুছিলা ॥২৪০৯॥
নাহি পাইলো বুলি তাই কহিলা পতিক ।
অভোজনে ৰৈলাদ্বিজ কৰি মন শোক ॥
পাছে তাই স্বামীত সাদৰে কহিলন্ত ।
নাথাক লঘোনে সোণা দিবোহো প্ৰত্যেন্ত ॥২৪১০॥
ব্ৰাহ্মণে কহিলা তই পাপ দৃষ্টি ভৈলি ।
যিহেতু প্ৰথমে মোক পোছন্তে নকৈলি ॥

## মিছাকথাত ব্ৰাহ্মণীৰ প্ৰায়চিত্ত

পাছে ব্ৰাহ্মণীক তাৰ প্ৰায়চিত্ত কৰাইলা ।
এতেকতে তোকবাপু পাতকে নপাইলা ॥২৪১১।
এহিমতে নানালীলা কৰিয়া মাধৱে ।
শংকৰ দেৱৰ সদা চৰিত্ৰ কহৱে ॥
ৰাম চৰণক যেবে গুৰুৱে ৰাখিলা ।
সুন্দৰীৰ হন্তে পিতা মাতা আসি ভৈলা ॥২৪১২।
দেখি গুৰুজনে বাসা ঘৰ কৰাই দিলা ।
গুৰুক সেৱিয়া তাৰা সুন্দৰীত ৰৈলা ॥
মাধৱ দেৱৰ তাৰৈ ঘাঘৰী মাজিয়ে ।
কোথা গুৰুজন থাকে আইল বিচাৰিয়ে ॥২৪১৩॥
মাগুৰিত ৰৈলা বাসা গৃহক নিৰূপি ।
মাধৱ দেৱক নপাইলন্ত পুনৰপি ॥
স্থানান্তৰ হন্তে পাছে সেৱক আসয় ।
ঘাঘৰি মাজিয়ে গুৰু বাৰ্ত্তাক পুছয় ॥২৪১৪॥
একদিনা মাগুৰিৰ লোক আসিছিলা ।
মাগুৰিত আছে বুলি সিসবে কহিলা ॥
পাছে গুৰুজনে তাঙ্ক বাতৰি কোৱাইলা ।
শুনি মাজি শীঘ্ৰগতি কৰিছলি আইলা ॥২৪১৫॥
দেখি গুৰুজন হৰিষৰ পাৰ নাই ।
কেনমতে আইলা ভাল আছাহা আতাই ॥
মাজি বোলে ঘাঘৰত উপদ্ৰৱ ভৈলা ।
ভাটি আসি আছা তোৰা তাহাকো জানিলা ॥২৪১৬॥
অন্বেসিয়া ক্ৰমহন্তে মাগুৰি আসিয়া ।
গৃহবাৰী কৰি আছে কৃষি আচৰিয়া ॥
তোমাক বিচাৰি আগে খবৰ নপাইলো ।
এখনে তোমাৰ বাৰ্ত্তা শুনিয়া আসিলো ॥২৪১৭॥

পাছে গুৰুজন মহা আনন্দিত ভাৱ ।
মাজিক ৰহিবে লাগি দিলা কৰি ঠাৱ ।
কিছুদিন ৰহি মাজি ভকতি কৰিয়া ।
জীৱৰ তাৰণ হেতু কহিল প্ৰাৰ্থিয়া ॥২৪১৮॥
বুঢ়া ভৈলো নলজিলো তৰণ উপায় ।
কৃপাকৰি দিয়ো মোক শৰণ গোসাঞি ॥
শুনিয়া প্ৰসন্ন মনে ধৰ্ম্মক ধৰায়া ।
ঘাঘৰি মাজিক গুৰু দিলন্ত পঠায়া ॥২৪১৯॥
কিছুদিন থাকি আসি মাধৱত কই ।
আমাৰ সহিতে ব্যৱহাৰ নকৰই ॥
আসামৰ লোক কুল গোত্ৰক নাজানোহো ।
বুলিয়া বায়তে চিনাই কেনমতে ৰহো ॥২৪২০॥
মাধৱে বোলন্ত আৰে চলিয়োক তুমি ।
অলপ দিনতে তব গৃহে যাইবো আমি ॥
শুনিয়া ঘাঘৰি মাজি চলিগৈলা ঘৰ ।
দধি মুগ চাউল চক গোটাইলা বিস্তৰ ॥২৪২১॥
পাছে গুৰু সৰ্ব্ব সেৱকক দিল জ্ঞান ।
মাগুৰি যাইবাক প্ৰতি মোৰ ভৈলমন ॥
সকলো আসিল গুৰুজনো চলিগৈলা ।
পথগতি খোৱা নদীঘাট প্ৰবেশিলা ॥২৪২২॥
সকলো সেৱক নামি নদীপাৰ ভৈলা ।
কন্ধে কৰি নিবে যদুমণিক কহিলা ॥
আতৈ বোলে কৃপা হইলে নিতে আমি পাৰি
লঘিমা গুণক যদি ধৰাহা মুৰাৰি ॥২৪২৩॥

## শ্ৰীমাধৱদেৱৰ পূৰ্ব্বমিত্ৰ ঘাঘৰি মাজিৰ গৃহে গমণ আৰু জ্ঞাতি কুটুম্বৰ ভোজন

শুনি হাসি গুৰুজন কান্ধে আৰোহিল ।
গৰুড়ৰ স্কন্ধে যেন ঈশ্বৰ চৰিল ॥
সিসময়ে বুঢ়া আতা মাত্ৰ দেখিলেক ।
নিজৰূপে যদুমণি কান্ধেত প্ৰত্যেক ॥২৪২৪॥
গীত—( আৰে গৰুড়কেতু কয়ো পৰবেশ )
বুঢ়া আতা গায় গীত কৰিয়া নিঃশেষ ।
দেখি আতা গৰুড় উপৰে যাত্ৰ হৰি ।
ভক্তিভাৱে কৈলা স্তুতি গীতক উক্তৰি ॥২৪২৫॥
পাছে গুৰু সেৱক সহিতে গৈয়া যথা ।
ঘাঘৰি মাজিৰ গৃহে প্ৰৱেশিল তথা ॥
দেখিয়া ঘাঘৰি মাজি মহা ভক্তি ভাৱে ।
দণ্ডৱতে প্ৰণাম কৰিলা গুৰু পাৱে ॥২৪২৬॥

আলবড়াই নিয়া মহা কৃতাৰ্থ লভিলা ।
সপুত্ৰ ৰাজৰে পাদপঙ্কজ সেৱিলা ॥
সেৱক সহিতে গুৰু ভোজন কৰিয়া ।
সুতিয়া ৰহিল মহা আনন্দিত হয়া ॥২৪২৭॥
পৰদিনা সকলো মঝাঁক মাতি আনি ।
ঘৰেঘৰি মাজিৰ সব কহিলা কাহিনী ॥
মাজিৰ ভাৰ্যাক গুৰু ধৰ্ম্মক ধৰাই ।
সেৱকৰ অৰ্থে অন্ন ব্যঞ্জন ৰন্ধাই ॥২৪২৮॥
ভুঞ্জিবাক লাগি গুৰু আদেশ কৰিলা ।
ঠাকুৰ আতা গৈয়া জাল খাপৰ দেখিলা ॥
আতাবোলে ব্যাধ অন্ন ভুঞ্জো কেন কৰি ।
মাজিয়ে কহিলা বাপ শুনিয়ো উত্তৰি ॥২৪২৯॥
গৃহৰ চাৰিয়ো পাশে অৰণ্য প্ৰধান ।
ব্যাঘ্ৰ ভয়ে গোহালিত দিয়ো জালখান ॥২৪৩০॥
হস্তত নাভেলে যাঠি চলিতে নপাৰি ।
তাক দেখি ব্যাঘ্ৰসব পলায় দৰদৰি ॥
শুনি গুৰুজনে বোলে কিছু দোষ নাই ।
ভুঞ্জিয়োক অন্নতোৰা নিঃসংশ পৰাই ॥২৪৩১॥
আদেশ লভিয়া সৰ্ব্ব সেৱকে ভুঞ্জিলা ।
শ্ৰীৰাম গুৰু ৰান্ধিয়া খাইলা ॥
মথুৰা দাস আতাকো দিলন্ত জাতি কৰি ।
গ্ৰামৰ সকলো লোক ৰঙ্গ ভৈলা বৰি ॥২৪৩২॥
সিসব লোকক গুৰু কৰিলা আদেশ ।
মাজি মোৰ বন্ধু তোৰা নকৰা সন্দেশ ॥
সেহিদিনা ধৰি লোকে মাজিক বিচাৰি ।
তান ঘৰে ব্যৱহাৰ কৰন্ত সাদৰি ॥২৪৩৩॥
এহিমতে গুৰুজন মাসেক আছয় ।
বাৰ্ত্তা জানিবাক আই পুত্ৰক পাঠয় ॥
শুনিয়া গৈলন্ত হৰি চৰণ ঠাকুৰ ।
গ্ৰামান্তৰে বৈয়া দিলা গুৰুক খবৰ ॥২৪৩৪॥
সিসময়ে চকিয়া প্ৰভৃতি ভক্তগণ ।
গুৰুৰ সাক্ষাতে কৰাই হৰিৰ কীৰ্ত্তন ।
মাধৱদেৱে বোলে তোৰা জানিয়ো সুসাৰ ।
আসি আছে শ্ৰীশঙ্কৰ গুৰুৰ কোঁৱৰ ॥২৪৩৫॥
দ্বিতীয় শঙ্কৰ তাঙ্ক মানিবে লাগয় ।
যাৰ যেন সাক্যে সঙ্গে সেৱিবে লাগয় ॥
ৰভাৰ ভিতৰে ভেটি বান্ধি আড়ম্বৰে ।
ঠাকুৰক লাগি স্থান কৰাইলা সত্তৰে ॥২৪৩৬॥
লোক আদি নড়াই ঠাকুৰক অনাইলা ।
ভেটিৰ উপৰে বসিবাৰ স্থান দিলা ॥
এহিমতে মহোৎসৱ কৰি সমাপত ।
ঠাকুৰক মাতি পুলি পঠায়া দিলন্ত ॥২৪৩৭॥
আই গোসানীক লাগি কিছু দ্ৰব্য দিলা ।
সকলো প্ৰজায়ে দিয়া আসি সোধা কৈলা ॥
মহাৰঙ্গে ঠাকুৰ দেৱো দ্ৰব্য বস্তু লই ।
আই গোসানীক গৈয়া সকলো কহই ॥২৪৩৮॥
আই বোলে বাপু মাধদেৱ ভালে আছে ।
কৈসানী আসিবে তেহো আমাসাৰ কাছে ॥
ঠাকুৰে বোলন্ত অল্প দিনে আসিবন্ত ।
গুৰুৰ পতনী শুনি ভৈল মন শান্ত ॥২৪৩৯॥
পাছে গুৰুজন তৈৰ পৰা চলি আসি ।
সুন্দৰীত বৈলা মহা হৰিষ প্ৰকাশি ॥
একদিনা ৰাম চৰণ ঠাকুৰ মহামতি ।
সাদৰী গাঁৱক লাগি কৰিলন্ত গতি ॥২৪৪০॥
গাঁয়া সবে ঠাকুৰক পুছিলন্ত সাৰ ।
জীৱৰ তৰণ কথা কৰিলা প্ৰচাৰ ॥
পাছে গুৰুজনে কৰিবাৰ পৰিধান ।
দিলা পহিখানি তাত্তি লোকে বিদ্যমান ॥২৪৪১॥
ঠাকুৰকো দিলা বস্ত্ৰ সুবৰ্ণ ৰজত ।
চলি আইলা ৰাম চৰণ সুন্দৰী স্থানত ॥
কিছুদিন পৰে বুঢ়া আতা তৈক গৈলা ।
ঠাকুৰে কহিবা কথা আতাত পুছিলা ॥২৪৪২॥
আতাবোলে গুৰুৰ ভাগিন শিশু মতি ।
পৰমাৰ্থ কথা কিছু শুনিয়া আছুন্তি ॥
তাহাৰ কথাত তোৰা নকৰা বিশ্বাস ।
এহিবুলি প্ৰকাৰান্তে কহিলা বিশেষ ॥২৪৪৩॥
পাছে বুঢ়া আতা গুৰু জনত জনাইল ।
ৰাম চৰণে গোপ্য কথা যি কহিল ॥
শুনি গুৰুজন কিছু ভৈলেন্ত বিমন ।
আতাবোলে তাক কৰি কৈলো আৱৰণ ॥২৪৪৪॥
পছানীয়ে তাক স্বৰ্ণৰ গজাল মাৰিছিল ।
উভাৰিয়া খাগবাৰ কাটা দিয়া হৈল ॥
শুনি গুৰুজনে আনন্দতে কহিলন্ত ।
বাপু ৰাম চৰণ আৰ নকৰা ইমত ॥২৪৪৫॥
একদিনা গুৰু জন সেৱকৰ সঙ্গে ।
ভনীপুৰে যান্তে দেখিলন্ত মনৰঙ্গে ॥

## ফান্দত পৰা পশু মুক্ত

ফান্দে পৰি পশু গোটে ধৰফৰ কৰে ।
দেখিয়া সুধিলা গুৰু ইকেনে বাগৰে ॥২৪৪৬॥
সেৱকে কহন্ত ফান্দোৱালে ফান্দে পাতি ।
লগাই আছে পশু গোট আসিয়া নিবন্তি ॥
পাছে কৃপাময় গুৰু কৃপা উপজিল ॥
আৰকিবা দাম বুলি তেখনে পুছিল ॥২৪৪৭॥
সেৱকে কহিল আধাটকা পাইতে পাৰে ।
শুনি গুৰুজনে তাক থোৱায়া সত্তৰে ॥
হাৰিণা গোটক মেলি দিয়াইলা ফান্দৰ ।
তেখনে পশিলা সিটো বনৰ ভিতৰ ॥২৪৪৮॥
পাছে ফান্দোৱালে দেখে পশু গোট নাই ।
তাহৰাৰ উচিত মূল্য ৰাখিয়া আছয় ॥
আছৰিতে ওচৰৰ লোকত পুছিল ।
মাধদেৱে থৈল হেন তাহাক জানিল ॥২৪৪৯॥
ব্যাধেবোলে ইদৃশ আছয় কোনজন ।
আপোনাৰ টকা দিয়া ছোৰায় বন্ধন ॥
এতেকে জানিলো নৰ নুহি গুৰু জন ।
ইহাত শৰণ লৈলে জীৱৰ তৰণ ॥২৪৫০॥
হেনমতে গুৰুজন ঠাইক চলি গৈলা ।
ভকতি কৰিয়া পাছে শৰণ লভিলা ॥
একদিনা ঠাকুৰ আতা প্ৰভাত সময়ে ।
গুৰুৰ পাসক আইলা গুৰুক সেৱায়ে ॥২৪৫১॥
মাঘমাসে নিয়ৰত পথৰ তৃণৰ ।
জন লাগি বস্ত্ৰসব ভিজিল আতাৰ ॥
তাক দেখি শ্ৰীৰাম আতা হাতে দাৱ লই ।
কাটিলা পথৰ তৃণ যিবা ওল মই ॥২৪৫২॥
প্ৰসঙ্গত নপাইলে সেৱকে সুধিলা ।
গুৰুবোলে তেহো ভক্ত সেৱা কাৰ্য্যে গৈলা ॥
হেন সময়ত আতা আসিয়া সেৱিলা ।
গুৰু সুধিলন্ত কিবা কাৰ্য্যে গৈয়াছিলা ॥২৪৫৩।

## শ্ৰীৰাম আতাৰ প্ৰাণীত দয়া

আতাবোলে ঠাকুৰ আতা শীতে দুঃখ পাৱে ।
পথৰ তৃণৰজলে কাপৰ ভিজাৱে ॥
সিকাৰণে তৃণসব কাটি ভাল কৈলা ।
শুনি গুৰুজনে ধন্য বুলি প্ৰশংসিলা ॥২৪৫৪।

একদিনা ভৈলা বৃষ্টি জানে জলভৈলা ।
বহুতৰ মাছসব উজাইবাক লৈলা ॥
বগ কাউৰ আদিকৰি পক্ষীয়ে ভুঞ্জয় ।
জীৱৰ বিলায় দেখি আতা চিন্তিলন্ত ॥২৪৫৫॥
উজানৰ মাছ বস্ত্ৰমধ্যে কোছ কৰি ।
ভৰি ভৰি নিয়া মেলৈ বিলৰ উপৰি ॥
মেলিবা মাছক পুনু উজায়া আসন্ত ।
পুনু আতানিয়া বৰ বিলত মেলন্ত ॥২৪৫৬॥
হেনমতে বেলা যেবে দুইপৰ ভৈল ।
বৃষ্টি নিবাৰণে সিটো মস্যে নাআসিল ॥
পাছে আতা স্নান কৰি বহা প্ৰবেশিলা ।
তেতিক্ষণে গৈয়া গুৰুজনক সেৱিলা ॥২৪৫৭॥
গুৰুজনে বোলে তুমি এতবেলা কেন ।
আতাবোলে জীৱৰ বিপত্তি অসহন ॥
নিৰ্ব্বোধ মৎস্যসব ঘনে ঘনে আসে ।
পক্ষীসবে ধৰি ধৰি সকলো বিনাসে ॥২৪৫৮॥
গুৰুবোলে উজানৰ মাছ কি কৰিলা ।
অকাৰণে নিয়মৰ প্ৰসঙ্গ চাৰিলা ॥
অৱনত ভাৱে আতা প্ৰেমতে প্ৰাথিলা ।
দেখিগুৰু তাঙ্ক শান্ত বচনে পঠাইলা ॥২৪৫৯॥
পৰদিনা প্ৰভাততে উঠি স্নান লাগি ।
বৰনিলে যান্তে দেখিলন্ত মহাভাগি ॥

## শ্ৰীৰাম আতাৰ দৰিদ্ৰত দয়া,
## ৰামতে ৰমনায়

দুইগুটি পুত্ৰসমে একবৰ নাৰী ।
শৰীৰত বস্ত্ৰনাহি কাম্পে তৰতৰি ॥২৪৬০॥
সকাতৰ দেখি শ্ৰীৰামৰ দয়া ভৈল ।
শৰীৰৰ পহিয়াখানি তেতিক্ষণে দিল ॥
বস্ত্ৰপাই তাৰাসব ভৈল অন্তৰ্ধান ।
আতায়ে স্নানিয়া কৈলা গুৰুক বন্দন ॥২৪৬১॥
হাসিয়া বোলন্ত গুৰু শ্ৰীৰাম কেমন ।
আৰেও দিলাহা শৰীৰৰ পহিখান ॥
আতাবোলে তব কিবা আছে অবিদিত ।
প্ৰাণীৰ দুঃখক দেখি দিলো পাহিগোট ॥২৪৬২॥
এহিমতে গুৰুদেৱে সুন্দৰী স্থানত ।
অনেক কৰিলা লীলা সেৱক সহিত ॥
বহুতৰ লোক আসি ভকতি প্ৰাৰ্থয় ।
গুৰুজনে সিসবৰ মনক পুৰয় ॥২৪৬৩॥

আই গোসানীৰ স্থানে দশ পাঞ্চ দিনে।
সুখ দুঃখ বুজি আসে পৰম যতনে ॥
ভাগিনী ভাগিনা আদি সবাকে সাদৰি।
ছলিয়া আসন্ত গুৰু মনবঙ্গ কৰি ॥২৪৬৪॥
শ্ৰীৰাম আতা ৰাত্ৰি নিদ্ৰাত থাকিয়া।
ৰাম ৰাম নাম থাকে উচ্ছাৰ কৰিয়া ॥
নিকট বহাৰ ভক্তে ডাকিয়া পোছন্ত।
অচেতনে থাকে আতা মাত নলগান্ত ॥২৪৬৫॥
পাছে ভক্তে গৈয়া গুৰুজনত জনাইলা।
গুৰুজনে পাছে সেৱকক দৰশাইলা ॥
একদিনা আতা ভোজনান্তে সুতিলন্ত।
হৰি বল্লভসহ গুৰু তথাক গৈলন্ত ॥২৪৬৬।
অচেতনে নিদ্ৰাগত আতাক দেখিলা।
শ্ৰীৰাম শ্ৰীৰাম বুলি মাতিবে লগিলা ॥
নপাইল চেতন মুখে ৰামৰাম মাত্ৰ।
দেখি গুৰুজনে পাছে নাথাকিলা তত্ৰ ॥২৪৬৭॥
পৰদিনা আসি আতা গুৰুক বন্দিলা।
দুইখানি গুৱাদিয়া আতাক বুলিলা ॥
শয়ণ কালত মই তোমাক দেখিলো।
ভকতৰ বাক্যে তোমাসাক পৰিক্ষীলো ॥২৪৬৮॥
আতাবোলে মইবাপ অধম পামৰ।
তোমাৰ চৰণে ক্ষমা দোষ অধমৰ ॥
সেহিমতে আতা সুখে নামক উচ্চাৰে।
সৌচাচাৰ কৰন্তেও নাম মুখে ৰবে ॥২৪৬৯॥
দেখিয়া ধৰন্ত আতা আপোন জিহ্বাত।
তাকো জনাইলন্ত ভক্তে গুৰু গুচৰত ॥
সুধিলন্ত গুৰুদেৱে আতাক সাদৰি।
কেনে অসময়ে থাকা ৰসনাত ধৰি ॥২৪৭০॥
আতাবোলে বাপনাম আসে সৰসৰি।
নিবাৰণ হেতু ৰসনাত থাকো ধৰি ॥
গুৰুৱে বোলন্ত শুনা শ্ৰীৰাম বিশেষ।
নাম আসিবাতে কিছু নাহিকয় দোষ ॥২৪৭১॥
সকলো সময়ে ৰাম নাম যাৰ আসে।
তাৰেসে পৰম ভাগ্য তাৰ পাপ নাসে ॥
হেনজানি ৰামনাম বন্ধ নকৰিবা।
আসিয়া থাকোক মুখে মন্দ নাভাবিবা ॥২৪৭২॥
চতুৰ্ভুজ আতৈ আসি গুৰু ধৰ্ম্ম ধৰি।
গৃহহৈতে আসি সদা থাকৈ সেৱা কৰি ॥
প্ৰতিদিনে আসন্ত বালক দাসে দেখি ॥
কৈক স্বাৱা বুলি পাছে সুধিলন্ত নাপেখি ॥২৪৭৩॥
পাছে দুইজন বসি খাগৰা তলত।
চতুৰ্ভুজে কৈলা গুৰু চৰিত মহত ॥

### বালক দাসৰ শৰণ গ্ৰহণ

বালক দাসে যশ ৰস শুনিয়া গুৰুৰ।
শৰণে পশিবো বুলি কৰিলন্ত স্থিৰ ॥২৪৭৪॥
কৃষি কৰ্ম্ম এৰি দুই জন ছলি গৈলা।
সুন্দৰী স্থানত গুৰু জনক সেৱিলা ॥
মাধৱে বোলন্ত চতুৰ্ভুৰ্জ ইটো কোন।
কিবাহেতু আসি আছে জনাও কাৰণ ॥২৪৭৫॥
শুনি কহিলন্ত ইটো আমাৰ গ্ৰামৰ।
তযু যশ শুনি আইল শৰণ লৈবাৰ ॥
পাছে গুৰুজনে সদাচাৰ শিক্ষাইলন্ত।
পৰদিনা আসি পাছে ধৰ্ম্ম ধৰিলন্ত ॥২৪৭৬॥
প্ৰীতি সুখে দুইজন থাকিবাক কৈলা।
আনন্দ কৰিয়া দুয়ো গৃহক চলিলা ॥
মনত বোলন্ত কিনো ভাগ্য উপগত।
বৈকুণ্ঠৰ পতি হৰি হাতে মিলিলন্ত ॥২৪৭৭॥
সদাকালে গুৰুজন পাশক আসন্ত।
একদিনা কৰিয়াত দধিক আনন্ত ॥
সুন্দৰী স্থানৰ নিকটক পাইল যেবে।
এক গুটি বালক নাছিয়া গৈল তেবে ॥২৪৭৮॥
কি আনিছা বুলি কৰিয়াত হাত দিয়া।
দধিসব আনিলন্ত হাতক ভৰিয়া।
দেখন্তে দধিক ভুজি অন্তৰ্ধান ভৈলা ॥
যেন ব্ৰজ বধুৰ লৱণু নিয়া খাইলা ॥২৪৭৯॥
পাছে তাৰাসবে মনে বিচাৰি দেখিলা।
গুৰুজন প্ৰতি দধি অৱশেষ ভৈলা ॥
কিমতে গুৰুক ইটো দধি দিবো নিয়া।
এহিবুলি কঁখিয়াক বাহিৰে ৰাখিয়া ॥২৪৮০॥
দুইজন ক্ষুণ্ণ মনে সেৱি মাধৱক।
গুৰু সেৱকৰ বাৰ্ত্তা সুধিলা প্ৰত্যেক ॥
হাসিয়া বোলন্ত তোৰা কিকাম কৰিলা।
আনিয়া দধিক কেনে আমাক নেদিলা ॥২৪৮১॥
বাপ অন্তৰ্য্যামী তুমি দেৱ নাৰায়ণ।
দধি নিদিবাৰ জানা আপুনি কাৰণ ॥

### গো মৰাৰ গোবিন্দ গৰ্গ্গ পটিয়া আতৈৰ শৰণ।

তথাপিতো আজ্ঞামানি কহিবাক লাগে।
পথে দুৰ্ঘটনা ভৈল আমাসাৰ ভাগে ॥২৪৮২॥

কোথেৰ বালক নৃত্য কৰি খেদি গৈলা ।
হাত মেল্লি দধি সব তেখনে ভুঞ্জিলা ॥
আছাৰ্ভেল দেখি তাক বাট ঘৰে ৰাখি ।
আনিতে নভৈল আমিদোষক উপেখি ॥২৪৮৩॥
মাধ দেৱে বোলে তোৰা অকাৰ্য্য কৰিলা ।
ঈশ্বৰে লৈলেক দ্ৰব্য তাঙ্ক নবুজিলা ॥
ব্ৰজতো কৰিলা যিবা ভৈলা সেহিনয় ।
এতিক্ষণে সিটো দধি আনিবে লাগয় ॥২৪৮৪॥
শুনিয়া বিস্ময় মনে দধি আনি দিয়া ।
ডুবিলো ডুবিলো বুলি কাতুৰ্ব্বাদ হৈয়া ॥
চৰণে পৰিয়া বাৰম্বাৰ স্তুতি কৰে ।
তুষ্ট হয়া গুৰু পাছে বুলিলা সত্তৰে ॥২৪৮৫॥
কাৰণেসে ভৈল তাত নকৰিবা খেদ ।
ঈশ্বৰ প্ৰসন্ন ভৈল নাভাবিবা ভেদ ॥
কৃত কৃত্য হয়া গুৰু চৰণে নমিয়া ।
আপোন গৃহক গৈলা গুৰুক স্মৰিয়া ॥২৪৮৬॥
গোমুৰাৰ গোবিন্দ নামত ভক্ত শান্ত ।
মই মাধৱৰ শিষ্য বুলি বখানন্ত ॥
কতোদিনে নানাদ্ৰব্য নৌকাত কৰিয়া ।
গুৰুৰ আগত থৈয়া সেৱিলন্ত গৈয়া ॥২৪৮৭॥
তাঙ্ক নমাতিলা গুৰু দ্ৰব্যকো নলৈলা ।
দেখি বিষাদতে ভক্তে সকাতৰে ৰৈলা ॥
দেখিয়া ঠাকুৰ আতা গুৰুক প্ৰাৰ্থিলা ।
আৰ কিবা অপৰূপ জানিতে নপাইলা ॥২৪৮৮॥
মাধৱ বদতি সখি জানাহা নিশ্চয় ।
এক ৰাম চৰণ মাত্ৰ সুশিষ্য আছয় ॥
তাত বাজে ইটো গৰ্ব্বে শিষ্য বুলি কহে ।
মোৰ শিষ্য বুলি সদা অহঙ্কাৰে ৰহে ॥২৪৮৯॥
মোৰ শিষ্য নোহে ইটো গৰ্ব্বীজন হয় ।
নিশ্চয়ে নিশ্চয়ে নোহে শিষ্য দুৰাশয় ॥
গোবিন্দে বোলয় বাপ জগত ঈশ্বৰ ।
নাহি তুমি বিনে গুৰু কদাপি আমাৰ ॥২৪৯০॥
তুমিসে আমাৰ গুৰু তুমি বিনে আন ।
নাহি নাহি নাহি জানি কায় বাক্য মন ॥
মৰণ কালৰে পৰা সপোনে সচেতে ।
তুমি মোৰ গুৰু বুলি দৃঢ়াই আছো চিত্তে ॥২৪৯১॥
দৃঢ় বাণী শুনি গুৰু ভৈলেক প্ৰসন্ন ।
অপৰাধ এৰি পাছে তুষ্ট ভৈল মন ॥
বোলন্ত গোবিন্দ আৰ গৰ্ব্ব নকৰিবি ।
শুদ্ধ সত্ত্ব ধৰ্ম্মে তই সাৱধানে ৰবি ॥২৪৯২॥

শুনিয়া আনন্দ মনে গুৰু সেৱা কৰি ।
সৰ্ব্ব দ্ৰব্য দিয়া প্ৰণামন্ত পৰি পৰি ॥
পাছে আজ্ঞা লৈয়া নিজ গৃহক চলিলা ।
গুৰুৰ চৰণ চিন্তি সুখদে ৰহিলা ॥২৪৯৩॥
দক্ষিণত বাস কৰে পড়িয়া আতৈ ।
নানা তীৰ্থ ক্ষেত্ৰ সেৱি আনন্দে ফুৰই ॥
বদৰিকা শ্ৰম কৰি কুৰুক্ষেত্ৰে গৈলা ।
শয়ণ কৰন্তে ৰাতি সপোন দেখিলা ॥২৪৯৪॥
শঙ্খ-চক্ৰ-গদা-পদ্ম ধৰি নাৰায়ণ ।
আদেশ কৰিলা তুমি ছলা এতিক্ষণ ॥
তোমাৰ গৃহৰ ওচৰতে মোক পাইবা ।
ভাগৱতী ধৰ্ম্ম ধৰি সংসাৰ তৰিবা ॥২৪৯৫॥
চেতন লভিয়া আতৈ গৃহে আসিলন্ত ।
কোথা ধৰ্ম্ম পাইবো চিন্তা কৰি ৰহিলন্ত ॥
কিছু দিন থাকি মাধ গুৰুৰ কথাক ।
শুনিয়া স্মৰণ ভৈল সপোনৰ বাক ॥২৪৯৬॥
কালি কণ্ঠা লৈয়া পাছে হাতে ঘণ্টা ধৰি ।
সুন্দৰী থানক লাগি গৈলা ডৰ ডৰি ॥
বসিয়া আছন্ত মাধদেৱ ৰঙ্গ মনে ।
কৃষ্ণ কথা কহিছন্ত সেৱকৰ সনে ॥২৪৯৭॥
সিবেলাত আতৈ গৈয়া প্ৰণাম কৰিল ।
কোথেৰ সন্যাসী বুলি বাজক পাঞ্চিল ॥
বাহিৰতে বাট ঘৰে চাৰি দিন আছে ।
নাৰায়ণ আতা আসি দেখিলন্ত পাছে ॥২৪৯৮॥
কোন তুমি কিকাৰণে ৰহিয়া এখন ।
গুৰুৰ নিকতে কেনে নকৰা গমন ॥
শুনিয়া পড়িয়া আতৈ প্ৰণামি কহিলা ।
দেখি গুৰুজনে মোক বাহিৰে পঠাইলা ॥২৪৯৯॥
গুণ যশ শুনি ধৰ্ম্ম ধৰিবাক আইলো ।
কুৰুক্ষেত্ৰ তীৰ্থে যেন সপোন দেখিলো ॥
জনাইবাতে গুৰুজনে সাক্ষাত নকৰে ।
আশা কৰি আছো ধৰ্ম্ম ধৰিবাৰ তৰে ॥২৫০০॥
শুনিয়া কৃপাণু জগতৰে উপকাৰী ।
গুৰুক জনাইলা মই চৰণত পৰি ॥
পূৰ্ব্বৰ ভাগৰ জীৱ আসিয়া আছয় ।
কৃপা কৰিবাক বাপ যুগুত হোৱয় ॥২৫০১॥
মাধৱে বোলন্ত সখি দেখি বিপৰিত ।
বাহিৰক যাইবে আমি বুলিলো তহিত ॥
সেহি বেশ এড়ি ডাৰি গোফ কমায়োক ।
ব্ৰত উপবাসে আসি ধৰ্ম্মক ধৰোক ॥২৫০২॥

পাছে ঠাকুৰ আতা গৈয়া কহিল সকল ।
সিমতে আচৰি আতৈ ভৈলন্ত নিৰ্ম্মল ॥
আতাৰ প্ৰাৰ্থনে গুৰু ধৰ্ম্মক ধৰাগ্না ।
থাকিবাক বাসা তাঙ্ক দিলা নিয়মিয়া ॥২৫০৩॥
সেৱক সহিতে আতৈ যশৰস শুনি ।
গৃহক যাইবোহো হেন কৰিলন্ত মনি ॥
অন্তৰ্য্যামী গুৰুজন জানিয়া কহিল ।
গৃহক ছলিয়ো তুমি হয়া অবিকল ॥২৫০৪॥
আতৈ বোলে গুৰু বাক্যে অৱশ্যে ছলিবো ।
অভকত পুত্ৰ ভাৰ্য্যা কিমতে বৰ্ত্তিবো ॥
পাছে গুৰুজনে শাস্ত্ৰ আনি দিয়াইলন্ত ।
শৰণ কৰাবে প্ৰতি আজ্ঞা কৰিলন্ত ॥২৫০৫॥

সাত্ত্বিক—অমৃত কোৱৰৰ হৰিকীৰ্ত্তন ।
ৰাজসিক—মাধৱ কোৱৰৰ হৰিকীৰ্ত্তন ।

মহা সন্তোষিত মনে আতৈয়ো ছলিলা ।
পুত্ৰ ভাৰ্য্যা আদি কৰি ধৰ্ম্মক ধৰাইলা ।
পঢ়িয়া আতৈৰ পুত্ৰ পাটশালে থাকে ।
ছাত্ৰৰ ভাগৰ পাছে মাংসক পাইলেকে ॥২৫০৬॥
নুভুঞ্জিয়া তেহো অন্য ছাত্ৰক দিলন্ত ।
শুনিয়া আতৈ তাক বাজ কৰিলন্ত ॥
কতোদিনে ভক্তে গুৰুজনত জনাইল ।
গুৰুজনো পঢ়িয়াক জগৰ ধৰিল ॥২৫০৭॥
পাছে আতৈ আসি সৰ্ব্ব কথাক জনাইল ।
দণ্ডলৈয়া গুৰুজনে জগৰ ভাঙ্গিল ॥
এহিমতে পঢ়িয়া আতৈই অনুক্ষণ ।
গুৰুৰ চৰণ সেবি কৰন্ত গমন ॥২৫০৮॥
অমৃতকৰ নাম দৈৱজ্ঞ প্ৰধান ।
গুৰু ধৰ্ম্ম ধৰি ভক্তি কৰৈ অনুক্ষণ ॥
একদিনা হৰিকীৰ্ত্তনক আসা কৰি ।
মাধদেৱ চৰণত জনাইলা সাদৰি ॥২৫০৯॥
কৃপাকৰি বাপ তোৰা সেৱক সহিতি ।
ভৃত্যৰ গৃহক গৈয়া সাধিয়োক পৃতি ॥
পাছে মাধদেৱে সেৱক সমিন্বিতি ।
দলৈৰ গৃহক গৈয়া প্ৰবেশ ভৈলন্তি ॥২৫১০॥
আদৰ কৰিয়া দলৈ বহুত প্ৰকাৰ ।
গুৰু সেৱকক সেবি বন্দি বাৰম্বাৰ ॥
হৰিকীৰ্ত্তনৰ অন্তে পৰি প্ৰণামিলা ।
সুবৰ্ণ তোলাক বস্ত্ৰ আনো দ্ৰব্য দিলা ॥২৫১১॥

মহা ভক্তি ভাৱে আগবঢ়াই পঠাই দিলা ।
সন্তোষিত মনে গুৰু স্থানক ছলিলা ॥
কিছুদিন পৰে অমৃতৰ জেষ্ঠ ভাই ।
মাধৱ কোৱৰ নামে প্ৰধান দলই ॥২৫১২॥
হৰি কীৰ্ত্তনক প্ৰতি গুৰুক জনাইল ।
পূৰ্ব্বমতে গুৰুজন তৈকে লাগি গৈল ॥
হৰিৰ কীৰ্ত্তন কৈলা অতি ৰঙ্গ মনে ।
সুবৰ্ণ ৰজত বস্ত্ৰ দিয়া তাৰৈ ক্ষণে ॥২৫১৩॥
শেষত কহিলা বাপ আজি ৰঙ্গ ভৈলো ।
অমৃত কোৱৰ মান আজিসে সাধিলো ॥
শুনি গুৰুজন মহা অসন্তোষ হই ।
কিকৰিলি বুলি তৈৰ তেখনে উঠই ॥২৫১৪॥
দিয়াছিলা যিবা দ্ৰব্য সকল ছাৰিলা ।
কৈক আসিছিলো বুলি স্থানক ছলিলা ॥
একদিনা ঠাকুৰ আতা বচন বুলিল ।
মহাভাগ্যৱন্ত মই গুৰু ধৰ্ম্ম পাইল ॥২৫১৫॥
পুত্ৰ পৰ্ম্মানন্দে বোলে তোমাত কৰিয়া ।
মই মহা ভাগ্যৱন্ত জানিয়ো বুজিয়া ॥
আতাবোলে শ্ৰীশঙ্কৰ দেৱক সেবিলো ।
শ্ৰীমাধৱদেৱক সখিত্ব কৰি পাইলো ॥২৫১৬॥
নাৰায়ণ দাস নাম গুৰুজনে দিলা ।
তুমি কেনমতে মোত্ত কৰি শ্ৰেষ্ঠ ভৈলা ॥
পৰ্ম্মানন্দ ঠাকুৰে কহন্ত শুনা পিতা ।
মহা পুৰুষ গুৰু ঠাইত পাইবাহা ভনিতা ॥২৫১৭॥
এহিবুলি দুয়োজন গৈলা তাৰক্ষণ ।
মাধৱদেৱৰ পাছে বন্দিলা চৰণ ।
মাধৱে বোলন্ত সখি আজি দেখো কেন ।
পৰ্ম্মানন্দো আসি আছে কহিয়ো কাৰণ ॥২৫১৮॥
আতাবোলে পৰ্ম্মানন্দ সমে বাদ ভৈল ।
আমাত কৰিয়া তেহো ভাগ্যৱন্ত কৈল ॥
তোমাৰাৰ ঠাইক আইল কৰিবাৰ ভেদ ।
ওধিয়োক গুৰু তাৰ যেন পৰিচ্ছেদ ॥২৫১৯॥
মাধৱে বোলন্ত বাপু পৰ্ম্মানন্দে কহা ।
কেনমতে তুমি ভাগ্যৱন্ত হৈতে চাহা ॥

ঠাকুৰ আতা আৰু পৰ্ম্মানন্দৰ গোচৰ

পৰ্ম্মানন্দ বদতি শুনিয়ো কৃপাময় ।
যেনমতে আমিশ্ৰেষ্ঠ হওঁ আতিশয় ॥২৫২০॥

মোৰ পিতা শঙ্কৰ দেৱৰ প্ৰসাদত ।
গুৰুদেৱ সমে পাইলন্ত সখিত্ব ॥
যাহাৰ কৃপাৰে নাৰায়ণ নাম পাইলা ।
বৰ সদাগৰ নাম দ্বিজনে লভিলা ॥২৫২১॥
শঙ্কৰ মাধৱ দুইৰো প্ৰথম সেৱক ।
জগতৰে উপকাৰি হয়াছে প্ৰত্যেক ॥
হেনয় জনৰ আমি ঔৰষত জাত ।
পিতাৰ জনম যাত তেহো অতকত ॥২৫২২॥
এতেকতে আমি ভৈলো ভাগ্যে শ্ৰেষ্ঠতৰ ।
পিতা কেনমতে শ্ৰেষ্ঠ কহিয়োক সাৰ ॥
শুনি মহাপুৰুষে আনন্দতে কৈলা ।
বাপু পৰ্ম্মানন্দ তুমি বাদে জয় ভৈলা ॥২৫২৩॥
আলিঙ্গি ধৰিয়া আতা ধন্য ধন্য বুলি ।
ধন্য তোৰ মাতা তোক জনম ধৰাইলি ॥
পাছে গুৰুজনে দুইকো ভোজন কৰাইলা ।
গুৰুক সেৱিয়া দুই গৃহক চলিলা ॥২৫২৪॥
গুৰুৰ চৰিত্ৰ কথা পৰম শোভন ।
আৰু শুনি শুনিকৰা জন্ম নিবাৰণ ॥
বেতবৰুৱা দীননাথ মই অতি দীন ।
মোৰ পদ বুলি আৰু নকৰিয়ো ঘিন ॥২৫২৫॥
গুৰুৰ বচন ধৰি লোৱা গুণনাম ।
তেবেসে নিস্তৰো ডাকি বোলা ৰাম ৰাম ॥

## দ্বিতীয় অধ্যায়

### গোবৰ্দ্ধন যাত্ৰা

### ঝুমুৰি

একদিনা গৈয়ালোক ।
প্ৰাৰ্থি কৈলা মাধৱক ॥
শুনা কৃপাময় গুৰু ।
বাঞ্ছাদাতা কল্পতৰু ॥২৫২৬॥
বৃষ্টি নাহি চৈত্ৰ মাসে ।
শস্য নগজয় চাসে ॥
গোবৰ্দ্ধন নাট থানি ।
কৰি আছা বিতোপনি ॥২৫২৭॥
সেহি যাত্ৰা কৰিয়োক ।
জল বৃষ্টি আসি হোক ॥
হেনয় প্ৰাৰ্থনা শুনি ।
গুৰিলন্ত মনে মানি ॥২৫২৮॥
জয়ঙ্কৰ যাত্ৰা ইটো ।
বহুযত্নে হোঐ সিটো ॥
তথাপি কৰিবে লাগে ।
ভক্ত প্ৰাৰ্থি আছা আগে ॥২৫২৯॥
এহি বুলি আদেশিলা ।
সেৱকেও নিয়োজিলা ॥
নানা দ্ৰব্য উপহাৰ ।
কিৰিটী কুণ্ডলহাৰ ॥২৫৩০॥
ভক্ষ্যভোজ্য পাইতামৃত ।
কৰিলন্ত, সন্নিহিত ॥
পৰ্ব্বত নিৰ্ম্মিলা তথা ।
গোবৰ্দ্ধন নাথ যথা ॥২৫৩১॥
বিপ্ৰগণ আসিলন্ত ।
পূজাপাঠ কৰাইলন্ত ॥
ধেনু গোপ বৃক্ষ পশু ।
গোপগোপী নানা অশু ॥২৫৩২॥
একত্ৰ কৰিয়া তথা ।
সেৱক সকল যথা ॥
গুৰু সঙ্গে প্ৰদক্ষিণি ।
পৰ্ব্বতক সাত তিনি ॥২৫৩৩॥
একবিপ্ৰ আনি তাত ।
নগো পৰিও লিলন্ত ॥
গোবৰ্দ্ধন ভাৰ লৈলা ।
তেবে মহা বৃষ্টি ভৈলা ॥২৫৩৪॥
সৰ্ব্বলোক নম পুৰি ।
বৃষ্টি ভৈল ঘোৰ তৰি ॥
ৰক্ষা নপাই লোক যত ।
পৰ্ব্বতত সোমাইলন্ত ॥২৫৩৫॥
আন আন প্ৰজা মানে ।
গৈলা চলি আন স্থানে ॥
বিপ্ৰগোষ্ঠ ওপৰত ।
ফোকাৰন্ত নানামত ॥২৫৩৬॥
বৃষ্টি শব্দে নুশুনিলা ।
গুৰুজনো পাসৰিলা ॥
দাৰুণ বৃষ্টিক পাই ।
ব্ৰাহ্মণৰ কাম্পে কাই ॥২৫৩৭॥
কিছু বৃষ্টি শান্ত ভৈলা ।
গুৰুয়ে স্মৰণ কৈলা ॥

জখলাক নিয়াদিল ।
ব্ৰাহ্মণো নামিয়া আইল ॥২৫৩৮॥
গগ্নিত পতৃ বস্ত্ৰ দিশ ।
ব্ৰাহ্মণো সুস্থ ভৈল ॥
সভা আন বিসৰ্জ্জিলা ।
প্ৰজায়ো প্ৰসংশা কৈলা ॥২৫৩৯॥
ধন্য ধন্য গুৰুজন ।
কৰিলা পূৰণ মন ॥
আবে আমাসাৰ অতি ।
গাজি হৈবে নানামতি ॥২৫৪০॥
মাধৱ মাধৱ স্মৰি ।
গৈলা সবে ঘৰাঘৰি ॥
ত্যজিসবে আন কাম ।
নিৰন্তৰে বোলা ৰাম ॥২৫৪১॥

## শ্ৰীৰাম আতাৰ বিষাদ ভোবোৰা দামোদৰৰ কৃষ্ণপ্ৰেম

একদিনা এক লোটাক মাধৱে
শ্ৰীৰাম আতাক দিলা ।
ভোজন কালত মুখ ধুৱেবুলি
গুৰুয়ে আজ্ঞা কৰিলা ॥
লোটা লৈয়া আতা বিষাদিত মনে
বাসাত বসিয়া কান্দে ।
পাছে গুৰুজন ভকত পাঞ্চিলা
আতাৰ পাশে আনন্দে ॥২৫৪২॥
বাৰ আৰ হুই সেৱকে দেখই
আতা বিষাদিত মন ।
দেখি ভক্ত জনে গুৰুত জনাইলা
আতায়ে কৰে ৰোদন ॥
আসি গুৰুজন আতাক সোধন্ত
বিষাদিত ভৈলা কেন ।
আতাবোলে বাপ আপানাৰ বাক
খণ্ডিবে নপাৰো মনে ॥২৫৪৩॥
লোটাৰ ৰক্ষণ কৰিবাক লাগি
জঞ্জাল ভৈল আসিয়া ।
কোন সময়ত তয়ু সেৱাকৰো
বিঘিনী ভৈল দেখিয়া ॥

শুনি গুৰুজন কহিলা তখন
দেখা কেনে শ্ৰীৰামৰ ।
মহা নিৰাশিক ব্ৰহ্মময় হৈয়া
আছে জানা সাৰে সাৰ ॥২৫৪৪॥
শুনিয়ো শ্ৰীৰাম ভকত জনক
লোটা গুটি দান কৰা ।
কহিলো উপায় নিচিন্তিত মনে
ভকতি সদায়ে কৰা ॥
নামত ভোবোৰা দামোদৰ ভক্ত
একজন আছিলন্ত ।
কৃষ্ণ কথা শুনা অন্ত ভৈলে তাঙ্ক
গুৰুৱে হাসি পোছন্ত ॥২৫৪৫॥
আজি কোন পাঠ পঢ়িল পাঠত
মনত কিবা আছয় ।
গুৰু বাক্য শুনি বৈৰাগী কহয়
একাদশ পদ হয় ॥
প্ৰতিদিনে কহে বান্ধৱ কৃষ্ণৰ
কথা একাদশ পদ ।
মাধৱে বোলন্ত আজি প্ৰসঙ্গত
পঢ়য় দশম পদ ॥২৫৪৬॥
আৰো আন দিন সুধিলে কহয়
একাদশ পুথি বুলি ।
হাসি গুৰু জনে কহন্ত তখনে
কৃষ্ণ যশে কৰে উলি ॥
সিটো কথা মাত্ৰ জানন্ত নিশ্চয়
মন বৈল কৃষ্ণ যশে ।
কোন পুথি কিবা তাত মন নেদে
নছলয় আনৰ সে ॥২৫৪৭॥

# তৃতীয় অধ্যায়

## হৰি কীৰ্ত্তনত হৰি ব্যক্ত

॥ পদ ॥

এহিমতে গুৰুজন নামধৰ্ম্ম চয় ।
সেৱক নিতে প্ৰকাশি আছয় ॥
একদিনা সকলো সেৱক এক ঠাই ।
হুয়া প্ৰেমানন্দ সবে নামক গাৱয় ॥২৫৪৮॥

নামৰ আনন্দ দশ দিশক পূৰিলা ।
তাহি কুহিহন্তে ৰাম ৰাম গুৰু আইলা ॥
গোপাল সমে তাহিলণ আইল তথা ।
আতি উচ্চস্বৰে নাম ভৈলন্ত সৰ্ব্বথা ॥২৫৪৯॥
নামৰ আনন্দ বৈকুণ্ঠৰ পৰা শুনি ।
গৰুড়ত চৰি হৰি আসিলা আপুনি ॥
এক চন্দ্ৰাৱলী ৰাহি আৰো ঈশ্বৰৰ ।
কান্তি প্ৰকাশিলা যেন কোটি দিবাকৰ ॥২৩৫০॥
কীৰ্ত্তন গৃহত নাম গাবয় ভকতে ।
গৰুড়ে সহিতে খোজে পশিবে তথাতে ॥
ভকৰভৰ শাৰি লঙ্ঘিবাক নপাৰন্ত ।
চাৰিয়ো দিশত ফুৰে প্ৰভু ভগৱন্ত ॥২৫৫১॥
অতি আমোদিত গন্ধ বহিবে লাগিলা ।
তাক পায়া ভক্তসব সচকিত ভৈলা ॥
বোলন্ত মাধৱে হৰি আসিয়া আছয় ।
গৰুড়ে স্কন্ধত লৈয়া বেষ্টিয়া ফুৰয় ॥২৫৫২॥
নানক নেৰিবা আৰ মহাপ্ৰেম মনে ।
নাম লুভি হৰি তুষ্ট ভৈগৈল এখনে ॥
পাছে ভগৱন্তে গৰুড়ক এৰিলন্ত ।
ভক্তৰ প্ৰসঙ্গ দেখিতে গৈয়া বসিলন্ত ॥২৫৫৩॥
গৰুড় পৰিল পাছে স্বথ ডালত ।
ভৰপায়া উভৰি পড়িল বৃক্ষগোট ।
প্ৰসঙ্গৰ শেষ ভৈলা হৰিয়ো চলিলা ।
গৰুড় পক্ষীৰ শব্দ সেৱকে শুনিলা ॥২৫৫৪॥
উত্তৰ প্ৰদেশে যেন গৰুড় চলিলা ।
জ্যোতিস্ময় সিটোদিশ সকলে দেখিলা ॥

### কণি বুঢ়াৰ মৃত্যু আৰু পুনৰ জিৱীত আৰু শৰণ গ্ৰহণ

কণিবুঢ়া নামে এক আছিল ঢেকেৰা ।
মাধৱদেৱৰ স্থানে আসে সিটো বুঢ়া ॥২৫৫৫॥
নতুকৰে নমস্কাৰ মাধৱ দেৱক ।
নতুভজে সিটোজনে ঈশ্বৰ কৃষ্ণক ॥
একদিনা ভনিপুৰ আতাৰ প্ৰাৰ্থনে ।
গৈলা গুৰুজন নৌকা কৰি আৰোহনে ॥২৫৫৬॥
ফিৰিয়া আসন্ত গুৰু সেৱকে সহিতে ।
পথত যিভৈল তাক লিখিবো সম্প্ৰতি ॥
মৰিলেক কণি বুঢ়া যমদূতে ধৰি ।
বান্ধি লৈযায়ন্ত তাক মাল্লা নৌকা ভৰি ॥২৫৫৭॥
দুৰহন্তে গুৰুজন নৌকাহন্তে দেখি ।
সেৱকক কৈলা তাঙ্কখানিকো নাপেখি ॥
শীঘ্ৰে নৌকাবাহা দেখা যিটোনৌকা আসে ।
প্ৰয়োজন আছে আমি যাওঁ নৌকা পাশে ॥২৫৫৮॥
শুনিয়া সেৱকে তাৰ ওচৰক নিল ।
দেখিয়া যমদূতে নৌকা চাৰিয়া পলাইলা ॥
গুৰু বোলে নৌকা মধ্যে দেখা কিবা আছে ।
সেৱকে দেখন্ত এক জেঠি বন্ধা আছে ॥ ২৫৫৯॥
ধৰ ফৰ কৰে এৰা সুতাক লপায়া ।
পীড়িগোটে বাখি আছে বন্ধন কৰিয়া ॥
গুৰুৰ বচনে তাৰ বন্ধন মেলিলা ।
তেতিক্ষণে জেঠি নৌকা অদৰ্শন ভৈলা ॥২৫৬০॥
গৃহত বুঢ়াৰ জাতি বন্ধু নিৰন্তৰি ।
বুঢ়াৰ শবক বান্ধিলন্ত শীঘ্ৰ কৰি ॥
চিতাত তুলিবে তাক হেন সময়ত ।
গাব মুৰিদিয়া বুঢ়া বচন বোলন্ত ॥২৫৬১॥
নুপুৰিবি মোক আবে ঘৰে নিয়া যাও ॥
সুন্দৰীৰ মাধৱৰ চৰণে পেলাও ॥

### কেৰিমেৰি বুঢ়া আৰু ভুমুকা ভুমুকি বুঢ়াৰ শৰণ গ্ৰহণ

শুনিয়া সকলো জাতি বিস্ময় লভিয়া ।
ধৰিনিয়া গৈল পাছে স্নানক কৰায় ॥২৫৬২॥
পৰদিনা প্ৰভাততে উঠি স্নান কৰি ।
টকা বস্ত্ৰ লৈয়া গৈলা গুৰুৰ ওচৰি ॥
দূৰহন্তে পড়ি গৈলা দণ্ডৱত কৰি ।
বোলন্ত ৰাখিলা বাপ চৰণে উদ্ধাৰি ॥২৩৬৩॥
শৰণে পশিলো আবে ধৰ্ম্মক দিয়োক ।
এহি বুলি সমস্ত বৃতান্ত কহিলেক ॥
কৃপাময় গুৰু তাঙ্ক শৰণ কৰাইল ।
কৃত্য কৃত্য হৈয়া বুঢ়া গৃহক চলিল ॥২৫৬৪॥
কেৰিমেৰি বুঢ়া একদিনা ৰঙ্গ কৰি ।
গুৰুজন সমিপকে গৈল ৰঙ্গ কৰি ॥
গুৰু বোলে বুঢ়া কেন ধৰ্ম্মক নধৰ ।
বুঢ়া বোলে যদি কথা কহিবাক পাৰ ॥২৫৬৫॥
তেবে ধৰ্ম্ম ধৰিবোহো বচন বুলিলো ।
সেহি মন কৰি তয়ু সমিপে আসিলো ॥
কেৰিমেৰি কিবা তুমি মোৰ কথা কহা ।
গুৰুবোলে হাল বাইবে যেখনে ছলাহা ॥২৫৬৬॥

শয়নৰ গুৰু তুমি নিয়া মন্ত্ৰ কৰি ।
খোজ কাঢ়ি যাওঁ মুঠে কেৰিমেৰি কৰি ॥
বুঢ়া শুনি ঈশ্বৰ বুলিয়া মানিলন্ত ।
নহৈলে মনৰ কথা কিমতে জানন্ত ॥২৫৬৭॥
কাকুতি প্ৰাৰ্থনা কৰি ধৰ্ম্মক ধৰিলা ।
আনন্দ কৰিয়া পাছে ঘৰক চলিলা ॥
তুমুকা তুমুকি বুঢ়া একদিনা গৈলা ।
গুৰুজনে বোলে কেনে ধৰ্ম্ম নধৰিলা ।২৫৬৮॥
বুঢ়া বোলে তুমুকা তুমুকি কিবাহয় ।
কহিলে ধৰ্ম্মক আৰে ধৰিবো নিশ্চয় ॥
গুৰু বোলে ইকথাক আমাত পুছিলা ।
মাহ কটাজিৰ খাৰ পাছিত ৰাখিলা ॥২৫৬৯॥

## লাঠিধৰা বুঢ়াৰ শৰণ যমযাতনাৰ পৰিত্ৰাণ

পাছে পুৰি ঠায়ে ঠায়ে ভোমোলা কৰিলা ।
ইকথাক আসি তই আমাত পুছিলা ॥
সুৱিস্মিতে মনে বুঢ়া ঈশ্বৰ জানিয়া ।
ধৰ্ম্মধৰি গৈলা গুৰু জনক সেৱিয়া ॥২৫৭০।
লাঠিধৰা নামে বুঢ়া ধৰ্ম্মক নধৰে ।
আনকো ধৰিবো লাগি নিষেধক কৰে ॥
একদিনা ৰাত্ৰি যাত্ৰা হৈল বিতোপন ।
বাঁহলাঠি ধৰি বুঢ়া আসিয়া তেখনে ॥২৫৭১॥
লাঠিগোট পাৰি তাৰ ওপৰে বসিয়া ।
ভাওনা দেখিলা ৰাত্ৰি তথাতে ৰহিয়া ॥
পৰদিনা যাওঁ ফটা লাঠি আগহন্তে ।
লাগি অসা মাটি খসি তথাতে পৰন্তে ॥২৫৭২॥
হৰিৰ মন্দিৰ লেপনৰ সময়ত ।
সিটো মাটিখণ্ড ভেটি খোৰত দিলন্ত ॥
কিছুদিন বুঢ়া মৰিবাৰ সময়ত ।
যমদূতে বান্ধি যম ওচৰে নিলন্ত ॥২৫৭৩।
চিত্ৰগুপ্তে বোলে আৰ পাপ সীমানাই ।
কিন্তু গুৰুতৰ পুণ্য কৰিয়া আছই ॥
মাধৱ দেৱৰ হৰি মন্দিৰ ভিতৰে ।
মাধৱ দেৱক দেখিলন্ত বুঢ়া নৰে ॥২৫৭৪॥
মৃত্তিকা প্ৰদান কৰি মন্দিৰ ৰাখিলা ।
সি হেতুকে ধৰ্ম্মবুদ্ধি আয়ু বৃদ্ধি ভৈলা ॥
ইহাক আনিবে প্ৰতি সময় ন ভৈল ।
যমৰাজা বোলে আক শীঘ্ৰে লৈয়াচল ॥২৫৭৫॥

মূল শৰীৰক যাৱে নকৰয় চয় ।
তাৱে আকনিয়া কৰ তাত উপসয় ॥
ইঠাৱত জাতি যিৱ একঠাঁৱ হই ।
বুঢ়াৰ শৰীৰগোট দহিবাক নেই ॥২৫৭৬॥

## গোহালি ভঙা বুঢ়া আৰু ঠাকুৰীয়াৰ শৰণ

এতেকতে আনি জীৱ গোট প্ৰৱেশাইলা ।
সচেতনে বুঢ়াতথা মাতিবাক লৈলা ॥
নৰদুঃখ পাওঁ মই শীঘ্ৰে কৰি মেল ।
স্নান কৰাই লৈয়া গুৰু সমিপক হল ॥২৫৭৭॥
এহিমতে বুঢ়াতৈতে সুস্থ মন হৈয়া ।
টকাবস্ত্ৰ লৈয়া গুৰু চৰণে থাপিয়া ॥
দণ্ডৱতে সকলো বৃত্তান্ত জনাইলন্ত ।
সকাতৰ কৰি গুৰু ধৰ্ম্ম লভিলন্ত ॥২৫৭৮॥
গোহালি ভঙা আদি আনো বুঢ়াচয় ।
বাৰবুঢ়া এহিমতে ধৰ্ম্মক ধৰয় ॥
ভোগৰ কুৰি গ্ৰামৰ সকল ভকতগণ ।
গুৰুৰ নিকটে আসি পশিল চৰণ ॥২৫৭৯॥
গয়া ঠাকুৰীয়া নামে আছিলেক এক ।
শৰণ নলৈলা আসি গুৰুত প্ৰত্যেক ॥
তথাপিতো কৃপা কৰি গুৰুৱে বোলয় ।
ঠাকুৰীয়া তুমিকেনে ধৰ্ম্ম নধৰয় ॥২৫৮০॥
নধৰিবো ধৰ্ম্ম আমি নহৈবো ভকত ।
এহিবুলি সিটো ভয়ে পলান্ত দূৰত ॥
দিনেক মাধৱ দেৱ নামত বসিলা ।
প্ৰজাগণ সমে ঠাকুৰীয়াও আসিলা ॥২৫৮১॥
* নামঘোষা উচ্চৰিয়া গুৰু গাইলা যেবে ।
ঠাকুৰীয়া গোটে পুনু পুনু গাইলা তেবে ॥
প্ৰসঙ্গ সমাপ্তভৈলা গুৰুৱে সুধিলা ।
আৰে ঠাকুৰীয়া তুমি কিবোল বুলিলা ।২৫৮২॥
আনন্দতে ঠাকুৰীয়া ধৰ্ম্মক প্ৰাৰ্থিয়া ।
গুৰুৰ প্ৰসাদে তান্ত শৰণ লভিয়া ॥
মহা ভক্তি কৰি গুৰু চৰণে সেৱন্ত ।
সদাকালে গুৰু সেৱকৰ নাম লন্ত ॥২৫৮৩॥

* ঘোষা—গোপাল গোবিন্দ যদুনন্দন ।
কৃষ্ণৰ চৰণে লৈলো শৰণ ॥
ৰামচৰণে শৰণ লৈলো ।
মানৱিজনম সাফল কৈলো ॥

ইবাৰ কৰুণাময় হৰি কমলাপতি মোৰে নচা-
ৰিয়ো নাৰায়ণ, অৰুণচৰণ তলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ।

## পঞ্চম অধ্যায়

### (বৰপেটা সত্ৰৰপৰা (পোৱা) গাৰোৰ গোবিন্দ আৰু ভোটৰ জয়ানন্দৰ শৰণ

গাৰোৰ গোবিন্দ ভোটৰ জয়ানন্দ।
গুৰুজন বাৰ্ত্তা শুনি পৰম আনন্দ॥
ধৰ্ম্ম ধৰিবাক প্ৰতি আসিল যতনে।
গুৰুবোলে তোৰা ধৰ্ম্ম ধৰিবাক মনে।২৫৮৪॥
ঘোষাগুটি মাতি তাৰা প্ৰাৰ্থনা কৰিয়া।
অৱনতে দুইজনে ধৰ্ম্মক প্ৰাথিয়া॥
গাৰো ভোট যৱনে হৰিৰ নামলয়।
হেনয় হৰিৰ নাম সজ্জনে নিশ্চয় ॥২৫৮৫॥
এতেকে কৰিয়া কৃপা অভয় চৰণে।
শুনি গুৰু তুষ্টমনে কৰাইলা শৰণে॥
বংশীগোপাল যদুমনি দুইজন।
তিনি বৰ্ষ গুৰুসেৱা কৰে অনুক্ষণ ॥২৫৮৬॥
গুৰু আজ্ঞা পায়া গঙ্গা স্নানিয়া আসিলা।
ধৰ্ম্মাচাৰ্য্য কৰি গুৰু উজানে পাঞ্চিলা॥
যতেক সেৱকে ধৰ্ম্ম ধৰে বাৰম্বাৰ।
তাক জানি লেখিবাৰ শকতি কাহাৰ ॥২৫৮৭॥
যেনমতে ঈশ্বৰে বুদ্ধিক দিলে মোক।
সিমতে চৰিত্ৰ লিখা হৈয়াছে সবাক॥

## চতুৰ্থ অধ্যায়

### বৰপেটা সত্ৰৰ চৰিত্ৰ

আবে বৰপেটা সত্ৰত যিবা পাইলো।
গুৰুৰ কৃপায়ে তাঙক লিখিবাক লৈলো ॥২৫৮৮॥
মাধৱ মৰল গোপাল নাম ধৰে।
কৃষি কৰিবাক লাগি ভূমি চাষ কৰে॥
গুৰুৰ সেৱক ভক্ত দুইজন আসে।
গোপাল মৰলে পায়া বোলে ৰোষ বশে ॥২৫৮৯॥

### ভক্তৰ অপমান, শ্ৰীমাধৱদেৱৰ বৰপেটা গমন

খেতমাজে কেন আইলি উলতিয়া যায়ো।
নঁভেলে আমাৰ ঠাইত প্ৰতিকাৰ পায়ো॥
এহিবুলি দলি মাৰি গোট কান্ধে দিয়া।
লখাই গুৰুক তাত ফুৰন্ত পকায়া ॥২৫৯০॥
শোকে অপমানে গুৰুজনত জনাইল।
দুঃখমনে গুৰুজনে ভোজন এৰিল॥
সৰ্ব্বস্ব পেলায়া আমি ভক্তক আনিলো।
হেন ভক্ত জনৰ দুঃখক দেখা পাইলো ॥২৫৯১॥
এতেকতে এহিস্থান এৰিবাক লাগে।
গোপালৰ ঠাইক আমি যাইবোহো বিভাগে॥
সিটো কথা শুনি বুঢ়া আতা আসিলন্ত।
সৰ্ব্বস্ব গোটায়া ভাৰ খানি বান্ধিলন্ত ॥২৫৯২॥
পদুলিত থৈয়া ভাৰ গুৰুক নমিলা।
তান্তিকুচি যাইবে প্ৰতি সাদৰে প্ৰাৰ্থিলা॥
হেন সময়ত ভনী পুৰ হন্তে আসি।
গোপাল আতায়ে প্ৰাথি কহিলা প্ৰকাশি ॥২৫৯৩॥
নিবাক আসিলো বাপ চলিবাক লাগে।
গুৰুবোলে যাইবে নপাৰিবো মহা ভাগে॥
মথুৰাৰ দাসে সৰ্ব্বস্বক লৈয়া গৈল।
এতেকতে আন্তিকুচি যাইবে মন ভৈল ॥২৫৯৪॥
এহিবুলি গুৰুজনে সেৱকে সহিতি।
বৰপেটা চলি গৈল কৰি মনপ্ৰীতি॥
সেৱক সকলে বেঢ়ি হৰি উচ্চৰিল।
দুইগুটি গীত সবে আনন্দে গাইল ॥২৫৯৫॥
গীত ৰচনা—
গীত—১॥ আলোভাই চল আইস যাওঁ বৃন্দাবনে
দেখো গৈয়া আনন্দ নয়নে।
গীত ২॥ আলোভাই গোকুলে আনন্দ জয় জয়
মিলিবে পৰম মহোদয়॥

### ৰামবুঢ়া মাজিৰ গৃহত শ্ৰীমাধৱদেৱৰ প্ৰদ্যুম্নপ্ৰধাবিলৰ কথা

হেনমতে সকলো সেৱকে ৰঙ্গকৰি।
বৃন্দাবনে যান্তযেন প্ৰভু ৰাম হৰি॥
পথাৰত যত গৰু চৰিয়া আছিল।
হাম্বাৰাৱ কৰি মাধৱক আবৰিল ॥২৫৯৬॥

লাজতুলি ঘনে ঘনে ফ্লোকাৰ তেজয় ।
গোবৰ্দ্ধন হস্তে যেন লাতো আসিছয় ॥
হেনমতে বৰপেটা বিলৰ কিনাৰে ।
পাইলাদেখি বুঢ়া আতা কৰিলন্ত পাৰ ॥২৫৯৭॥
নৌকাৰ উঠিয়া পাদ পঙ্কজ চলায়া ।
ৰাম বুঢ়া মাজিবাৰ গৃহে প্ৰবেসিয়া ॥
সেৱক সহিত গুৰু সুখদে ৰহিলা ।
বুঢ়া আতা দ্ৰব্য গুৰু সেৱকক দিলা ॥২৫৯৮।
ভোজন কৰিয়া ভকতজন শুতি ৰৈলা ।
পৰদিনা ঠাকুৰ আতা আদি সব আইলা ॥
সেৱক সহিতে ভক চাৰিয়ো দিশত ।
স্থানৰ শকতি প্ৰকাশিলা ভাত মত ।২৫৯৯॥
পূৰ্ব্বে হৰি ৰুক্মিণীৰ বিবাহ কাৰণে ।
বেদনিধি সমে আইল ৰথ আৰোহণে ॥
পাট বাউসী স্থানে পৰি ৰথক বান্ধিলা ।
ঘোৰাক পিয়াইলা জল ধনুৰে খান্দিয়া ॥২৬০০।
ৰথত বান্ধিল ধনু পৰিল খশিয়া ।
ধনুভৰে বিলগোট ভৈল বিস্তাৰিয়া ॥
ভৈল বৰপেটা নাম বিল শ্ৰেষ্ঠতৰ
পাটবাউসী ভৈল বিল ধনু খণ্ডা সাৰ ॥২৬০১।
সিকাৰণে দুই ঠাইত ভক জনে আসি ।
নামৰ দোকান স্থান কৰিলা প্ৰকাশি ॥

## বৰপেটাত কোটোৰা খেলা ভাওনা আৰু সকলৰ দ্বাৰা নাম প্ৰসঙ্গৰ আদেশ

ভকজনে বোলে সখি গোপালৰ বোহে ।
ভকুৰ দুঃখক দেখি শৰীৰ নৰহে ॥২৬০২॥
আসি ভৈলো আবে নাম ঘৰক কৰাওক ।
সকল সেৱক ঠাইক খবৰ দিয়োক ॥
শুনিয়া ঠাকুৰ আতা বুঢ়া আদি কৰি :
বাংশ কতাই নামঘৰ কৰিলন্ত ৰৰি ॥২৬০৩।
সেৱকৰ হাতি কৰিলন্ত আতিশয় ।
* সেৱক সহিতে ভক ৰহন্ত তথায় ॥
তাৰ্বিসংৰ প্ৰাৰ্থনা কৰিলা ৰঙ্গ মনে ।
গোটেক ভাওনা নাপ কৰিয়ো এখনে ॥২৬০৪॥
শুনি ভকজনে আদেশিলা সেৱকক ।
* কোটোৰা খেলাৰ যাত্ৰা কৰিলা প্ৰত্যেক ॥
বহু ভাৱ লীলা কৰি জগত ঈশ্বৰ ।
বৰপেটা নাম স্থান কৰিলন্ত সাৰ ॥২৬০৫॥

সেৱক সহিতে নাম ধৰ্ম্ম প্ৰকাশিলা ।
চাৰিয়া দিশৰ লোকে ধৰ্ম্মক ধৰিলা ॥
অনেক সেৱকে আসি ধৰ্মক ধৰিয়া ।
গুৰুৰ চৰণে সেৱি আনন্দে ৰহিয়া ॥২৬০৬॥
হয় বুলি জন ভৈল সেৱকৰ পূৰ্ণ ।
আনন্দে প্ৰকাশে নাম ধৰ্ম্ম গুৰুজন ॥
দক্ষিণ কুলত থাকে মাতৃ সঙ্গ কৰি ।
গোবিন্দ নামত আইল গুৰুৰ ওচৰি ॥২৬০৭।
মাতৃ সমে গুৰু জন চৰণ সেৱিল ।
প্ৰাৰ্থনা কৰিয়া দুয়ো ধৰ্ম্মক ধৰিল ।
গুৰু জনে বোলে বুঢ়ী প্ৰভাত কালত ॥
বলাই মাতৃ সমে কৰা প্ৰসঙ্গ সতত ॥২৬০৮॥
সেহিমতে তাৰা মেনাত্তিক আদি কৰি ।
সবেও প্ৰসঙ্গ কৰৈ গুৰু বাক্য ধৰি ॥

## বলাই মাতৃ জয়ন্তি মধাই, গোপাল আতা প্ৰভৃতিৰ গুৰু সেৱাৰ আদৰ্শ

আজিয়ো পৰ্য্যন্ত বৰপেটা শ্ৰেষ্ঠ স্থানে ।
পুত্ৰাৰ প্ৰসঙ্গ কৰে সবে বুঢ়ী গণে ॥২৬০৯॥
জয়ন্তিৰ মধাই বুঢ়া গোপাল আসিয়া ।
বহু ভাৱে সেৱিলন্ত ভকতি কৰিয়া ॥
বুঢ়া আতাৰ ভাৰ্য্যা আই মহা সতী ।
প্ৰতিদিনে আসি ভক চৰণ সেৱন্তি ॥২৬১০॥
প্ৰণাম নকৰি আই ভোজন নকৰে ।
দিনেক বিলম্ব ভৈল গৃহ কাৰ্য্য তৰে ॥
সেহিদিন ভকজন শয়ন কৰিল ।
সেৱিবে নপাই আই পুত্ৰক বুলিল ॥২৬১১॥
শুনাবাপু মৃত্তিকা খণ্ডক লৈয়া যায়ো ।
ভক পাদ পদ্মে আৰু লগায়া আনিয়ো ॥
বলাই আতে যেবে মাটি চৰণে লগাইলা ।
ভকজনে দেখি তাৰ হাতত ধৰিলা ॥২৬১২॥
কেনে চুৰি কৰিবাক চাহস বলাই ।
তেবে বোলে মাতৃ মোক দিয়াছে পঠাই ॥
শুনি ভকজনে আইক উপহাস কৰি ।
কৌতুক উদ্ভাৱন কৰে ভকু মন পূৰি ॥২৬১৩॥
হেন শুনি আই মহা চমকিত মনে ।
কাতৰে অপেখি ৰৈল ভক দৰশনে ॥
পাছে আনন্দতে ভক বাহিৰে বসিলা ।
বন্দন কৰিয়া আই গুৰুক চাহিলা ॥২৬১৪॥

বৃত্তা আতা একদিনা প্ৰাৰ্থনা কৰিয়া ।
দাসলি কৰ্ম্মক গুৰুজনক মাগিয়া ॥
সেহিৰূপে গুৰুজনে আদেশ কৰিলা ।
মথুৰা দাস নাম সিকাৰণে ভৈলা ॥২৬১৫।
গেৰা জলোৱা বৰ মৎস্য গোট আনি ।
গুৰু আগত দিলা আনন্দিত মনি ।
*গীত ৰচনা ঃ—
হামাৰ গাত্ৰে ধূলা দিল তোমাৰ চৰাল ।
আলো গোৱালেৰ জায়া বোলে গোপাল ॥

## কলয়া সুখত হৰি কথা

গুৰুবোলে সেৱকক বিৰত্তিয়া দিয়ো ।
মাথাগোট বলাই মাতৃক দিয়ায়ো ॥২৬১৬।
পূৰ্ব্বৰ কাহিনী মনে কৰি গুৰুজনে ।
মাথাগোট দিল আইক সেহিতো কাৰণে ॥
কাঠমিৰ পৰা বৰবিষ্ণু আতা আসি ।
গুৰুৰ চৰণে পৰি নমিলা হৰিষি ॥২৬১৭।
ঠগি বঢ়াই গুৰু সেৱকৰ বাৰ্ত্তা লৈলা ।
পৰদিন গুৰু বিষ্ণু পূজাক কৰিলা ॥
এহিমতে গুৰুজনে আনন্দিত মনে ।
ধৰ্ম্ম প্ৰকাশিলা জীৱ তাৰণ কাৰণে ।২৬১৮॥
একদিনা নাৰায়ণ আতাক আদেশিলা ।
গড়লয়া পঠাৰে গৃহ কৰিবে বুলিলা ॥
কৃষ্ণ কথা সুখে তাত বসিবে লাগয় ।
শুনিয়া সেৱকে গৃহ গোটেক কৰয় ॥২৬১৯॥
বিয়লা সময়ে গুৰু সুখদে বৈসন্ত ।
সেৱকৰ আগে কৃষ্ণ কথাক কহন্ত ॥
হৰিবল্লভ আতৈয়ে পৰিচৰ্য্যাবনে ।
আহৰি নপান্ত যাইতে সুচিন্তিত মনে ॥২৬২০॥
ৰহিবাৰ দেখি গুৰুজনে জানিলন্ত ।
দিনেক জগতগুৰু তথা নগৈলন্ত ॥
কথা সুখ সময়ত নাৰায়ণ আতা ।
গুৰুজন সমিপত ভৈল উপস্থিতা ॥২৬২১।
মাধৱে বোলন্ত সখি গলয়াক যাহা ।
সেৱকৰ মধ্যে তুমি কৃষ্ণ কথা কহা ॥
আজি যাইবে নপাৰিবো গাৱ ভাল নয় ।
শুনিয়া ঠাকুৰ আতাৰ তথাকে চলয় ॥২৬২২॥
পাছে ঠাকুৰ আতা কৃষ্ণ কথাক কহয় ।
সেৱক সকলে প্ৰেমানন্দতে শুনয় ॥
পাছে গুৰুজনে হৰি বল্লভক কৈলা ।
কথা শ্ৰৱণতে তুমি এখনতে চলা ॥২৬২৩॥

## হৰিবল্লভ আতৈৰ অদ্ভুত ভাৱে শ্ৰীমাধৱদেৱৰ দৰ্শন

আজ্ঞা অনুসাৰে আতৈ কথা সুখে যান্ত ।
দেখে গুৰুজনে কৃষ্ণ কথাক কহন্ত ॥
সুনিশ্চিত ৰূপে আতৈ ভাৱে মনে মনে ।
ইঠাৱক লাগি গুৰু আইল কোন ক্ষণে ॥২৬২৪॥
এহিবুলি আশ্চৰ্য্যতে বৰপেটা গৈলা ।
তথাত বসিয়া আছে গুৰুক দেখিলা ॥
পুনৰপি শীঘ্ৰগতি গলয়াক গৈই ।
তথাতে দেখন্ত গুৰুজন আছে বই ॥২৬২৫॥
দেখি উলতিয়া আসি পূৰ্ব্বৰ ঠাৱত ।
শুতি আছে গুৰুজন আনন্দ মনত ॥
পাছে হৰি বল্লভ পৰিলা দণ্ডৱতে ।
ঈশ্বৰৰ শ্ৰেষ্টা বাপ জানিবো কিমতে ॥২৬২৬॥
দণ্ডেকৰ পথ বাপ আয়াযাত কৈলো ।
দুইঠায়ে একৰূপে দেখিবাৰে পাইলো ॥
তোমাৰ মহিমা কিছু নজানোহো আমি ।
শুনিয়া মাধৱে বোলে শুনিয়োক তুমি ॥২৬২৭॥
আমাসাৰ পৰিচৰ্য্যা কৰিয়া থাকন্তে ।
প্ৰসঙ্গ সুখক তুমি যাইবে নপাৰন্তে ॥
যেমনে কৰিলা খেদ তেমনে দেখিলা ।
বিস্ময় নকৰা তুমি কথা সুখে চলা ॥২৬২৮।
শুনিয়া বোলন্ত বাপ প্ৰয়োজন নাই ।
জানিলো সেৱায়ে মোৰ কথা সুখ হয় ॥
এহিমতে গুৰুজনে ৰহিয়া স্থানত ।
গলয়াৰ স্থানে কৃষ্ণ কথা উচ্চাৰন্ত ॥২৬২৯॥
একদিনা কৰ্ণপূৰ দ্বিজক কহিলা ।
ভাগৱত শাস্ত্ৰ দুই প্ৰসঙ্গৰ বেলা ॥
ব্যাখ্যা কৰি ভকতক শ্ৰৱণ কৰাইবা ।
শুনিয়া সেৱক সবে সন্তোষিত হৈবা ॥২৬৩০॥
গুৰু বাক্যে ভাগৱত সেহিদিন ধৰি ।
কহে কৰ্ণপূৰে মহা আনন্দক কৰি ॥

* শঙ্কৰাচাৰ্য্য যোগসিদ্ধ অৱস্থাত যেনেকৈ মৃতক দেহৰপৰকায় প্ৰবেশ হৈছিল । সেইদৰে চৰিত্ৰৰ গুৰু আৰু আতাসকলৰ যোগসিদ্ধ অনিম অ দিয়ে শৰীৰত লংঘন কৰি অদ্ভুত কথা দৰ্শন হয় ।

## শ্ৰীৰাম আতাৰ ভিক্ষা. আতৈক সৰ্পদংশে নাম গাওঁতে গাওঁতে সৰ্প বিষ উৰে

সকলো ভকতে ভিক্ষা কৰিবাক যান্ত ।
দিনেক শ্ৰীৰাম আতা ভিক্ষাক গৈলন্ত ॥২৬৩১॥
নাৰায়ণ আতা আসি আতাক নাপাই ।
কৈক গৈল শ্ৰীৰাম বুলি আনন্দে সোধই ॥
গুৰুবোলে গৈল ভিক্ষা কৰিবাক প্ৰতি ।
শুনিয়া ঠাকুৰ আতা গৃহক গৈলন্তি ॥২৬৩২॥
ভোজনৰ দ্ৰব্যলৈয়া খৰাহিত ভৰি ।
শ্ৰীৰাম আতাক আসি দিলন্ত সাদৰি ॥
সেহিদিনা ধৰি সৰ্ব্ব সেৱকে দেখিয়া ।
আতাৰ ভোজন দ্ৰব্য দেন্ত সাদৰিয়া ॥২৬৩৩॥
ভিক্ষ য়ে যাইবাৰ আৰ নাহি প্ৰয়োজন ।
ভক্তকো দিয়ন্ত আতা বৃদ্ধিৰ কাৰণ ॥
সাপেখোৱা ৰাম আতৈ ভিক্ষাক চলন্ত ।
কালসৰ্প গোটে দংশে দক্ষিণ পাৱত ॥২৬৩৪॥
দেখিয়া মৰণ জানি তথাতে বসিলা ।
মাধৱ দেৱৰ পাদ পঙ্কজ স্মৰিলা ॥
মুখেনাম তাৰ সৰ সৰি কৰি ।
ক্ষণেকতে সৰ্পৰ বিষক দুৰ কৰি ॥২৬৩৫॥
উন্নতি আসিয়া গুৰু জনত জনাইলা ।
গুৰু বোলে নামধৰ্ম্ম মন্ত্ৰপ্ৰায় কৈলা ॥
পাছেৰাম আতৈ গুৰু চৰণে কহিল ।
মৃত্যুহৈবে বুলি মনে নিশ্চয় জন্মিল ॥২৬৩৬।
অন্তকালে তযুনাম বিনে আন নাই ।
জানিয়া নামক লৈলো তৰণ উৰাই ॥
এতেকতে তযুপাৱে চিত্ত দৃঢ় কৰি ।
নাম উচ্চাৰন্তে বিষ গুছিল সন্তৰি ॥২৬৩৭॥
শুনি মাধদেৱে হাসি বুলিলা বচন ।
ভালমতে জানি লোহো তোমাসাৰ মন ॥
কৰিলাৰ গুৰু বৰপেটাক আসন্ত ।
গহৰ মুঢ়াত বসি বান্দৰে মাতন্ত ॥ ৬৩৮॥

## কৰিলাৰ গুৰু আতৈৰ হাতত শুক্ৰ বানৰে শ্ৰীৰাম আতালৈ এটি আম দিয়ে

শুনা কৰিলাৰ গুৰু আম গুটি নিয়া ।
শ্ৰীৰাম আতাক দিবা প্ৰণাম জনায়া ॥
শুনিয়া ব্ৰাহ্মণ কথা কাকো নেদেখন্ত ।
কিবা অসম্ভৱ বুলি আগে চলি যান্ত ॥২৬৩৯॥
পুনু সেহিমতে ডাক দিয়ে দেখি তথা ।
হৰি প্ৰদেশক তেহো চলিলন্ত যথা ॥
বৃহত শৰীৰ এক বান্দৰ দেখিলা ।
হাতে পকা আম্ৰধৰি তেখনে বুলিলা ॥২৬৪০॥
আম্ৰগুটি শ্ৰীৰাম আতাক দিয়ো নিয়া ।
আমাৰ প্ৰণাম কৈবা অৱনত হৈয়া ॥
এহিবুলি আম্ৰ দিলা কৰিলাৰ হাতে ।
আশ্চৰ্য্য মানিয়া লৈয়া গৈলা আচৰিতে ॥২৬৪১॥
পাছে আম্ৰ নিয়া শ্ৰীৰাম আতাক দিয়া ।
তাহাৰ সকল কথা কৈলা বিবৰিয়া ॥
সেহিদিনা প্ৰভাততে কৈলা গুনজন ।
শ্ৰীৰাম পাইবাহা আজি দ্ৰব্য বিতোপন ॥২৬৪২॥
আমাক নিদিয়া তাক নুভুঞ্জা একল ।
আতাও চলিলা গৃহে বুলি ভাল ভাল ॥
ক্ষণিকতে দ্বিজবৰে আম্ৰ আনি দিল ।
তাহাৰ কাহিনী মানে কহিল সকল ॥২৬৪৩॥
পাসৰিল আতা আম্ৰ গুটিক লভিয়া ।
প্ৰসঙ্গৰ অন্তে আধা ভোজন কৰিয়া ॥
অৰ্দ্ধেক থৈলন্ত পাছে কৰণীত নিয়া ।
পাছে অন্ন ৰান্ধি আতা আছন্ত ভুঞ্জিয়া ॥২৬৪৪॥
সেহি সময়ত অন্তৰ্য্যামী গুৰুজন ।
আতাৰ বহাত গৈয়া ভৈলা উপসন ॥
জল ভৰা লাউগুটি বেৰত ঠেকায়া ।
আধা আম্ৰ গুৰুজনে ভুঞ্জিবাক লৈয়া ॥২৬৪৫॥

## গুৰুজনৰ ভক্তাৱশেষ গ্ৰহণ, ৰাঙ্গন আৰু আমগুটি ৰোপন

আতাবোলে গুৰুদেৱ আমি তল গৈলো ।
অৰ্দ্ধেক ভুঞ্জিয়া আম্ৰ কৰণ্ডিত থৈলো ॥
ভকতৰ অৱশেষ ভুঞ্জিবাক পাই ।
তাক নুভুঞ্জিলে মহা পাতক সঞ্চই ॥২৬৪৬॥

এহিবুলি একখণ্ড মুখ মধ্যে দিলা ।
ওঠিসমে শেষ পুনু কৰতিত থৈলা ॥
তাহিবেলা সকলো সেৱক সঙ্গ কৰি ।
আম ৰোপনক লাগি লৈলা ধৰবাৰী ॥২৬৪৭॥
পথত যাহাতে এক দাণ্ডৰি আসিয়া ।
হঠাৎ গুৰুৰ পাদ পঙ্কজে পৰিয়া ॥
প্ৰাণত্যাগি তৈতে চতুৰ্ভুজ ৰূপ ধৰি ।
সবাৰো দৰ্শনে গুপৰক লৈলা জৰি ॥২৬৪৮॥
দেখিলা সেৱক সবে সুবিস্মিত মনে ।
গুৰুৰ লগত ছলি যান্ত অনুক্ষণে ॥
পাছে গুৰুজনে আমগোট বীজ দিয়া ।
বাৰীত ৰোপন কৈলা নিজ হাত দিয়া ॥২৬৪৯॥
সেহি মিঠা আম ছিল বহুদিন ধৰি ।
চাৰিশত বৰ্ষ অন্তে ভাগি গৈল মৰি ॥
সেহি গুৰু গাছে নানা খণ্ড খণ্ড কৰি ।
সেৱকে আজিয়ো থৈছে সেৱা বস্তু কৰি ॥২৬৫০॥
সেহিমতে ৰাজন কেতেকি ৰূপিছিলা ।
আজি ধৰি আছে মহা সেৱ্য দ্ৰব্য হৈলা ॥
* গণকুছি স্থানে পছে ৰাজন প্ৰধান ।
নেহি ফুল অন্য সমে নোহয় তুলন ॥২৬৫১॥
একঠা মাটিমান জুৰিয়া আছয় ।
চাৰিফালে জোহাৰৰ হেঙ্গাৰে বেৰয় ॥
এহিমতে গুৰু জগতৰে হিতকাৰী ।
কৰিলা ঝুমুৰা দধি মথন বিচাৰি ॥২৬৫২॥

## নাৰায়ণপুৰৰ ভাটকুচি গ্ৰামৰ কেশচৰণ আতাৰ ধৰ্ম্ম গ্ৰহণ

আনো নানা খেলাৰ কৰিলা গীতচয় ।
সেৱক সবলে দেখি আনন্দ কৰয় ॥
* টেপাই কাঠৰ পুত্ৰ শ্ৰীকেশৱ নাম ।
উত্তৰ পাৰৰ ভাট কুচি যিটো ধাম ॥২৬৫৩॥
প্ৰকাশ ভৈলন্ত গুণে ৰূপে সুশোভন ।
হৰিৰ ভকতি সুখে সদা যাৰমন ॥
গৃহত নাহিকে ৰতি ভকতি বিচাৰে ।
অনিচ্ছাতে পিতামাতা বিবাহক কৰে ॥২৬৫৪॥
কিছুকালে পিতা পৰলোক ভৈল ।
শ্ৰাদ্ধ বিধি কৰি সিটো উদাসীনে ৰৈল ॥
জঞ্জাল ভৈলেক ভাৰ্য্যা দুঃখ কৰে মনে ।
এক সময়ত আতা ধানৰ নৌকা সনে ॥২৬৫৫॥
চলিয়া আগতে পাইলা পাত্ৰৰ সন্নিকটে ।
আৰ্য্যাৰ মৰণ হৈলা কৈলা সো চাৰণে ॥
শুনি আতা আনন্দিয়া জলত পৰিলা ।
স্নান কৰি বস্ত্ৰ পৰিধানক কৰিলা ॥২৬৫৬॥
জঞ্জাল তুলিল বল কৰিলা সৰ্ব্বথা ।
গ্ৰামৰ সমস্ত ভাৰ কিছু নাহি সেথা ॥
কিছুদিন পৰে মাধৱ দেৱৰ কথাক ।
শুনিয়া নিশ্চয় কৈলা ধৰ্ম্ম ধৰিবাক ॥২৬৫৭॥
কিমতে চলিয়া যাইবো উপায় কি কৰি ।
চত্তিৰৰ কটকীৰ দৈলন্ত উচৰি ॥
জাই শিৰী দিতে তেহো যাইতে চাই ।
আমাক নিয়োক বুলি আতাক কহই ॥২৬৫৮॥
কটকীৰ সঙ্গে আতা গৈলা ভাটি ধৰি ।
বৰবিষ্ণু আতা ঘাট পাইল পাৰ কৰি ।
নৌকা এৰি আতাৰ গৃহক চলি গৈলা ।
দুইজন আতা পাছে একত্ৰিত ভৈলা ॥২৬৫৯॥
মাধৱ দেৱৰ যশ গুণ অনুপাম ।
সকলো শুনিয়া আতা ভৈলা উপসাম ॥
পৰদিনা বিষ্ণু আতা সঙ্গ কৰি লৈলা ।
দুয়োজন আতা মাধ গুৰু পাশে গৈলা ॥২৬৬০॥
শঙ্কৰ দেৱৰ কীৰ্ত্তনৰ দিৱসত ।
কীৰ্ত্তন ঘৰত গুৰু বসিয়া আছন্ত ॥
দুইজন আতা তৈকে গৈলা ধীৰে ধীৰে ।
কেশ আতা ঠগি আনি লৈলা নিজকৰে ॥২৬৬১॥
গুৰুৰ আগত থৈয়া প্ৰণাম কৰিল ।
কৰিলা জিজ্ঞাসা গুৰু এওঁ কোন আইল ॥
বিষ্ণু আতা সকলো কহিলা তাৰক্ষণে ।
ৰহিবাক বাসাগৃহ দিয়াধা তেখনে ॥২৬৬২॥
ধৰ্ম্ম ধৰি কেশ আতা মহাৰঙ্গ মনে ।
গুৰুৰ চৰণ সেৱি ৰহিলা সিঠানে ॥
এহিমতে ক্ৰম হন্তে সেৱক আসিয়া ।
গুৰু ধৰ্ম্ম ধৰি আসি থাকন্ত সেৱিয়া ॥২৬৬৩॥
জনিয়াত নাৰায়ণ আতা মহাজন ।
গুৰুৰ স্থানক সদা কৰন্ত গমন ॥
দিনেক গৃহৰ কাৰ্য্যে স্থানান্তৰে গৈলা ।
সিদিনা শ্ৰীৰাম সমে গুৰু চলি গৈলা ॥২৬৬৪॥
নাহিকয় আতা দেখি গুৰুৰে পুছিলা ।
ভিতৰৰ হন্তে আই সম্বাদ কহিলা ॥
মনুষ্যৰ শ্ৰেষ্ঠা দেখাই তথা গুৰুজন ।
শালৰ বস্ত্ৰক গুৰু কৰিলা ছেদন ॥২৬৬৫॥

ক্ষমিক নৰহি গুৰু বৰপেটা আইলা ।
নাৰায়ণ আতা আসি সি কথা শুনিলা ॥
তাৰ্য্যাক ক্ৰোধিয়া আতা মহা ভয় মনে ।
টকা বস্ত্ৰ লৈয়া আতা চলিলা তেখনে ॥২৬৬৬।
* ঘোষা মাতি আতা গুৰু জনাৰ আগত ।
ক্ষমাক প্ৰাৰ্থনা কৰৈ হয়া প্ৰণিপাত ॥

## অতি ক্ৰোধি ভকতৰ মৃত্যুত সৰ্পজন্ম আৰু গুৰুৰ কৃপাত পুনৰ উদ্ধাৰ

শুনি গুৰু জনে দুই পৰম হৰিষতে ।
ঠাকুৰ আতাক আশ্বাসিলা তুলি হাতে ॥২৬৬৭॥
* গুৰু সেৱক পাণ পসাৰী আছিল ।
গুৰুৰ কৃপায়ে জাতিস্মৰ নুগুছিল ॥
বৰপেটা স্থানে গুৰু জনৰ ওচৰ ।
আসিয়া প্ৰসঙ্গ শুনৈ এক সৰ্পবৰ ॥২৬৬৮॥
অন্তৰ্য্যামী গুৰু এক আধাৰি পকায়া ।
সৰ্প বসিবাৰ হেতু থোৱাইলন্ত নিয়া ॥
প্ৰতিদিনে সৰ্প আসি বসি সিথানত ।
প্ৰসঙ্গত নাম যশ শুনে প্ৰতিনিত ॥২৬৬৯॥
দিনেক বিলম্ব দেখি সিটো সৰ্প গুটি ।
অতি বেগে চলি আসে নাপেক্ষিয়া তৈতি ॥
প্ৰসঙ্গক আসে চতুৰ্ভুজ বালক দাস ।
পাছে পাছে আসে সৰ্প কৰিয়া প্ৰয়াস ॥২৬৭০॥
আচম্বিতে আসে সৰ্প তাৰাসবে দেখি ।
ভয় ভৈলা দংশে বুলি খানিকো নাপেখি ॥
দুইজনে বোলে ইটো আমাক দংশিতে ।
আইল সৰ্পগোট দ্ৰুত গতি আচম্বিতে ॥২৬৭১॥
বুলিয়া চপৰা গোট মাথাত হানিলা ।
চোট পায়া সৰ্পগোট প্ৰাণক চাৰিলা ॥
প্ৰসঙ্গত বসি দুয়ো প্ৰসঙ্গ কৰিলা ।
পাছে গুৰুজনে ভক্ত সবত সুধিলা ॥২৬৭২॥
আজিক্কেনে সৰ্প ভক্ত উপস্থিত নাই ।
বালক দাসে বোলে এক সৰ্প মাৰিচয় ॥২৬৭৩॥
আমাসাৰ পাছে পাছে লৰৰিয়া আইল ।
দংশিবে আসিছে জানি চপৰা হানিল ॥
সেহি চোটে সৰ্প প্ৰাণচাৰি পথে ৰৈলা ।
আমি অজ্ঞানীৰ মহা অপৰাধ ভৈলা ॥২৬৭৪॥

শুনি গুৰুজনে মৃত সৰ্পক অনাইলা ।
নিৰ্ম্মালী বস্ত্ৰদিয়া পোত্তায়া থোৱাইলা ॥
সিদিনাৰ ৰাত্ৰি সৰ্পে দিব্যৰূপ ধৰি ।
সেৱকৰ বহা বহা সেৱন্ত সাদৰি ॥২৬৭৫॥
আমাক উদ্ধাৰ কৈলা আবে গুৰু জন ।
বুলি বৈকুণ্ঠক গৈলা দেখে ভকতগণ ॥
সেৱকে দেখিয়া গুৰু চৰণে জনাইলা ।
হাসি গুৰুজনে তাৰ বৃত্তান্ত কহিলা ॥২৬৭৬॥
ভকতক ক্ৰোধকৰি সৰ্পজাতি হৈয়া ।
নামৰ প্ৰসঙ্গে গৈলা সংসাৰ তৰিয়া ॥
জানি নকৰিবা ক্ৰোধ ভকতক লাগি ।
সাদৰি ভকত জনে হৈবা মহা ভাগি ॥২৬৭৭।
এহিমতে সেৱকক গুৰু দেখাইলন্ত ।
শুনিয়া সেৱক মহা আনন্দ ভৈলন্ত ॥
অনন্তৰে বৰক্ষেত্ৰি বিলাতৰ লোক ।
সবিনয়ে জনাইলন্ত মাধৱ দেৱক ॥২৬৭৮॥
কৃপাকৰি আমাৰ বিলাতে চলি গৈয়া ।
সবাকে উদ্ধাৰ কৰা পদধূলা দিয়া ॥
মহা তুষ্ট মনে গুৰু সেৱক সহিতে ।
চৰাবৰি ঠাইত ৰহিলন্ত হয়া প্ৰীতি ॥২৬৭৯॥
বিদ্যাধৰ নামে এক গণক আসিয়া ।
ধৰ্ম্মৰ বিপক্ষে কিছু কথাক কহিয়া ॥
আছন্ত দেখিয়া গুৰু অসন্তোষ মনে ।
ক্ৰোধকৰি গুৰু জনে বুলিল তেখনে ॥২৬৮০॥
নৰনাৰায়ণ ৰাজা লক্ষেক পণ্ডিতে ।
শঙ্কৰৰ মত কিছু নাপাৰি খণ্ডিতে ॥
ৰাজাহন্তে দুঃখপায়া পণ্ডিত পলাইল ।
আবে খণ্ডাইবাক অজ্ঞগণক আসিল ॥২৬৮১॥
ক্ৰোধ কৰি গুৰুজনে যাইবাক উঠিল ।
দেখি সৰ্ব্বলোকে আসি চৰণে পৰিল ॥
হীনবুদ্ধি মূৰ্খৰ দোষক মৰসিয়ো ।
ভৃত্য বুলি কিছুদিন এথাতে ৰহিয়ো ॥২৬৮২॥
পাছে তুষ্ট হৈয়া মাধগুৰু ৰহিলন্ত ।
সকলো ৰায়তে আসি ধৰ্ম্ম ধৰিলন্ত ॥
কিছুদিনে গুৰুজন ফিৰিয়া চলিলা ।
জাবৰি কুছিৰ গৃহে গধূলা ৰহিলা ॥২৬৮৩॥

---

* ঘোষা— কোটি কোটি ঘোৰ অপৰাধ আমি কৰি আছো দুৰাসয় । হে হৰি মোক দাসহেন মানি ক্ষমিয়োক কৃপাময় ॥—

সেৱৰত সোধে গুৰু পুথি আছে নাই ।
কোঁচৰ মুৰাৰি বোলে আছে মোৰ ঠাই ।
এহিবুলি ৰত্নাৱলী পুথি আনি দিলা ।
ৰাম চৰণ ঠাকুৰক পঢ়িবে বুলিলা ॥২৬৮৪॥
ঠাকুৰে পঢ়য় শাস্ত্ৰ আখৰ অশুদ্ধ ।
দীৰ্ঘ হ্ৰস্ব বৰ্ণ ভেদ সকলে বিৰোদ্ধ ॥
গুৰুজনে বোলে তুমি শুদ্ধে নপঢ়স ।
ঠাকুৰে বোলয় যেন আছয় বিশেষ ॥২৬৮৫॥
শুনি গুৰুজনে অচ্যুতক আদেশিল ।
তেবে ছায়া বোলে লিখনত যি মিল্লিল ॥
কাহাৰ লিখন বুলি মাধৱে পুচিলা ।
আমিসে লিখিলো বুলি মুৰাৰি কহিলা ॥২৬৮৬॥
খঙ্গিয়া মাধৱদেৱ বুলিলন্ত বাণী ।
হাওৰে পাপিষ্ঠ শাস্ত্ৰ তত্ত্বক নজানি ॥
ৰত্নাৱলী লিখিবাক কৰিলি উঠনি ।
ক কাৰ নজানি লেখ ৰত্নাৱলী আনি ॥২৬৮৭॥

## ভুলকৈ পুঠি লিখাত অচ্যুতৰ জগৰ

শাস্ত্ৰলোপ কৰতই অশুদ্ধ কৰিয়া ।
পুৰ্ব্বত আছিলি দৈত্য আসুৰিক হৈয়া ॥
বেদ চুৰি কৰিনিয়া ধৰ্ম্মৰ অনিষ্ট ।
কৰিয়া আছিলি তই পৰম পাপিষ্ঠ ॥২৬৮৮॥
এখনো আসিয়া কৰ ধৰ্ম্মক হৰণ ।
কতশ্ৰমে কৈলো শাস্ত্ৰ তাহাক নজান ॥
মুখ নেদেখাস তই শীঘ্ৰে হৱ দুৰ ।
বোলন্তে অন্তৰি গৈল নাথাকিল আৰ ॥২৬৮৯॥
পাছে গুৰুজনে মহা আনন্দিত মনে ।
থানত আসিয়া ৰহিলন্ত অনুক্ষণে ॥
মালাচাত বৰবিষ্ণু আতা আছিলন্ত ।
সকলো লোকক ধৰ্ম্ম কথাক শিখান্ত ॥২৬৯০॥
আতাকেসে গুৰু বুলি সকলে জানয় ।
গুৰুজনে কথা কৈলে তাক নুশুনয় ॥
কিছুদিন থাকি আতা বৰপেটা আসি ।
সিকথা কহিয়া গুৰু জনত প্ৰকাশি ॥২৬৯১॥
কৰা কৃপাময় গুৰু একবাৰ তথা ।
সেৱক সহিতে যেন যাইবাহা সৰ্ব্বথা ॥

তোমৰাক দেখি দক্ষিণৰ লোক মানে ।
ধৰ্ম্মৰ গৰাকি বুলি আপোনাক জানে ॥২৬৯২॥
শুনি কহিলন্ত মাধদেৱে ৰঙ্গ কৰি ।
আগে চলি গৈয়া সৱে আয়োজন কৰি ॥
আমাক জনাইবা আসি চলিবো তেখনে ।
শুনি আতা গৈল আতি আনন্দিত মনে ॥২৬৯৩॥
গৃহ পায়া সমস্ত লোকক জ্ঞান দিলা ।
গুৰুজন আজ্ঞা সৰ্ব্ব লোকক কহিলা ॥
তথাপি ঐকাৰে কাৰ্য্য ৰায়ত সকল ।
আপুনি আসিয়া আতা গুৰুত জনাইল ॥২৬৯৪॥
পাছে ঠাকুৰ আতাক পাঞ্চিলা গুৰুজন ।
দক্ষিণক গৈলা লোকা নাপেক্ষি তেখনি ॥
মালাচাত বিষ্ণু আতা লোকক আনিল ।
ঠাকুৰ আতায়ে বিষ্ণু আতাক গৰ্জ্জিল ॥২৬৯৫॥
কেমন পুৰুষ তুমি গুৰু বাক্যে হেলা ।
অতদিনে যাত্ৰাৰ কাৰ্য্যক নকৰিলা ॥
এহিমতে আতা আৰ স্ফটিক কৰিলা ।
দেখিয়া আছয় গুৰু সকলে জানিলা ॥২৬৯৬॥
ভয় হুয়া ভাৱনাৰ কথা যত যত ।
সকলো প্ৰজায়ে শীঘ্ৰে আসি কৰিলন্ত ॥
ঘৰৰভা আদিকৰি যত কৰ্ম্ম চয় ।
আয়োজন কৰিলন্ত দেখি আতাতয় ॥২৬৯৭॥
অনুক্ৰমে বিষ্ণু আতা গুৰুত জনাইল ।
সকলো সেৱক সমে গুৰু তৈকে গৈল ॥
যাত্ৰা কৰিবাৰ চো মুখ্য নিৰন্তৰ ।
সেৱকে কৰিলে তৈতে নানান প্ৰকাৰ ॥২৬৯৮॥
ভাৱৰিয়া সমস্তক ভাৰ বন্তি দিল ।
তাত গুৰুজনে মহা আনন্দে কহিল ॥
নৃসিংহৰ ভাৱগুটি মোৰ অৰ্থে থৈয়ো ।
অন্যভাৱ সকলো সেৱকে বান্তি লৈয়ো ॥২৬৯৯॥
সেহিমতে ভাৱনাৰ সৰ্ব্ব কাৰ্য কৰি ।
মাধৱ দেৱক আতা জনাইল সাদৰি ॥
পাছে মাধদেৱে সেৱকক আজ্ঞা দিল ।
দেশ দেশান্তৰৰ সকল প্ৰজা আইল ॥২৭০০॥
সহস্ৰ প্ৰদীপ ভোটা মাটাক লগাইল ।
জ্যোতিৰ্ম্ময় সভাখান সুশোভন ভৈল ॥
গায়ন বায়ন বৰ ধেমালি বজাইল ।
অগ্নিগড় লগাই সুধাৰী প্ৰবেশিলা ॥২৭০১॥

## মালাচাৰ বৰবিষ্ণু আতাৰ থাইত নৃসিংহ যাত্ৰা আৰু মহাপুৰুষ শ্ৰীমাধৱদেৱৰ নৃসিংহৰ ভাৱ দৰ্শন

সূত্ৰশ্লোক অনুসৰি নানা ভাৱ কৰি ।
প্ৰবেশ কৰিলা নৰসিংহ ৰূপ হৰি ॥
নৃসিংহৰ প্ৰবেশ ভৈলন্ত যিটো কালে ।
পৃথিৱী সৰগ নজানিল লোক ভ'লে ॥২৭০২॥
নৃসিংহৰ ভাৱ গ্ৰাহি সাক্ষাততে হই ।
হিৰণ্য কশিপু হিয়া নখে বিদাৰয় ॥
দুইগোটা আন্ত্ৰ আনি মস্তকত দিল ।
দেখি মহাভয়ে সৰ্ব্ব সমাজ উঠিল ॥২৭০৩॥
নাৰায়ণ আতা পাছে নিৰ্ভয় কৰিলা ।
আশ্বাস বচনে সমজ্যাক স্বস্থ কৈলা ॥
প্ৰহলাদ আসিয়া তুতি কৰিলা যখন ।
নৃসিংহৰ ভাৱ এৰি বসে গুৰুজন ॥২৭০৪॥
কশিপুৰ মুখা যিবাজনে পিন্ধিছিলা ।
তাহাৰ শৰীৰে কিছু পীড়া নজন্মিলা ॥
এহিমতে যাত্ৰা শেষ ভৈগৈল যখন ।
মাধৱ ঈশ্বৰ বুলি জানি সৰ্ব্ব জন ॥২৭০৫॥
নানা ভক্তি ভাৱে সৰ্ব্বজনে প্ৰণামিলা ।
সকল স্থানৰ প্ৰজা ধৰ্ম্মক ধৰিলা ॥
পাছে গুৰু কিছুদিন ৰহি মালাচাত ।
নৌকা আৰোহন কৰি চলিলা প্ৰভাত ॥২৭০৬।
কলহী নামত নদী পৰম পবিত্ৰ ।
তাৰ পাৰে যত গছ পৰম বিচিত্ৰ ॥
অনুক্ৰমে চমৰিয়া দেখিয়া চলিলা ।
পথগতি যান্তে পাছে হাৰাম দেৱ পাইলা ॥২৭০৭॥
কিছুদিন তাৰহন্তে আসিল উন্নতি ।
বৰপেটা আসি পুনু পাইলন্ত প্ৰকটি ॥
ঠাকুৰ আতা জানিয়া স্থানক চলি গৈলা ।
সেৱক সকলো নিজ নিজ স্থানে ৰৈলা ॥২৭০৮॥
একদিনা গুৰু বুঢ়া আতাক পাছিলা ।
আই গোসানীৰ ঠাই বাৰ্ত্তালৈতে চলা ॥
গুৰু বাক্যে আতা আই গোসানীৰ ঠাই ।
পশিয়া বাতৰি লৈলা প্ৰণামিয়া পাই ॥২৭০৯॥
একজুপি লাউছিল গৃহৰ উপৰে ।
একগুটি পাৰিদিলা গুৰুজন তৰে ॥
লাউদিয়া আইৰ সব বাতৰি জনাইল ।
গুৰুবোলে এই লাউ আই কৈত পাইল ॥২৭১০॥
কহিলা গৃহোপৰি লাউ এক জুপি ছিলা ।
লাগিবাৰ অৰ্থে এটি এখানে পঠাইলা ॥
বোলে মোৰ কোন আছে কাহাক লগাইবো ।
একগুটি বঢ়াবো জন্যে লৈয়া যাইবো ॥২৭১১॥
শুনি গুৰুজনে ক্ৰোধকৰি আদেশিল ।
কাটি আসা লাউ বুলি আতাক পাছিলা ॥
মনে বিমৰিষি আতা পুনৰপি গৈয়া ।
লাউ কাটিবাৰ আজ্ঞা কৈলা বিৱৰিয়া ॥২৭১২॥
আইবোলে গুৰুবাক্যে কাটা শীঘ্ৰ কৰি ।
আতা ভাবিলন্ত আৱে কিমতে আচৰি ॥
কাটিলে বেজাৰ পাইবে শ্ৰীমতী গোসানী ।
নাকাটিলে গুৰু বাক্য পৰয় এখনি ॥২৭১৩॥
উভয় কাৰ্য্যক ভালে কৰিবে লাগয় ।
এহিবুলি হেন্দালী খানিক নিৰূপয় ॥
চালহন্তে নমাই হেন্দালীত তুলি দিলা ।
একগুটি ঠাল লাউৰ কাটিয়া আনিলা ॥২৭১৪॥
গুৰুজনে খেদকৰি মনত আছন্ত ।
জানো লাউ কাটে আই বেজাৰ পাৱয় ॥
হেন সময়ত আতা সিসব কাহিনী ।
গুৰুক নমিয়া কহিলন্ত বিদ্যামানি ॥২৭১৫॥

## পুহ মাহত নাহৰ ফুলেৰে ঈশ্বৰ পূজা

শুনি ৰঙ্গে গুৰুজনে ধন্য ধন্য বুলি ।
মথুৰা দাসক আশীৰ্ব্বাদ দিয়া তুলি ॥
বাক্যকো ৰাখিলা আই বেজাৰো নপাইলা ।
কিনো বিচক্ষণ বুদ্ধি তোমাৰ মিলিলা ॥২৭১৬॥
এহিবুলি প্ৰসংশা কৰিয়া গুৰুজন ।
আশীৰ্ব্বাদ কৰিলন্ত আতাক তেখন ॥
সেৱকো আনন্দ ভৈলা কথা বিতোপন ।
বুঢ়া আতা প্ৰণামিয়া চলিলা ভৱন ॥২৭১৭॥
আৰু একদিনা গুৰু সেৱকে সহিতি ।
কৃষ্ণ কথা কহে সৰ্ব্ব সেৱকে তহিতি ॥
অকস্মাতে গুৰুজন বচন বুলিলা ।
নাগেশ্বৰ পুষ্প কিবা এখনে ফুটিলা ॥২৭১৮॥
শ্ৰীৰাম আতাবোলে ৰাপ ফুটিয়া আছয় ।
আনিদিতে পাৰি যদি তয়ু আজ্ঞা হয় ॥
শুনিয়া সেৱকে বোলে আচৰিত কথা ।
পৌষ মাসে সিটো ফুল নুফুলে সৰ্ব্বথা ॥২৭১৯॥

শুনিয়া শ্ৰীৰাম আতা বিষাদে চলন্ত ।
কোথা পুষ্প পাইবো বুলি মনত চিন্তন্ত ॥
কেমনে গুৰুৰ বাক্য ৰাখিবাক পাৰি ।
কৈত পুষ্প পাইবো বুলি ফুৰন্ত বিচাৰি ॥২৭২০।
আতাক যাইবাৰ দেখি মাধৱে কহিলা ।
দেখাহা শ্ৰীৰামে পুষ্প ফুটাইবাক লৈলা ॥
শ্ৰীৰামৰ বাক্যে পুষ্প অৱশ্যে ফুটিব ।
কদাচিতো তান বাক্য বিফল নহৈব ॥২৭২১॥
আতায়ো অন্বেসি নানা বৃক্ষক চাহিলা ।
সকলো বৃক্ষতে পুষ্প কোৰকো নপাইলা ॥
দেখে কাথনিৰ এক বৃক্ষতলে গই ।
একগুটি ডালে পঞ্চ পুষ্পক দেখই ॥২৭২২॥
মহানন্দে পুষ্পৰ থোপাক আনিলন্ত ।
ভক্তি ভাৱে গুৰুজন আগত দিলন্ত ॥
হস্তপদ্মে লৈয়া গুৰু সেৱকে কহিলা ।
শ্ৰীৰামে অকালে ইটো পুষ্পক ফুটাইলা ॥২৭২৩।
হেন কহি গুৰুজনে হস্ত পদ্মে লৈয়া ।
একৈক পাহিক বাটি সেৱকক দিয়া ॥
এক পুষ্প গুৰুজনে পৰিধান কৈলা ।
শ্ৰীৰাম আতাকো এক পুষ্পক অৰ্পিলা ॥২৭২৪॥
ককিলাৰ গুৰু নামে বিপ্ৰ একজন ।
হাতে কৰি ঘনখীৰ ভাণ্ড একখন ॥
মাধৱ দেৱক দিয়া প্ৰণাম কৰিলা ।
দেখি গুৰুবোলে আধা ভাণ্ডক আনিলা ॥২৭২৫॥
বিপ্ৰে বোলে দুগ্ধ ৰাখি মুখ বান্ধি আছো ।
তাহাক মুকলি কেৱে নকৰে দেখিছো ॥
পূৰ্ণ ভাণ্ড আনি আছো কিছু কম নাই ।
গুৰুবোলে মুখমেলি দেখিয়ো এঠাই ।২৭২৬॥
শুনি মুখমেলি শীঘ্ৰে সাক্ষাতে দেখিলা ।
দুই ভাগ এৰি এক ভাগ কম ভৈলা ॥
আঙুলীৰ চিহ্ন আছে ক্ষীৰক নিবাৰ ।
দেখিয়া বিস্ময় ভৈলা দ্বিজ বাৰম্বাৰ ॥২৭২৭॥
থকৰ বকৰ কৰে মহা শোক মনে ।
দেখিয়া মাধৱে বোলন্ত তেখনে ॥
আপুনি জানাহা দুগ্ধ খাইলা কোনজনে ।
পৰিল স্বপ্নৰ কথা ব্ৰাহ্মণৰ মনে ॥২২২৮॥

## মাধৱৰ মৰলৰ অনাচাৰত দৰিদ্ৰ আৰু সদাচাৰত ধন সম্পন্ন

স্বপ্নে আসি এক শিশু ব্ৰাহ্মণৰ ঘৰ ।
ঘন ক্ষীৰ ভাণ্ডগোট আনিয়া সত্বৰ ॥
মুখ মেলি লৈয়া পাছে ক্ষীৰক ভুঞ্জিলা ।
দেখি নিবাৰিতে মোৰ শকতি নভৈল ॥২৭২৯॥
খায়াদায়া শিশুগুটি অদৰ্শন ভৈলা ।
শুনি মাধদেৱে বোলে আমি জানি পাইলা ॥
লৱণ চোৰায়ে খাইলে আৰ কাক ধৰা ।
সিকথাক লাগি তুমি খেদক নকৰা ॥২৭৩০॥
হেনমতে সিটো ক্ষীৰ মাধৱ ঈশ্বৰ ।
সেৱক সহিতে ভুঞ্জিলন্ত নিৰন্তৰ ॥
ঈশ্বৰৰ শ্ৰেষ্টাক দেখান্ত গুৰুজন ।
মনুষ্যে কিজানে সিটো কথা অদৰ্শন ॥২৭৩১॥
* মাধৱ মৰলে আসি কথাক পোছয় ।
বহু উপাৰ্জ্জন কৰে তথাপি নাতয় ॥
গুৰুবোলো অনাচাৰে অধৰ্ম্ম আচৰা ।
সিকাৰণে অনাতন দুখ ভুঞ্জি মৰা ॥২৭৩২॥
শেহৰাত্ৰি তিৰীগোটে ভাতক ৰান্ধয় ।
প্ৰভাত সময় তাক সকলে ভুঞ্জয় ॥
হালবায় তিনিপৰ দিবস পৰ্য্যন্ত ।
হালবায়া থাকে দুঃখ দিয়া অপৰ্য্যন্ত ॥২৭৩৩॥
শুচি সঞ্জ মন নাই নেদা ভকতক ।
আপুনি আৰ্জ্জিয়া ভুঞ্জা খেতিৰ অন্নক ॥
হুই নুই ইটো কথা ভাবিয়া দেখিয়ো ।
আজি হন্তে সেহি অধৰ্ম্মক নকৰিয়ো ॥২৭৩৪॥
শুনিয়া মৰলে বোলে অভ্যন্তৰ কথা ।
সকলে জানিলা গুৰু নাহি অন্য অথা ॥
পৰম ঈশ্বৰ গুৰু আন বাক্য ধৰোঁ ।
বুলিয়া এৰিল সেহি হন্তে অনাচাৰো ॥২৭৩৫॥

## গোবিন্দ তাতিৰ সূতাচোৰত অনাটন আৰু চুৰ কৰিবলৈ এৰাত উভৈনদী

পৰ বৰ্ষে ধন ধান্য ভৈল অপৰ্য্যন্ত ।
গুৰুজন ঠাইত আসি দ্ৰব্য লগাইলন্ত ॥
গোবিন্দ নামত তাতি গুৰুক সেৱিলা ।
ভোজন কৰিলা কিবা গুৰুৱে পুছিলা ॥২৭৩৬॥

তান্তি বোলে ঘৰত নাহিকে ধান চাউল ।
খেতিকো কৰোহো নাটে খাইবাৰ বিকল ॥
গুৰু বোলে তান্তি তুমি অধৰ্ম্ম কৰাহা ।
কাপৰ বৈবেক দিলে সূতাক ৰাখাহা ॥২৭৩৭॥
সেহি পাপে লক্ষ্মী নাথাকয় তবঘৰে ।
খাইব নাটয় তেবে তব বংশ তবে ॥
আজি ধৰি কিঞ্চিতেকে সূতা নাৰাখিবা ।
খাইবাৰ আটিব কিছু সঞ্চয় কৰিবা ॥২৭৩৮॥
শুনি সেহি দিনা ধৰি সূতা নাৰাখয় ।
ধনধান্য ভৈল পাছে ধৰ্ম্মৰ উদয় ॥
এহিমতে জগতৰ গুৰু কৃপাময় ।
বৰপেটা স্থানে নাম ধৰ্ম্ম প্ৰকাশয় ॥২৭৩৯॥
পাছে গুৰু জনে সেৱকত অনু দিনে ।
নাম ধৰ্ম্ম প্ৰকাশিয়া থাকন্ত তখনে ॥
* ৰঙ্গিয়াল গৃহ কৰিবাক মন ভৈল ।
চাৰিয়ো দিশৰ সেৱকক জ্ঞান দিল ॥২৭৪০॥
বেত বাংশ শাল্ল কাষ্ঠ পাট কৰাছয় ।
সকলো সেৱকে স্থান স্থানৰ আনয় ॥
বিচিত্ৰ সূতাৰ চিত্ৰ কাৰক আনিল ।
ভেটি বান্ধি স্থান খান পৰিস্কাৰ কৈল ॥২৭৪১॥
খুটা চৌতি ফুকাম নিৰ্ম্মিলা বিচক্ষণ ।
হেঙ্গুল হাইতালে ফুল বাচি স্থানে স্থান ॥
খুটা পুতিলন্ত চৌতি প্ৰতি খোটালিত ।
ওপৰত তুলি খুটা সমস্ত দিলন্ত ॥২৭৪২॥

## ৰঙ্গিয়াল গৃহৰ আৰম্ভ

একগুটি চৌতি অৰ্দ্ধ হাত চুটি ভৈল ।
দেখিয়া সেৱকে গুৰু জনত জনাইল ।
আপুনি মাধৱ দেৱে জুখিয়া দেখিলা ॥
স্বৰূপ জানিল এক বেগত কমিলা ॥২৭৪৩॥
পাছে গুৰু জনে চৌতি গোটক ধৰিয়া ।
শকতি প্ৰকাশি নিয়া ওপৰে তুলিয়া ॥
হস্তেক প্ৰমাণ আৰ তাৰ বৃদ্ধি ভৈলা ।
পাছে গুৰুজনে যদুমণিক বুলিলা ॥২৭৪৪॥
গুৰু বাক্যে চৌতি গোট কান্ধে কৰি ধৰি ।
সূতাৰে কাটিলা তাক কৰতেৰে ধৰি ॥
সন্তোষ লভিয়া যদুমণিক কহিল ।
ভীমৰ সমান আছে দেখো তোৰ বল ॥২৭৪৫॥
এতেকে তোমাৰ নাম ভৈল ভীম সেন ।
আজি ধৰি ভীম বুলি মাতে লোকে যেন ॥
ঈশ্বৰ সেৱক শক্তি দেখাইবাক প্ৰতি ।
অসাধ্য কৰ্ম্মক গুৰু দেখাল তহিতি ॥২৭৪৬॥
চল্লিচ লোকৰ ভাৰ চৌতিটি গধূৰ ।
একণে তুলিলা গুৰু খুটাৰ ওপৰ ॥
একা যদুমণি আতে তকি কান্ধে ধৰে ।
ইমত শকতি কিবা মনুষ্য লোকৰে ॥২৭৪৭॥
পাছে ঠাকুৰ আতা সেৱকত কহিলন্ত ।
ঈশ্বৰৰ হস্তস্পৰ্শে সুদীঘ ভৈলন্ত ॥
আক আচৰিত তোৰা নামানা মনন্ত ।
বৃন্দা বনিয়া বস্ত্ৰ বৃদ্ধি ভৈল যেন মত ॥২৭৪৮॥
তাত পৰে চাল খানি বান্ধিবাক লৈলা ।
আপুনি গুৰুৱে পঞ্চনখি গাঠি দিলা ॥
* (ক) ঠাকুৰ আতা চৰাই নখি গাঠি নিৰূপিল
দেখিবাক লাগি গাঠি বিচিত্ৰিত ভৈল ॥২৭৪৯॥
এহিমতে দেন্ত গাঠি সেৱক সকল ।
ছালৰ বন্ধন গাঠি দিল অবিকল ॥
বাৰ্ট্টেয়ে চৌতিত লতা ফুলক বাচন্ত ।
দেখি মাধদেৱে হাসি বচন বোলন্ত ॥২৭৫০॥
যিমতে কাটিলা লতা আমি সেহিমতে ।
* (খ) কৰো ঘোষা গুটি তাক জানা ভালমতে ॥
এহিবুলি লতা বচা ঘোষাক কৰিলা ।
শুনিয়া সেৱকে মহা আনন্দিত ভৈলা ॥২৭৫১॥
অনুক্ৰমে খুটা চৌতি মাৰলি থাপিয়া ।
তাহাৰ ওপৰে ছাল সব নিল দিয়া ॥
ঘৰ চাইলা ফুলাখেৰে বহুতৰ আনি ।
চোৰৱৰ ঘৰ যেন ভৈলন্ত তখনি ॥২৭৫২॥
ৰূণা ৰূপুৱালী ৰাঙ্গপটাক মাৰিলা ।
চৌতি মাৰলি খুটা সবে নিয়োজিলা ॥
নানা ধাতু বিচিত্ৰিত কৈলা বেৰচয় ।
সকলে দেখন্ত গৃহ স্বৰ্ণ ৰৌপ্যময় ॥২৭৫৩॥
ঈশ্বৰ ইচ্ছায়ে ভৈল ঘৰ বিতোপন ।
ৰাজা প্ৰজা শুনিলা গৃহৰ গুণ গণ ॥
তান্তি কুছিৰ লোক সকল আসিলা ।
ৰাম যাত্ৰা কৰিবাক গুৰুক প্ৰাথিলা ॥২৭৫৪॥
চাৰি কুৰি টকা গুৰুজন আগে দিলা ।
গুৰুজনে যাত্ৰাৰ সবে দ্ৰব্যক কিনাইলা ॥
শ্ৰীমাধদেৱে সুন্দৰ নটুৱাক কৈল ।
ৰাসৰ প্ৰতিমা তুমি কৰিয়ো সকল ॥২৭৫৫॥

---

* (খ) লতাকটা ঘোষা ঃ— ৰাম কৃষ্ণ ৰাম হৰি ৰাম চন্দ্ৰ ৰাম ৰাম শ্ৰীৰাম দেৱ ৰঘুপতি । হে প্ৰভু ৰঘনাথ প্ৰণামো দমায়া মাথ তুমি মোৰ হৈবা নিজ গতি ॥ ইত্যাদি ॥

সীতা গোসানীৰ প্ৰতিমাক তান লগে ।
বিচিত্ৰ কৰিয়া সাজা যাক যৈত লাগে ॥

### শ্ৰীমাধৱদেৱৰ ৰাম যাত্ৰা নাট ৰচনা

ভাৱ ভাৱৰীয়া মানে নিয়ম কৰিয়ো ।
মোৰ দৰে ৰামৰ প্ৰতিমাক সাজিয়া ॥২৭৫৬।
শক্তি প্ৰকাশিয়া নিজ শৰীৰে দেখাইলা ।
সেহিমতে ৰাম চন্দ্ৰ প্ৰতিমা সজাইলা ॥
ৰথ-ধ্বজ-হনু-সুগ্ৰীৱ-বিভীষণ ।
অঙ্গদ-লক্ষ্মণ-মহামন্ত্ৰী-জাম্বুবান ॥২৭৫৭॥
সকলো সাজিয়া যাত্ৰা আৰম্ভণ কৈলা ।
সকলো প্ৰজায়ে আসি ঘৰক ভৰিলা ॥
ধেমালি বজায়া সূত্ৰধাৰী নৃত্য কৰে ।
যাৰ যেন ভাৱ তাক সকলো আচৰে ॥২৭৫৮॥
সভাত বসিলা মাধদেৱ ৰঙ্গ মনে ।—
ৰামৰ স্বৰূপ দেখিলন্ত সৰ্ব্ব জনে ॥
মহা সচকিতে লোক যতেক আছিল ।
সাক্ষাতে ঈশ্বৰ মাধদেৱক মানিল ॥২৭৫৯॥
ধন্য ধন্য আমাসাৰ সৌভাগ্য বিধান ।
যাত্ৰাত দেখিলো ঈশ্বৰক বিদ্যমান ॥
এহিবুলি সৰ্ব্বলোক চৰণে পৰিয়া ।
ঘৰা ঘৰি গৈলা মাধদেৱক নমিয়া ॥২৭৬০॥
একদিনা মাধদেৱ বৰপেটা স্থানে ।
নাম ধৰ্ম্ম প্ৰকাশন্ত আনন্দিত মনে ॥
আসিল ভাস্কৰ গুৰু উপনিত ভৈল ।
গুৰুক জনাইবে লাগি ভকতক কৈল ॥২৭৬১॥
কহিয়ো গুৰুক ভাস্কৰ আসি ভৈলা ।
এক কঠে বসি সিটো কঠাল ভুঞ্জিলা ॥
সিকথা শুনিয়া গুৰু তাৱক্ষণে নিয়া ।
সুধিল সকল কথা আনন্দিত হৈয়া ॥২৭৬২॥
মান্য কহি গুৰুক কহিলা দ্বিজবৰ ।
শঙ্কৰৰ ধৰ্ম্ম অতিশয় শ্ৰেষ্ঠতৰ ॥
তোমাসাৰ ভকতিক কৰিলোহো সাৰ ।
কৰিয়োক কৃপা যেন ভৱে হওঁ পাৰ ॥২৭৬৩।
এহিবুলি ভাস্কৰ আসিলা নিজ ঘৰ ।
শঙ্কৰৰ ধৰ্ম্মশ্ৰেষ্ঠ বুলি বাৰম্বাৰ ॥
মাধৱে কহিলা ধৰ্ম্ম কৰিয়া প্ৰচাৰ ।
শুনিয়া সেৱকে কৰে আনন্দ বিস্তাৰ ॥২৭৬৪॥

এহিমতে আনো নানা চৰিত্ৰ বিস্তৰ ।
সকলো বৰ্ণনা কৰে হেন শক্তিকাৰ ॥
অনন্ত মহিমা যাক বেদে নজানয় ।
হেন ঈশ্বৰৰ লীলা কোনে পাৰ পায় ॥২৭৬৫॥
ৰূপাবৰ লস্কৰ নৰসিংহ বলাই ।
মাইদৰিয়া গোপাল আৰু ব্ৰাহ্মণ কানাই ॥
সিসবে আসিয়া গুৰু ধৰ্ম্মক ধৰিলা ।
গুৰুৰ চৰণ সেৱি সকলো ৰহিলা ॥২৭৬৬॥
মাসেকে পখেকে সবে সেৱক আসয় ।
গুৰুৰ চৰণ বন্দি কৃত কৃত্য হয় ॥
একদিনা ৰূপাবৰ লস্কৰ আসিয়া ।
মাধৱ দেৱক ভক্তি ভাৱে প্ৰণামিয়া ॥২৭৬৭॥
গুৰুজনে বোলে ৰূপাবৰ মহাবল ।
* ধাল-তৰোৱাল দেখি পৰম বিশাল ॥
তৰোৱালে ধাৰ দিয়া দিনে কতবাৰ ;
আতৈ বোলে দিৱসত দিওঁ একবাৰ ॥২৭৬৮॥
গুৰুবোলে আমাসাৰ খাণ্ডা গুৰুতৰ ।
ভৱ সংসাৰক ছেদি কৰে চাৰ খাৰ ॥
সেৱকে প্ৰাৰ্থয় বাপ ধালে কিবা কৰে ।
গুৰু বোলে দেখাও শক্তি তোমাৰ চালৰে ॥২৭৬৯॥

### হৰিচৰণ ঠাকুৰৰ দক্ষিণকোল যাত্ৰা

শুনি ৰূপাবৰে পাছে বাৰু চাট দিলে ।
দেখিয়া সেৱকে ভয়ে সকম্পিত ভৈলে ॥
আৰ ছাট মাৰিবাক গুৰু নিষেধিলা ।
দখিন কোলৰ ভক্ত সকলে প্ৰাথিলা ॥২৭৭০॥
কাৰণে জাইবাক প্ৰতি আয় আদেশিলা ।
হৰি চৰণ ঠাকুৰ দক্ষিণক প্ৰতি গৈলা ॥
শঙ্কৰৰ ধৰ্ম্ম বুলি সেৱকে কহয় ।
সকল প্ৰজায়ে মাধদেৱক বোলয় ॥২৭৭১॥
অসন্তোষ মনে সৰ্ব্ব দ্ৰব্য পৰিহৰি ।
আপোন গৃহক আইল মন দুঃখকৰি ॥
শুনি মাধদেৱে হৰি চৰণক কৈলা ।
ধন্য শঙ্কৰৰ পুত্ৰ সাধুকাৰ্য্য কৈলা ॥২৭৭২॥
শঙ্কৰেশে গুৰু ধৰ্ম্ম গুৰু শঙ্কৰ বৰ ।
শঙ্কৰৰ ধৰ্ম্ম বিনে নাহি ধৰ্ম্ম আৰ ॥
এহিবুলি ঠাকুৰক দ্ৰব্য বস্ত্ৰ দিয়া ।
গৃহক পথাইলা তান মন সন্তোষিয়া ॥২৭৭৩॥

একদিনা ভৈলা শ্ৰীশঙ্কৰৰ তিথি ।
মহা মহোৎসৱ ভৈলা আনন্দৰ তথি ॥
মহাপুৰুষ ঠাকুৰ আতা আদি কৰি ।
সকল সেৱক গৈলা মহানন্দ কৰি ॥২৭৭৪॥
দামোদৰ দ্বিজবৰ নাহি নমানন্ত ।
শুনিয়া মাধৱ দেৱে ক্ৰোধে বুলিলন্ত ॥
আগক লাগিয়া তাঙ্ক বচনে নামাতা ।
তাৰ আমাসাৰে ভৈল সঙ্গ পৰি চেতা ॥২৭৭৫॥
এহিমতে অনন্ত চৰিত্ৰ মাধৱৰ ।
সাৱশেষ কৰিবাক পাৰে কোননৰ ॥
বংশাৱলী শাস্ত্ৰে পাইলো শুনি আছো যথা ।
স্মৰণ আছয় তাৰ যিটো যত কথা ॥২৭৭৬॥
হৃদিশ্বৰে উদয় কৈলা মনত যিমত ।
পদছন্দে নিবন্ধন ভৈলেক সিমত ॥
মহামুৰ্খ ভক্তিহীন জানিয়া আমাক ।
অপৰাধ ক্ষমাকৰা সকলো সেৱক ॥২৭৭৭॥
* পূৰ্ব্বৰ পুৰুষ পুৰুষোত্তম বৰুৱা বৰ ।
তেহো লভিলন্ত ধৰ্ম্ম বদুলা আতাৰ ॥
তাহান বংশৰ মই দীননাথ বৰুৱা ।
আতাৰ স্থানৰ চিৰকালৰ ধৰুৱা ॥২৭৭৮॥
নমো গুৰুজন কৰা চৰণে উদ্ধাৰ ।
সদা নুগুছোক মুখে ৰাম নাম সাৰ ॥
এহিমানে কৃপা কৰা সন্ত ভক্ত লোক ।
ডাকি ৰাম কৃষ্ণ বোলা পাতক চাৰোক ॥২৭৭৯॥

## ঝুমুড়ি

গুৰুবাক্য লঙ্ঘন দোষত শ্ৰীমাধৱদেৱে দুজন ভকতক জগৰ ধৰে । সেইভক্ত দুজনক দামোদৰ দেৱে আশ্ৰয় দি ৰখাৰ কাৰণে দামোদৰ দেৱৰ লগত শ্ৰীমাধৱদেৱৰ বিচ্ছেদ হয়

পাছে ভক্ত দুই জন ।
কৈলা বাক্য উলঙ্ঘন ॥
জগৰ ধৰিয়া গুৰু ।
বাজ কৈলা কল্পতৰু ॥২৭৮০॥
পাছে দুয়ো ছলি গৈলা ।
দামোদৰ পাশ পাইলা ॥
দামোদৰে ৰাখিলন্ত ।
মাধৱে জানিলন্ত ॥২৭৮১॥
ভক্ত পঠাই তাৰক্ষণ ।
দামোদৰ মহাজন ॥
মতাই আনি পুছিলন্ত ।
কেনে তুমি বিপ্ৰসন্ত ॥২৭৮২॥
জগৰীয়া ভকতক ।
ৰাখি দিলা স্থান তাক ॥
দামোদৰে কহে কথা ।
শুনা গুৰু বাক্য যথা ॥২৭৮৩॥
যিবা যৈৰ পৰা যাই ।
তাক যদি নেদো ঠাই ॥
ভক্ত হৈব কেন মতে ।
পাইলে নিবো যৈতে তৈতে ॥২৭৮৪॥
মাধৱে বোলন্ত তুমি ।
ধৰ্ম্মৰ আচাৰ্য্য ভূমি ॥
গুৰু জনে পাতিলন্ত ।
হেন জানি হোৱা সন্ত ॥২৭৮৫॥
জগৰীয়া নাৰাখিবা ।
ৰাখি পাপ নসঞ্চিবা ॥
শুনি দামোদৰে কৈল ।
যিজন যি মত ভৈল ॥২৭৮৬॥
তাত মোৰে নাহি হানি ।
সকলোৰে সম আমি ॥
জগৰ ধৰিছা তুমি ।
নৰাখিবো কেনে আমি ॥২৭৮৭॥
মোৰ শত্ৰু মিত্ৰ নাই ।
যাৰ পাপ সেহি পায় ॥
মোক কিকৰিবে সিটো ।
নেখেদিবো কদাচিতো ॥২৭৮৮॥

* পূৰ্ব্ব পুৰুষ পুৰুষোত্তম বৰুৱাই বদলা আতাক মাটি ভেটি দি কমলাবাৰী সত্ৰ নিৰ্ম্মাণ কৰাইছিল শক ১৫৯৫ আছিল । তেখেতৰ বংশ ৺শ্ৰীদীননাথ বেজবৰুৱাই এই গুৰু চৰিত্ৰ ৰচনা কৰে ১৭৯১ শক মানতে এতিয়া সেই বংশৰ শ্ৰীনীলকমল বেজবৰুৱাই আমাক গুৱাহাটীৰ নিজ প্ৰেছত ৰাখি এই চৰিতখনি প্ৰকাশ কৰাৰ যত্নত তাং ২৫।৩।৮৫ তেখেতে সকলো সুবিধা দিয়ে । সংগ্ৰাহক — ধৰ্ম্মেশ্বৰ নাম লগোৱা. অসম সাহিত্য সভাৰ সম্বৰ্ধিতৰ্য ব্যক্তি কমলাবাৰী সত্ৰৰ দাসানুদাস ।

মাধদেৱে বুলিলন্ত ।
শাস্ত্ৰ নীতি দেখাইলন্ত ॥
তোক বিপ্ৰে নমানন্ত ।
যেন এক মহা সন্ত ॥২৭৮৯॥
বোলে চতুৰ্ভুজে আসি ।
কৰন্ত যদি সুপ্ৰকাশি ॥
তথাপিতো সিটো বাণী ।
নমানোহো নিষ্ট জানি ॥২৭৯০॥
গুৰু শুনি মৌন হৈলা ।
মনত বিষাদ পাইলা ॥
বচন বুলিয়া খৰি ।
তুমি মোৰ নোহো সখি ॥২৭৯১॥
বেদ বাক্য নমানাহা ।
ঈশ্বৰক উলংঘ হা ॥
হৈলা তুমি সৰ্ব্বনাশ ।
তল গৈলা সাসবাস ॥২৭৯২॥
আজি পৰিছেদা হৈল ।
সকল বিফল হৈল ॥
এহি বুলি গুৰুজন ।
দিলা কালা বস্ত্ৰখান ॥২৭৯৩॥
আৱে শীঘ্ৰে চলিয়োক ।
সম্বন্ধৰ ছেদ হৌক ॥
এহিবুলি মৌনে ৰৈলা ।
দামোদৰো গৃহে গৈলা ॥২৭৯৪॥
নমো নমো নাৰায়ণ ।
তুমি নিত্য নিৰঞ্জন ॥
ভকতৰ সঙ্গ দিয়া ।
ৰাম বুলি ৰৌক হিয়া ॥২৭৯৫॥
শঙ্কৰ কিঙ্কৰে ভনে ।
হৰিবোলা সৰ্ব্ব জনে ॥
দীননাথ অতি দীন ।
হৰিবোলো সৰ্ব্ব দিন ॥
সমস্ত সমাজে থাকি ।
হৰি হৰি বোলা ডাকি ॥২৭৯৬॥

পদ

এহিমতে মাধদেৱে জীৱৰ তৰণ ।
উপায় কৰিয়া কৈলা ধৰ্ম্ম বিতৰণ ॥
অনেক সেৱক বিপ্ৰ ব্ৰাহ্মণ আসিয়া ।
গুৰুৰ চৰণে থাকে ভকতি কৰিয়া ॥২৭৯৭॥
সতেক কৰিলা ভকতিৰ ৰস খেলা ।
সিমতে কৰিলা শাস্ত্ৰ ভকতিৰ মেলা ॥
তাক বৰ্ণিবাৰ কাৰ শকতি আছয় ।
জানিয়ো সাধুজনে ক্ষমি হয়াক সদয় ॥২৭৯৮॥
সেৱকে সোধয় কৃষ্ণ কথা সুশোভন ।
কীৰ্ত্তন কৰন্ত গুৰু প্ৰকাশি তখন ।
কৃষ্ণ যশ ৰসত মজিয়া ভক্তগণ ।
আনন্দ মধুৰ মুক্তি কৰৈ দৰিশন ॥২৭৯৯॥
অনেক দেশৰ নানা সেৱক আসিয়া ।
গুৰুৰ চৰণ সেৱি ভকতি কৰিয়া ॥
থাকন্তে পৰম ৰঙ্গে গুৰু কৃপাময় ।
বৰপেটা স্থানে বহু দিবস আছয় ॥২৮০০॥
খৰিকতীয়া ৰাম নামেৰে এজন ।
সকল তীৰ্থত ক্ৰমে কৰি পৰ্য্যটন ॥
ক্ৰমে গৈয়া বদৰিকা শ্ৰমক পাইলা ।
মন্দিৰৰ কাষে পাছে সুতিয়া ৰহিলা ॥২৮০১॥
প্ৰভাতে উঠিয়া দেখে ভক্তে নাম গায় ।
মধ্যত বসিয়া আছে মহন্ত গোসাই ॥
প্ৰসঙ্গতে দেউৰী পাছে প্ৰসাদ দিলন্ত ।
গাৱ ধোৱা নাই বুলি তাক নলৈলন্ত ॥২৮০২॥
দেখিয়া মহন্ত জনে বুলিলা বচন ।
স্নান কৰি আসা তেবে হ্ৰদত এখন ॥
শুনি লাউ পাটী কন্থা তীৰত ৰাখিল ।
হ্ৰদে নামি মহা আনন্দতে বুড় দিলা ॥২৮০৩॥
জলৰ উঠিয়া দেখে জগন্নাথ পাইলা ।
মাৰ্কণ্ডেয় হ্ৰদে লাউ পাটি নাদেখিলা ॥
বিস্ময়তে জগন্নাথ দৰ্শন কৰিয়া ।
পৰিয়া ৰহিলা দুঃখে ক্ৰন্দন কৰিয়া ॥২৮০৪॥
পাছে জগন্নাথ প্ৰভু স্বপ্নত চেতাইলা ।
চলি যাস উজান দেশক আৱে ভালা ॥
যৈতে লাউ পাটি পাইবি তথাতে ৰহিবি ।
মাধৱক মোক বুলি ভকতি কৰিবি ॥২৮০৫॥
চেতন লভিয়া আতৈ কৃত কৃত্য মানি ।
উজান দেশক লাগি আসিলা তখনি ॥
অনুক্ৰমে আসি বৰপেটা স্থান পাইলা ।
মাধৱ দেৱক দেখি প্ৰণাম কৰিলা ॥২৮০৬॥
সোধন্তে সকলো কথা কহিলা আতাই ।
অন্তৰ্য্যামি গুৰুজনে স্নানক পাঠাই ॥
ৰবপেটা বিলে আতৈ জলত নামিলা ।
ডুবদিয়া উঠি খটখটিত উঠিলা ॥২৮০৭॥

## অসুৰালী ভট্টাচাৰ্য্যৰ লগত শ্ৰীমাধৱদেৱৰ বিবাদ

বদৰিকাশ্ৰমে দ্ৰুপতীৰে যাক থৈলা ।
সেহি লাউ কণ্ঠাপাটি সাক্ষাতে লভিলা ॥
জগন্নাথদেৱ বাণী স্মৰণ কৰিয়া ।
মাধৱক সেহি জগন্নাথক জানিয়া ॥২৮০৮॥
আথেবেথে গৈয়া দণ্ডৱতে পৰিলন্ত ।
উদ্ধাৰ কৰিয়ো বাপ বুলি প্ৰাৰ্থিলন্ত ॥
দেখি গুৰুজনে পাছে শৰণ কৰাইলা ।
ধৰ্ম্মলভি সেৱকৰ সঙ্গত ৰহিলা ॥২৮০৯॥
সেৱক সহিতে গুৰু ৰহিয়া আছন্ত ।
মহা বিষদৃশ কাৰ্য্য ভৈলা উপগত ॥
বাদিক অজ্ঞানী দ্বিজ শাস্ত্ৰ নবুজয় ।
মাধৱ দেৱক জিনিবাক নপাৰয় ॥২৮১০॥
এহিমতে মাধদেৱ বৰপেটা স্থানে ।
ভকতি প্ৰকাশ কৰে মহাৰঙ্গ মনে ॥
অসুৰাৰি ভট্টাচাৰ্য্য সুত একজন ।
শান্তিপুৰে পঢ়ি শাস্ত্ৰ বৈলা অনুক্ষণ ॥২৮১১॥
বিদ্যামানী হয়া গুৰুজন স্থানে আইল ।
দেখি সমাদৰে গুৰু আসন দিয়াইল ॥
নানা তৰ্ক বিতৰ্ক শাস্ত্ৰৰ কথা আনি ।
মাধৱ দেৱক কন্ত গৰ্ব্ব কৰি বাণী ॥২৮১২॥
শিৱ-ব্ৰহ্মা-দেৱী-দেৱ আনো যত যত ।
সবাকে আছিবে লাগে মনুষ্য জন্মত ॥
পাছে মাধদেৱে বেদান্তৰ সাৰ কথা ।
দ্বিজৰ আগত ব্ৰহ্ম নিৰূপন যথা ॥২৮১৩॥

## ছালিত নৃত্যৰ প্ৰদৰ্শন আৰু বিঘাতন

প্ৰকৃতি আশ্ৰয় কৰে সৰ্ব্বকালে যাক ।
প্ৰকৃতিত ভৈল জাত দেৱতা প্ৰত্যেক ॥
মহাকল্প অৱসানে তাৰা যাইবে কৈক ।
ব্ৰহ্মাদিৰো গতিকেনে তাক কহিয়োক ॥২৮১৪॥
এহিমতে আনো সব কথা যত আনি ।
দ্বিজৰ আগত কহিলন্ত তত্ত্ব বাণী ॥
জিনিবাক দ্বিজে কিছু উপায় নপাইলা ।
লজ্জা পায়া পাছে সিটো গৃহক চলিলা ॥২৮১৫॥

তাৰপিতা অসুৰাৰি সিকথা শুনিয়া ।
গুৰু জন ঠাইক আইল আচৰিত হয়া ॥
পৰম সাদৰে বসুৱাইয়া গুৰুজন ।
আগমণ কাৰণ সুধিলা তেতিক্ষণ ॥২৮১৬॥
বিপ্ৰে বোলে ৰঙ্গিয়াল গৃহ চাইতে আইলো ।
তোহোকো দেখিয়া মহা আনন্দক পাইলো ॥
কিবা নাচ-গান আমি দেখিবাক চাওঁ ।
কৃপাকৰি দেখাইলেসে আনন্দক পাওঁ ॥২৮১৭॥
অন্তৰ্য্যামী গুৰু সিটো সকলে জনায় ।
সিসব দেখাইতে মন কৰিলা নিশ্চয় ॥
বাজনা বজায়া ছালি নৃত্য দেখাইলন্ত ।
স্ত্ৰী কাছে কছাই পাছে নৃত্য কৰাইলন্ত ॥২৮১৮॥
দেখি অসুৰাৰি পাছে গৃহক চলিলা ।
পুত্ৰ সঙ্গকৰি ৰাজা ঘৰ প্ৰবেশিলা ॥
আন ব্ৰাহ্মণক লগ কৰি দ্বিজ বৰ ।
মাধৱ দেৱৰ নামে কৰিলা গোচৰ ॥২৮১৯॥
নমানয় বেদশাস্ত্ৰ অনাচাৰ কৰে ।
বেদৰ বিহিত মানে সবে পৰিহৰে ॥
সুবৰ্ণ ৰজত দিয়া গহক নিৰ্ম্মিয়া ।
কপট আচাৰে লোক জনক ভুলায়া ॥২৮২০॥
যুৱতী সবক নাসে বেসে নছুৱায় ।
উদাসীন বুলি লোক সমাজে দেখায় ॥
বাদ কৰিবাক গৈলে অন্যকথা কৈই ।
মহাবাজে আনি বাদ কৰাৰে জুৰাই ॥২৮২১॥
হেন শুনি ৰঘুৰাজা ক্ৰোধে আদেশিলা ।
গুৰুক আনিবে প্ৰতি সুৰানন্দ গৈলা ॥
খেল নৌকাখনে আসি ঘাটত চপাইলা ।
বাপৰৰ লক্ষৰক দেখিবাক পাইলা ॥২৮২২॥
আদৰ কৰিয়া বাপাৰৰক মাতিলা ।
কহিল হাজোক যাইতে ৰাজা আদেশিলা ॥
মাধৱ দেৱক দেখাকৰি চলি যাও ।
ভাল ভৈল তুমি তাঙ্ক দেখাক কৰাও ॥২৮২৩॥
শুনিয়া লক্ষৰ গুৰু জনত জনাইল ।
আসোক বুলিয়া মাধদেৱে আজ্ঞা দিল ॥
চিলাৰাইৰ পুত্ৰ ৰঘু ৰাজা গুণবান ।
নৰনাৰায়ণ পুত্ৰ লক্ষ্মী নাৰায়ণ ॥২৮২৪॥

তাত কাল ভৈল দেখি নৰনাৰায়ণ ।
ৰঘুক দিলন্ত অৰ্দ্ধ ৰাজ্য তেতিক্ষণ ॥
পূৰ্ব্বৰ খণ্ডৰ ৰাজা ৰঘুৰৰ ভৈল ।
কামৰূপ সিকাৰণে কৰতল হৈল ॥২৮২৫॥
সিকাৰণে ৰঘুৰাজা কৰিয়া আদেশ ।
মাধৱ দেৱক মিলা কৰিয়া বিদ্বেষ ॥
মাধৱৰ আজ্ঞা শুনি পাছে সুৰানন্দ ।
নামঘৰে সোমাই কহিলন্ত সিটো মন্দ ॥২৮২৬॥
অনন্তৰে তৈক লাগি মাধৱ আসিলা ।
দেখি সুৰানন্দে উঠি আৰক চলিলা ॥
সুৰানন্দে গলে বস্ত্ৰ হুয়া প্ৰণামিলা ।
হাজোক পঠাইছে বুলি সুৰায়ে কহিলা ॥২৮২৭॥

## শ্ৰীমাধৱদেৱৰ উপৰত লক্ষ্মী ৰাজাৰ কোপ

ভক্ত নামলৌক আমি দেখিবাক আইলো ।
আনিয়ো সকল ভক্ত ৰবাপক কৈলো ॥
শুনি গুৰুজনে চণ্ড বাক্য শুনি তাৰ ।
আসিবাক আজ্ঞা দিল ভকত সবাৰ ॥২৮২৮॥
যেতিক্ষণে ভক্তসব মন্দিৰ পশিল ।
দুই দুৱাৰত পাছে পহৰা মাৰিল ॥
কয়দ ভৈলেক ভক্ত সুৰানন্দে দেখি ।
গল বস্ত্ৰে কৈলা গুৰু জনক নাপেক্ষি ॥২৮২৯॥
ৰাজ আজ্ঞা হৈছে নিবে বন্ধন কৰিয়া ।
হস্তক যুগল বাপ কৰিয়ো আনিয়া ॥
শুনি গুৰুজনে হাত মেলিয়া বসিলা ।
দুয়ো হস্তোপৰি মুখ মোহাক থাপিলা ॥২৮৩০॥
সহস্ৰেক টকা উপদিক চাহিলা ।
ভিক্ষাকৰি দিবোবুলি গুৰুৱে কহিলা ।
তথাপিতো শত টকা অনায়া কৈলন্ত ।
হাতৰ পামোহা গুছাই বাক্য বুলিলন্ত ॥২৮৩১॥
ভোজন কৰিয়া আজি সুখে ৰহিয়োক ।
প্ৰভাতে উঠিয়া যাইবো ৰাজা মণ্ডপক ॥
ভকত সবকো এৰি দিয়া মন্দমতি ।
ভোজনক কৰি প্ৰভাততে চলিলন্ত ॥২৮৩২॥
নৌকা যানে গৈয়া পাইলা বিজয় পুৰক ।
মাধৱ আসিল বুলি জনাইলা ৰাজাক ॥
ৰাজাবোলে বাপৰৰ ঘৰত ৰাখিয়ো ।
দুই চাৰি দিন পাছে আমাক ভেটায়ো ॥২৮৩৩॥
সুৰানন্দে বাপৰ গৃহত থৈলা নিয়া ।
গৃহক গৈলন্ত গুৰু জনক নমিয়া ॥

## শ্ৰীমাধৱদেৱৰ সৈতে ব্ৰাহ্মণৰ বাদ

গন্ধৰৰ মাজি হৰি কৃষ্ণৰ সেৱক ।
আইল তেতিক্ষণে গুৰুজনা দেখিবাক ॥
নিকটতে চৈই ঘৰ কৰিয়া দিলন্ত ।
সেহিঘৰ গুৰুজন সুখে ৰহিলন্ত ॥২৮৩৪॥
অনেক প্ৰকাৰে মাজি সেৱাক ধৰিলা ।
দেখি গুৰুজন মহা সন্তোষ লভিলা ॥
ব্ৰাহ্মণ সকলে বহু শাস্ত্ৰক বিচাৰে ।
বাদে মাধৱক যেন জিনিবাক পাৰে ॥২৮৩৫॥
যদুমণি আতৈ গুৰুজনত কহিলা ।
অচিন্তে আচাহা বাপ শাস্ত্ৰ নাচাহিলা ॥
দিবা ৰাত্ৰি শ্ৰম কৰি ব্ৰাহ্মণে বিচাৰে ।
গুৰুবোলে আত কেনে ভয় ভৈল তোৰে ॥২৮৩৬॥
যত যত শাস্ত্ৰ দ্বিজ সকলে মাতিব ।
তাৰাৰ শাস্ত্ৰে তাৰে মুখক ভাঙ্গিব ॥
হেনমতে গুৰুজনে বসিয়া ৰহিল ।
ব্ৰাহ্মণ সকলে পাছে বিচাৰ কৰিল ॥২৮৩৭॥
পুৰ্ব্বে নৰনাৰায়ণে শঙ্কৰ ক নিয়া ।
সকল ব্ৰাহ্মণে বাদে পলাইল হাৰিয়া ॥
এতেকতে মাধৱৰ বিদ্যাক বুজিয়ো ।
ওজা হাতৰক তাৰ ওচৰে পঠায়ো ॥২৮৩৮॥
পৰে দুই চাৰি কৰি ব্ৰাহ্মণ সকল ।
মাধৱক শাস্ত্ৰ প্ৰশ্ন কৰে অবিকল ॥
মাধৱে সকল শাস্ত্ৰ তন্ন তন্ন কৰি ।
কহন্তে শুনিয়া বিপ্ৰগণ গৈল ডৰি ॥২৮৩৯॥

## শ্ৰীমাধৱদেৱৰ যুক্তিত ব্ৰাহ্মণৰ পৰাজয় আৰু ৰাজাই পুনৰ শ্ৰীমাধৱদেৱক থেলে নৌকাৰে কামৰূপত থয়

আলচিয়া বোলে কেনে বাদক কৰিবো ।
বাদত সকলে আমি লজ্জা মাত্ৰ হৈবো ॥
বিদায় দিবাক লাগে ৰাজাত কহিয়া ।
এহিবুলি বাল ভট্টাচাৰ্য্যক পঠায়া ॥২৮৪০॥

ৰাজাক জনাইল এহি মাধৱ সুন্দৰ ।
মহা সদাচাৰী ভক্ত মধ্যে শ্ৰেষ্ঠতৰ ॥
ইহাক আনিবে আমি কদাচ নকৈলো ।
খনাৰ মাধৱ তাঙ্ক আনিবাক কৈলো ॥২৮৪১॥
স্নানৰ কালত যেবে ইমত কহিলা ।
ৰঘুৰাজা মহাৰঙ্গে বুলিবে লাগিলা ॥
অনাচাৰী বুলি মোক আগেয়ে কহিলি ।
এতিয়া কহস তাঙ্ক সদাচাৰী বুলি ॥২৮৪২॥
তোমাৰ শিঙ্গায়ে কহে বোলে ধৰ ধৰ ।
তোমাৰ শিঙ্গায়ে আবে বোলে এৰ এৰ ॥
এহিবুলি সুবৰ্ণ কলসী গোট ধৰি ।
দ্বিজৰ প্ৰদেশে ফেলি দিলা ৰাগ কৰি ॥২৮৪৩॥
শুনা সুৰানন্দ এতিক্ষণে চলি যায়ো ।
মাধৱক নিয়া নিজ মন্দিৰত থৈয়ো ॥
অকাৰণে ব্ৰাহ্মণৰ কথায়ে আনিলো ।
অকাৰণে মহন্তক মনে দুঃখ দিলো ॥২৮৪৪॥
*পাছে সুৰানন্দে মহা মনৰঙ্গ কৰি ।
দিব্য খেল নৌকাখান আনিয়া সাদৰি ॥
তাহাতে তুলিয়া গুৰু জনক আনন্দে ।
আঠাৰ বৈঠায়ে নৌকা বাৱে সুৰানন্দে ॥২৮৪৫॥
ভঙ্গামোৰ ঘাট পাই গুৰুজন ৰৈল ।
সুৰানন্দো পুনৰপি গৃহে চলি গৈল ॥
তাৰ পিতা মাতা সবে ক্ষমাক প্ৰাৰ্থিল ।
তাক দেখি গুৰুজন সন্তোষিত ভৈলা ॥২৮৪৬।

## হৰি কৃষ্ণ আতাৰ সিধা অৰ্পন

হৰি কৃষ্ণ আতৈ শুনি গুৰুজন কথা ।
আগবঢ়াই নিলা আপোনাৰ গৃহ যথা ॥
টকা বস্ত্ৰ সহ ঠগি আগক কৰিয়া ।
বাৰ্ত্তাক সুধিলা তাৰা ভকতি কৰিয়া ॥২৮৪৭॥
সেহি বেলা ঐশ্বৰিকা সিধা এক আইল ।
ক্ষণেক পৰতে হৰি কৃষ্ণও আসিল ॥
আচৰিতে সেৱক সকলে সুধিলন্ত ।
দুইবাৰ সিধা আনি কিসক দিলন্ত ॥২৮৪৮॥
মাধৱ বদতি শুনা সেৱক সকল ।
পূৰ্ব্বৰ সিধাক আনি মুক্ত সবে দিল ॥
পিছত আনিল হৰিকৃষ্ণ স্নান হন্তে :
বিবৰি ভোজন কৰা আনন্দে মনতে ॥২৮৪৯॥

পাছে গুৰু সেৱক ৰহিলা আনন্দতে ।
সাতদিন থাকি আইল ৰাজাৰ নৌকাতে ॥
মহাখেদে থকি আই উৰ্ব্বসী বোলন্ত ।
দদাৰ বাৰ্ত্তাক তুমি কিবা পাইছন্ত ॥২৮৫০॥
এতেকতে নৌকা লৈয়া চলিয়ো সত্তৰ ।
কিবা ভালমন্দ বাপু জানহ খবৰ ॥
পৰে নৌকা লৈয়া ৰাম চৰণ ঠাকুৰ ।
যান্তে দেখিলন্ত পথে মাধৱ ঈশ্বৰ ॥২৮৫১॥
ডাটিযয় নৌকা ৰাম চৰণ আসিছে ।
হেন অনুমান কৰি ডকাইলন্ত পাছে ॥
পাছে ৰাম চৰণে নৌকাক শীঘ্ৰে আনি ।
গুৰুক দেখিয়া উঠি পৰিল প্ৰণামি ॥২৮৫২॥

## শ্ৰীমাধৱদেৱৰ বৰপেটাত নিবাস জ্যো হৰি যৱনৰ শৰণ গ্ৰহণ

গুৰুজনে সকলোৰে বাৰ্ত্তাক লভিলা ।
ৰাম চৰণে অনা নৌকাত উঠিলা ॥
অনুক্ৰমে বৰপেটা ঘাটত চাপিয়া ।
স্থানৰ সকল কথা বাৰ্ত্তাক সুধিয়া ॥২৮৫৩॥
বুলিলা মাধৱ দেৱে সেৱকক প্ৰতি ।
উৰ্ব্বশী আছন্ত শোক চিন্তাকুল আতি ॥
এতেকে এখনে আমি সুন্দৰীক যাইবো ।
বৰপেটা স্থানে তোৰা সকল থাকিবো ॥২৮৫৪॥
পালিবে মথুৰা দাসে হয়া সমাহিত ।
ভকতৰ সুখ দুঃখ জানিবে সতত ॥
এহিবুলি গুৰুজন সুন্দৰীক গৈলা ।
দেখিয়া উৰ্ব্বশী আইৰ আনন্দ মিলিলা ॥২৮৫৫॥
তাত পাছে চ'তা মহগৰক গৈলন্ত ।
সেৱক সহিতে নাম ধৰ্ম্ম প্ৰকাশন্ত ॥
যৱন জ্যো হৰি সদা গুৰুক আসিয়া ।
সেৱা কৰি থাকে ধৰ্ম্ম কথাক শুনিয়া ॥২৮৫৬॥
ধৰ্ম্ম ধৰাইবাক গুৰু নকৰিল মতি ।
পাছে বেহাৰক যাইবে দেখিয়া তহিতি ॥
জ্যো হৰি আতৈ শোকে দুঃখে নিমজিল ।
গুৰুৰ চৰণ চিন্তি ভোজন এৰিল ॥২৮৫৭॥
পাছে গুৰুজনে তাক কৰি অনুগ্ৰহ ।
স্বপ্নত দিলন্ত দেখা পৰম বিগ্ৰহ ॥
বৰপেটা নামঘৰ টুপত আসিয়া ।
শৰণ কৰাইল গুৰু ধৰ্ম্মক চড়িয়া ॥২৮৫৮॥

কহিলন্ত গুৰুজন তুমি শুদ্ধ মতি ।
মথুৰা দাসক কৰা পৰম ভকতি ।

### শ্ৰীমাধৱ দেৱৰ পুনৰ কোচ বিহাৰ যাত্ৰা

এহিবুলি স্বপ্নত ভৈলন্ত অন্তৰ্ধান ।
কৃত কৃত্য হৈয়া আতৈ ভৈলা সচেতন ।।২৮৫৯।।
সাতখানি ভাৰ লৈয়া সত্বৰে চলিলা ।
বসি আছে বুঢ়া আতা দণ্ডৱত কৈলা ।
আতাবোলে কেনে তুমি আমাক আদৰা ।
অন্ত্যজাতি তুমি কেনে মতে সেৱা কৰা ।।২৮৬০।
জ্যো হৰি বদতি বাপ আমি হীন জন ।
তথাপিতো গুৰুজন কৰাইল শৰণ ।।
তোমাক সেবিবে প্ৰতি আদেশ কৰিলা ।
এতেকে আসিলো বাপ নকৰিবা ঠেলা ।।২৮৬১।।
বিস্ময়ে পুছিলা ভক্তি গাইলা কেন কৰি ।
আতৈ বোলে স্বপ্নচলে দিলন্ত মুৰাৰি ।।
এহিমতে স্বপ্নৰ সকল কথা কৈলা ।
শৰণৰ চৰ্চ্চাকথা সমস্তে কহিলা ।।২৮৬২।।
শুনিয়া প্ৰসন্নমনে তাৰ দ্ৰব্য যত ।
সমস্তে থোৱাইলা দ্ৰব্য গুৰু ভৰালত ।।
সেহিদিনা ধৰি আতৈ সততে আসন্ত ।
টুপৰ কাখিত বসি শ্ৰৱণ কৰন্ত ।২৮৬৩।।
পূৰ্ব্বে ধুৱা হাট স্থানে দুই জন গুৰু ।
সন্যাসীৰ কথা শুনি কৰিলন্ত থিৰ ।।
শোভন বেহাৰ তাক যাইবাক ইচ্ছিলা ।
শ্ৰীশঙ্কৰে সি থানত পৃথিৱী এড়িলা ।।২৮৬৪।।
সিকাৰ্য্য সাধিবে মাধদেৱ গুৰু জন ।
যাইবাৰ কাৰণে উদ্দেশিয়া মনে মন ।।
ৰঘুৰাজা কথা মাত্ৰ কৰি অৱলম্ব ।
বেহাৰ যাইবাক মনে নকৰি বিলম্ব ।।২৮৬৫।।
মনত ভাবিল গুৰু ৰাজা ভাল নই ।
ই স্থান এৰিয়া আমি যাইবাক লাগই ।।

### শ্ৰীমাধৱ দেৱে কেশ চৰণ আতাক উজানৰ শ্ৰীপদ্ম আতাক আনিবাৰ পঠায়

কুলকি ব্ৰাহ্মণ কথা শুনি মোক নিল ।
কিন্তু নুসুধিলা মোক ফিৰায়া পঠাইল ।।২৮৬৬।।
যদি বাপ কৰাইল মোহোৰ সঙ্গে হস্তে ।
অবিজ্ঞ ব্ৰাহ্মণ বুলি জানি পান্ত তেন্তে ।।
তুলাক ধুনন্ত যেন ধুনিয়াৰ জনে ।
শাস্ত্ৰবলে ধুনো সিটো বাদিক ব্ৰাহ্মণে ।।২৮৬৭।।
নকৰিলা তাক ৰাজা বিদায়ক দিলা ।
ব্ৰাহ্মণৰ কথা মানে আঁৰে আৰে ৰৈলা ।।
এহি বুলি গুৰু কেশ আতাক বুলিলা ।
নৌকা আনিবাক তুমি উজানক চলা ।।২৮৬৮।।
আমাৰ ধৰ্ম্মক ধৰি শ্ৰীবংশী গোপাল ।
উজান দেশত তেহো ৰহি আছে ভাল ।।
তাহাক কহিবা নৌকা দিয়াক পঠাই ।
আমাৰ হে আছে মন যাইবে আন ঠাই ।।২৮৬৯।।
সলখক যাইবো সেৱকৰ বাৰ্ত্তা লৈবা ।
আসিবে পুৰুষ জন সাদৰে অনিবাঁ ।।
শুনি কেশ আতা গুৰু বাক্য শিৰে ধৰি ।
উজানে যাইবাক চলিলন্ত ডৰ ডৰি ।।২৮৭০।।
নাৰায়ণ আতা আদি সেৱক সকল ।
চৰণে পৰিয়া গুৰু জনত জনাইল ।
পূণ্য ভূমি একখণ্ড ৰাজাত খুজিয়ো ।
তাত ৰহিবাক প্ৰতি মনক কৰিয়ো ।।
শুনি মাধদেৱে ভূমি খুজি বাক প্ৰতি :
ভক্ত পঠাইলন্ত ৰঘু ৰাজাৰ সন্নিতি ।।
পথতে ব্ৰাহ্মণে সিটো ভক্তক দেখিয়া ।
কিসৰ কাৰণে আইলা পোছে জিজ্ঞাসিয়া ।।২৮৭২।।
পূণ্য ভূমি খুজিবাক গুৰুৱে পঠাইলা ।
বুলিয়া কহন্তে দ্বিজ সকলে বুজিলা ।।
ৰাজাত কহিয়া মাটি দিয়াবো এখন ।
বুলিয়া ৰাজাত গৈয়া জনাইলা তখন ।।

### শ্ৰীমাধৱ দেৱৰ হাজো গমণ

শুনা মহাৰাজ মাধদেৱৰ কাহিনী ।
সত্ৰ কৰিবাক লাগে পূণ্য ভুমি খানী ।।
ৰাজাবোলে পূণ্য ভূমি কৈত কহিয়োক ।
ব্ৰাহ্মণে কহিলা পথ কাশী গোকুলক ।।২৮৭৪।।
অবিবেকি ৰাজা ব্ৰাহ্মণৰ কথা মানি ।
আজ্ঞা কৰিলন্ত যাউক সিঠাইক এখনি ।।
পাছে দূতে আসি গুৰুজনত কহিলা ।
গুৰুজনে বোলে সিটো স্থান নুখুজিলা ।।২৮৭৫।।

এহিবুলি গুৰু ৰূপাবৰত কহিলা ।
তেহো গৈয়া দ্বিজ ভোগ ৰান্ধনিত কৈলা ॥
পাছে সেহি দ্বিজে ৰঘু ৰাজাত কহিলা ।
বোলে মহাৰাজা নুবুজিয়া আজ্ঞা দিলা ॥২৮৭৬।
কাশী বৃন্দাবন স্থান আপোনাৰ নয় ।
অন্যদেশ লাগি গুৰু যাইবে মন চাই ॥
দিয়োক আপোন দেশে স্থান বিতোপন ।
ৰাজাবোলে পূণ্য ভূমি হাজো সুশোভন ।২৮৭৭॥
তৈকে গৈয়া থাকোক মাধৱ গুৰুজন ।
দুত পঠাই আদেশ কৰা এতিক্ষণ ॥
দূতে গৈয়া গুৰুজন আগে আজ্ঞা কৈলা ।
শুনি মাধদেৱে পাছে হাজোক চলিলা ॥২৮৭৮॥
নৌকা আৰোহন কৰি ক্ৰম হন্তে গই ।
হাজোৰ নিকট ৰাম বালিত ৰহই ॥
কেশ আতা শুনি গুৰুজনৰ বিঘিনি ।
কুমাৰ গাৰী গাঁৱে গৈয়া ৰহিলা তখনি ।২৮৭৯॥
পাগ জুৰি গৃহে চাউল গুটি সিজাইলন্ত ।
এক গুটি স্ত্ৰীৰ মুখে বাৰ্ত্তা শুনিলন্ত ॥
শুনিয়োক আতা তুমি আছা যাক লাগি ।
সিজনে বালিত ৰহি আছে মহা ভাগী ॥২৮৮০।

### ৰাম্নৰ বালাত কেশচৰণ আতাৰ শ্ৰীমাধৱদেৱৰ মিলন

শুনি আতা তেতিক্ষণে ভোজন চাৰিলা ।
আথে বেথে গৈয়া গুৰু জনক সেৱিলা ॥
দেখিয়া বুলিলা কেনে কেশৱ সুমতি ।
উজানক নতু যাহা আচাহা ই ভিত ॥২৮৮১॥
আতা বোলে বাপ শুনি ৰাজাৰ বিচেষ্টা ।
কিবা ভাল মন্দ বুজিবাক লাগি এঠা ॥
মহা সুচিন্তিত মনে নগৈল্লা আছিলো ।
তোমাৰ চৰণ দেখি মন শান্ত পাইলো ॥২৮৮২॥
গুৰুজনে সকলো কহিলা তাৰক্ষণে ।
উজানক যাইবে প্ৰতি বুলিলা তখনে ॥
নকৰা বিলম্ব তুমি শীঘ্ৰে চলি জাহা ।
তিনিগোটা ভয় মাত্ৰ পথত পাইবাহা ॥২৮৮৩॥
নৌকা আপেক্ষিয়া আমি এথায়ে ৰহিবো ।
নৌকা পাইলে তাতে আৰোহিয়াচ নিবো ॥
পুৰুষ জনক তুমি সঙ্গত আনিবো ।
গুৰু বাক্যে আমি তাঙ্ক ধৰ্ম্মক থাপিবো ॥২৮৮৪॥

শুনিয়া কেশৱ আতা অবিলম্ব কৰি ।
পথগতি উজানক চলিলা সাদৰি ॥
শ্ৰীগুৰু মাধৱৰ কথা সামৰিয়া ।
বদুলা আতাৰ কথা কহো বিবৰিয়া ॥২৮৮৫॥
শ্ৰীশঙ্কৰৰ কিঙ্কৰ দাস দীননাথ ।
চৰিত্ৰ লেখিলো চৰণত থৈয়া মাথ ॥
এহিমানে কৃপা মোক কৰা ভক্তলোক ।
বোলা হৰি হৰি যত পাতক চাৰোক ।২৮৮৬॥

### শ্ৰীশ্ৰীবদলা কমলাকান্ত বা পদ্ম গোপাল আতাৰ চৰিত সন্ত অৱতাৰৰ কথা (নাৰদ পাঞ্চৰাত্ৰ)

## ষষ্ঠ অধ্যায়

### পদ

প্ৰথমে সন্ত অৱতাৰৰ নিমিত্তে ।
কাৰণ কহিবো সবে শুনা দিয়া চিত্তে ॥
পূৰ্ব্বে চৰাচৰ গুৰু প্ৰভু লক্ষ্মী পতি ।
চৌবিশ তত্ত্বে ব্ৰহ্ম ভক স্ৰজিলা সম্প্ৰতি ॥২৮৮৭॥
তাহাৰ নাভিত ব্ৰহ্মা ভৈলা উতপন্ন ।
ব্ৰহ্মাহন্তে ভৈলা মৰিচাদি ঋষিগণ ॥
তাসম্বাৰ মুখে প্ৰবিৰ্ত্তিক ধৰ্ম্ম যত ।
সৃষ্টিৰ বৃদ্ধিৰ হেতু কৰিলা বেকত ॥২৮৮৮॥
নভজয় হৰি ঘোৰ কৰ্ম্ম মাত্ৰ কৰে ।
তাৰফলে স্বৰ্গ নৰকত ভ্ৰমি ফুৰে ॥
হেনদেখি পাছে কৃপাময় দেৱহৰি ।
কৰিলা নিবৃত্তি সনকাদি ৰূপধৰি ।২৮৮৯॥
সিয়ো আতি দুস্কৰ ধ্যান ধাৰণা বিস্তৰ ।
তাতো লোক নতৰয় দেখি মহেশ্বৰ ॥
সুখে লোক নিস্তৰোক বুলি লক্ষ্মীপতি ।
ভাগৱত ধৰ্ম্ম কৈলা ব্ৰহ্মাত সম্প্ৰতি ॥২৮৯০॥
ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত ।
ব্যাসে কহিলন্ত পাছে শুকৰ আগত ॥
শুকে পৰীক্ষিতত কহন্ত সূতে শুনি ।
সূতবাক্যে শৌনকত কহিলা আপুনি ॥২৮৯১॥

শৌনকত আৰু নৃপুছিলা কোনো যাই ।
ভাগৱত ধৰ্ম্ম লোপ ভৈল সমুদাই ॥
পূৰ্ব্বে ব্যাসে ৰচিলন্ত আঠাৰ পুৰাণ ।
তাত পাইলে নানাদেৱ পূজাৰ বিধান ॥২৮৯২॥
তন্ত্ৰ আগমত পূজাফল যত যত ।
তাক শুনি লোকসব ভৈল উনমত ॥
নানা শাস্ত্ৰ জানি স্থিৰ নোহে পণ্ডিতৰ ।
বিনে গুৰু সবে দেৱ তাক দেখেবৰ ॥২৮৯৩॥
যাৰৰোস ৰন্ধ্ৰত ব্ৰহ্মাণ্ড অসংখ্যাত ।
অনুযেন আকাশত কৰে আয়াযাত ॥
জীৱৰন্ত চাহি কেহো বোলে সবে নৰে ।
ব্ৰহ্মাণ্ডৰ গুণ আছে দেহাৰ ভিতৰে ॥২৮৯৪॥
সূক্ষ্মনাৰী যাক বুলিয়া সুসুম্না ।
তাহাৰ ভিতৰে আত্মাদেৱ যিটো জনা ॥
হেনদেৱ নুপুজিয়া শঙ্কৰ ভৱানী ।
মন্ত্ৰে পূজি বলিদিয়া বোলে তুতিবাণী ॥২৮৯৫॥
লিঙ্গ যোনী মুদ্ৰাদিয়া পূজে যত্ন কৰি ।
কোনোজনে বোলে যদি পূজো মহাহৰি ॥
তাকোবোলে মূৰ্খহেটা কোথেৰ অপাত্ৰ ।
ব্যাসত কৰিয়া এহেন্তেসে জানে শাস্ত্ৰ ॥২৮৯৬॥
তাকো এড়ি বিপৰিত কৰ্ম্মক আচৰে ।
ভূত প্ৰেত দৈত্য দানৱক পূজি মৰে ॥
হেনদেখি গুণিলন্ত ঈশ্বৰ আপুনে ॥
মোৰ অংশ জীৱে দুঃখ পাৱে অকাৰণে ॥২৮৯৭॥
আপুনি মনুষ্য হয়া অৱতাৰ হইবো ।
মহা ভাগৱত ধৰ্ম্ম বেকত কৰিবো ॥
গুৰু শিষ্য ভাৱ ভক্তি কৰিবো প্ৰচাৰ ।
স্বৰূপক জানি জীৱে হয়োক নিস্তাৰ ॥২৮৯৮॥
মায়াময় দুঃখ শোক গুছোক সকলে ।
পাৰিযদি তত্ব হৌক ভকতিৰ বলে ॥
এহিমতে আলোচয় দেৱ শ্ৰীহৰি ।
ভৈলা অৱতাৰ ৰঙ্গে গুৰু মূৰ্ত্তিধৰি ।২৮৯৯॥
কলিত নাহিকে যাতো হৰি অৱতাৰ ।
এহি হেতু ধৰিলন্ত সন্ত অৱতাৰ ॥
দক্ষিণে চৈতন্য হৰি ব্যাস উত্তৰত ।
পছিমত ৰমানন্দ আতি শুদ্ধমত ॥২৯০০॥
পূৰ্ব্বদিশে শ্ৰীমন্ত শঙ্কৰ নাম যাৰ ।
পৰিপূৰ্ণ আত্মাৰূপে হৰি অৱতাৰ ॥
চৌবিশ বৈকুণ্ঠ বুলি শাস্ত্ৰে ৰখানয় ।
সকলো বৈকুণ্ঠ পতি আসিয়া আচয় ॥২৯০১॥

## শ্ৰীশ্ৰীবদলা পদ্ম আতাৰ চৰিত্ৰ

নিজানন্দ বৈকুণ্ঠৰ পতি নিৰঞ্জন ।
পদ্ম আতা নামে পৃথিবীত উতপন ॥
বদুলা আতাৰ কিছু কথাৰ প্ৰকাশ ।
কৰিবাক কৰোঁ তান চৰণত আশ ॥২৯০২॥
গুৰু আজ্ঞা শিৰোগত কৰিয়া মাধৱ ।
বঢ়াইলন্ত সত্ৰ সভা হৰিৰ উৎসৱ ।
উজান দেশক পাঞ্চিলন্ত কেশৱক ।
কতোদিনে গৈলা গুৰু বেহাৰ দেশক ॥২৯০৩॥
নানাবাদে নানাজনে জিনিয়া প্ৰয়াসি ।
মধুপুৰে নামধৰ্ম্ম আছন্ত প্ৰকাশি ॥
নিশ্বাস তেজয় গুৰু কৰিখেদ মন ।
বুজিয়া শ্ৰীৰাম আতা বুলিলা বচন ॥২৯০৪॥
কহিয়োক গুৰু ইটো খেদৰ কাৰণ ।
বোলন্ত শুনিয়ো গোপ্য শ্ৰীৰাম বচন ॥
চাৰিদিশে চাৰি মূৰ্ত্তি থাপিতে লাগয় ।
তিনিগুটি থাপিলা এগুটি নাহিকয় ॥২৯০৫॥
এহিহেতু কেশৱক পাঞ্চিয়া আছোহোঁ ।
ইটো গোপ্য তোমাত শ্ৰীৰাম কহিলোহোঁ ॥
গুৰুৰ চৰিত্ৰ কথা এহিমানে ৰৌক ।
আতাৰ চৰিত্ৰ আৰম্ভৰ সিদ্ধি হৌক ॥২৯০৬॥
কুণ্ডিলৰ লোক দুই আতি অনুপাম ।
ইন্দুশ্বৰ বিন্দুশ্বৰ বুলি যাৰ নাম ॥
ইন্দুশ্বৰ পুত্ৰভৈল সুবৰাজ নাম ।
জেষ্ঠপুত্ৰ সুবৰাজ আতি গুণধাম ॥২৯০৭॥
কনিষ্ঠ ভৈলেক যুবৰাজ গুণৱন্ত ।
জেষ্ঠ সুবৰাজ তেহো অতি ধৰ্ম্মৱন্ত ॥
গঙ্গাতীৰে স্থান কৰি সদায়ে বসতি ।
সৌমাৰ আসিতে লাগি তান ভৈলমতি ॥২৯০৮॥
পৰিবাৰ সমন্বিতে আসিয়া ভৈলেক ।
কতোদিনে নাৰায়ণপুৰ পশিলেক ॥
ব্ৰাহ্মণ মহন্ত ভুঞা সবাৰ সাদৰে ।
নাৰায়ণপুৰে ৰৈলা বাসাঘৰে ॥২৯০৯॥
সুবৰাজ হন্তে পুত্ৰ লৱ ভৈল জাত ।
তাহান তনয় তিতা চোমদাৰ প্ৰক্ষাত ॥
তেহে বিহাইলন্ত কন্যা সত্যা নামে সতী ।
তাহান গৰ্ভত পদ্ম আতাৰ উৎপতি ॥২৯১০॥

একদিনা সতী স্বপ্ন দেখিলা বিশেষ।
সাক্ষাতে দিলন্ত দেখা দেৱ হৃষিকেশ ॥
বোলে সতী মোক স্থান দিয়া কিছুমান।
এহিবুলি নাৰায়ণ ভৈলা অন্তৰ্ধান ॥২৯১১॥
হেন স্বপ্ন দেখি সতী ভৈলা সচকিত।
স্বপনৰ কথামানে কহিলা স্বামীত ॥
স্বামীবোলে প্ৰিয়া তুমি থাকিবাহা ভালে।
অৱশ্যে লভিবা সদপুত্ৰ অল্পকালে ।.২৯১২॥
সেহিদিন ধৰি সতী থাকিল নিয়মে।
স্বামীৰ সংযোগে গৰ্ভৱতী অনুক্ৰমে ॥
* জগতৰ মূল নিৰাকাৰ নিৰঞ্জন।
দশমাস পূৰ্ণে শুভকালে সুসম্পন্ন ॥২৯১৩॥
চৈধ্যশ আঠষষ্ঠি শক জেষ্ঠ মাসৰ।
শুক্লা একাদশী তিথি শুকুৰ বাৰৰ ॥
নানা সুমঙ্গল ভৈল পূৰ্ণ দশমাস।
সেহি সময়ন্ত আতা ভৈলন্ত প্ৰকাশ ।.২৯১৪॥
অকস্মাতে পশুপক্ষী সুমঙ্গল নাদি।
দিশ প্ৰসন্নতা ভৈল জন্ম ভৈল আদি ॥
অৰবিন্দ কান্তি জ্বলে কলেৱৰ।
গণি পঢ়ি পদ্ম নাম থৈল সেহি তৰ ॥২৯১৫॥
যেহি হেতু শুক্লধৰ্ম্ম কৰিব প্ৰচাৰ।
সেহি হেতু শুক্লকায় জলন্ত আতাৰ ॥
কৰন্ত দীপিতি আতি সুচান্দ বয়ন।
ভুৱ মদনৰ চাপ কমল নয়ন ॥২৯১৬॥
চক্ৰাকৃত মাথা নীল আকুঞ্চিত কেশ।
সুসম ললাট শোভে নাসিকা সুবেশ ॥
দশন ডাৰিম্ব পান্তি বীজ প্ৰকাশয়।
শোভে চাৰু কৰ্ণ কণ্ঠ ৰহল হৃদয় ॥২৯১৭॥
সিংহবক্ষ কটি স্কন্ধ ভুজ কৰীকৰ।
উৰু ৰামকল ভুজযুগ ৰুচিকৰ ॥
*পৰম সুন্দৰ মনোহৰ ৰূপদেখি।
ৰূপধৰ নাম থৈলা সেহি ৰূপদেখি ॥২৯১৮॥

যিহেতু স্বপ্নত হৰি দেখা দিলা আসি।
হৰিপো নামজানা ভৈলা সেহি ৰাশি ॥
কমল সদৃস বয়ন নয়ন চৰণ।
কমলাকান্ত নাম দিল সেহি ক্ষণ ॥২৯১৯॥
প্ৰথমতে শঙ্কৰ দাস জেষ্ঠৰ জনম।
কনিষ্ঠা ভগিনী ভৈল বহৰমা নাম ॥
মাতৃ খুৰা সমে আতা গৃহতে ৰহিলা।
কিছুকালে পিতৃ চোমদাৰ মৃত্যু ভৈলা ॥২৯২০॥
শ্যাম চোমদাৰৰ পুত্ৰ পুৰ্ত্তম আতাই।
যাৰঘৰে জন্ম ভৈল কৃষ্ণ যে আতই ॥
ৰাজ আজ্ঞা ভৈল লোক পাতিবাক প্ৰতি।
পুৰ্ত্তম গোপাল দুইকো দক্ষিণে নিলন্তি ॥২৯২১॥
দুইজন আতা মাতৃ ভগিনী সহিতি,।
গোপাল আতায়ে প্ৰতিপালি আছিলন্তি ॥
দুৰভৈল খুৰা দুই পুত্ৰ দুটি সৰু।
দেখি জ্ঞাতি বংশে হিংসিবাৰ কৈলা চুৰু ॥২৯২২॥
কতোদিনে মাতামহ গৃহক চলিলা।
ধনপুৰ গ্ৰামে হনুমন্তা গৃহে গৈলা ॥
সাতগুটি বালকেৰে গৰুক ৰাখন্ত।
সকলোৱে পঢ়িব হেতু পাল পাতিলন্ত ॥২৯২৩॥
এক এক দিনে গৰু একৈকে চৰাব।
বাকি চয় দিবসত সকলে পঢ়িব ॥
পতান তণ্ডুল নামে দ্বিজ শ্ৰেষ্ঠ জন।
পদ্মআতাৰ সকলোৱে বিদ্যাশিক্ষা কৰে প্ৰতিদিন ॥
২৯২৪॥
বিদ্যাশিক্ষা সেহিমতে চৰান্তে আতাৰ পাল ভৈল।
গৰু মেলি নিয়া পথাৰত চাৰি দিলা ॥
বৃক্ষতলে শয়ন কৰন্তে নিদ্ৰা আসে।
কৃষকে দেখিলা গৰু ধানৰ চৌপাশে ॥২৯২৫॥
মহাক্ৰোধ কৰি হাতে ধৰি বৰ ডাঙ।
গৰুক নৰাখে ৰাখালক কৰো সাঙ ॥
এহিবুলি ক্ৰোধে সিটো বিচাৰি চাহন্ত।
মহীতলে দেখে শিশু শুতিয়া আছন্ত ॥২৯২৬॥

---

* ১৪৬৮ শকৰ জেঠ মাহৰ শক্লা একাদশী তিথি, শুক্ৰবাৰে শ্ৰীশ্ৰীবদলা কমলাকান্ত বা পদ্ম-গোপাল আতাৰ আবিৰ্ভাব হয় জগত গুৰু শ্ৰীমন্ত শংকৰদেৱ পয়ানৰ শক ১৪৯০। বদুলা আতাৰ ২২ বছৰ হওঁতেহে শ্ৰীমন্ত শংকৰদেৱ বৈকুণ্ঠ পয়ান কৰে।

* বদলা আতাৰ—পদ্ম, গোপাল, ৰূপধৰ; হৰিৰপো, কমলাকান্ত আদি নামাকৰণৰ অন্নয়।

ক্ৰোধকৰি সমীপক গৈলা বেগধৰি।
দেখে ভয়ানাক সৰ্পে আছন্ত আবৰি ॥
ফণছত্ৰ ধৰি ৰবি তাপ নিবাৰন্ত।
ক্ৰোধছাৰি সিটো মহা বিস্ময়ে গুণন্ত ॥২৯২৭॥
নিকটে গৈলন্ত লোক দেখি তাৰক্ষণ।
মহা সৰ্পগোট তাতে ভৈল অন্তৰ্ধান ॥
শয়নৰ হন্তে জগাই কোলাত কৰিয়া।
মাত্ৰৰ আগত তেতিক্ষণে দিলা নিয়া ॥২৯২৮॥
শুনা আই তোমাৰ বালক দেৱবৰ।
নহেলে ধৰিবে ছত্ৰ কেনে সৰ্পেশ্বৰ ॥
গৰুসবে কাহাৰো ধানক নখাইল।
বালক প্ৰভাৱে ধান্য আনিত চৰিল ॥২৯২৯॥
শুনি আই পৰম বিস্ময় মানিমনে।
দংশিলেক কিবা বাপু সোধয় তেখনে ॥
আতাবোলে আনি গাছ তলত শুতিলো।
কিবা সৰ্প কথা কহে কিছু না দেখিলো ॥২৯৩০॥
এহিমতে বহুতৰ ঐশ্বৰিক লীলা।
কৰন্তে থাকন্তে তৈতে পঞ্চ বৰ্ষ ভৈলা ॥
পাছে গোপাল আতা আসি নিজ বাৰি পশি।
গৃহবাৰী নাহি কিছু শূণ্য বন ৰাশি ॥২৯৩১॥

## মহাত্মা শ্ৰীপদ্মকান্ত আতাৰ উপনয়ন, বৰজনৰ বিবাহ, বৰ্দ্ধ ৰমাৰ বিবাহ, জগন্নাথ চৰণৰ জন্ম, মাতৃ বিয়োগ, দফলৰ যুদ্ধলৈ গমন

ধনপুৰে গৈলা শুনি ঘৰক নিৰ্মিয়া।
পুত্ৰ মাতৃ সব আনি গৃহত ৰাখিয়া ॥
ক্ৰমে কায়ন্থালি উত্তৰি দুইকো দিয়া।
জন্মভেটি সকৰাহী তহিতে থাকিয়া ॥২৯৩২॥
প্ৰতিপালি থাকি আতা কন্যাক খুজিয়া।
শঙ্কৰ দাস আতাক বিবাহ কৰি দিয়া ॥
কিছুকালে খুড়াজন পৰকাল ভৈল।
মাতাদেৱী ভাৰ্য্যা মৰি স্বৰ্গবাসী ভৈল ॥২৯৩৩॥
বহুৰমা আইক পাছে বিবাহক দিল।
জগন্নাথ চৰণ নামে পুত্ৰগুটি ভৈল ॥
বৰ ভাতৃ সমে আতা গৃহত ৰহিলা।
কতোকালে মাতৃৰ বিয়োগ আসি ভৈলা ॥২৯৩৪॥

পৰলোকে গৈল মাতৃ দুইহাকো আশ্বাসি।
বিধিব্ৰতে কাজ কৰ্ম্ম কৰিলা হৰিসি ॥
আকস্মিতে ডফলাৰ যুদ্ধ আসি ভৈলা।
যুদ্ধ কৰিবাক সৰ্ব্ব ৰায়ত ওলাইলা ॥২৯৩৫॥
আতা দুইজন মাজে একজন চাইলা।
সৰুজন আতা ৰান্ধনিৰ কাৰ্য্যে গৈলা ॥
যুদ্ধস্থলে নটৰ কোৱৰ দুইজন।
আতাৰ সঙ্গত ৰহিছিল ৰঙ্গমন ॥২৯৩৬॥
ডফলা আসিয়া যুদ্ধে সকলো নাসিলা।
দেখি দুই কোঁৱৰেও শীঘ্ৰে খেদি গৈলা ॥
তাহাকো মাৰিলা দেখি বিষাদিত মনে।
অস্ত্ৰ ধৰিলন্ত আতা যুজিবে কাৰণে ॥২৯৩৭॥
সকল ডফলা আসি বেঢ়িয়া চৌভিতি।
জাঠি জোঙ্গ শেল কাঁড় মাৰে চতুৰ্ভিতি ॥
শত শত ডফলায়ে যত অস্ত্ৰ হানে।
আতায়ে বাৰুচাত মাৰি ওফাৰে তখনে ॥২৯৩৮॥
নভৈল কিঞ্চিৎ ক্ষত সবেও দেখিয়া।
দেৱ মানুহ বুলি পলাইল ভাগিয়া ॥
পাছে আতা চলি আইল খানিকো নাপেক্ষি।
পথে দেখিলন্ত গ্ৰামে নৰ-পশু-পক্ষী ॥২৯৩৯॥
মৰিয়া আছয় নানা লোককো দেখিলা।
গৃহসব দেখিলন্ত ভস্মৰাশি ভৈলা ॥
মনত গুণন্ত আতা সকলো অসাৰ।
কি দেখিয়া গৈলো কিবা দেখিলোহো আৰ ॥২৯৪০॥
এহিমতে বিৰক্ত হয়া আতিশয়।
স্নান কাৰ্য্য কৰি গৈয়া গৃহে প্ৰবেশয় ॥
গৃহৰ সকল কাৰ্য্য অসাৰ দেখিয়া।
সেহিদিনা ধৰি ফুৰে নাম বিচাৰিয়া ॥২৯৪১॥
নকৰয় গৃহকৃত্য ৰাম ৰামি সঙ্গে।
নাম গায়া ফুৰৈ আতা কৰি মহাৰঙ্গে ॥
দেখি বৰ ভাই মহা অসন্তোষ মনে।
গৃহ কৰ্ম্ম কৰিবাক কহে ঘনে ঘনে ॥২৯৪২॥
সূৰ্য্যাগিৰীৰ তনয়া একখানি আনি।
বৌমাতৃ বিহা কৰাইলা তখনি ॥
সূৰ্য্যাগিৰী জীউক পিন্ধায়া অলঙ্কাৰ।
বৰকন্যা গৃহে গৈল আনন্দ অপাৰ ॥২৯৪৩॥

ডফলাৰ যুদ্ধত পদ্ম আতাৰ জয়লাভ, উন্নতি আহোতে এৰাবাৰী, পোৰাঘৰ, গো, মহিষ উদ্ নৰৰ মৃতদেহ, আদি দৰ্শন হৈ বিষয়ত বিৰক্তি আৰু হৰিভক্তিত নিষ্ঠা।

স্বামীগৃহ প্ৰৱেশায়্যা পিতৃগৃহে নিল ।
সপ্তম বৎসৰী কন্যা গৃহতে ৰহিল ॥
গোসাইক বিহায়া বউ মাতৃৰ আনন্দ ।
সেহি কালে আতাৰ মনত নিৰানন্দ ॥২৯৪৪॥
গৃহাসৃষ্টা কাৰ্য্যত নাহিকে কিছুমতি ।
থিৰনোহে মন বৈৰাগ্যেসে সাৰ অতি ॥
হৰিনাম কীৰ্ত্তন কৰয় যেহিস্থানে ।
আনন্দে চলিয়া যাই থাকে সেহি থানে ॥২৯৪৫॥
গৃহৰ কৰ্ম্মত ব্যগ্ৰ নাহিকয় আৰ ।
হৰিহেন বস্তুক মনত ভৈল সাৰ ॥
শঙ্কৰদাস আতা সদা ক্ৰোধ কৰি মন ।
আতাক বিদ্বেষ কৰৈ নিদিৰয় অন্ন ॥২৯৪৬॥

## বৰজনা শঙ্কৰ দাস আতাৰ পদ্মকান্ত আতাৰ প্ৰতি বিদ্বেষ

বউমাতৃ বহুভাৱে কৰে সমাদৰে ।
ভোজন কৰান্ত মহা শুশ্ৰুষা আচৰে ॥
দেখি বৰজনে আইক ক্ৰোধত গৰ্জ্জয় ।
পাছে গৃহ এৰি আতা জুপুৰিত ৰয় ॥২৯৪৭॥
বৰজনে তৈতে গৈয়া বিঘিনি আছৰে ।
তিনিথাইত বাসাকৰি থাকিতে নপাৰে ॥
পাছে জয় ভাৰতীৰ গৃহত থাকিয়া ।
হৰি পুখুৰীৰ পাৰে গৃহক কৰায়া ॥২৯৪৮॥
তাহাতে ৰহিলা নিজ ভাগিনক লই ।
দিবসত হৰিনাম বিচাৰি ফুৰই ॥
বউমাতৃ তথাতে শুশ্ৰুষা কৰে গই ।
তাকো দেখি শঙ্কৰ দাস আতা দপালই ॥২৯৪৯॥
একখানি চিগাকাছি লগত আছিল ।
বৰজনে ক্ৰোধকৰি তাকো খুজি নিল ॥
পাছে অস্ত্ৰাভাৱে আতা খেদকৰি আছে ।
সচুলি কমাৰে স্বপ্ন দেখিলন্ত পাছে ॥২৯৫০॥
চতুৰ্ভুজ ৰূপে হৰি আসিয়া কহিল ।
আমাক কটাৰী একখানি লগা ভৈল ॥
প্ৰভাতে নিবাক আসিবেক ভক্তজন ।
তাৰহাতে দিলে মই পাইবো অস্ত্ৰখন ॥২৯৫১॥
স্বপ্নৰ জাগিয়া মহা সুচিন্তিত মনে ।
কিদেখিলো কাক দিবো নাপাইলো কাৰণে ॥
তথাপি আনিয়া শাল মচিয়া অতায়া ॥
দুইখানি কটাৰীক ৰাখিল গঢ়িয়া ॥২৯৫২॥

## শ্ৰীপদ্মকান্ত আতাই হৰিচৰণ আতৈক আলধৰা আনে

চাৰিদণ্ড বেলা আইল জগন্নাথ চৰণ ।
কমাৰক কহিলন্ত কটাৰী কাৰণ ॥
লৰণতি গোসাঞ্ৰ মৰ্মা কটাৰীক চাই ।
দিয়োক কটাৰী একখানি মহাশয় ॥২৯৫৩॥
শুনিয়া সচুলি মহা ৰঙ্গকৰি মন ।
কিনো মোৰ ভাগ্য আসি ভৈল উপসন ॥
লৰণতি গোসাঞ্ৰ নোহে সামান্য মানুষ ।
নিশ্চয়ে জানিলো তেহো পৰম পুৰুষ ॥২৯৫৪॥
এহিবুলি দুইখানি কটাৰী গঢ়িয়া ।
জগন্নাথ চৰণক দিলা সাদৰিয়া ॥
আৰৰ দুইখানি অস্ত্ৰ তাঙ্ক প্ৰতি দিবো ।
তাহাৰ চৰণে গৈয়া প্ৰণাম জনাবো ॥২৯৫৫॥
পাছে জগন্নাথে কটাৰীক হাতে লৈয়া ।
আতাৰ প্ৰসাদে তাঙ্ক দিলা সাদৰিয়া ॥
আতাৰ আগত কৈলা আৰ যত কথা ।
আতাবোলে আৰ মন নেমেলিবা বৃথা ॥২৯৫৬॥
আতাবোলে চিগা কাছিখানি মাত্ৰ দিল ।
এখনে দুখানি অস্ত্ৰ মোক আনি দিল ॥
আৰৰ নেলাগে মন বঢ়াইবে নিদিবা ।
নেলাগে বুলিয়া বাৰ্ত্তা কমাৰক কৈবা ॥২৯৫৭॥
এহিমতে নানা লীলা কৰি ৰহিলন্ত ।
বাসুদেৱ পুত্ৰ হৰি আতৈক নিলন্ত ॥
দৃশ্য হৰি পাইলো বুলি আনন্দ কৰিলা ।
ভাতৃসমে আতৈ আসি লগত ৰহিলা ॥২৯৫৮॥
একখানি ৰত্নাৱলী শাস্ত্ৰক আনিয়া ।
সেৱা পূজা কৰাৱন্ত আনন্দিত হৈয়া ॥
পুৱা গোধূলিকা বেলা প্ৰসঙ্গ কৰন্ত ।
ওচৰিয়া লোক ৰাত্ৰি নামক আসন্ত ॥২৯৫৯॥

## শ্ৰীপদ্মকান্ত আতা আৰু জয় ভাৰতী হৰি ভাৰতীৰ কথা

নিকটে ব্যাঘ্ৰেক বসি নামক শুনয় ।
তাক দেখি লোক সব সভয়ে চলয় ॥
ভকতৰ ভয়হৰে জানিয়া গোসাঞ্ৰ ।
ব্যাঘ্ৰক বিছৰ কৈলা আনন্দিত হই ॥২৯৬০॥

সদাশিৱ বৃষভৰ শক্তিৰে আসিলা ।
গোসাইৰ কথায়ে পুনৰপি থানে গৈলা ॥
বহুতৰ লোকজনে আসি সাদৰয় ।
দেখিয়া ভাৰতী দ্বিজে মানন্ত বিস্ময় ॥২৯৬১॥
আমাৰ শাস্ত্ৰক নিয়া পঠন কৰিল ।
সিকাৰণে শাস্ত্ৰৰ প্ৰভাৱ বৃদ্ধি ভৈল ॥
আমাৰ নিকটে কোনো জনে দ্ৰব্য নানে ।
আগভাগ দ্ৰব্যদেন্ত লৱণতি স্থানে ॥২৯৬২॥
শাস্ত্ৰৰ প্ৰভাৱ ভিন্নে আন নাহিকয় ।
এহিবুলি শাস্ত্ৰখানি খুজি লৈয়া যায় ॥
পাছে আতা অসন্তোষ মনত আছিল ।
হৰি ভাৰতী আসি দেখিয়া সুধিল ॥২৯৬৩॥
আতাবোলে শাস্ত্ৰখানি তব ভাত নিল ।
শুনি হৰি ভাৰতীয়ে মনত গুণিল ॥
শোৱা চৰ্চ্চা কৰিবাক শাস্ত্ৰ নাহিকয় ।
ভাৰতী বোলন্ত মোৰ এখনি আছয় ॥২৯৬৪॥
আনিবাক প্ৰতি লোক পঠাইবাহা পাছে ।
জগন্নাথ চৰণকে পাছিলন্ত পাছে ॥
পাছে আতা শাস্ত্ৰ নিয়া ভাবে মনে মনে ।
আকস্মিক বিপ্ৰ মন বুজিবো কেননে ॥২৯৬৫॥
জানিয়া লিখিয়া শাস্ত্ৰ লিখিবাক লাগে ।
এহিবুলি পাত মহী কৰি মহাভাগে ॥
ভাটকুচিয়া আতায়ে গুৰু বাক্য ধৰি ।
উজান দেশক আইলা মন ৰঙ্গ কৰি ॥২৯৬৬॥
প্ৰবাসে প্ৰবাসে গুৰু চৰণ প্ৰসাদে ।
দুঃখ সুখ কিছুমাত্ৰ নপাইল প্ৰসাদে ॥
খাংট হস্তী মহিষত অল্প ভয় পাইল ।
দেৱ গোপালৰ স্থান পাছে প্ৰবেসিল ॥২৯৬৭॥
গুৰুৰ কহিলা আজ্ঞা নৌকা লাগে বুলি ।
দিবাক স্বীকাৰ কৈলা বংশী গোপালী ॥
ভোজন কৰিতে নামঘৰত দিলন্ত ।
আতায়ো তেখনে চাউল গুটি সিজাইলন্ত ॥২৯৬৮॥
থক বক কৰি যেবে ভাত উতলিল ।
গোপালৰ ভক্ত চাৰি আসিয়া দেখিল ॥
কৈৰ কোন আসি ইটো ভোজন কৰয় ।
গোপালে কহিলা গুৰু আজ্ঞা যেন নয় ॥২৯৬৯॥
সিসবে বোলয় তোমা জোলোঙ্গা কৰায়ো ।
তেহো আইলে তুমি ভিক্ষা কৰিয়া ভুজিয়ো ॥
বোলন্ত গোপালে আমি প্ৰতিশ্ৰুত কৈলো ।
নিদিবো বুলিলে আমি অন্যায়ে ডুবিলো ॥২৯৭০॥
চাৰি ভক্তে বোলে তুমি কিছু নমাতিবা ।
আমাৰ বচনে তেহো দূৰ হৈয়া যাইবা ॥
সিসব কাহিনী আতা শুনিয়া আছিল ।
সিজিবাৰ অন্ন পেলাই শুতিয়া ৰহিল ॥২৯৭১॥
প্ৰভাতে উঠিয়া আতা গোপালক কৈলা ।
কিকথা কহিয়ো দৃঢ়ে মোৰ হোৱে বেলা ॥
কিছু নমাতিবা তাৰ ভকতে বুলিলা ।
কিকাৰণে আসে ভাল কাৰ্য্যক নভৈলা ॥২৯৭২॥
আসাম ৰাজাৰ হস্তে দুঃখ পায়া গৈল ।
পুনু আসিবাক লাগি কেনে মন ভৈল ॥
শুনি আতা অসন্তোষে পথত চলিলা ।
ভাটীবেলা গৈয়া হৰি পুখুৰীক পাইলা ॥২৯৭৩॥
সেহি সময়ত পাছে পদ্মকান্ত আতা ।
ৰত্নাৱলী শাস্ত্ৰ লেখিবাক উপনিতা ॥
লিখনৰ দ্ৰব্য কাপ কৰণী মহী পাত ।
আনিয়া দিলন্ত জগন্নাথে পাছে তাত ॥২৯৭৪॥
ৰাত্ৰিভাগে মালাজপি থাকন্ত সদায় ।
নিদ্ৰাতে থাকন্তে স্বপ্ন দেখিলা গোসাঞ্ৰ ॥
দিব্যেক পুৰুষে দেখা দিলন্ত আগত ।
চাৰু শ্যাম কায় স্বৰ্ণ লাখুতি হাতত ॥২৯৭৫॥
শিৰে শৰীৰে ধৌত বস্ত্ৰ পৰিধান ।
প্ৰফুল্ল কমল মুখ পঙ্কজ নয়ন ॥
আজানু লম্বিত ভুজ অৰুণ চৰণ ।
শিখা নেদেখিয়া গোসাই বুলিলা বচন ॥২৯৭৬॥
কোন তুমি আসিলাহা আমাৰ ইথান ।
শুনিয়া পুৰুষে হেন বুলিলা বচন ॥
ৰাজসূয় শাস্ত্ৰক ৰচিল যিটোজন ।
ৰত্নাৱলী শাস্ত্ৰক কৰিছা নিৰোপন ॥২৯৭৭॥
কৰিয়া আছাহা যিটো ভাৰত সুমতি ।
সিটোজন আমি হেৰা দেখিয়ো সম্প্ৰতি ॥
দেখি আতা প্ৰেমে নয়নৰ জল পৰে ।
কায় বাক্য মনে শৰণ লৈল তাৰে ॥২৯৭৮॥
চেতন লভিয়া প্ৰভু বসি আসনত ।
ধ্যেয়পৰ দৃঢ়ভাব ভৈলেক মনত ॥
আৰম্ভিয়া শাস্ত্ৰ প্ৰভু আছয় লিখিয়া ।
আৰু যেন ভৈল তাক শুনা মনদিয়া ॥২৯৭৯॥
মাধৱ গুৰুৰ আজ্ঞা শিৰত ধৰিয়া ।
ভাটকুছি আতা পথে আছন্ত আসিয়া ॥
নামত মাধুৰী আছে আতাৰ বহিনী ।
মোমা মোমা বুলি ডাকে তান জীউখানি ॥২৯৮০॥

তোমাৰ মোমাৰ আৰ আসিবেক নেকি ?
মোমাৰ আসিলে নাম থৈবোহো মালিকী ॥
এতবুলি আছা সতী গৃহ কৰ্ম্মে ৰত ।
ভাটকুছি আতা সেহি সময়ে বেকত ॥২৯৮১॥
দদাক দেখিয়া সতী আনন্দিত মনে ।
পুছিলা কুশল বাৰ্ত্তা মধুৰ বচনে ॥
আতা ৰহিবাৰ থান নাহিকয় তাত ।
বোলে দাদা আছে থান পুখুৰী পাৰত ॥২৯৮২॥

## শ্ৰীপদ্মকান্ত আতাৰ কেশচৰণ আতাৰ সঙ্গলাভ আৰু মহাপুৰুষ গুৰুজনৰ সন্দেস

লৱণাতি গোসাঁই আছন্ত সেহি থাই ।
পৰম বৈৰাগ্য থাকে হৰিক ধিয়াই ॥
শুনিয়া আতাৰ বৰ হৰিষিত মন ।
গোসাঁইৰ গৃহক লাগি কৰিলা গমন ॥২৯৮৩॥
ৰত্নাৱলী শাস্ত্ৰ লেখি আছন্ত কাথিত ।
ভাটকুছি আতা গৈয়া ভৈলা উপস্থিত ॥
শাস্ত্ৰক লেখন্তে দেখিলন্ত ছাঁয়াখনি ।
ভাটকুছি আতা হেন বুলিলন্ত বাণী ॥২৯৮৪॥
শুনিয়ো হৰিপো লেখি আছা কিনো শাস্ত্ৰ ।
বোলন্ত গোসাঁই আতা ৰত্নাৱলী পুস্ত ॥
লেখিতে নলাগে কেশ আতা নিবাৰন্ত ।
শুদ্ধ আহি আমাৰ লগত আছিল ॥২৯৮৫॥
সাদৰে বৈসায়া গোসাঁই পুচিলন্ত কথা ।
কৈৰহন্তে আতা তুমি আসি ভৈলা এথা ॥
যেহিজনে এহি শাস্ত্ৰ আছয় ৰচিয়া ।
সিজনাৰ পাশহন্তে আছোহো আসিয়া ॥২৯৮৬॥
শুনিয়া গোসাঁই বাক্য বুলিলা বিনিত ।
সিজনা পুৰুষ নেকি আছে পৃথিবীত ॥
থেকায়োক মোক নিয়া সিজমাৰ পায় ।
তাহান চৰণ আমি বাঞ্চোহো সদায় ॥২৯৮৭॥
এহিবুলি সনোতক প্ৰেম উপজিলা ।
গুৰুৰ চৰিত্ৰ আতা কহিবে লাগিলা ॥
বেহাৰ দেশত আছে মধুপুৰ স্থানে ।
পৰম শ্ৰদ্ধায়ে সবে বিষ্ণু বুদ্ধি মানে ॥২৯৮৮॥
নানা বাদে ব্ৰাহ্মণক জিনিয়া আছয় ।
আকাশে প্ৰকাশে বিধু কৰে সেহিনয় ॥
সেহিমতে প্ৰকাশন্ত বেহাৰ পুৰীত ।
প্ৰভাত কালত যেন আদিত্য উদিত ॥২৯৮৯॥
সৰোবৰ মধ্যে যেন প্ৰফুল্ল কমল ।
মধুলোভে সেৱৈ অলি ভকত সকল ॥
ৰামনাম মধুধাৰা নদী বহি যায় ।
ভকত সকলে তাক পিয়ন্ত সদায় ॥২৯৯০॥
পৰম গম্ভীৰ গুৰু সাগৰ অম্বৰ ।
হৰে উতপন্ন ভাত মহা ৰত্নছয় ॥
হেম মৰকত শঙ্খ মানিক প্ৰৱাল ।
মুক্তা আদিকৰি আনো দ্ৰব্য ভাল ভাল ॥২৯৯১॥
এহিমতে গুৰু ভকতৰ নৱনিধি ।
যেহি যিবা বাঞ্চে মনোৰথ হৱে সিদ্ধি ॥
গুণৰ সাগৰ প্ৰভু কল্পতৰু প্ৰায় ।
তাহাৰ দ্ৰবিত ফল মধু বহি যায় ॥২৯৯২॥
পিয়ে মধু সন্তসবে আঞ্জলি ভৰিয়া ।
ৰামনাম ভক্তি গুৰু আছা প্ৰকাশিয়া ॥
এহি কথামৃতে সিটো ৰজনী বঞ্চিলা ।
গুৰুৰ চৰিত্ৰে মহা সুখক লভিলা ॥২৯৯৩॥
ৰবিৰ উদিত ভৈলা ৰজনী প্ৰভাত ।
গোসাঁইক সম্বোধি আতা বুলিলন্ত বাত ॥
থেকাইবোহো লোক নৌকা কৰিয়ো যতন ।
অৱশ্যে লভিবা তুমি গুৰুৰ চৰণ ॥২৯৯৪॥
সলখ যাইবোহো হৈবে বৰিষ প্ৰমাণ ।
সিথানৰ পৰা আসিবোহো এযু থান ॥
সঙ্গেলৈয়া যাইবো পাইবা দ্বিসপ্ত দিনত ।
নকৰা সংশয় মই কহিলো তোমাতে ॥২৯৯৫॥
এহিবুলি মিষ্টালাপে ৰহি দুয়ো জন ।
প্ৰভাতে উঠিয়া স্নান কৰিয়া ভোজন ॥
গুৰু আতা ধৰি সলখক চলি গৈল ।
শুনা আতপৰে মাধগুৰু যেন কৈল ॥২৯৯৬॥
হাজোৰ ব্ৰাহ্মণ সবে প্ৰতিদিনে আসি ।
গুৰুক নিবাক প্ৰতি কহন্ত হৰিষি ॥
ইটো কথা ইমানতে কৰি সমাপন ।
গুৰুৰ বৃতান্ত আৰু শুনা বিতোপন ॥২৯৯৭॥

## পঞ্চম অধ্যায়

### পুনৰ শ্ৰীমাধৱ দেৱৰ চৰিত

ৰাজাৰ আছয় আতা হাজোক যাইবাৰ ।
সিকাৰণে গুৰুজন কৰি পয়ো সাৰ ॥
সেৱক সহিতে মাধৱ থানে গৈল ।
নাট মন্দিৰৰ হন্তে দেখা দেখি হৈল ॥২৯৯৮॥

আত্মা পৰিচয় কৰি ফিৰিয়া চলিলা ।
দুৱাৰৰ পাটে আঙুলিৰ চিহ্ন ৰৈলা ॥
শ্ৰীৰাম আতায়ে লাউ কণ্ঠা বাহিৰত ।
থৈয়া মাধৱক মনে চিন্তিয়া তহিত ॥২৯৯৯॥
গুৰুজন আসিবাৰ কাল অপেক্ষিয়া ।
বসিয়া ৰহন্তে গুৰু আসিল ফিৰিয়া ॥
পাছে শ্ৰীৰাম আতা লাউ কণ্ঠাক তুলিল ।
পাথৰ উপৰে তাৰ চিহ্ন বান্ধি ৰৈল ॥৩০০০॥
আজিও পৰ্য্যন্তে সিটো লাউৰ চিহ্নগোট ।
খোৰ হুয়া ৰসি আছে দেখিয়ো প্ৰকট ॥
পাছে পাণ্ডা দলৈ সকলক সমাদৰে ।
কৰিলা দক্ষিণা গুৰু শাস্ত্ৰ ব্যৱহাৰে ॥৩০০১॥
অনুক্ৰমে গৈয়া নৌকা প্ৰবেশ কৰিয়া ।
স্নান ভোজনক কৰি তথাতে ৰহিয়া ॥
আছন্তে গুৰুৰ কথা সৰ্ব্বলোকে শুনি ।
গুৰুক সেৱন্ত আসি নানা দ্ৰব্য আনি ॥৩০০২॥
হাজো দেৱালয় আগে যিদ্ৰব্য আনয় ।
তথাক আনিয়া মাধদেৱক দিৱই ॥
মাধৱৰ পাণ্ডাগণে তাক নসহিল ।
ৰাজাৰ নিকটে গৈয়া সবে গুচৰিল ॥৩০০৩॥
ৰাজাবোলে জীয়া মাধৱৰ তেজে আনে ।
তোমাৰ মাধৱে নবাধয় কিকাৰণে ॥
তথাপি তোমৰা সবে কহিবাক পাৰ ।
ইচ্ছাহৈলে মাধদেৱ যাইবে অন্তৰ ॥৩০০৪॥
আমাৰ ৰাজ্যত আৰু দেৱালয় আছে ।
যেন ইচ্ছা যৈতে থাকে থাকোক বিশেষ ॥
শুনি পাণ্ডা দলৈ গুৰুজনত কহিলা ।
গুৰুজনে বোলে মোৰ বাঞ্চামত ভৈলা ॥৩০০৫॥
হাজোত থাকিবে প্ৰতি ৰাজাৰ আদেশ ।
আজ্ঞা পাইলো পাণ্ডা ভাল কৰিয়া বিশেষ ॥
পৰদিনা নৌকামেলি নীলাচল আইল ।
অমৰা গুৰিৰ ঘাটে পৰ্ব্বতে উঠিল ॥৩০০৬॥
বহুমান্যে পুৰুষৰে পাণ্ডায়ে নিলন্ত ।
ভিতৰে যাইবাক প্ৰতি বিনয়ে বোলন্ত ॥
গুৰুবোলে ভিতৰত নাহিকিছু কাজ ।
দৰ্শন দিলন্ত মোক হুইয়া বিৰাজ ॥৩০০৭॥
ভিতৰে প্ৰবেশ কৰিবাক নুজুৱাই ।
মাতৃৰ গুপুত অঙ্গ পুত্ৰে কিবা চাই ॥
এহিবুলি গুৰুজনে দক্ষিণা কৰিয়া ।
যিবস্তু চাহিবে লাগে তাক নিৰেক্ষিয়া ॥৩০০৮॥

অনুক্ৰমে আসি নৌকা আৰোহন কৰি ।
সেৱক সহিতে চলিযান্ত দৰ দৰি ॥
এক বালি পায়া গুৰু উপৰে উঠিলা ।
সদাচাৰ কৰি পুনু নৌকা আৰোহিলা ॥৩০০৯॥
সেহিকালে ৰামচৰণ ঠাকুৰ বুঢ়া আতা ।
নৌকাহন্তে বালিত ভৈলেক উপনিতা ॥
নৌকা মেলিবাৰ কালে নুঠি দুয়োজন ।
বালিয়ে বালিয়ে পাছে কৰন্ত গমন ॥৩০১০॥
গুৰু আজ্ঞা বিনে বালি হাঠিবাৰ দেখি ।
নৌকা নচপাইল গুৰু খানিকে নাপেখি ॥
বহুদূৰ যান্তে বালি হাহাশান্তি ভৈল ।
বাৰম্বাৰ নৌকা তাৰা ৰাখিতে প্ৰাৰ্থিলা ॥৩০১১॥

## হাজোৰ বাসৰ বালাত শ্ৰীমাধৱদেৱৰ আৰু আইধাইৰ প্ৰাৰ্থনাত কোচবিহাৰ গমন

তথাপিতো গুৰুজনে ৰাখিতে নিদিলা ।
অনুক্ৰমে নৌকা নদী ভাটীক চলিলা ।
দেখি দুয়োজনে পাছে বিমৰিষ কৰি ।
গুৰু আজ্ঞা বিনে আইলো ভৈল দোষবৰি ॥৩০১২॥
সিকাৰণে নৌকা নাহি ৰাখে গুৰুজন ।
হাঁ গুৰু অপৰাধ কৰা মৰিষণ ॥
এহিবুলি দুয়োজন বালিত বসিয়া ।
গুৰু নৌকা বন্দি স্তুতি ভকতি কৰিয়া ॥৩০১৩॥
ৰুক্মিনী দেবীৰ বিলাপৰ গীত গায় ।
মহাপ্ৰেমে প্ৰাৰ্থনা কৰন্ত তাৰা দুই ॥
শুনি গুৰুজনে পাছে সন্তোষ ভৈলন্ত ।
নৌকাৰাখি দুইহান্তকো তুলিয়া লৈলন্ত ॥৩০১৪॥
হাজো পায়া তাহাৰাকো ঘৰক পঠাইলা ।
গুৰুক সেৱিয়া তাৰা গৃহক চলিলা ॥
হাজোৰ বালিত ৰহি অপেক্ষা কৰিয়া ।
অনুদিনে দেখে নদী পূৰ্ব্বে নিৰেক্ষিয়া ॥৩০১৫॥
আইধাই শুমি ৰঘু ৰাজাৰ বিচেণ্টা ।
গুৰুজন প্ৰতি শোক কৰে প্ৰতিনিতা ॥
পাছে সুবৰ্ণৰ সফুৰাত কেশ চিজি ।
ভৰায়া পথাইলা গুৰু জনক প্ৰসজি ॥৩০১৬॥
সাত সাতৰিয়াক পাঞ্চিলা আই মাতি ।
আইল তাৰাসবে গুৰুজন নিবে প্ৰতি ॥
হাজোৰ বালিত আসি মাধৱক পাইল ।
অৱনত ভাৱে সবে পড়ি প্ৰণামিল ॥৩০১৭॥

আইধাই যিমত কৰিল কাতুৰ্ব্বাদ ।
সক্ষুৰাত দিলা কেশ চিন্তিয়া সম্বাদ ॥
সকলো জনায়া গুৰুজনত কহিলা ।
তথা যাইবে প্ৰতি গুৰুজন সাজ ভৈলা ॥৩০১৮॥
সকলো দিশৰ সেৱকেও বাৰ্ত্তা পাই ।
ক্ৰমে আসি আসি গুৰুজনক সেৱই ॥
সতৰিয়া সবে ভোজনৰ অৱসানে ।
সাজি মাজি টৌ বাটি বালিত ৰাখনে ॥৩০১৯॥

## গজিয়া ঘাট, মঞ্জিৰাঘাট আদিত প্ৰবেশ

তলবল কৰে দূৰহন্তে ৰশ্মি দেখি ।
পড়িয়া আতৈয়ো কৈলা খানিকো নাপেখি ॥
ইটো দ্ৰব্য খাণ্টৰ কাৰণে হেন দেখি ।
বাহিৰত ৰাখে দ্ৰব্য কালকো নাপেক্ষি ॥৩০২০॥
শুনি সাত সতৰিয়া অসন্তোষ পাইল ।
দেখি গুৰুজনে কহি সন্তোষ মিলাইল ॥
আত অনন্তৰে গুৰু নৌকা পথে চলি ।
গজিয়াৰ ঘাট পায়া ৰহিলা সকলি ॥৩০২১॥
ভকত পাঠিলা তাৰা বাৰ্ত্তা দিবে প্ৰতি ।
সখি ৰাম চৰণ আনো মন্দিয়াক প্ৰতি ॥
সকলো সেৱকে সেই ঠাই গৈয়া মোক ।
দেখা দেখি হৈবে হেন আদেশ কৰোক ॥৩০২২॥
পাছে মাধদেৱ অনুক্ৰমে চলি গৈলা ।
মনদিয়া ঘাট পাই তথাতে ৰহিলা ॥
আসিল ঠাকুৰ আতা পৰ্ম্মানন্দ সমে ।
ৰামচৰণ বুঢ়া আতা আইল অনুক্ৰমে ॥৩০২৩॥
সকলো দিশৰ যত সেৱক আসিল ।
গুৰুক সেৱিয়া থাৱে থাৱে চলি গৈল ॥
ঠাকুৰ আতায়ে বোলে আমি দুৰ্ভগীয়া ।
তোমাৰ চৰণ সেৱা কৰিতে নপায়া ॥৩০২৪॥
একক্ষণে ভৈল এক বৰিষ পৰায় ।
গুৰুবোলে সৰ্ব্বকালে পাইবাহা সম্বাই ॥
ৰাম চৰণ ঠাকুৰক গুৰুজনে কৈলা ।
আমাৰ লগত কিবা যাইবাক ইচ্ছিলা ॥৩০২৫॥
কান্দিয়া নোবোলে কিছু ৰামযে চৰণ ।
পাছে গুৰুজনে তাঙ্ক বুজিলা বচন ॥
বাপু তোৰ পিতা বুঢ়া তাহাক চাৰিয়া ।
যাইবাক নেলাগে থাক পিতৃক সেৱিয়া ॥৩০২৬॥

## মহাপুৰুষ শ্ৰীমাধৱদেৱে ৰামচৰণ ঠাকুৰক কীৰ্ত্তনঘোষা শাস্ত্ৰ গোটাই আনিবাৰ আদেশ দি পঠাই

শ্ৰীশঙ্কৰ গুৰুজনে কীৰ্ত্তন কৰিল ।
চোৱা-চোৱা হই স্থানে স্থানেযে থাকিল ॥
সবাকো গোটায়া তুমি একত্ৰিত কৰি ।
বৎসৰান্তে লৈয়া যাইবা আমাৰ উচৰি ॥৩০২৭॥
শুনিৰাম চৰণৰ বিষাদ মিলিল ।
আজ্ঞাপ্ৰতি পালি শোকে নিজালয়ে গৈল ॥
চলিয়ো মথুৰা দাস বৰপেটা স্থানে ।
ভক্তক পালিয়া বস্তি ৰাখিবা যতনে ॥৩০২৮॥
গোপালো থাকিবা সেৱকক প্ৰতিপালি ।
এহিমতে গুৰু সবাহাঙ্কে মাতি বুলি ॥
নৌকা মেলিবাক পাছে উদ্যোগ কৰন্ত ।
সেহি সময়ত মনপুৰে প্ৰাৰ্থিলন্ত ॥৩০২৯॥
বাপ কৃপাময় গুৰু কৰোহো কাতৰি ।
পহিখানি দিয়াযাও থাকো সেৱা কৰি ॥
মাধৱে বোলন্ত মই বিদেশক যাও ।
যাৱে শীত পহিখনি উৰিবাক চাও ॥৩০৩০॥
আন এক পহিতোক দিবো লৈয়া যাও ।
মনপুৰে বোলে আন পহিক নাচাও ॥
পাছে গুৰুজনে গাৱহন্তে খসাই আনি ।
মনপুৰ ভৰাঙ্গীক দিলন্ত তৈসানি ॥৩০৩১॥
গাৱৰ ছালক তোৰ নিবাক মানস ।
দিলো লৈয়া তই আৰ শীঘ্ৰে চলি যাশ ॥
পাছে মনপুৰে পথ ক্ৰমত চলিলা ।
জপাত ভৰায়া পতি ভালমতে থৈলা ॥৩০৩২॥
একদিনা একাদশী তিথি আসি ভৈলা ।
সেৱা কৰিবাৰ মনে পড়িয়া নপাইলা ॥
কোনে নিল কিবা ভৈল নেপাওঁ উপায় ।
কান্দিয়া ৰহিল সিটো মৰণ পৰাই ॥৩০৩৩॥
সেৱকে বোলয় মন পুৰ কিকৰিলি ।
ঈশ্বৰৰ দ্ৰব্য আনি কিবা ফল পাইলি ॥
তান্ত পৰে গুৰু ঠাকুৰ আতাক আলিঙ্গি ।
ৰামচৰণ ঠাকুৰ পৰ্ম্মানন্দ মাথা শুঙ্গি ॥৩০৩৪॥

## মহাপুৰুষৰ খাগ্ৰাকটা ঘাট, আৰিমৰা ঘাট আদিত লীলা প্ৰকাশ

বিদায় কৰিলা গুৰু নৌকা মেলি গৈলা ।
সেৱক সকলে মহা বিষদে চলিলা ।।
পাছে ভাটি যান্তে গুৰু কৃষ্ণ কথা কন্ত ।
সকলো সেৱকে গুৰু চৰণে পুছন্ত ।।৩০৩৫।।
গৰুড় কেমন ৰূপ দেখিবাক চাওঁ ।
হাসি গুৰুজনে বোলে জোনো ভয় পাওঁ ।।
এহিবুলি তাৱক্ষণে স্মৰণ মন্ত্ৰকে ।
মহা ভয়ঙ্কৰ পক্ষীগোট পৰতেকে ।।৩০৩৬।।
সূৰ্য্যৰ সদৃস ব্ৰহ্মপুত্ৰ জানু ভৈল ।
দেখি সেৱকৰ মহা ভয় উপজিল ।।
ক্ষণিক স্তম্ভিয়া গৈল আকাশক লাগি ।
প্ৰশংসা কৰিলা ধন্য ধন্য পক্ষী ভাগি ।।৩০৩৬।।
একদিনা ৰাম ৰাৱণৰ প্ৰসঙ্গত ।
হনুমন্ত ৰূপ চাইতে সেৱকে প্ৰাৰ্থন্ত ।।
পাছে গুৰুদেৱে সেৱকৰ মনপুৰি ।
দেখাইলা হনুৰ ৰূপ নদীখান জুৰি ।।৩০৩৭।।
অগনি সদৃস মুখ চক্ষু জ্বলে ।
শৰীৰে জুৰিল ব্ৰহ্মপুত্ৰ দুই কুলে ।।
সকলো সেৱকে ভৈল ভয়তে বিকল ।
দেখি গুৰুজনে তেখনে বিদাই দিল ।।৩০৩৮।।
এহিমতে লীলা কৰি মাধৱদেৱ যান্ত ।
গধূলিকা খাগ্ৰা কটা ঘাটক পাইলন্ত ।।
বঞ্চিত কৰিলা গৃহ খাগৰা কাটিয়া ।
: ধু ক্ষী বাহগেট সেৱকে আনিয়া ।৩০৩৯।।
ঈশ্বৰক অৰ্পি গুৰু সেৱকক দিলা ।
পৰম আনন্দে পাছে আপুনু ভুজিলা ।।
পৰদিনা দক্ষিণ কুলৰ সোঁতাদিয়া ।
যান্তে আৰিমৰা ঘাট পাইলন্ত গৈয়া ।৩০৪০।।
মধ্যাহ্ন কালত গুৰু নৌকা ৰাখি তথা ।
গৃহনিৰ্ম্মি খোলা চৌকা কৰিলা সৰ্ব্বথা ।।
খৰি আনিবাক পাছে সেৱক চলিলা ।
ডোঁৱাৰ গোটত আৰি মাছক লখিলা ।।৩০৪১।।
অল্প মাত্ৰ জল মাছ বিকলত আছে ।
দেখিয়া সেৱকে ধৰি আনিলন্ত পাছে ।।
নাৱৰ কোষত থৈলা বহুতৰ মাছ ।
দেখি গুৰুজনে ৰাগ কৰিলা প্ৰকাশ ।।৩০৪২।।
কিকাম কৰিলা বহু জীৱ বিনাসিলা ।
বৈষ্ণৱৰ ধৰ্ম্ম তোৰা কিমতে ৰাখিলা ।।
ঈশ্বৰৰ অংশ জীৱ বধন নযাই ।
তথাপি কৰিলা বধ কাহাৰ কথাই ।।৩০৪৩।।
সেৱকে বোলন্ত বাপ জল শুকাই যান্ত ।
কমাৱন্তে মাছ পক্ষী সকলে ভুঞ্জন্ত ।।
মৰিবাক জানি মাছ ধৰি অনা হৈল ।
শুনি গুৰুজনে মহা ক্ৰোধ কৰি কৈল ।।৩০৪৪।।
যদিবা ব্ৰাহ্মণ গোট মৃত্যু সন্নিহিত ।
জীৱনৰ আশা নাহি মৃত্যু মুখে পতিত ।।
দুঃখ পায়া বুলি তাক আগে বিনাসিল ।
তাহাৰ বধৰ পাপে কিবা নাহি পইল ।।৩০৪৫।।
পাছে হৰি বল্লভে বুলিলা যোৰকৰে ।
সেৱকে ভুঞ্জিবে বাপ ক্ষমিয়ো সত্তৰে ।।
তথাপিতো গুৰুজনে সন্তোষ নভৈলা ।
ভকতৰ প্ৰাৰ্থনাত দোষক ক্ষমিলা ।।৩০৪৬।।
সেহিদিনা তথাতে ৰহিয়া দেৱবৰ ।
পৰদিন প্ৰভাতে চলিলা শীঘ্ৰতৰ ।।
অনুক্ৰমে সাৱধানী ঘাটক পাইলা ।
সকলো সেৱক ওপৰক চলি গৈলা ।।৩০৪৭।।
বৰবিষ্ণু আতা গুৰুজন আসিবাৰে ।
সম্বাদ পাইলন্ত মহা আনন্দ অপাৰে ।।
গধূলি ভৈলেক শীঘ্ৰে সেৱক নাসিলা ।
দেখি গুৰুজনে এক শক্তি প্ৰকাশিলা ।।৩০৪৮।।

## বৰবিষ্ণু আতা আৰু বলাই নৰসিংহৰ লগত মিলন

কৰাইলে সবাৰো খোলা চৌকা বিস্তাৰিয়া ।
ভোজনৰ দ্ৰব্য ঠাৱে ঠাৱতে সজায়া ।।
সেৱক সকলে আসি দেখি আচৰিত ।
গুৰুক সোধন্ত বাপ ইকথা কিমত ।।৩০৪৯।।
গুৰুজনে বোলে তোৰা বিস্ময় নকৰা ।
পৰম সুখদে বসি ভোজন আচৰা ।।
শুনিয়া সেৱক স্নাত সতৰিয়া তথা ।
কৰন্ত ভোজন মহা সন্তোষে সৰ্ব্বথা ।।৩০৫০।।
হেন সময়ন্ত শ্ৰীবিষ্ণু আতা আইল ।
অল্পদ্ৰল নৌকা আসি মধ্যতে লাগিল ।।
দেখি গুৰুজনে যদু মণিক বোলন্ত ।
দেখা তব পিতাৰ নৌকায়ে ঠেকিলন্ত ।।৩০৫১।।

শীঘ্ৰগতি আতে নৌকা জঙ্গত কৰিয়া ।
একৰায়া দিল চলি সত্তৰে আসিয়া ॥
টকা বস্ত্ৰ দিয়া আতা বাৰ্ত্তাক সুধিলা ।
অনেক সম্ভাৱে গুৰু সেৱক তুষিলা ॥৩০৫২॥
আতাক বিদায় দিলা সেৱক সহিত ।
ভাটিক চলিলা গুৰু মহা সন্তোষিত ॥
দুইদিনে গৈয়া পাছে ঘোৰা ঘাট পাইল ।
তথাতে ৰহিয়া উঠি যাইবাক ইচ্ছিল ॥৩০৫৩॥
বলাই নৰসিংহে ডোলাখান পঠাই দিলা ।
তাহাত চৰিয়া গুৰু সত্তৰে চলিলা ॥
পথত আসন্তে ৰঘুৰাজা সমাবেশে ।
দেখি গুৰুজন অন্তৰিলা প্ৰান্ত দেশে ॥৩০৫৪॥
বলাই নৰসিংহ ৰজা লগে আশিছিলা ।
দেখি গৈয়া গুৰুক পড়িয়া প্ৰণামিলা ॥
প্ৰাৰ্থনা কৰিল দাস গৃহত ৰহিয়ো ।
চৰণৰ ধূলি দিয়া কৃতকৃত্য কয়ো ॥৩০৫৫॥

## সোনকোঁহ নদীৰ ছকিত পাৰহৈ বিহাৰ গমন

শুনি গুৰুজন গৈয়া তথাতে ৰহিলা ।
অনেক ভকতি ভাৱে দুইজনে সেৱিলা ॥
সোনকোস নদী দুই ৰাজাৰ সীমনা ।
পাৰ কৰাইবাক নপাৰয় কোনোজনা ॥৩০৫৬॥
ভৃগু গুৰু শুনি গুৰু জন আসিবাৰ ।
মহা সমাৰোহে আসি সেৱিলা বিস্তৰ ॥
গুৰুজনে বোলে বেহাৰক যাইবো আমি ।
কোনো উপায়তে নিয়া নিভয়তে তুমি ॥৩০৫৭॥
ঘাটোৱাল সমে তান আছিলন্ত প্ৰীতি ।
গোপনে কহিলা দ্বিজে কথাক সম্প্ৰতি ॥
মোৰ বৃদ্ধ শশুৰ দেখিতে আসিচয় ।
তান লগে আসি আছে লোক পাঞ্চচয় ॥৩০৫৮॥
গোপনে কৰিয়ো পাৰ তুমি বন্ধুজন ।
শুনি চকিয়ালে বুলিলন্ত তাৰক্ষণ ॥
ৰাত্ৰিত আসিয়া তেহো পাৰ হৈয়া যাবে ।
প্ৰকাশ নকৰি শীঘ্ৰে আনিয়োক আবে ॥৩০৫৯॥
পাছে ভৃগু ব্ৰাহ্মণ চলিল ৰঙ্গ মনে ।
ডোলাত তুলিয়া লৈয়া গৈলন্ত তেখনে ॥
শীঘ্ৰে পাৰ কৈলা গুৰুজনেও আসিলা ।
সূৰ্য্যোষেন প্ৰকাশয় ঘাতৈয়ে দেখিলা ॥৩০৬০॥

বোলন্ত দ্বিজক ইটো মনুষ্য নোহয় ।
কহিয়োক গুৰু আবে ইটো কোন হয় ॥
কহিবাক চান্তে গুৰু বহুদূৰ গৈলা ।
দণ্ড দুইমানে ভৃগু গুৰু ঘৰ পাইলা ॥৩০৬১॥
এহিমতে গৈয়া ভৃগু ঘৰত পহন্ত ।
আই ধাইত গৈয়া সাত সন্ত্ৰীয়া কহন্ত ॥
শুনি আই পাছে বৰ ভগীয়াক পাঞ্চে ।
গুৰুজন বাৰ্ত্তালৈয়া ধাইত কৈলা সাঞ্চে ॥৩০৬২॥

## শ্ৰীমাধৱদেৱৰ ভৃগু গুৰু আৰু ৰাম ৰাম আতাৰ গৃহত প্ৰবেশ

কিছুদিন অন্তে ভৃগু মান্ধাতা আসিয়া ।
মাতি প্ৰাৰ্থি সিটো তাৰ গৃহ লাগি নিয়া ॥
পৰম আনন্দে গুৰু সেৱকে সহিতি ।
কতোদিনে ৰহি ৰাজ নগৰ সন্নিতি ॥৩০৬৩॥
যাইবাক কৰিলা মন জানিয়া গোপাল ।
মাধৱ দেৱক নিলা গৃহ সেহিকাল ॥
নানা ভক্তি কৰি গুৰু জনক তুষিলা ।
একদিনা মাধৱত হেন কথা কৈলা ॥৩০৬৪॥
বাপ ৰাজা আসে আমি কৈলো তযু কথা ॥
নখাৱয় মৎস্য তৈল হবিষ সৰ্ব্বথা ॥
দাড়িচুলি নকাময় একাহাৰ কৰে ।
শুনি ৰাজা প্ৰশংসা কৰিল বহুতৰে ॥৩০৬৫॥
শুনি গুৰুদেৱে মহা অসন্তোষ কৰি ।
সাই দৰিয়া গোপালত কহিলা বিবৰি ॥
শ্ৰীশঙ্কৰ গুৰু নাম ধৰ্ম্ম প্ৰকাশিল ।
ব্ৰত যাগযজ্ঞ মানে নিবাৰণ কৈল ॥৩০৬৬॥
যিসব কহিলা ভক্তি ধৰ্ম্মৰ বিৰোধি ।
তোমাৰ গৃহত নথাকিবো অদ্যাবধি ॥
এহিবুলি তেখনে উঠিলা গুৰুদেৱ ।
ৰাম ৰাম আতে আসি কৰিলন্ত সেউ ॥৩০৬৭॥
বাপ জগতৰ গুৰু দাস হেন মানি ।
দাসৰ গৃহক যেন চলন্ত এখনি ॥
গুৰুৰ ৰহিবে যোগ্য গৃহ কৰি আছো ।
জনাইবাৰ লাগি বাপ আসিয়া ৰহিছো ॥৩০৬৮॥
পাছে তুষ্ট মনে গুৰু কৰি মহাৰঙ্গ ।
ৰাম ৰাম গৃহে গৈল সেৱকৰ সঙ্গ ॥
অনেক সাদৰে ৰাম ৰাম মহাশয় ।
আগবঢ়াই নিয়া দিব্য গৃহত বসায় ॥৩০৬৯॥

টকা বস্ত্ৰ গুৱাপাণ ঠগিত আনিয়া ।
গুৰু সেৱকৰ সুখ সম্বাদ সুধিয়া ॥
পাছে গুৰুজনে সুখে তথা ৰহি আছে ।
বৰ ভগীয়াক ধাই পঠাইলন্ত পাছে ॥৩০৭০॥
দাসীক কৰিয়া কৃপা গুৰুজন আইল ।
পূৰ্ব্ব পুৰুষৰ মোৰ ভাগ্য আসি ভৈল ॥
নিজ দাসী বুলি যদি আসিবাক চাৱে ।
সত্ৰৰ গৃহক সজাই দিবে পাৰো তেৱে ।৩০৭১॥
মাধৱ বদতি বৰভগীয়াক প্ৰতি ।
ভকতৰ বাঞ্চা সিদ্ধি কৰিবোহো ঐতি ॥
সেৱক সকলে যেন সুখদে থাকয় ।
সেহিমতে গৃহ সব কৰিয়োক ধাই ॥৩০৭২॥
শুনি বৰভগীয়া সকলো কথা কৈলা ।
গৃহ সজাইবাক প্ৰতি ধাইৰ মন ভৈলা ॥
পাছে ধাই লক্ষ্মী নাৰায়ণত কহিলা ।
মহা ভক্তজন বাপু তব ৰাজ্যে আইলা ॥৩০৭৩॥
সত্ৰ সভা হাটীগৃহ কৰায়া দিয়োক ।
ৰাজা বোলে ইকালত ভক্ত দেখাওঁক ॥
ব্ৰহ্মামনুহৰ কপিলাদি ভক্ত বৰ ।
তাসম্বাৰ বিনে ভক্ত নাহিকে আৱৰ ॥৩০৭৪॥
শুনিয়া মনত মহাবিষাদ মিলিলা ।
কিছুদিন থাকি মাঘ মাস আসি ভৈলা ॥
প্ৰভাতে যাহান্তে আই স্নান কৰিবাক ।
কম্পিজম্পি আসে ৰাজা দেখিলা প্ৰত্যেক ॥৩০৭৫॥
স্নেহতে বুলিলা আই* দুলি কৰি যাও ।*দুলি-দোলা
আই বোলে অৰ্ধফল কিসক গুচাও ॥
হেনমতে সেহিদন ৰহিলন্ত যাই ।
পুনৰপি দেখি ৰাজা বিষাদ কৰাই ॥৩০৭৬॥

আই ধাইৰ আদেশত লক্ষ্মীনাৰায়ণ ৰজাৰ ভেলা ধান নিৰ্ম্মাণ আৰু শ্ৰীমাধৱদেৱৰ নিবাস

ধাই বোলে যদি মোক মৰম কৰিছা ।
তেবে কৰিয়োক পূৰ্ণ মোৰ মন বাঞ্চা ॥
তুমি মহাৰাজা বুলি জগতে কহয় ।
তোমাৰ প্ৰসাদে লোকে সুখক লভয় ॥৩০৭৭॥
মোক দায়া কৰা তুমি তোৰোচা নদীক ।
নগৰ ভিতৰে শীঘ্ৰে আনিয়া দিয়োক ॥
এতেকতে দুঃখ মোৰ সত্ত্বৰতে গুচে ।
নকৰিলে তুমি বিনে আৰ কোন আছে ॥৩০৭৮॥
শুনিয়া বোলন্ত আই মোৰ শক্তি নাই ।
আই বোলে তুমি ৰাজা শকতি আছই ॥
প্ৰিয়ব্ৰত ৰাজা দেখো সাগৰ কৰিলা ।
আবে ক্ষুদ্ৰ নদীখানি আনিদিয়ো ভালা ॥৩০৭৯॥
লক্ষ্মীনাৰায়ণে পাছে হাসিয়া কহিলা ।
সিকালৰ ৰাজা সমে আমাক মানিলা ॥
সত্যযুগ ৰাজা সব মহা পৰাক্ৰম ।
কিমতে হইবো আমি সিসবৰ সম ।৩০৮০॥
হাসিয়া কহিলা বাপু কহিলা স্বৰূপ ।
কাল অনুসৰি গুৰু ভক্তৰ স্বৰূপ ॥
যেনমত ইকালৰ তুমি ৰাজ ভৈলা ।
সিমতে ভকত সবো আবে আসি হৈলা ॥৩০৮১॥
এতেকতে মাধদেৱ ভক্তৰ উত্তম ।
জানিয়া কৰিবে লাগে ভকতি সুগম ॥
লজ্জ পায়া ৰাজা তেতিক্ষণে আজ্ঞা কৰে ।
মাধৱক প্ৰতি সত্ৰ কৰা সাৱে সাৱে ॥৩০৮২॥
পাছে আই ধাই দলৈৰ মাটি লৈলা ।
আহধান সব তাৰ কাটিয়া পেলাইলা ॥
হাটীবাটী নামঘৰ গুৰুৰ গৃহক ।
শীঘ্ৰে কৰই জনাইলন্ত মাধৱদাক ।৩০৮৩।
অনেক বিনয়ে আই প্ৰাৰ্থনা কৰিলা ।
পাছে গুৰুদেৱ আসিবাক সাজ ভৈলা ॥
সেৱক সকলো মহা হৰিষিত মন ।
ভেলা ডোৱাৰক প্ৰতি আইলা গুৰুজন ॥৩০৮৪॥
গৃহক পশিয়া আজ্ঞা শ্ৰী ৷ ক ক৷ ।
শুনি আতা যাক যেন বিভাগিয়া দিল ॥
পাছে আই ধাই নানা দ্ৰব্য সব আনি ।
গুৰু সেৱকক দিলা ইষ্ট সিদ্ধ মানি ॥৩০৮৫।
টকা বস্ত্ৰ দিয়া গুৰু জনক সেৱিলা ।
মহাৰঙ্গে গুৰুজন তথাতে ৰহিলা ॥
ৰাজাক কহন্ত আই গুৰুজন কথা ।
ৰাজাৰ সন্তোষ ভৈল শুণ নাম যথা ॥৩০৮৬॥
বিজয় পুৰৰ হৰিকৃষ্ণ আসিলন্ত ।
হৈদাস বনিয়া আনো নানা ভক্তসন্ত ॥
সকলো আসিয়া গুৰুজনক সেৱিল ।
দিনেদিনে গুৰু সেৱকৰ ৰঙ্গ ভৈল ॥৩০৮৭॥
প্ৰতিদিনে ধাই আসি গুৰুৰ নিকট ।
সুখদুখ বুজি ভক্তি ভাৱে সাদৰন্ত ॥
নমো মোৰ মহাগুৰু শঙ্কৰ মাধৱ ।
যাহাৰ চৰিত্ৰ সব লোকৰ বান্ধৱ ॥৩০৮৮॥

হেন গুৰু ভকতৰ চৰিত্ৰ অপৰ্য্যন্ত।
তাহাৰ সবৰ কথা কোনে পাবে অন্ত ॥
তথাপি গুৰু ভকতৰ আজ্ঞা মানি।
থিপলো তাহাৰ কথা লেখিলো প্ৰমাণি ॥৩০৮৯॥
জানি কৃপাকৰা মোক দীনহীন মতি।
ৰাম ৰাম বুলি তৰা সংসাৰ দুৰ্গতি ॥
দীননাথে ভনে গুৰু চৰিত্ৰ অমৃত।
গুৰুৰ সেৱক হয়া থাকো সদা ভৃত্য ॥৩০৯০॥

# অষ্টম অধ্যায়

## দুলড়ি

শুনা আতপৰে বেহাৰ নগৰে
মাধৱ দেৱ আচন্ত।
আইলা গুৰুজন শুনিয়া উৎসৱ
ৰাজা প্ৰজা কৰিলন্ত ॥
চাহিবাক প্ৰতি আসিলা উভতি
নগৰৰ যত জন।
মাধৱ দেৱক দেখিল মাত্ৰকে
হৰিষ ভৈলেক মন ॥৩০৯১॥
কৰয় প্ৰণাম আনন্দ পৰম
চৰণৰ ধূলি লৱে।
সমস্ত লোকৰ সন্তোষি মনক
কহন্ত কথা মাধৱে ॥
শুনিলোক যত হৰিষ মনত
অমৃত যেন পিৱয়।
একচিত্ত মনে সাৱধানে শুনে
আনত চিত্ত মেদয় ॥৩০৯২॥
প্ৰসন্ন বদন মধুৰ বচন
মুকুতা পান্তি দশন।
নাসাতিল ফুল ভ্ৰুব ধনুতুল
আয়ত পদ্ম নয়ন ॥
হৃদয় বহল দীৰ্ঘ কমুগল
বাহু যুগ সুবলিত।
শিৰচন্দ্ৰ প্ৰায় শ্যামবৰ্ণ কায়
পৰম কাৰুণ্য চিত্ত ॥৩০৯৩॥

## মহাপুৰুষ শ্ৰীমাধৱদেৱৰ কোঁচ বিহাৰ ৰাজ্যত স্থিতি

গমন গম্ভীৰ গজগতি ধীৰ
পাৱ দুই সুকোমল।
শুক্লবস্ত্ৰ গাৱে ভূষয় সদায়ে
সুন্দৰ উৰু যুগল ॥
বোলন্ত গোসাঞি যাইবাক জুৱাই
দৰ্শন লাগি ৰাজাৰ।
মাধৱে বোলন্ত ৰাজাৰ পাশত
নাহিকে কাৰ্য্য আমাৰ ॥৩০৯৪॥
বিৰুপাক্ষে বোলে ৰাজা মহাশান্ত
আপোনাৰ কথা সোধে।
দেখিবাক প্ৰতি পাছে তানমতি
সৰ্ব্বদায়ে বাৰ্ত্তা সোধে ॥
পাছে গুৰুদেৱ যাইবো বুলিলন্ত
ধাই শুনি আনন্দিত।
ৰাজাক কহিলা ৰাজায়ো বুলিলা
আসোক গুৰু মহন্ত ॥৩০৯৫॥
গৈলা গুৰুদেৱ দেখি নৰদেৱ
মহা সমাৰোহ কৰি।
মন্ত্ৰীক পাছিয়া আগবঢ়াই নিয়া
বসুৱাইল সমাদৰি ॥
ৰাজা মহামতি কৰিলা মিনতি
বহু শাস্ত্ৰ আলাপিলা।
প্ৰশংসা কৰিয়া মধুৰ বচনে
ৰাজায়ে বিদায় দিলা ॥৩০৯৬॥
মহাৰঙ্গ কৰি আসিয়া সত্তৰি
ভেলাত সুখে ৰহন্ত।
হৰিনাম ৰৰি তাক সাৰকৰি
ৰহোক মোৰ মুখত ॥
বিষ্ণু বৈষ্ণৱৰ কথা মনোহৰ
শুনিলাহা সভা সদ।
বোলা হৰি হৰি হৃদি ৰাপ ধৰি
গুচুক সবে আপদ ॥৩০৯৭॥

গহীন গম্ভীৰ গুণেৰ মন্দিৰ
কহিবো মহিমা কত ।
তান সেৱাকৰি শুদ্ধভৈল কায়
আসি আছে ভক্ত যত ॥
মধুৰ বচন শীতল ইক্ষণ
যেন চন্দ্ৰ উপগত ।
বসিয়া হৰিষি কৰি অল্পহাসি
কৃষ্ণৰ কথা কহন্ত ।।৩০৯৮।।
বীৰ নাৰায়ণ ৰাজাৰ কুমৰ
ৰাজমাৱ আদি কৰি ।
ধাইৰ প্ৰবোধনে আসি অনুক্ষণে
শৰণ লৈলা সাদৰি ॥
কহিবো কতেক শৰণ লৈলেক
আনো নগৰস্থ জন ।
মনোহৰ নাম ডাকোৱাল পৰম
আনো বিলাই তৰ জন ।।৩০৯৯।।
শৰণ লভিয়া মাধৱ দেৱত
সৱে ভৈল সদাচাৰী ।
বিৰুপাক্ষ কাজি সেবিয়া গুৰুক
ধৰ্ম্মক চান্ত বিচাৰি ॥
ৰূপ গুণ ধৰ্ম্ম দেখি সুশোভন
ৰাজাত সকলে কৈলা ।
পৰম মহন্ত অতি ভক্তিমন্ত
বুলিয়া প্ৰশংসা কৈলা ।।৩১০০।।
এহিমতে গুৰু ভকতি প্ৰচাৰি
আছে মহা শুদ্ধ ভাৱে ।
আই ধাই সমে বিৰুপাক্ষ কাজি
প্ৰণামিয়া গুৰু পাৱে ॥

## শ্ৰীমাধৱদেৱৰ নামমালিকা শাস্ত্ৰৰ পদ ৰচনা আৰু কুলুপ ঘোষা ৰচনা

### ছবি

বেহাৰৰ মহাৰাজা ৰূপেগুণে মহাতেজা
মনত বিচাৰ কৰিলন্ত ।
নামৰ মহিমা কথা শাস্ত্ৰ বিচাৰিয়া যথা
যিটোজনে আনিয়া দিৱন্ত ।।৩১০১।।
তাক পুৰস্কাৰ দিব মহা সতকাৰ পাইব
এহি বুলি আজ্ঞা প্ৰকাশিলা ।
শুনিয়া পণ্ডিত গণ যিটো শুদ্ধ সন্তজন
শ্লোক সব আনি দিবে লৈলা ॥
একত্ৰ কৰিয়া থৈলা পণ্ডিতো দক্ষিণা পাইলা
সেহি পুথি ভণ্ডাৰে বান্ধিলা ।
তাক বিচাৰিয়া আনি বিৰুকাজি মহা মানি
পয়াৰ কৰিতে আনি দিলা ।।৩১০২।।
শুনা শুনা গুৰুদেৱ তয়ুপদে কৰো সেৱ
ইটো গ্ৰন্থ দিলো প্ৰয়োজনে ।
নপাইলা শ্লোকৰ অৰ্থ নজানয় পৰমাৰ্থ
সিটো পদ কৰিবেক মনে ॥
আপুনি কৰিয়ো পদ যেন অৰ্থ তদগদ
সন্ত জন মনক ৰঞ্জন ।
বুলিয়া গ্ৰন্থক দিলা মাধৱে হৰিষ পাইলা
পয়াৰ কৰিবে ভৈলা মন ।।৩১০৩।।
পাত কাপমহী আন যোগাই ভক্ত জনাৰ্দ্দন
গুৰু জনে পয়াৰ ৰচিলা ।
নানা ছন্দবন্ধ দিলা ছবি দুলড়ি ভৈলা
সমাপত শাস্ত্ৰক কৰিলা ॥
বিৰুপাক্ষ তাক পায় ধন্য বুলি প্ৰশংসয়
ৰাজা প্ৰজা সন্ত সাধুজন ।
নামৰ মহিমা মালা কৃষ্ণ যশগুণ ভালা
নামৰ মালিকা বিচক্ষণ ।।৩১০৪।।
গুৰুজনো সাৰ কৰি গ্ৰন্থখানি থৈলা ধৰি
বিৰুপাক্ষে দেখিলেক মাত্ৰ ।
যাহাৰ কাৰণে ভৈল তাঙ্কলাগি সাক্ষি থৈল
প্ৰচাৰ হইবেক যেন তত্ৰ ॥

## শ্ৰীমাধৱদেৱৰ কুলুপ ঘোষা ৰচনা

### পদ

অনন্তৰে মাধদেৱ মনে আলোচিল ।
ঘোষা শাস্ত্ৰ সাৰ উদ্ধাৰিবে মন ভৈল।।৩১০৫।।
ভক্ত সবে অনুক্ষণ প্ৰসঙ্গ কৰিত ;
* কুলুপৰ ছন্দে ঘোষা হৌক মনোনীত ॥
হেন মন কৰি ঘোষা সংগ্ৰহ কৰিলা ॥
চৌবিচ কুলুপ পাতি নাম প্ৰকাশিলা ।।৩১০৬।।

শৰণ ভজন নিন্দা স্তুতি উপদেশ।
প্ৰাৰ্থনা কাকুতি খেদ নানা বিধ ৰস ॥
যৈৰ যিবা যশ ৰস যেন কৰি।
বৈকুণ্ঠৰ পৰা যেন মতে আসি হৰি ॥৩১০৭॥
সেহিমতে পৰম আনন্দ ৰসচয়।
এইকক কুলুপ কৰি আনিয়া নিশ্চয় ॥

জনাৰ্দ্দন আতেত স্থাপিল গুৰু জন ;
সকল সাধুৰ মহা হৃদয় ৰঞ্জন। ৩১০৮॥
কুলুপিয়া ধৰি গোৱা যুগল কৰিলা।
নিৰক্ষৰী সাধুৰ হৃদয়ে স্থাপিলা ॥
এহিমতে জীৱৰ তাৰণ হেতু গুৰু।
প্ৰকাশ কৰিলা ভকতৰ কল্পতৰু ॥৩১০৯॥

## কুলুপিয়া ঘোষা

কুলুপিয়া ঘোষা সৰ্ব্বমুঠ ৩৬ কুলুপ তাৰে নামছন্দ কুলুপিয়া ঘোষা ১৮ কুলুপ আৰু শৰণছন্দ বা ধৰিগোৱা ঘোষা ১৮ কুলুপ, নামছন্দৰ কুলুপিয়া ঘোষা সদায়ে তিনিও প্ৰসঙ্গত গোৱা হয়। শৰণছন্দৰ কুলুপিয়া ঘোষা তিথি মহোৎসৱত নামছন্দৰ একুলুপ ঘোষা গায়লৈ তাৰ পিছতহে শৰণ ছন্দ বা ধৰি গোৱা ঘোষা গোৱাৰ নিয়ম আছে, নামছন্দ ঘোষাখিনিত কেৱল ভগৱানৰ নাম নিৰূপিত আছে, এই ঘোষাত প্ৰাৰ্থনাৰ ঘোষা নাই ; এই ঘোষাক মুখ্য বুলি ধৰা হয়। ধৰি গোৱা বা শৰণ ছন্দ ঘোষাত তুতি প্ৰাৰ্থনা নিবেদন থকাৰ কাৰণে গৌণ স্থান দিয়া হ'ল।

কুলুপিয়া নামছন্দ ঘোষাৰ প্ৰাৰম্ভ=আবাহন বা কৃষ্ণদকা :—

কৃষ্ণৰাম কৃষ্ণৰাম। কৃষ্ণৰাম কৃষ্ণৰাম ॥১॥ কৃষ্ণ কৃষ্ণৰাম জয় জয়ৰাম। কৃষ্ণকৃষ্ণৰাম জয় জয়ৰাম ॥২॥ কৃষ্ণহৰি ৰামহৰি ৰাম ৰাম ৰাম। অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ ॥৩॥ "এইখিনি কৃষ্ণৰ আবাহন গতিকে কোনো প্ৰসঙ্গতে এৰানপৰে তিনিওটি প্ৰসঙ্গতে কৃষ্ণদকা বা আবাহন কৰি লৈহে যি কোনো ঘোষাৰ আৰম্ভ কৰি নাম গাব পাৰে।" কুলুপিয়াৰ নামছন্দ—

১ম ঘোষা= গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম মুৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥১॥
গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি।
ভকতি ৰোচন দুখ-বিমোচন ভকতৰ ভয় হাৰী ॥২॥
পৰম পুৰুষ পৰমানন্দ পৰম গুৰু মুৰাৰি।
অনাদি অনন্ত অচ্যুত গোবিন্দ ভকতৰ ভয় হাৰী ॥৩॥
জয় যাদৱ এ' মোৰে প্ৰাণ জীৱৰ জীৱন নাৰায়ণ।
ভকতৰ ধন তযু অৰুণ চৰণ ॥৪॥
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি, ৰামকৃষ্ণ ৰামকৃষ্ণ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ ॥৫॥
ৰাম ৰাম ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ৰাম।
ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম, ৰাম অ হৰি ৰাম নিৰঞ্জন ॥৬॥
ৰাম ৰাম ৰাম ৰাম ৰাম, ৰাম কৃষ্ণ হৰি নাৰায়ণ ॥৭॥
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম কৃষ্ণ হৰি হৰি হৰি হৰি ॥৮॥
হৰি হৰি ৰাম, ৰামকৃষ্ণ ৰাম ৰাম ৰাম, শ্ৰীৰাম জয় জয় ৰাম ॥৯॥
ৰাম ৰাম ৰাম ৰাম গোপাল, জীৱৰ জীৱন যদুৰায় ॥১০॥

ঘোষা ॥২॥ দীন দায়াশীল দেৱ দামোদৰ হৰি দামোদৰ।
দামোদৰ দামোদৰ দেৱ দামোদৰ ॥১॥
অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ, এহে নিত্যনিৰঞ্জন
হৰি নিত্যনিৰঞ্জন নিত্যনিৰঞ্জন নিত্যনিৰঞ্জন ॥২॥
মুৰাৰি মধুৰিপু ৰাঘৱ এ' ৰাম ৰঘুপতি ৰাম ৰাম ৰাম হৰি
ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম, নাৰায়ণ জয় নাৰায়ণ ॥৩॥
যাদৱ যদুপতি মাধৱ এ' ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ,
নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ ॥৪॥
ৰামকৃষ্ণ গোবিন্দ গোপীনাথ হৰি গোপীনাথ।
গোপীনাথ গোপীনাথ জয় গোপীনাথ ॥৫॥ *
করুণা সাগৰ মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥৬॥
দৈৱকীনন্দন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥৭॥
নন্দেৰ নন্দন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥৮॥
পুতনা শোষণ মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥৯॥
শকত ভঞ্জন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১০॥
অৰ্জ্জুন ভঞ্জন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১১॥
কালিক দমন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১২॥
কমল লোচন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১৩॥
ভকত বৎসল মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১৪॥
পতিত পাৱন মোৰ বান্ধৱ এ' ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ॥১৫॥
ৰাম ৰাম ৰাম ৰাম গোবিন্দ, ৰাম ৰাম ৰাম ৰাম হৰি, ৰাম ৰাম ৰাম ৰাম;
ৰাম কৃষ্ণ ৰাম গোপাল গোবিন্দ মুকুন্দ হৰি মুৰাৰি ॥১৬॥

"এই ঘোষা কুলুপ উপৰোক্ত ঘোষা— শ্ৰীশ্ৰীকৃষ্ণ জন্মাষ্টমীত আৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱত গোৱা হয়।"

ঘোষা ॥৩॥ জয় হৰিৰাম জয় শ্ৰীৰাম, পৰম মঙ্গল মাধৱৰ গুণনাম ॥১॥
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম, মধুমুৰ মথন মুৰাৰি হৰি ৰাম ॥২॥
চিদানন্দ ৰাম সদানন্দ হৰি নিত্যানন্দ কৃষ্ণে মোক লৈয়ো দাস কৰি ॥৩॥
মুকুন্দ মুৰাৰী দীনদায়াশীল হৰি ৰাম ॥৪॥
কমল লোচন দুঃখ মোচন মুৰাৰি ৰাম ॥৫॥
জীৱৰ জীৱন ধন মুকুন্দ মুৰাৰি নাৰায়ণ ॥৬॥
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় নাৰায়ণ ॥৭॥
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ, জয় ৰাম জয় ৰাম ॥৮॥
ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ' হৰি নাৰায়ণ।
ভকত জনৰ দুঃখ ভয় হৰি এ' হৰি নাৰায়ণ ॥৯॥
ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ' হৰি নাৰায়ণ।
অনাথক দায়া কৰা কৃপাময় এ' হৰি নাৰায়ণ ॥১০॥

ঘোষা ॥৪॥ বনমালিৰাম বনমালিৰাম চৰণে লাগো শৰণ মাগো ॥১॥
ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম পৰম মঙ্গল তোমাৰ নাম ॥২॥
গোবিন্দ জয় কৃষ্ণ গোপাল ৰাম ॥৩॥ গোবিন্দ দায়াময় মুৰাৰি ৰাম ॥৪॥
গোপাল জয় ৰাম গোবিন্দ জয় ৰাম ॥৫॥ গোপাল গোবিন্দ হৰি ৰাম নাৰায়ণ ॥৬॥
হলিৰাম শ্ৰীৰাম বামন পৰশুৰাম ॥৭॥ হৰিৰাম শ্ৰীৰাম জয় জয় ৰাম ৰাম ॥৮॥
গোপাল গোবিন্দ' ৰাম কৃষ্ণ মুকুন্দ' ॥৯॥ ॥০॥

ঘোষা ॥৫॥ হৰি মোৰ বান্ধৱ কৃষ্ণ ৰাম ॥১॥ কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম ॥২॥
গোপাল গোপীনাথ গোবিন্দ ৰাম ৰাম ॥৩॥ গোবিন্দ ৰাম কৃষ্ণ গোবিন্দ ৰাম ॥৪॥
গোবিন্দ ৰাম হৰি গোবিন্দ ৰাম ॥৫॥ হৰি হৰি নাৰায়ণ গোবিন্দ ৰাম ॥৬॥
গোবিন্দ ৰাম গোবিন্দ ৰাম গোপাল গোবিন্দ ৰাম ৰাম ॥৭॥ ॥০॥

ঘোষা ॥৬॥ ৰাম নিৰঞ্জন অ ৰাম নিৰঞ্জন নিৰাকাৰ হৰিৰে ৰাম ॥১॥
ৰাম সদাশিৱ অ অ' সদাশিৱ সনাতন প্ৰভুৰে ৰাম ॥২।
ৰাম দায়াশীল মোৰে প্ৰভু দায়াশীল দেৱদীন বন্ধুৰে ৰাম ॥৩॥
ৰাম ৰাম ৰাম ৰাম হৰি হৰি গোপাল গোপাল ॥৪॥
যদুৰে এ' অ' যদুৰে আৰে ৰাপ কমল লোচন ॥৫॥
ভজৰে এ' অ' ভজৰে আৰে মন হৰি চৰণত ॥৬॥ ॥০॥

ঘোষা ॥৭॥ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণে ॥১॥
ৰাম কৃষ্ণ ৰাম ৰাম নাৰায়ণ ॥২॥
বনমালি গোবিন্দ ৰাম কৃষ্ণ হৰি ॥৩॥
ৰাম হৃষীকেশ গোবিন্দ হৃষীকেশ ॥৪॥
কৃষ্ণ যদুপতি ৰামে মোৰ গতি ॥৫॥
ৰাম বনমালি গোপাল বনমালি ॥৬॥
হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি ॥৭॥
জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ॥৮॥
ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিৱ সনাতন।
তুমিসে গোবিন্দ ভকতৰ নিজ ধন ॥৯॥
শিৱ শিৱ শিৱ শিৱ শিৱ।
শিৱ সনাতন জগজীৱ ॥১০॥
শিৱ সাৰেঙ্গধাৰী মধুসূদন দৈত্যাৰি ॥১১॥

ঘোষা ॥৮॥ কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥১॥
কৃষ্ণ কৃষ্ণ কৃষ্ণ ৰাম, ৰাম কৃষ্ণ কৃষ্ণ ৰাম ॥২॥
কৃষ্ণ কৃষ্ণ কৃষ্ণ ৰাম, গোবিন্দ কৃষ্ণ ৰাম ৰাম ॥৩॥
গোবিন্দ গোবিন্দ গোবিন্দ ৰাম ৰাম কৃষ্ণ গোবিন্দ ৰাম ॥৪॥
কৃষ্ণ ৰাম হৰি ৰাম গোপাল গোবিন্দ ৰাম ॥৫॥
হৰে কৃষ্ণ হৰে ৰাম জয় কৃষ্ণ হৰে ৰাম ॥৬॥
হৰে হৰে হৰে ৰাম কৃষ্ণ হৰে হৰে হৰে ৰাম ॥৭॥
হৰে হৰে ৰাম ৰাম ৰাম, বান্ধৱ হৰে ৰাম ৰাম ৰাম ॥৮॥
হৰি হৰি নাৰায়ণ গোবিন্দ ৰাম ॥৯॥
গোবিন্দ ৰাম গোবিন্দ ৰাম গোপাল গোবিন্দ ৰাম ৰাম ॥১০॥

শৰণছন্দ বা ধৰিগোৱা ঘোষা :—

ঘোষা ॥১॥ হিয়াৰ মাজে নামৰ তত্ত্বাৰ মুখে বাজে হয় ।
ৰামনামে মাৰণ মাৰিয়া পাপ কণ্টক কৰ ক্ষয় ॥১॥
পাপবিপক্ষক সংহৰি হৰি নাম খলখলি হাসে ।
সকলো ধৰ্ম্মৰ ওপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ॥২॥
মুকুতি সুখক বশ্য কৰি হৰি নাম আনন্দত নাচে ।
পুৰুষে সহিতে সখিত্ব কৰিয়া চলয় হৰিৰ কাছে ॥৩॥
আপুনু নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে ।
যিটো নামলয় হৰি তাৰে হয় ইপুনু ৰহস্য বড়ে ॥৪॥
হৰি গুণ নাম ভাবিয়া পুৰুষে ৰহয় হৰিৰ পাশে ।
হৰিৰ চৰণ হৃদয়ে ধৰিয়া কহয় মাধৱ দাসে ॥৫॥

ঘোষা ॥২॥ দীনবন্ধু ৰাম দায়াশীল দেৱ । তুৱা পদ কমলে সদায় কৰো সেৱ ॥১॥
মোৰ প্ৰভু ৰাম করুণা সাগৰ । আমি দুঃখিতক নাছাড়িবা দামোদৰ ॥২॥
মধুৰিপু ৰাম কমল লোচন । তুৱা গুণ নামে ভৱ ভয় বিমোচন ॥৩॥
বন্দো মাধৱ মধুৰিপু ৰাম । তুৱাপদ কমল যুগল হৰি এ' ॥৪॥

ঘোষা ॥৩॥ যাদৱ যদুনন্দন মাধৱ মধুসুদন ।
তুমি নিত্যনিৰঞ্জন নাৰায়ণ তোমাত লৈলো শৰণ ॥১॥
ভুবন মোহন ৰাম ভজিলো তোমাৰ পায় ॥ৰাম॥
মহা মহাপাপী যাৰ নাম জপি উত্তম পদক পায় ॥২॥
জীৱন যদৱৰাই সেৱহ তোমাৰ পায় ॥ৰাম॥
নেৰিবা নকৰদায় । তুৱা পাৱে ৰতি যিমতে কৰিবো দিয়োক নাথ উপায় ॥৩॥
গোবিন্দ বোল মনায়, মুকুন্দ বোল মনাই অ'
মহা মহা পাপী যাৰ নাম জপি উত্তম পদক পাই ॥৪॥

ঘোষা ॥৪॥ ৰাম ৰাঘৱ এ' ৰঘুপতি এ' তুমি দেৱ অগতিৰ গতি নহে
তুৱা পদ কমলৰ মকৰন্দ ৰসেৰতি কৰিয়া থাকোক মোৰ মতিনাহে ॥১॥
জয় জয় হৰি জয় এ' যদুপতি এ' তুৱাপাৱে পশিলো শৰণ নাহে ।
অ' হৰি এ' তুমি দেৱ দীনবন্ধু কেৱলে করুণা সিন্ধু কৰো তয় চৰণ বন্দন নাহে ॥২।
প্ৰাণ বান্ধৱ এ' মাধৱহে দায়াশীল দৈৱকী নন্দন নাহে ।
অ' হৰি এ' তুৱাপদ কমলৰ মকৰন্দ ৰসেৰতি কৰিয়া থাকোক মোৰ মতি নাহে। ৩॥
ৰাম ৰাম হৰি ৰাম এ' ৰঘুনাথ হে অ' প্ৰাণ নাথ হে,
ৰাম নাম নছাৰোক মুখে নাহে ॥৪॥

ঘোষা ॥৫॥ করুণাময় ৰাম করুণাময় । কৰিয়ো কৃপা যেন উচিত হয় ॥১।
তুমিসে ৰাম কৃপা ৰাসৰ নিধি । তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি ॥২॥
তোমাৰ কৃপাকেসে কৰিছো আশ । অৰুণ পদতলে দিয়োক বাস ॥৩॥
সহজে তুমি ৰাম করুণা সিন্ধু । তোমাত বিনে আন নাহিকে বন্ধু ॥৪॥
তোমাৰ কৃপালেসে আমাৰ গতি । কহয় মাধৱ মুৰুখ মতি ॥৫॥

ঘোষা ॥৬॥ ইবাৰ করুণাময় হৰি কমলাপতি, মোৰে নছাড়িয়ো নাৰায়ণ ।
অৰুণ চৰণ তলে হৰি কমলাপতি, সত্যে সত্যে পশিলো শৰণ ॥১॥
হৰি চৰণত শৰণ লৈলো এ হৰি নাৰায়ণ । মানৱীজনম সাফল কৈলো এ হৰি নাৰায়ণ॥২॥
হৰিয়ো হৰি চৰণে লাগো । অভয় চৰণে শৰণ মাগো ॥৩॥ •
ৰাম ৰঘুপতি ৰঘুনন্দন । তোমাৰ চৰণে লৈলো শৰণ ॥৪॥
গোপাল গোবিন্দ যদুনন্দন । কৃষ্ণৰ চৰণে লৈলো শৰণ ॥৫॥
ৰাঘৱৰ অভয় চৰণে । সত্যে সত্যে পশিলো শৰণ ॥৬॥

ঘোষা ॥৭॥ হৰি হৰি, হৰি হৰি, হৰি হৰি হৰি
কিকাম কৰিলো আমি ॥২॥ ॥পদ॥
সাধুসঙ্গ লৈয়া তোমাক নভজি । ভৈলো কিনো অধোগামী ॥২॥
নিজ দাস হুয়া সেৱক তেজিলো । সেহি দোষে ঘোৰ আপদে মজিলো ॥৩॥
তুমিসে সুহৃদ আত্মা প্ৰিয়তম । তথাপি তোমাক নভজো অধম ॥৪॥
তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ । মই মন্দমতি ভৈলো সেৱা তোৰ ॥৫॥
অধমকো তাৰে তোমাৰ ভকতি । তথাপি তোমাক নভজো কুমতি ॥৬॥
ইষ্টদেৱ বুলি তোমাক নধৰো । নিকাৰ ভুঞ্জিয়া সংসাৰতে মৰো ॥৭॥
তুমিসে কেৱল করুণা সাগৰ । তোমাক নভাজো কি মই পামৰ ॥৮॥
এবে কৃপাময় দিয়োক শৰণ । দোষ মৰিষণ তোমাৰ চৰণ ॥৯॥
ইবাৰ ঈশ্বৰ নছাড়িবা মোক । মোৰ মন মজি তোমাত ৰহোক ॥১০॥

কাকুতি

ঘোষা ॥৮॥ কিমতে ভকতি কৰিবো তোমাত হৰি এ'
মই মূঢ়মতি নাজানো তাৰ লপায় ৰাম ৰাম ॥১॥
মহা বলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ'
আমাৰ মনক তেজিয়া দূৰ নাযাই ৰাম ৰাম ॥২॥
তোমাৰ মায়ায়ে মন মোহি আছে হৰি এ'
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাওঁ ৰাম ৰাম ॥৩॥
অভয় চৰণে শৰণ পশিলো হৰি এ'
তুৱা গুণ নাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম ॥৪॥
ভকতি মিনতি প্ৰণতি নজানো হৰি এ'
মোত পৰে জ্ঞানশূন্য হীনমতি নাই ৰাম ৰাম ॥৫॥
তুমি প্ৰভু কৃপাৰসৰ সাগৰ হৰি এ'
দিয়ো মোক তুৱা পদ ছাঁয়া তলে ঠাই ৰাম ৰাম ॥৬॥
মনক প্ৰবোধ বিচাৰি দেখস পামৰু মনাই এ'
ইহ পৰলোকে হৰিসে সোহাদ বন্ধু ৰাম ৰাম ॥৭॥
মজিয়া ৰহোক সোহাদ মনাই এ'
হৰি গুণ নাম অপাৰ আনন্দ সিন্ধু ৰাম ৰাম ॥৮॥
নিচিন্তি আচস কেমনে মনাই এ'
সুখেৰ সাগৰ হৰিত নকৰি ৰতি ৰাম ৰাম ॥৯॥
আলাস তেজিয়া ভজিয়ো মনাই এ'
ভৃত্য ভয় হাৰী হৰিসে পৰম গতি ৰাম ৰাম ॥১০॥

প্ৰাৰ্থনাৰ

ঘোষা ॥৯॥ হে' প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ ।
অনুএক কৰা দায়া মায়া হোক দূৰ ॥১॥
জয় জয় কৃপাময় দেৱ যদুপতি ।
তোমাৰ চৰণে মাগো অমূল্য ভকতি ॥২॥
হে' হে' পৰমানন্দ প্ৰভু কৃপা সিন্ধু ।
ভকতি আনন্দ ৰস মাগো একবিন্দু ॥৩॥
পতিত পৰিয়া ৰৈলা এ'ভৱ সাগৰে ।
পতিত পাৱননাম ভৈল কিবাতৰে ॥৪॥
অৰুণ চৰণে ময় পাপীক তাৰিয়ো ।
পতিত পাৱন নাম সাফল কৰিয়ো ॥৫॥
আতুৰ ভৈলোহো হৰি বিষয় বিকলে ।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥৬॥
হে কৃষ্ণ কৃষ্ণনাথ কৰা পৰিত্ৰাণ ।
অনুনাৱ বুড়ী আশে নাহিকে গিয়ান ॥৭॥
নামধন দিয়া মোৰে কিনা বনমালী
দাস পায়া নলৱা কমনে ঠাকুৰালি ॥৮॥
নিজ দাস কৰি হৰি মোৰে কিনা কিনা ।
আনধন নলাগয় নামধন বিনা ॥৯॥
জয় জয় ৰামকৃষ্ণ শৰণ তোমাৰ ।
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ ॥১০॥
দিয়ো দৰিশন পাৱে পশিলো শৰণ ।
ভকত জনেৰ ধন তুমি নাৰায়ণ ॥১১॥

ঘোষা ॥১০॥ এ' ভাৱক ভাই ভজ ভগৱন্ত ভক্তি ভাৱে ॥১॥
॥পদ॥ ভগৱন্ত ভজিয়া পৰম গতি পাৱে ॥২॥
ভগৱন্ত নভজি চলয় যম ঠাৱে ॥৩॥
ভগৱন্ত ভকতক সমনে নধাৱে ॥৪॥
ভগৱন্ত ভজিয়া জনম বাহুৰাৱে ॥৫॥
আনো যত সবে মিছা ভক্তিৰ অভাৱে ॥৬॥
জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৱে ॥৭॥
এহৰস মাধৱ মূৰুখ মতি গাৱে ॥৮॥

নাম সামৰা

ঘোষা ॥১১॥ ৰাম ৰাম ৰাম অ' হৰি । ৰাম ৰাম ৰাম অ' হৰি ।
ৰাম ৰাম ৰাম্ অ' হৰি ৰাম ৰাম্ অ হৰি ৰাম ৰাম ॥১॥
কৃষ্ণ ৰাম, কৃষ্ণ ৰাম, কৃষ্ণ ৰাম কৃষ্ণ অ' এ' এ' এ'
কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ॥২॥
অ' ৰাম ৰাম, ৰাম ৰাম, ৰাম ৰাম, ৰাম ৰাম, ৰাম ৰাম, ৰাম ৰাম ॥৩॥
জয় ৰাম ৰাম ৰাম ৰাম ॥৪॥

জয়দিয়া— ॥১॥ জয়ৰাম ॥২॥ জয়নাৰায়ণ ॥৩॥ জয়কৃষ্ণ শঙ্কৰ ॥৪॥ জয়মাধৱ ॥৫॥ অ' হৰি ॥

মহাপুৰুষৰ শ্ৰীশ্ৰীমাধৱদেৱে, মধুপুৰ থানত প্ৰসঙ্গৰ উপযোগী কৰি যি কুলুপিয়া ঘোষা ৩৬ কুলুপ হেজাৰি ঘোষাৰ পৰা বাছি ৰচনা কৰিছিল, মহাপুৰুষ গুৰু জনাই পহিলাতে তেৰাৰ অন্তৰঙ্গ প্ৰিয় শিষ্য জনাৰ্দ্দন আৰু দনাৰ্দন নামৰ দুজন কোঁচ জাতিৰ ভকতক মুখেৰে শিকাই কণ্ঠস্থ কৰায় নাম প্ৰসঙ্গ কৰাইছিল। এই কুলুপ ঘোষাৰে কামৰূপৰ সুন্দৰীদিয়া স্থানত আজি পৰিমিত প্ৰসঙ্গ কৰি আছে। উজনী অসমৰ পৰা শ্ৰীশ্ৰীবদলা পদ্মআতা, গোপাল কমলাকান্ত আতাক মতানি মধুপুৰ থানত সৰ্ব্বশক্তি ভক্তি তালমালা সমৰ্পন কৰি মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে উজনী অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবৰ কাৰণে নিজৰ গাৰ বদলে পঠাইছিল। বদলা আতায় গুৰু জনাৰ পৰা শিকি আহি নিজ স্থাপিত নিকা সংহতিৰ সত্ৰ সমূহত সেই কুলুপ ঘোষাৰে নাম প্ৰসঙ্গ কৰে। আজি কালি উজনী অসমৰ সকলো নিকা সংহতি সত্ৰত আৰু নিকা সংহতিৰ শিষ্য ভক্ত সকলে সেই কুলুপ ঘোষাৰে প্ৰসঙ্গ কৰে। প্ৰধান সত্ৰ কেইখন হ'ল পুৰণা কমলাবাৰী সত্ৰ, নতুন কমলাবাৰী সত্ৰ, উত্তৰ কমলাবাৰী সত্ৰ, ভোগপুৰ সত্ৰ, অৰাবাৰী সত্ৰ, বদুলা সত্ৰ, বেলগুৰি সত্ৰ, সঙ্গাহি সত্ৰ, হাঁমৰা সত্ৰ, ভাটকুছি সত্ৰ, ফুলনি সত্ৰ, মধ্যমাজুলীৰ কমলবাৰী সত্ৰ, টীয়ক মুদৈজান সত্ৰ, নগাওঁ, বৰজহা সত্ৰ, খুটিকটিয়াগাওঁ, কলিয়াবৰগাওঁ, উত্তৰ লক্ষীমপুৰৰ ধৰা অঞ্চলৰ, ঘোঁসা, পুখুৰীগাওঁ, ধুনাগুৰি গাওঁ, বালীপুখুৰী গাওঁ, টীয়ক, নামচুক, দ দুলীয়া, টীঙৰ দুলীয়া গাওঁ প্ৰধান।

এইদৰে বহল প্ৰচাৰ হোৱা হেতু কমলাবাৰী সত্ৰৰ বৈষ্ণৱ শ্ৰীধৰ্ম্মেশ্বৰ নাম লগোৱাই "প্ৰসঙ্গ প্ৰণালী" নামৰ পুথিত সকলো ঘোষা প্ৰকাশ কৰিলে এতিয়া ৪ৰ্থ সংস্কৰণ হৈছে গৈ। কাৰণে সম্পূৰ্ণ ঘোষা এই পুথিত দিয়া নহল।

সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

* একদিনা শ্ৰীৰাম আতা মনস্থিৰ কৰি। (পুনুপদ)
কামৰূপে যাই দেখিবো সাদৰি ॥
বুলিয়া বিদায় লৈলা গুৰুৰ চৰণে।
যাইবাক বিদায় দিলা কহিলা তেখনে ।।৩১১০।।
তিনিপক্ষ মধ্যে তুমি ঘুৰিয়া আসিবা।
তাহাৰ অধিক কদাচিতো নকৰিবা ।।
ভাল বুলি আতা গুৰু জনক নমিলা।
বৰপেটা স্থানে পাছে উপস্থিত হৈলা ।।
সকলো সেৱকে গুৰু বাৰ্ত্তাক পুছিলা।
মহাপ্ৰেম ভাৱে আতি বিবৰি কহিলা ।।৩১১১।।
জনিয়াত গৈয়া ঠাকুৰ আতাক নমিলা।
সকল বৃতান্ত আতা আনন্দে পুছিলা ।।
পাছে ভনীপুৰে গোপালৰ পাশে গৈল।
দেখি আতা গুৰু ভক্তৰ বাতৰি পুছিল ।।৩১১২।।
শেষ দশমক আতা চৰ্চ্চিয়া শুনান্ত।
যিটো ভক্তি যোগ গোপীক কৃষ্ণে কহন্ত ।।
প্ৰতিদিনে আতা আসিবাৰ মনকৰি।
কথাত বসিলে পাছে দেহাকো পাসৰি ।।৩১১৩।।
এহিমতে তিনিপক্ষ তথাতে ভৈলন্ত।
দিনেক ভাবিল আতা অকাৰ্য্য মিলন্ত ।।
গুৰুজনে বুলিল তিনি পষ্যত যাইবাক।
এথানত তিনিপষ্য থাকন্তে ভৈলেক ।।৩১১৪।।
এৰাইতে নপাৰে আতা কথাক জোৰই।
আজি কথা শেষে লৈবো কৰিয়া বিদাই ।।
এহিবুলি সেহিদিনা চৰ্চ্চনৰ অন্তে।
বিদায় কৰিল আতা আসিবাৰ তান্তে ।।৩১১৫।।
এহিমতে শ্ৰীৰাম আতাও চলি গৈলা।
ভেলা ডোবাৰক পায়া গুৰুক নমিলা ।।
ক্ৰোধকৰি গুৰুজন পিঠি দিয়া বৈল।
দেখিয়া শ্ৰীৰাম স্তুতি বিনতি বুলিল ।।৩১১৬।।
গুৰুবোলে ডেৰমাসে আসিবাক কৈলো।
আদেশ ভাঙ্গিয়া অতদিন তাতে ৰৈলো ।।
প্ৰাৰ্থনা কৰিয়া আতা গুৰুত জনাইলা।
একা ভনীপুৰে মোৰ তিনি পষ্য ভৈলা ।।৩১১৭।।
শেষ দশমক আতা চৰ্চ্চিয়া থাকয়।
বিদায় কৰিতে কিছু নপাৰে সংসয় ।।

### বৰপেটাৰ ৰঙিয়াল গৃহদাহ, বুঢ়া আতাৰ গুৰুজনাৰ ওচৰত প্ৰবেশ, পুনৰ নামঘোষা শাস্ত্ৰ প্ৰণয়ন

সিহেতুকে সকলো কথাকে পাসৰিলো ।
ওলোতায়া চৰ্চ্চেশাস্ত্ৰ এৰাইতে নেপাইলো ॥৩১১৮॥
শুনিয়া প্ৰসন্ন হইয়া গুৰুজন তথা ।
বোলন্ত জানোহো গোপালৰ যেন কথা ॥
কি কাম কৰিলা ভনীপুৰীয়া গোপাল ।
অল্পমতি লোকে তাক নুবুজিবে ভাল ॥৩১১৯॥
এহিবুলি গুৰুজন নিজমে ৰহিলা ।
শ্ৰীৰাম আতা গুৰু সেৱাতে ৰহিলা ॥
একদিনা বৰপেটা ৰঙিয়াল ঘৰ ।
হঠাতে লাগিয়া অগ্নি ভৈল চাৰখাৰ ॥৩১২০॥
পৰম বিষাদে বুঢ়া আতা ভাবিলন্ত ।
কেনমত ইটো ঠাইত বস্তি থাকিবন্ত ॥
অৱশ্যে গুৰুৰ সঙ্গে যাইবাক লাগয় ।
তাহান সঙ্গত ৰহিবাৰ যোগ্য হয় ॥৩১২১॥
এহিবুলি আতা অঠাৰ পালি লই ।
গুৰুৰ পাশক গৈলা সমাহিত হই ॥
আতাৰ গৃহিনী চাই ধূলিক গোটাইয়া ।
একখানি চই দিয়া ভেটি আবৰিয়া ॥৩১২২॥
বুঢ়ীগণ সঙ্গে আই বন্তিক জলাই ।
তিনিয়ো প্ৰসঙ্গ তাৰা কৰিয়া থাকই ॥
গৃহগোট পোৰা শুনি পাছে গুৰুজন ।
জানিলো পুৰিলে মোৰ ঘোষা শাস্ত্ৰখান ॥৩১২৩।
এহিবুলি পুনু ঘোষা শাস্ত্ৰক কৰিলা ।
সমাদৰ কৰি গুৰু সেৱকক দিলা ॥
সিহেতুকে ঘোষা পুস্তকত কোনো স্থানে ।
দুই এক ঘোষাৰ বিভিন্ন দেখি মনে ॥৩১২৪॥
আত অনন্তৰে যেন ভৈল পাছ কথা ।
গৈলন্ত মথুৰাদাস গুৰুজন যথা ॥
অঠাৰ পালিয়ে পথে কীৰ্ত্তন কৰয় ।
শুনিয়া গ্ৰাম্যৰ লোকে স্তুপিতি লভয় ॥৩১২৫॥
এহিমতে কতোদিনে ভেলা স্থান পাইল ।
তোৰোচা নদীত স্নানি বস্ত্ৰক শুখাইল ॥
গুৰুৰ নিকট পাইবে মন উল্লসিত ।
কৰিলেক হৰিধ্বনি মজিয়া প্ৰেমত ॥৩১২৬॥

ৰাতিবেলা প্ৰসঙ্গৰ অন্তে গুৰুজন ।
কথাসুখে বসি আছে আনন্দিত মন ॥
সেহি সময়ত শুনি সিটো হৰি ৰাৱ ।
গুৰুজনে বোলে শুনু চেকেৰাৰ ৰাৱ ॥৩১২৭॥
কামৰূপ হন্তে কিবা আসয় গোপাল ।
দেখা যদুমণি তুমি উঠিয়া সকাল ॥
হেন সময়ত আতা পালি সমন্বিতে ।
মাধৱ দেৱক প্ৰণামিলা জানুপাতে ॥৩১২৮॥
সেৱক সহিতে গুৰু জনৰ বাৰ্ত্তাক ।
পুছিলা মথুৰাদাস কুশল কথাক ॥
দেখি মহা সন্তোষিত মন গুৰুজন ।
আনা যদুমণি গুৱাপাণ ঠগি খান ॥৩১২৯॥
সখি সমন্বিতে সব সেৱকৰ কথা ।
বৰপেটা স্থান ভালে আছি যেন যথা ॥
সবাৰো বাতৰি শুধিয়োক এতিক্ষণ ।
এহিমতে সুধিলন্ত কৰিয়া যতন ॥৩১৩০॥
বুঢ়াআতা বোলে সৰ্ব্ব সেৱকৰ ভাল ।
তয়ুগুণ চৰিত্ৰ শুনিয়া সৰ্ব্ব কাল ॥
তিনিবেলা প্ৰসঙ্গ কৰন্ত ভক্ত গণে ।
ষাঠিজন ভক্ত থাকৈ শ্ৰৱণ কীৰ্ত্তনে ॥৩১৩১॥
কিন্তু বৰপেটা ভৈল অনাথিতি প্ৰায় ।
ৰঙিয়াল ঘৰ পুৰি নাসিল সবাই ॥
জানিয়া আছিল যদি গুৰু সেহি কথা ।
তথাপি বিমল ভৈল সেৱক সৰ্ব্বথা ॥৩১৩২॥
মাধদেৱ গুৰুবোলে সি পোৰা ভেটীত ।
কিবা বন্তি গাছ জলি আছন্ত তথাত ॥
সবিনয়ে আতা কহিলন্ত নম্ৰ ভাবে ।
বন্তিক জলান্ত দাসী বলাইৰ মাৱে ॥৩১৩৩॥
চাইসব গুচাই তাত চই ঘৰ কৰি ।
তিনিও প্ৰসঙ্গ কৰে মিলি সবে বুঢ়ী ॥
শুনি গুৰুজনে আইক প্ৰশংসা কৰিল ।
মথুৰা দাসক পঠাইবাক মন কৈল ॥৩১৩৪॥
পাছে বহা ঘৰ দিয়া মথুৰা দাসক ।
ৰহিবে কৰিল আজ্ঞা সেৱক সবক ॥
এহিমতে বুঢ়া আতা কতো দিন আছে ।
একদিনা গুৰুজনে বুলিলন্ত পাছে ॥৩১৩৫॥

শুনিয়ো মথুৰা দাস বৰপেটা বাস ।
পোৰা ভেটীত কৰা গই বস্তিৰ প্ৰকাশ ॥
থাখিলন্ত আতা বাপ যাইতে মন, নাই ।
আসিলো বহিবে প্ৰতি তোমাৰেসে ঠাই ॥৩১৩৬॥
কিছুৱে নাহিকে বস্তি কিমতে জলিব ।
তব অবিহনে তাত কোনে কিবা দিব ॥
শুনি গুৰুজনে বোলে যোৱা যদুমণি ।
ভঁৰালৰ আনা টকা বস্ত্ৰ দুইখানি ॥৩১৩৭॥
তেখনে আতৈই আনি আগতে ৰাখিলা ।
চাপিয়া আসিয়ো বুলি আতাক বুলিলা ॥
পাছে বুঢ়া আতা প্ৰণামিলা গুৰু পাৱে ।
পাঞ্চ বৰণৰ মালা দিলা সেহি থাৱে ।৩১৩৮॥
দোপাতি কাপৰ দিয়া আশীৰ্ব্বাদ কৰি ।
বৰপেটা স্থানৰ পাতিলা অধিকাৰী ॥
শুনিয়ো মথুদাস মোহোৰ বচন :
দুইগুটি টকা কৰ দিলো এতিক্ষণ ॥৩১৩৯॥
শুনিয়া সকলো ঠাইৰ সেৱক সকল ।
এহিমতে কৰ দিবে জানা অবিকল ॥

## ধৰ্ম্ম ৰাজ্য বিভাজন আৰু বুঢ়া আতাক পুনৰ বৰপেটালৈ প্ৰেৰণ

মথুৰা নগৰ মোৰ বৰপেটা স্থান ।
তাৰ যুৱৰাজ আমি পাতিলো এখন ॥৩১৪০॥
এহিমতে আপোন স্থানক মান্য কৰি ।
সেৱকক দেখাইলন্ত মহিমা সাদৰি ॥
আৰো বুলিলন্ত শ্ৰীমাধৱ ঈশ্বৰ ।
শুনিয়ো মথুৰা দাস কথাৰ বিচাৰ ॥৩১৪১॥
পৰ্ত্তকুশুহন্তে বৰনদী সীমা কৰি ।
শেষ্ঠ পুৰুষক লাগি থৈলো সাৰ কৰি ॥
বৰনদী অবধি সোনকোহ পৰিমিত ।
সেহি মধ্য ৰাজ্য দিলো তোমাক সাম্প্ৰত ॥৩১৪২॥
সোনকোহ হন্তে কৰতিয়া গঙ্গা যথা ।
আমি বুঢ়া গোট লাগি ৰাখি আছো এথা ॥
এহিমতে তিনি ৰাজ্য তিনি খণ্ড কৰি ।
বিভাগী দিলন্ত দেৱ মাধৱ মুৰাৰি ॥৩১৪৩॥

বদতি মাধৱ শুনা গোপাল সুমতি ।
ঘোষা কীৰ্ত্তনক কৰি দেখাও সম্প্ৰতি ॥
বহুদিন ভৈল তোমাসাক এৰি আইলো ।
এতেকে কীৰ্ত্তন দেখিবাক মন কৈলো ॥৩১৪৪॥
পাছে আতা গুৰু বাক্য ধৰিয়া শিৰত ।
ঘোষা কীৰ্ত্তন কৈলা আতি মনোনীত ॥
কীৰ্ত্তনত তিনিগুটি ঘোষা জোৰা দিল ।
শুনি গুৰুজনে পাছে আতাত পুছিলা ॥৩১৪৫॥
* নতুকৰো ইটো ঘোষা পৰম শোভন ।
আতাবোলে গুৰু ইটো আমাৰ ৰচন ॥
আপোনাক উদ্দেশিয়া কৰিলো ঘোষাক ।
জানিয়া প্ৰসন্ন হৈয়া কৃপা কৰিয়োক ॥৩১৪৬॥
আপোনাৰ আগমনে বৰপেটা স্থানে ।
শূন্যময় ভৈল দেখিলোহো বিদ্যমানে ॥
আপুনি বান্ধৱ হৰি মাধব ঈশ্বৰ ।
সেৱা বিচ্ছেদৰ দোষ ক্ষমা সাৰে সাৰ ॥৩১৪৭॥
এহি ঘোষা কৰি কীৰ্ত্তনৰ মাজে দিয়া ।
সবাকে জনাইলো বাপ গুণ সুমৰিয়া ॥
আতাৰ কাৰুণ্য শুনি হৰিষিত মনে ।
প্ৰশংসা কৰিয়া ঘোষা কীৰ্ত্তনৰ সনে ॥৩১৪৮॥
ৰাখিয়া বিদায় দিলা আতায়ো চলিলা ।
কিছুদিনে আসি পাছে বৰপেটা পাইলা ॥
নাৰায়ণ আতা ভনীপুৰিয়া গোপাল ।
দক্ষিণৰ বিষ্ণু আতা শুনিয়া আসিল ॥৩১৪৯॥
পাছে নানা স্থানহন্তে সেৱক ভেটিলা ।
মান্যকৰি গুৰুজন বাতৰি পুছিলা ॥
সকলো বৃত্তান্ত আতা মুখত শুনিয়া ।
আনন্দতে নিজ স্থানে গৈলন্ত চলিয়া ॥৩১৫০॥
বলাই মাতৃ আই আসি স্বামীৰ মুখত ।
শুনিয়া আনন্দ মনে ৰহিলা গৃহত ॥
পাছে বুঢ়া আতা সেৱকত জান দিলা ।
সকলো আসিয়া হৰি মন্দিৰ নিৰ্ম্মিলা ॥৩১৫১॥
মণিকুট হাটিবাটি সকলো কৰিলা ।
সেৱক সহিতে গুৰু ধৰ্ম্ম প্ৰকাশিলা ॥
এহিমানে ইটো কথা সম্বৰণ কৰি ।
আৰ গুৰু চৰিত্ৰক বৰ্ণিবো বিবৰি ।৩১৫২॥

* ঘোষা ১। ৰাম চন্দ্ৰ স্বৰ্গে চলি গৈলা । অযোধ্যা নগৰী শূন্য ভৈলা ॥
২। মাধৱক দৰশন পায়া । আনন্দ, কৰি হৰিগুণ গায়া ॥
৩। বান্ধৱ মাধৱ দেৱ হৰি । কৰাকৃপা দোষ ক্ষমাকৰি ॥

ভৈলেক বৈশাখ বিহু পাছে আইধাই ।
বস্ত্ৰসব দিল নিয়া সৰু বৰ কই ॥
সৰু সৰু বস্ত্ৰ সৰু ভকতৰ কাৰণে ।
বৰ সব বস্ত্ৰ বৰ ভক্ত বিভাজনে ॥৩১৫৩॥

## আই ধাইৰ বহাগ বিহুত ভকতক বস্ত্ৰদান

কাপৰ বিভজি বিবৰিয়া দিবে চাই ।
কতো বৰ কতো চোট দেখিয়া গোসাই ॥
ক্ৰোধিয়া বুলিল তাই কোঁছৰ কুছুনী ।
কোন ভক্ত বৰ কোন সৰু মনে জানি ॥৩১৫৪॥
এতেকে আসিয়া বুঢ়ী আপুনি দিয়োক ।
বস্ত্ৰসব শীঘ্ৰ আৰ ফিৰায়া নিয়োক ॥
সিকথা শুনিয়া আইৰ বচন হৰিল ।
সমান বসন সব আনিয়া ভেটিল ॥৩১৫৫॥
চৰণে পৰিয়া ধাই ক্ষমাক প্ৰাৰ্থিলা ।
দেখি গুৰুজন মনে সন্তোষ লভিলা ॥
সেৱকক বিভজিয়া বস্ত্ৰক দিয়াইল ।
তুষ্ট মনে আই ধাই গৃহক চলিল ॥৩১৫৬॥
সেৱক সকলে সদা প্ৰসঙ্গক আসি ।
শ্ৰৱণ কীৰ্ত্তন কৰি থাকন্ত হৰিষি ॥
প্ৰসঙ্গ অন্তত গৃহে থাকন্ত বসিয়া ।
নকৰে আলাপ কৃষ্ণ কথা বিচাৰিয়া ॥৩১৫৭॥
প্ৰীতি সুখে কোনো কোনো জন নথাকয় ।
অন্তৰ্য্যামী গুৰুজনে সমস্তে জানয় ॥
একদিনা গুৰু যদুমণিক বুলিয়া ।
পহিখানি লৈয়া যাব হাটীক দেখিয়া ॥৩১৫৮॥
আমাৰ কহিয়ো আজ্ঞা সকল ভকতক ।
দুই চাৰিজনে এক পৃতি কৰিয়োক ॥
যদুমণি বোলে বাপ আমি নপাৰিবো ।
ইমত কাৰ্য্যৰ আমি ভাজন নহৈবো ॥৩১৫৯॥
গুৰুবোলে যদুমণি বিমন নকৰা ।
আম্যৰ আজ্ঞাক ধৰি শীঘ্ৰে গতিকৰা ॥
পাছে যদুমণি তথা ভাণ্ডাৰি প্ৰধান ।
মাথে বস্ত্ৰ লৈয়া শীঘ্ৰে কৰিলা গমন ॥৩১৬০॥

## জীৱন্ত মুকুতৰ প্ৰভাৱ চৰিত্ৰ

প্ৰতিজনে গুৰু আজ্ঞা শুনায়া কহিল ।
দুই চাৰি জনে পৃতি সুখে বৈতে কৈল ॥
সকলো সেৱকে পাছে সেহিদিনা ধৰি ।
কৃষ্ণকথা আলাপই পৃতি সুখ কৰি ॥৩১৬১॥
সকলো সেৱক সমে গুৰুজন বসি ।
বৈকুণ্ঠৰ যশৰস থাকন্ত প্ৰকাশি ॥
কথাৰ প্ৰসঙ্গে জীৱন মুক্ত কথা কৈল ।
শুনিয়া সেৱকে গুৰু জনত পুছিল ॥৩১৬২॥
জীৱন মুকুত এঠা আছে কিবা নাই ।
গুৰুজনে বোলে আছে আমাসাৰ ঠাই ॥
পুনৰ্ব্বাৰ সেৱকে সুধিলা শ্ৰদ্ধা কৰি ।
কোনজন মুক্ত কিবা জানিবাক পাৰি ॥৩১৬৩॥
গুৰুদেৱে বোলে তেহো লগতে আছয় ।
বুলি দেখাইবাক মনে কৰিলা নিশ্চয় ॥
শুনিয়া শ্ৰীৰামে লাসে লাসে বোলে মাতি ।
নেলাগে দেখাইতে যৈত আছন্ত সম্প্ৰতি ॥৩১৬৪॥
কিসক দেখাইবে লাগে দুঃখসে পাইব ।
তোমাৰ কৃপায়ে তাঙ্ক বিচাৰি চিনিব ॥
শুনি গুৰুজনে পাছে শ্ৰীৰামৰ বাণী ।
হাসিয়া ৰহিলা পাছে বুজিয়া কাহিনী ॥৩১৬৫॥
আৰু একদিন মিলি সেৱক সকল ।
গুৰুক সেবিয়া পাছে কথাক পুছিল ॥
আবিৰ্ভাব তিৰোভাৱ আছে ঈশ্বৰৰ ।
আপোনাৰ পিছে লৈবে কোনে গুৰু ভাৰ ॥৩১৬৬॥
শুনিয়া মাধৱগুৰু নমাতি ৰহিলা ।
তিনিদিন মানে সিটো কথাক ভাবিলা ॥
বৃদ্ধাঙ্গুষ্ঠ পৃথিবীক ধৰে যিটোজন ।
গুৰুভাৰ লৈবে পাবয় সিটোজন ॥৩১৬৭॥

## শ্ৰীশ্ৰীমাধৱদেৱৰ পৰবৰ্ত্তি কাললৈ ধৰ্ম্মাধিকাৰ বিচাৰ ।

সমস্ত শাস্ত্ৰৰতত্ব সবক জানন্ত ।
ভক্তিবলে মাধৱক সাক্ষাত কৰন্ত ॥
সেহি গুৰু উপদেশ দিবাক শকত ।
আমিনো ভকতৰ আগে কি কৰিবো বেকত ॥৩১৬৮॥
যাহাক অৰ্পিবো গুৰুভাৰ যিকালত ।
আপুনি বেকত হৈবে পুৰুষ সাক্ষাত ॥
জগত ঈশ্বৰ গুৰু ৰূপে প্ৰকাশয় ।
তাহাৰাক সেৱাকৰি সংসাৰ তৰয় ॥৩১৬৯॥
বিশেষত গুৰুসেৱা পৰম দুৰ্ল্লভ ।
তাহাক কৰিবে কিবা পাবয় সুলভ ।
গুৰুসেৱা কৰিলন্ত মাৰ্কণ্ডেয় ঋষি ।
প্ৰহ্লাদেও গুৰুসেৱা কৰিলা হৰিষি ॥৩১৭০॥

গুৰুসেৱা কৰিল লক্ষ্মণ হনুমান ।
আমৰা কৰিলো গুৰুসেৱা কিছুমান ॥
ক্ষীণ পাপ পুৰুষৰ ভকতি সুলভ ।
কিন্তু মহন্তৰ সেৱা দেৱৰো দুৰ্লভ ॥৩১৭১॥
এহিমতে গুৰুজনে সেৱকক কৈলা ।
পৰম হৰিষ মনে ভকত ৰহিলা ॥
একদিনা উৰ্ব্বশী আই বুলিলা বচন ।
যাও ৰাম চৰণ দাদাৰ সন্নিধান ॥৩১৭২॥
বহুদিন ভৈল নাসিল ইঠানক ।
আসে নাসে সুখ দুঃখ গৈয়া জানিয়োক ॥
শুনি ৰামচৰণ সত্বৰে চলি গৈলা ।
আঠদিন মানে গুৰু সমিপ লভিলা ॥৩১৭৩॥
পৰম সন্তোষে গুৰু বাৰ্ত্তাক পুছিল ।
আন সেৱকৰ বাৰ্ত্তা ঠাকুৰে কহিল ॥
গুৰুবোলো ভোজন কৰিয়া আসিয়োক ।
পুছিবোহো সাৰশেষ সকল কথাক ॥৩১৭৪॥

## ৰামচৰণ ঠাকুৰৰ কীৰ্ত্তন ঘোষা শাস্ত্ৰ সংগ্ৰহ

ভোজন কৰিয়া গুৰু বসিয়া আছিলা ।
নিদ্ৰা গৈলা ৰামচৰণ ফিৰিয়া নাসিলা ॥
দেখি গুৰুজনে পাছে শয়ণক গৈল ।
প্ৰভাতে আসিয়া ৰামচৰণে সেবিল ॥৩১৭৫॥
বাপু ৰামচৰণ শুনা দৃষ্টান্তৰ কথা ।
বিবাহ দিবাক কন্যা কৰিলা ব্যৱস্থা ॥
সকলো গোটাইল তথা খৰি ঘৃত আনি ।
কন্যাক আনিয়া থৈল বৈসায়া ওখনি ॥৩১৭৬॥
বহু ৰাত্ৰি ভৈল বৰ নাহি আইলা ।
আমাৰো সিমত হইল তুমি নিদ্ৰা গৈলা ॥
ঠাকুৰে বোলন্ত পথেশ্ৰম কৰি আইলো ।
তুজিবে মাত্ৰকে শুতি চেতন হৰাইলো ॥৩১৭৭॥
হাসি গুৰুজনে কিছুদিন ৰাখিলন্ত ।
শাস্ত্ৰখানি আনিবাক পুনু পাছিলন্ত ॥
পাছে ৰামচৰণ সত্বৰে চলি গৈলা ।
পিতা মাতা সেৱকত বাৰ্ত্তাক জনাইলা ॥৩১৭৮॥
কীৰ্ত্তন ঘোষাৰ খণ্ড সকল বিচাৰি ।
একস্থান কৰি ৰাখিলন্ত সাৰ কৰি ॥
আত অনন্তৰে নাৰায়ণ দাস আতা ।
পুত্ৰ পৰ্ম্মানন্দক বুলিলা শুভনিতা ॥৩১৭৯॥
বহুদিন ভৈল গুৰুজন চলি গৈল ।
বাৰ্ত্তা জানি আসা বাপু শীঘ্ৰ কৰি চল ॥
নৌকা আৰোহন কৰি ঠাকুৰ চলিলা ।
কতোদিনে গৈয়া ভেলা ভোৱাৰক পাইলা ॥৩১৮০॥
প্ৰণাম কৰিয়া গুৰু চৰণে নমিয়া ।
দেখি গুৰুদেৱে মহা সন্তোষিত হৈয়া ॥
বাপু পৰ্ম্মানন্দ সখি ভালেকি আছন্ত ।
কামৰূপ ভক্ত সব আছে কিবা শান্ত ॥৩১৮১॥
গোপাল মথুৰা দাস কেনমতে আছে ।
সকলোৰে ভাল বুলি কহিলন্ত পাছে ॥
মাধৱ বদতি বাপু ভাৰ্য্যা সমে সখি ।
আমাৰ কথাক কিবা কহন্ত উপেখি ॥৩১৮২॥
তব ভ্ৰাতৃগণ আছে কিবা সুখে দুখে ।
কহিয়ো বিৱৰি পৰ্ম্মানন্দ মন সুখে ॥
পাছে পৰ্ম্মানন্দে গুৰু জনত জনাইল ।
তব আগমন হৈতে বৰ দুঃখী হৈল ॥৩১৮৩॥
সদায়ে বিষাদ মন কৰি পিতা ৰহে ।
কেৱলে তোমাৰ মাত্ৰ গুণ যশ কহে ॥
পিতা ঠাকুৰৰ কিছু মন সুখ নাই ।
কাৰ মুখে পাইবো বাৰ্ত্তা থাকন্ত উনাই ॥৩১৮৪॥
বাৰ্ত্তালৈবে প্ৰতি আমাসাক পাচি দিল ।
অপেক্ষা কৰিয়া পন্থ দেখিয়া ৰহিল ॥
হেন শুনি প্ৰেমভৰে ৰহি গুৰু জন ।
সন্তোতক হয়া ৰহিলন্ত কতোক্ষণ ॥৩১৮৫॥
কিছুদিন থাকি কথা গুৰু জনে বোলে ।
বৃদ্ধ পিতা মাতা আছে চিন্তায়ে আকুলে ॥
শীঘ্ৰে যাহা তুমি আপোনাৰ মন্দিৰক ।
গুৰুৰ আদেশ পায়া আসিল প্ৰত্যেক ॥৩১৮৬॥
পুত্ৰ আসা দেখি ঠাকুৰ আতা ৰঙ্গ কৰি ।
গুৰুজন বাৰ্ত্তাসোধে থগি আগে ধৰি ॥
সকল বৃত্তান্ত কহিলন্ত সুখমনে ।
সকলো সেৱকে শুনি আনন্দ ওখনে ॥৩১৮৭॥

## শ্ৰীমাধৱদেৱৰ ওপৰত ব্ৰাহ্মণৰ বিদ্বেষ, ভকত সকলক শ্ৰাদ্ধ কৰিবলৈ গুৰুজনাৰ আদেশ

একদিনা ৰাজাত কহিলা দ্বিজগণ ।
মাধৱে নকৰে শ্ৰাদ্ধ শান্তি একোদিন ॥
শুনি ৰাজা আদেশ কৰিলা মন্ত্ৰীগণে ।
তোমৰা পৰীক্ষো বিপ্ৰগণৰ বচনে ॥৩১৮৮॥

পাছে দূত নিয়োজন কৰিলা তথাই ।
শুনিয়া মাধৱদেৱ আনন্দিত গ্ৰাই ॥
তথাপি কহিলা সেৱক গুৰুজন ।
সকলো সেৱকে শ্ৰাদ্ধ কৰা অনুক্ষণ ।।৩১৮৯।।
পসাৰক গৈলে সাৱধানত কিনিবা ।
যিবোলে পসাৰী সেহিমতে মূল্য দিবা ॥
মুখ ক্ষালে দৃষ্টি কদাচিতো নকৰিবা ।
আহোতে যাওঁতে সবে সাৱধান হৈবা ।।৩১৯০।।
যাৱত নোহয় ৰাজা প্ৰত্যয় আমাত ।
থাকিবাক লাগে তোৰা হয়া সাৱহিত ॥
শুনি গুৰুজন আজ্ঞা শিৰত ধৰিয়া ।
কৰন্ত বৎসৰি জল পিণ্ড সব দিয়া ।।৩১৯১।।
শ্ৰীৰাম আতা তাঙ্ক নকৰয় দেখি ।
কহিলা সেৱাকে গুৰুজনক নাপেখি ॥
পাছে গুৰু শ্ৰীৰাম আতাক আজ্ঞা দিল ।
তুমিয়ো শৰাধ বিধি কৰিবে লাগিল ।।৩১৯২।।
গুৰু বাক্য মানি আতা শৰাধ পাতিলা ।
ৰাম ৰাম গুৰু আসি পুৰুহিত হৈলা ॥
বস্ত্ৰ পৰিধান কৰি আতা বসিলন্ত ।
শ্ৰাদ্ধৰ মন্ত্ৰক ৰাম ৰামে বোলাইলন্ত ।।৩১৯৩।।
বিষ্ণো বিষ্ণো মাধৱ মাধৱ উচ্চাৰিলা ।
শুনিয়া শ্ৰীৰাম আতা প্ৰেমত মজিলা ॥
মাধৱ বান্ধৱ আছে ইটো শৰাধত ।
কিবা কৰ্ম্ম কৈলো মই নকৰি আগত ।।৩১৯৪।।

## পৰম বিৰক্ত ভক্ত শ্ৰীৰাম আতাৰ শ্ৰাদ্ধত বিসঙ্গতি

এহিবুলি প্ৰেম ভাৱে ক্ৰন্দন কৰিয়া ।
বাপৰি ফুৰন্তে শ্ৰাদ্ধ গৈল বিধ্বংসিয়া ॥
ৰাম ৰাম গুৰু মাধদেৱত কহিলা ।
শুনি গুৰুজনে শ্ৰীৰামক মাতি নিলা ।।৩১৯৫।।
বদতি মাধৱ শ্ৰীৰাম শান্ত মতি ।
কিবা হেতু কৰিলাহা শ্ৰাদ্ধ বিসঙ্গতি ॥
আতাবোলে শ্ৰাদ্ধে বাপ তোমাসাক পাইলো ॥
অত দূৰ কালে তাক কেনে নকৰিলো ।।৩১৯৬।।
হেনমতে ভাবি বাপ প্ৰেম উপজিল ।
সিকাৰণে শ্ৰাদ্ধগোট সাঙ্গ হৈয়া গৈল ॥
গুৰুজনে বোলে দেখা সেৱক সকল ।
এহয় জনৰ কিবা আছে শ্ৰাদ্ধে ফল ।।৩১৯৭।।

পৰম বিৰক্ত ইটো ৰঙ্গময় ভৈলা ।
নুবুজি সকলে শ্ৰাদ্ধ কৰিবাক কৈলা ॥
এহিবুলি শ্ৰীৰাম আতাক প্ৰশংসন্ত ।
শুনিয়া সবাৰ মনে প্ৰসন্ন ভৈলন্ত ।।৩১৯৮।।
প্ৰসঙ্গত পাঠকে পঢ়য় শাস্ত্ৰখান ।
হৰিহৰ আতাৰ সঙ্গে কৰন্ত শ্ৰৱণ ॥
প্ৰত্যেক পাঠত আতা অশুদ্ধ ধৰন্ত ।
দেখিয়া পাঠকে গুৰুদেৱত কহন্ত ।।৩১৯৯।।
গুৰুজনে বোলে হৰিহৰ পিছে ৰহা ।
তাৰহন্তে পাঠগুটি শ্ৰৱণ কৰাহা ॥
সেহিমতে বসন্তেও খুটিক ধৰয় ।
পুনু গুৰুজনে গৈয়া পাঠকে কহয় ।।৩২০০।।
পাছে গুৰুজন বাক্যে কাঠিত ৰহন্ত ।
তথাপিতো আতা উহ প্ৰত্যহ কৰন্ত ॥
পাঠৰ ত্ৰিথিনী ইটো উপলক্ষ মাত্ৰ ।
লীলা বৃদ্ধি কৰিবাৰ হেতু কৰি তন্ত্ৰ ।।৩২০১।।
আতাক বোলন্ত তুমি বাহিৰে ৰহিয়ো ।
শ্ৰৱণ কৰিয়া তুমি ভকতি বঢ়াও ॥
শুনি তাৰক্ষণে আতা নিজ দ্ৰব্য লৈয়া ।
মৰিচ বাৰীত বৈল গৃহক কৰিয়া ।।৩২০২।।

## হৰিহৰ আতাৰ পাঠত বিসঙ্গতি আৰু গৃহস্থি ধৰ্ম্ম গ্ৰহণ ।

* যাইবাৰ সময়ে গীত কৈলা গুৰুজন ।
শুনিয়া বিস্ময় খেদ সেৱকৰ মন ॥
পাছে আতা মৰিচবাৰীত কতো দিন ।
থাকিয়া গৈলেক চলি জিকাপুন্দি স্থান ।।৩২০৩।।
নাগেৰ খানা জুৱৰ-বেঠাই পদ্ম-পাণি ।
সিসব ভেটিত থাকি পাছে মহামানী ॥
কানাই সতৰীয়া গৃহ ওচৰৰ ঠাইত ।
বিশিষ্ট গৃহক কৰি আনন্দে ৰহন্ত ।।৩২০৪।।
কানাইৰ দুহিত্ৰী এক আতি গুভনিতা ।
আতাৰ কৰয় পৰিচৰ্য্যা যথোচিতা ॥
একদিনা আতা আইক বচন বুলিলা ।
আমাৰ সহিতে তুমি বিবাহ ঘটিলা ।।৩২০৫।।
লজ্জা হয়া আই গৈয়া মাতৃক কহন্ত ।
নযাইবো তাহাৰ ঠাই অন্যায় বোলন্ত ॥
মাতৃবোলে কেনে তুমি বিমনক কৰ ।
পুনু যদি বোলে তেন্তে কৰিবি স্বীকাৰ ।।৩২০৬।।

পাছে আইক কৰিলন্ত আতায়ে বিবাহ ।
উপৰি জন্মৰ কথা কৰন্ত নিৰ্ব্বাহ ॥

## হৰিহৰ আতা সত্ৰ ত্যাগত মহাপুৰুষ শ্ৰীমাধৱদেৱৰ খেদ আৰু গীত ৰচনা

### গীত

* ধ্ৰুং ॥ হৰি হেৰোৰে বাপ পশিলো শৰণে ।
নেৰিবা বান্ধৱ মোক জীৱনে মৰণে ॥
পদ ॥ সনক সনন্দ যোগী যাহাকো ধিয়াই ।
সকল নিগমে যাক বিচাৰি নপাই ॥
সহস্ৰ বয়নে যাৰ নপাৱন্ত সীমা ।
অধমে জানিবো কেনে তোমাৰ মহিমা ॥
আতুৰ ভৈলোহো হৰি বিষয় বিকলে ।
কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে ॥
তোমাৰ চৰণ দুই মোৰ মহাধন ।
ভকত জনৰ নিজ তুমি নাৰায়ণ ॥
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ ।
কাতৰ কৰিয়া লৈলো শৰণ তোমাৰ ॥
কৃপাকৰা নাৰায়ণ চোৰ মোহ পাশ ।
কহয় মাধৱ হৰি দাসকো দাস ॥০॥

## হৰিহৰ আতাৰ চেপেতিয়া বিলৰ পাৰত নিবাস আৰু মায়াক নচুৱাই

কানাইৰ নিকটে একখণ্ড মাটি লৈয়া ।
দিব্যবাৰী কৰি তাতে গৃহক নিৰ্ম্মিয়া ॥
আইক নিয়া তথাত ৰহিয়া অনুক্ষণে ।
নচুৱান্ত আইক চাপৰী বাই ৰঙ্গে ॥৩২০৭॥
সেৱকে দেখিয়া গুৰুজনত কহয় ।
গুৰুবোলে হৰিহৰে মায়া নচুৱায় ॥
ত্ৰিগুণ মায়ায়ে সমস্তকে নচুৱান্ত ।
সেহি মায়া হৰিহৰে নৃত্য কৰাৱন্ত ॥৩২০৮॥
এহিমতে আতা নানা লীলা কৰি আছে ।
চৈত্ৰৰ মাসৰ আসি বিষু পাইলা পাছে ॥
পিতামাতা আইক ঘৰে আনিবাক চান্ত ।
দেখি আতা সিদ্ধ দ্ৰব্য খাইবে নিষেধন্ত ॥৩২০৯॥
নাখাইবো বুলিয়া আই গৃহক চলিলা ।
সেহিদিনা ঘৰে পিতৃ মাতৃয়ে ধৰিলা ॥
কোনে দেখিবন্ত তুমি পিষ্টকক খাওঁ ।
আইবোলে অন্তৰ্য্যামী কখনো নখাওঁ ॥৩২১০॥
বহুত প্ৰকাৰে মাতৃ খাইবাক বুলিলা ।
এৰাইতে নপাৰি আই অন্ন মুখে দিলা ॥
তেখনে বুলিলা আসি বাক্য নমানিলি ।
পৰবস হৈয়া ভজা পিষ্টক ভুঞ্জিলি ॥৩২১১॥
নলাগে আমাক তুমি এঠাতে থাকিয়ো ।
বুলিয়া অদৃশ্য ভৈলা নপাইলা নিৰ্ণয়ো ॥
আইবোলে তোমাসাৰ কথায়ে মজিলো ।
নৰসিবে মোক মই নিশ্চয়ে জানিলো ॥৩২১২॥
পৰদিনা পিতা মাতা আইক লৈয়া গৈলা ।
আতা বস্ত্ৰ অলঙ্কাৰ সমস্তকে দিলা ॥
মোহোৰ বচন ভাজি পিঠাক ভুঞ্জিল ।
নাহি প্ৰয়োজন মোৰ তোমাক চাৰিল ॥৩২১৩॥
এহিবুলি তেতিক্ষণে বাৰী নাৰী এৰি ।
চলিগৈলা আতা চেপেতিয়াক সন্তৰি ॥
ইসব কথাক পাছে গুৰুজনে শুনি ।
সেৱকক প্ৰতি গুৰু কহিলা ভণতি ॥৩২১৪॥
নৰনাৰী নৰবাৰী কে' এৰিতে পাৰে ।
তাহাকো এৰিলা শান্ত মতি হৰিহৰে ॥
এহিমতে আতা ৰহিলন্ত ৰঙ্গ কৰি ।
বালক সহিতে ফুৰে নামক উচ্চাৰি ॥৩২১৫॥
তথাত থাকন্ত গুৰুজন এক ৰূপে ।
আতাৰ প্ৰভাৱ কোনে কহিবে স্বৰূপে ॥
হৈদাস বলিয়া শ্ৰীশঙ্কৰৰ সেৱক ।
গুৰুজন পাশে আসি সেৱয় প্ৰত্যেক ॥৩২১৬॥
সেৱকে কহয় গুৰুজনক প্ৰকটি ।
হৈদাহ বনিয়া তযু চৰণত প্ৰতি ॥
বিশেষে নকৰে সমাদৰ ভকতিক ।
শুনি গুৰুজনে জানি তাহান মতিক ॥৩২১৭॥
তথাপিতো সেৱকৰ প্ৰত্যয়ৰ অৰ্থে ।
একদিনা বনিয়াক কৈলা ৰূপমাৰ্থে ॥
বদতি মাধৱ শুনা হৈদাহ শান্ত ।
তোমাৰ সকলো দ্ৰব্য দিয়োক আমাত ॥৩২১৮॥
আতৈবোলে বাপ আমি গৃহে গতি কৰি ।
আনিদিবো দ্ৰব্য তযু বাক্য শিৰে ধৰি ॥
এহিমতে গৈয়া গৃহিনীত সুধিলন্ত ।
আইবোলে আমাসাৰ কি ভাগ্য ভৈলন্ত ॥৩২১৯॥
ধন্য তব উপাৰ্জ্জন ধন্য ভক্তি কৈলা ।
সাক্ষাতে ঈশ্বৰে আমাসাৰ দ্ৰব্য লৈলা ॥
নকৰা বিলম্ব এতিক্ষণে লৈয়া যায়ো ।
সেৱক সহিতে গুৰুজনত অপিয়ো ॥৩২২০॥

শুনি সন্তোষিত মনে ৰনিয়া প্ৰধান ।
গাড়ীত নিলন্ত গুৰুজন বিদ্যমান ॥
বহুক্ষণে নিয়া যেবে দ্ৰব্যক দমাইল ।
দেখিয়া সেৱক সব আচৰিত ভৈল ॥৩২২১॥

### ভক্ত হৈদাসৰ ত্যাগ । হাজৰা কেশৱ নাম প্ৰসঙ্গ কৰাৰ নিৰ্বন্ধৰ আদৰ্শ

পৰম সন্তোষে গুৰু সেৱকত কৈলা ।
হৈদাহৰ ভক্তি তোমা সকলে বুজিলা ॥
হৈদাহ বদতি বাপ গুৰু কৃপাময় ।
চৰণে ৰাখিয়ো মোৰ যত দ্ৰব্য চয় ॥৩২২২॥
চৰণে ৰাখিয়ো মোকো নিজ ভৃত্য বুলি ।
পুৰুষ উদ্ধাৰ হৌক আমাৰ সমূলি ॥
পাছে গুৰুজনে নেত্ৰ ফুৰায়া দেখিয়া ।
দ্ৰব্যৰ উপৰে হস্তপদ্ম পৰশায়া ॥৩২২৩॥
বোলন্ত ৰনিয়া নিয়ো সমস্ত দ্ৰব্যক ।
একশত টকা মাত্ৰ দিয়ো সেৱকক ॥
তুমিয়ে সহিতে দ্ৰব্য সকলে আমাৰ ।
জানিয়া চলিয়ো দ্ৰব্য নিয়া নিজ ঘৰ ॥৩২২৪॥
শুনি আনন্দিত মনে দ্ৰব্য লৈয়া গৈলা ।
গুৰুৰ চৰণ সেবি নিজ গৃহে ৰৈলা ॥
দিনেক হাজাৰা কেশ আসি সেৱিলন্ত ।
নামলোৱা বুলি গুৰুজনে পুছিলন্ত ॥৩২২৫॥
নামৰ স্বৰূপ কিবা জানিয়া আছহ ।
কেনমতে লোৱানাম আমাসাত কহ ॥
প্ৰাৰ্থিলন্ত আতৈ বাপ নাম গোৱা হয় ।
বন্ধু পৰিবাৰ যত পুত্ৰ ভাৰ্য্যা চয় ॥৩২২৬।
সকলো মিলিয়া তিনি প্ৰসঙ্গক কৰি ।
গুৰুবোলে সিসবক মানা কেন কৰি ॥
হাজৰা বোলন্ত তাৰা পৰিবাৰ লোক ।
আপোনাৰ জনবুলি মানোহো প্ৰত্যেক ॥৩২২৭॥
গুৰুজনে বোলে তুমি নাম নাহি জান ।
বৎসেৰেক থাকি পাছে আসিবা ইথান ॥
শুনিয়া গৃহক গৈয়া নাম লৈয়া আছে ।
চইমাস অন্তে আইলা গুৰুজন কাছে ॥৩২২৮॥

### হাজৰা কেশৱ নামে শুদ্ধ কৰি ঈশ্বৰৰ প্ৰেমভক্তি বিস্ময়ত বিসৰ্জ্জি আৰু হৃদয়ত কৃষ্ণমূৰ্ত্তি স্ফূৰ্ত্তি জন্মায়

হেন দেখি গুৰুদেৱে তাহাক পুছিলা ।
বৎসৰেক নতুহন্তে কেনে আসি ভৈলা ॥
শুনি সকাতৰে আতৈ কৰন্ত প্ৰাৰ্থনা ।
থাকিতে নপাৰি বাপ তযু সঙ্গ বিন ॥৩২২৯॥
তোমাৰ দুখানি পদে কেশত ধৰিয়া ।
আমাক আনিছে বাপ তানিয়া তানিয়া ॥
গুৰুজনে বোলে নাম লোৱা কেনমতে ।
আতৈ কহে সব্ব পৰিবাৰৰ সহিতে ॥৩২৩০॥
সিসবক কিবা বুলি মানাহা মনত ।
তেহো বোলো বাপ সকলেয়ো তবভৃত্য ॥
পাছে গুৰুজনে মহা আনন্দ কৰিয়া ।
জানিলা নামৰ শক্তি বুলি প্ৰশংসিয়া ॥৩২৩১॥
গুৰুৰ সেৱক দৈবজ্ঞ বলোৰাম ।
জ্যোতিষ পণ্ডিত সিটো মহাগুণ ধাম ॥
সেৱকৰ হাত দেখি কহয় নিশ্চিত ।
তোমাৰ মৰণ হৈবে অমুক দিনত ॥৩২৩২।
সিকথা শুনিয়া ভক্তে বিমনে ৰহয় ।
তাক শুনি গুৰুজনে মাতিয়া কহয় ॥
লোকৰ মৰণ কহা তোমাৰ নকহা ।
কৈয়ো কেনমতে তুমি কবে মৰিবাহা ॥৩২৩৩।
আতৈ বোলে মোৰ তিনি পষ দিন আছে ।
মৰিয়া সপ্তম দিনে বাসি হৈবো পাছে ॥
জানি তব চৰণৰ সমিপ চাপিলো ।
তোমাৰ অভয় পদে শৰণ পশিলো ॥৩২৩৪॥
তুষ্ট হৈয়া গুৰুজনে বুলিলা বচন ।
গুচাইলা তোমাৰ চাৰে দিন এতিক্ষণ ॥
পাছে বলোভদ্ৰ হাটী মৃৰত আছিলা ।
মৃত্যু ভৈল তিনি দিন মৃৰত দেখিলা ॥৩২৩৫॥
শুনি গুৰুজনে সংস্কাৰ কৰাইলন্ত ।
গুৰুৰ প্ৰসাদে তেহো উদ্ধাৰ হৈলন্ত ॥
এহিমতে গুৰুজন ভেল্লাত আছন্ত ।
সৰ্ব্বদায়ে আসি ধাইয়ো সেৱিয়া থাকন্ত ॥৩২৩৬॥

দৈৱজ্ঞ বলোৰাম আতৈৰ মৃত্যু ৰহস্য।
মুক্তিত নিস্পৃহ ভক্ত শ্ৰীৰাম আতা আদৰ্শ
পুৰুষৰ ভক্তাৰ চৰিত্ৰ

একদিনা আই ধাই মনত ভাবিয়া।
সেৱকৰ পদধূলা লৈবাক লাগিয়া॥
পাছে গুৰুজনত প্ৰাৰ্থিলা ভক্তি কৰি।
পঠায়ো দাসীৰ গৃহে সেৱক সাদৰি ॥৩২৩৭॥
পাছে গুৰুজনে সমস্তকে আদেশিলা।
ধাইৰ প্ৰাৰ্থনা জানি তথা লাগি চলা॥
গুৰুৰ আদেশে সৰ্ব্ব সেৱক গৈলন্ত।
সেৱি বন্দি আই সকলোকে পঠাইলন্ত ॥৩২৩৮॥
কিন্তু শ্ৰীৰাম আতা সিদিনা নগৈল।
আসি ধাই পাছে গুৰুজন জনাইল॥
গুৰুবোলে শ্ৰীৰাম যায়োক একবাৰ।
গুৰুবাক্য ধৰি আতা চলিল সত্বৰ ॥৩২৩৯॥
লাউগুটি ভৰি আতা জল নিয়াছিল।
বিদুৰতে পাৱদুই পখালি বসিল॥
পদজল লৈবে মন আইৰ মনেছিল।
নিদিলন্ত আতা দেখি বিষাদ কৰিল ॥৩২৪০॥
যিবাদ্ৰব্য দিল আতা কিছু নলৈলন্ত।
খেদভাৱে ধাই গুৰুজনত জনান্ত॥
শুনি মাধৱে কৈলা ধাইক আশ্বাসি।
নিৰালম্ব শ্ৰীৰাম পৰম নিৰাশি ॥৩২৪১॥
এতেকে নকৰা খেদ শ্ৰীৰামক প্ৰতি।
শুনি আই গৃহে গৈলা কৰি মন প্ৰীতি॥
ৰামচৰণ ঠাকুৰক পূৰ্ব্ব আদেশিল।
কীৰ্ত্তন ঘোষাক গোটাই কৰি মহাভাল ॥৩২৪২॥
আমাক আনিয়া দিবা মহাযত্ন কৰি।
ঠাকুৰেও গোটাইলেক বিচাৰি বিচাৰি॥

ৰামচৰণ ঠাকুৰে কীৰ্ত্তন ঘোষা শাস্ত্ৰ সংগ্ৰহ
কৰি বেহাৰত শ্ৰীমাধৱদেৱক দিয়ে গৈ

শাস্ত্ৰক ধৰিয়া ৰামচৰণ চলিলা।
পথহাণ্ঠি গৈয়া বিজয়পুৰক পাইলা ॥৩২৪৩॥
দেখি হৰিকৃষ্ণ তাৰা মহামান্য কৰি।
ঠাকুৰক ৰাখিলন্ত পৰম সাদৰি॥
কামৰূপ ঠাইৰ সেৱকৰ বাৰ্ত্তা সুধি।
পুথিখান দেখি পাছে সুধিলা হৰিষি ॥৩২৪৪॥

ঠাকুৰক ৰাখিলন্ত পৰম সমাদৰে।
যেনমতে গোটাই শাস্ত্ৰ আনিলা সত্বৰে॥
ধন্য ধন্য বাপ তুমি গুৰুৰ ভাগিন।
কৰিলা সবাৰো তুমি মনক পূৰণ ॥৩২৪৫॥
পাছে শাস্ত্ৰখানি তাৰা দেখিবাক প্ৰতি।
ঠাকুৰক প্ৰাৰ্থি শাস্ত্ৰ ৰাখিলা তহিতি॥
অনুক্ৰমে ৰামচৰণ বেহাৰ পশিয়া।
গুৰুজন চৰণত পৰি প্ৰণামিয়া ॥৩২৪৬॥
উঠিয়া বসিলা গুৰুজন স্নেহমনে।
ঠাকুৰক আলিঙ্গিয়া বুলিয়া বচনে॥
বৰপেটা আদি কামৰূপৰ সেৱক।
ভাল আছে বাপ তাত সখিয়ো প্ৰত্যেক ॥৩২৪৭॥
তোৰ পিতা মাতা আছে কেনৰূপ কৰি।
সকলৰ বাৰ্ত্তা বাপ কহিয়ো সত্বৰি॥
পাছে ৰামচৰণে কহিলা প্ৰণিপাতে।
তোমাৰ কৃপাত ভালে আছন্ত তহিতে ॥৩২৪৮॥
তযু আজ্ঞা পালি আমি কীৰ্ত্তন ঘোষাক।
গোটায়া আনিয়া আছো পাইলো যৈত যাক॥
শুনি মহা আনন্দতে মাধৱ ঈশ্বৰ।
দিয়ো শাস্ত্ৰখানি বুলি কহে বাৰম্বাৰ ॥৩২৪৯॥
বিনয় কৰিয়া ৰামচৰণে কহিলা।
অল্পদিন হেতু হৰিকৃষ্ণয়ে ৰাখিলা॥
তেতিক্ষণে গুৰুজনে ভক্ত পাছিলন্ত।
চাৰিদিনে গৈয়া শাস্ত্ৰখানি আনিলন্ত ॥৩২৫০॥

কীৰ্ত্তন ঘোষাৰ ভৃগুপৰীক্ষা আৰু ৰুক্মিণীৰ
প্ৰেমকলহ এই দুইছোৱা নাপালে

পূৰ্ব্বাপৰ মধ্য পাছে সবে দেখিলন্ত।
যৈত যিবা লাগে ৰামচৰণে দিলন্ত॥
পৰম সন্তোষে গুৰু ধন্য বাপু বুলি।
ধন্য মোৰ ভাগিন ভাল কাৰ্য্য আচৰিলি ॥৩২৫১॥
পুনৰপি শাস্ত্ৰখান দেখি পুছিলন্ত।
দুইখণ্ড কীৰ্ত্তনৰ মধ্যে নাহি কন্ত॥
ভৃগুৰ পৰীক্ষা, ৰুক্মিণীৰ প্ৰেমৰ।
কীৰ্ত্তন অন্তৰে নাহি কয় কিয় আৰ ॥৩২৫২॥
ৰামচৰণে বোলে নাপাইলো বিচাৰি।
কৈত থৈয়া গৈল গুৰু কহিতে নপাৰি॥
এহিমতে গুৰুজনে মহাতুষ্ট মনে।
ৰামচৰণক পুছিলন্ত তাৱক্ষণে ॥৩২৫৩॥

বাপু ৰামচৰণ থাকিবে ইচ্ছা কৰা।
বোলে মোমা আমাৰ পিতৃয়ো বৰ বুঢ়া ॥
শুনি গুৰুদেৱে কহিলন্ত হাস্য কৰি।
দশবৰ্ষ তব পিতা নযাইবেক মৰি ॥৩২৫৪॥
আঠ দশ মাস মাত্র থাকিবাক লাগে।
শুনিয়া ৰহিল ৰামচৰণ মহাভাগে ॥
আত অনন্তৰে বিৰুপাক্ষ আই ধাই।
মাধৱ গুৰুৰ কথা ৰাজাত কহই ॥৩২৫৫॥
শুনি লক্ষ্মী নাৰায়ণ ৰাজা মহামতি।
আদেশ কৰিলা যাইবে গুৰুজন প্রতি ॥
জানিলা মাধৱদেৱ পৰম ভকত।
তান আচৰণ কাৰ্য্য মহা শুদ্ধমত ॥৩২৫৬॥
পাছে গুৰুজনে সেৱকক সঙ্গ কৰি।
পাঁচ সাতদিনে যান্ত ৰাজাক সাদৰি ॥
এহিমতে মাধগুৰু সুখদে আছন্ত।
ঈশ্বৰ ইচ্ছায়ে আসি দুৰ্ঘত্ত ভৈলন্ত ।৩২৫৭॥
বিৰুৰ তনয় দুই গুটি শুভনয়।
মাধৱৰ ঠাইত আসি ধৰ্ম্ম ধৰি ছয় ॥

## লক্ষ্মীনাৰায়ণ ৰজাৰ সভাত বিদ্বেষি পণ্ডিতৰ লগত শ্ৰীমাধৱদেৱৰ শাস্ত্ৰাৰ্থ বিচাৰ

একদিনা বিৰুকাজি ভোজ খাইবে প্ৰতি।
দুইপুত্ৰ মাতিলন্ত সাদৰতে আতি ॥৩২৫৮॥
দুইপুত্ৰে বোলে পিতা নকৰো ভোজন।
মাধৱ গুৰুৰ ধৰ্ম্ম ধৰিছো দুই জন ॥
নধৰিলে ধৰ্ম্ম ভুঞ্জিবাৰ যোগ্য নয়।
এহিমতে শাস্ত্ৰ সাধু সকলে কহয় ॥৩২৫৯॥
শুনি বিৰুপাক্ষ কাজি ক্ৰোধত জলিল।
দেখা মাধদেৱে পিতা পুত্ৰক ফালিল ॥
নুবুজি ৰাজাত কহিলোহো ভাল বুলি।
এখনে জানিলো ইটো জগতৰে কলি ॥৩২৬০॥
ৰাজ্যহন্তে আক শীঘ্ৰে খেদাইবাক লাগে।
এহিবুলি বাদ কৰাই বাক মহাভাগে ॥
বঙ্গদেশী মাধৱ নামত একজন।
মহামুৰ্খ তাক আগ কৰিয়া তখন ॥৩২৬১॥
অনেক কুতৰ্কী দ্বিজগণ যোগ কৰি।
বাদ কৰাইবাক লাগি আনিল সাদৰি ॥
পাছে মাধগুৰুক কৰিলত নিমন্ত্ৰণ।
শাস্ত্ৰ বিচাৰিবে লাগি আসোক এখন ॥৩২৬২॥

শুনিয়া মাধৱদেৱ উল্লসিত মনে।
ৰাজাৰ সভাত গৈয়া বসিল তেখনে ॥
সকলো সেৱক বাহিৰত বসি ৰৈলা।
লগত অচ্যুত ৰামচৰণ দুই গৈলা ॥৩২৬৩।
মুৰ্খ মাধৱক বেঢ়ি যত দ্বিজ গণে।
বাদ কৰিবাক লাগি উল্লাসিত মনে ॥
বিৰুকাজি বোলে আবে শুনিয়ো মাধৱ।
এহিগোটা তয় মিতা বাদক আসয় ॥৩২৬৪॥
শুনিয়া মাধৱে বোলে ভাল কৈছা তুমি।
তোমাৰ কৃপায়ে মিত্ৰ লাভ পাইলো আমি ॥

## বৈষ্ণৱে জাপ্যমালাত ব্ৰহ্মগ্ৰন্থি আৰু মেৰু দিয়াৰ আৱশ্যক নকৰে। অন্য তান্ত্ৰিক সকলেহে ব্ৰহ্মগ্ৰন্থি আৰু মেৰু দিয়াৰ সিদ্ধান্ত ৰহস্য

পুনুবোলে এহো কহে মালাত মেৰু আছে।
ইহাৰ উত্তৰ দিয়ো মেৰু আছে নাছে ॥৩২৬৫॥
বদতি মাধৱ গীতা ভাগৱত চয়।
বৃহত সহস্ৰনাম তন্ত্ৰ যত হয় ॥
মালাত দিবাক মেৰু কিছু নকহয়।
কোন শাস্ত্ৰমত বঙ্গ মাধৱে কহয় ॥৩২৬৬॥
বঙ্গৰ মাধৱে কিছু শাস্ত্ৰক নাজানে।
মঠ ধৰি বসি ৰৈলা মেজি গোট যেনে ॥
ব্ৰাহ্মণ সকলে তন্ত্ৰ মন্ত্ৰ উচ্ছাৰিয়া।
মেৰু দিবে লাগে বুলি কহে প্ৰকাশিয়া ॥৩২৬৭॥
কহে গুৰুজনে বীজ মন্ত্ৰক জপয়।
তাত মেৰু দিবে লাগে অৱশ্যে আছয় ॥
নামৰ মালাক যিটো কৰয় ধাৰণ।
তাৰ মেৰু দিবে কোনো নাহি প্ৰয়োজন ॥৩২৬৮॥
এহিবুলি পাঞ্চৰাত্ৰ কথাক আনিলা।
শ্লোক সব শুনি বিৰু নমাতি ৰহিলা ॥
ব্ৰাহ্মণ সবৰো পাছে গৰ্ব্বচুৰ ভৈল।
ভাবিচিন্তি কিছু তাৰ উত্তৰ নপাইল ॥৩২৬৯॥
পাছে বঙ্গ মাধৱক ধ্বজময় কৰি।
কুতৰ্কী ব্ৰাহ্মণে কহে শ্লোকক উচ্ছাৰি ॥
মহেশ দেৱৰো দেৱ জগতৰ গুৰু।
কামনা পূৰণ কৰে বাঞ্ছা কল্পতৰু ॥৩২৭০॥

তেহো জড় কিবা চৈতন্য হোৱয় ।
ইহাৰ নিৰ্ণয় তুমি কহিবে লাগয় ॥
মাধগুৰু বোলে শুনা ব্ৰাহ্মণ সকল ।
হৰিসে চৈতন্য বেদ. শাস্ত্ৰ নিৰূপিল ॥৩২৭১॥
মহেশ স্বৰূপে জড় চৈতন্য নহয় ।
আনো যত দেৱ দেৱী ভড়েসে নিশ্চয় ॥
শুনি দ্বিজগণে মহা ক্ৰোধে অন্ধকাৰ ।
একেবাৰে উঠি মহা কৰে হাহাকাৰ ॥৩২৭২॥

## মহামায়া, হৰ ব্ৰহ্মা আদি সমস্ত জগত জড় কৃষ্ণেহে চৈতন্যৰ প্ৰমাণ

বিৰুবোলে কেনে জড় তাক বুজায়োক ।
মাধৱে বোলন্ত ধৰ্ম্ম শাস্ত্ৰ দেখিয়োক ॥
ভাগৱত শাস্ত্ৰত প্ৰকত হৈয়া আছে ।
আনিয়া দেখিলে প্ৰত্যয়ক পাইবা পাছে ॥৩২৭৩॥
বৃকাসুৰ হন্তে তিনি লোকক ঘূৰিল ।
বিধেতাৰ প্ৰসাদে সিটো আপদ তৰিল ॥
মোহিনীৰ ৰূপ দেখি দ্বীপ দ্বীপান্তৰে ।
মোহ হৈয়া ফুৰিলন্ত কেমনে শঙ্কৰে ॥৩৩৭৪।
চৈতন্যৰ মায়া সকলোকে মোহ কৰে ।
মোহ হৈবে যিটো সেহি জড় সাৰে সাৰে ॥
এতেকতে জড় বুলি মহেশক জানা ।
চৈতন্য ঈশ্বৰ বুলি মাধৱক মানা ॥৩২৭৫॥
শুনিয়া ব্ৰাহ্মণ সবে মহাক্ৰোধ কৰি ।
বুলিবে লাগিলা মাধ গুৰুক গুঞ্জৰি ॥
হাওঁৰে মাধৱ তুমি সুদ্ৰ এক গুটি ।
অনেক ব্ৰাহ্মণে আমি নজানো প্ৰকটি ॥৩২৭৬॥
মহেশক বোলে জড় ভয় নকৰস ।
আমাৰ হাতত আজি বিপাঙ্গে মৰস ॥
শাস্ত্ৰে নপাৰিয়া এহি মতে বলকই ।
দেখি ৰামচৰণে বস্ত্ৰ কক্ষলে বান্ধই ॥৩২৭৭॥
আগ হৈয়া ব্ৰাহ্মণক গৰ্জ্জিবাক লৈলা ।
আসিয়ো ব্ৰাহ্মণ আজি যেন গৰ্ব্ব কৈলা ॥
পৰম অজ্ঞানী শাস্ত্ৰ কিছু নজানস ।
মূৰ্খ হৈয়া অতমান কৰিবাব সাস ॥৩২৭৮।
দেখিয়া ব্ৰাহ্মণ সব ভয় হয়া বৈলা ।
এক এক কৰি সভাহন্তে পলাই গৈলা ॥
অনন্তৰে মাধগুৰু বিৰুক বুলিলা ।
আমাক নিন্দিয়া কিবা লাভক লভিলা ॥৩২৭৯॥
মূৰ্খগোষ্ঠ আনি আমাসাৰ আগে ৰাখি ।
আপুনি হৈলাহা লঘু খানিকো নাপেখি ॥
তোমাৰ বাগত কিবা হৈবাক পাৱয় ।
যিটোকথা শাস্ত্ৰ সাধু সবে নকহয় ॥৩২৮০॥
এহিবুলি বহাক চলিলা গুৰুজন ।
বিসাদতে বিৰুকাজি কৰিলা গমন ॥
পৰদিনা আই ধাই ৰাজাত কহিলা ।
মাধৱ গুৰুক বিৰু বহুত নিন্দিলা ॥৩২৮১॥
তুমি ৰাজা কিম্বা বিৰু হোৱয় ৰাজন ।
ইহাৰ নিৰ্ণয় কিছু নজানিলো মন ॥
শুনিৰাজা বসিলন্ত বাঁ লোৱা চৰাত ।
ক্ৰোধ কৰি বিৰুপাক্ষ কাজিক মাতন্ত ॥৩২৮২॥
সৰ্ব্বকালে তই মাধৱক ভাল বোল ।
এক্ষণে কিসক তই বিপক্ষতে চল ॥
বিৰুবোলে সৰ্ব্বদেশ মাধৱে নাসিল ।
তাৰ উপদেশে লোক অনাচাৰী ভৈল ॥৩২৮৩॥
পুত্ৰক গুচাইলা পিতৃ সঙ্গ বাহ ৰাইল ।
পিতা পুত্ৰ দুইকো তেহো বিচ্ছেদ কৰিলা ॥
ৰাজাবোলে বহুদিন পাইলি মাধৱক ।
আবেসে জানিলি মন্দ বুলিয়া প্ৰত্যেক ॥৩২৮৪॥
মনত মানিল ৰাজা বুজিবাক লাগে ।
কি কাৰণে ইমত কৰয় বিৰু ভাগে ॥
এহিবুলি পাছে মাধগুৰুক আনিয়া ।
মহা সমাৰোহে নিজ পাশত বসায়া ॥৩২৮৫॥
পশ্চিমৰ তিনিজন পণ্ডিত আছিল ।
সিঠাইক লাগি ৰাজা মতায়া আনিল ॥
ৰাজাবোলে আসামৰ এন্তে মহাজন ।
কৰিয়ো আলাপ আন বিচাৰ কেমন ॥৩২৮৬॥
শৰত কালিৰ দেৱী পূজা নকৰয় ।
বিষ্ণুত বিনাই আন দেৱ নপূজয় ॥
শুনিয়া পণ্ডিতে পাছে কৰিল জিজ্ঞাসা ॥
কেন নকৰয় পূজা সৰ্ব্ব কৰ্ম্মনসা ॥৩২৮৭॥
মাধৱ বদতি শুনা পণ্ডিত প্ৰধান ॥
গতাগত ভোগবাঞ্চা কৰে যিটোজন ॥

## জড় চৈতন্য, সগুণ নিৰ্গুণ আৰু সকামি নিষ্কামিৰ সিদ্ধান্ত তত্ত্বকথা

তাৰেসে লাগয় দেৱ দেৱী পূজিবাক ।
নিৰাসিক হৈল এক শৰণ কৃষ্ণক ॥৩২৮৮॥

হৰিবিনে আন মুকুতিৰ দাতা নাই ।
হৰিৰ বিভূতি যত দেৱ দেৱী হই ॥
স্ৰজন সংহাৰ যাৰ আজ্ঞাত কৰয় ।
অচৈতন্য দেৱ চৈতন্যত উপজয় ।।৩২৮৯।।
যাৰমায়া বিভবৰ নাহি পৰিচ্ছেদ ।
সকল দেৱতা ইশ্বৰত হন্তে ভেদ ।
চিদাংশ নাহিকে দেৱতাত কৃষ্ণ বিনে ।
মায়ায়ে প্ৰভাৱ ভৈল ব্ৰহ্মাৰুদ্ৰ মানে ।।৩২৯০।।
জড়ৰূপে দেৱগণ কৰ্ম্ম কৰি থাকে ।
ভোগৈশ্বৰ্য্য যতমানে দিৱয় প্ৰত্যেকে ॥
জড়ক পূজিলে মুকুতিক নপাৱয় ।
মুচুকুন্দ বচনত জানিবে লাগয় ।।৩২৯১।।
বৃন্দাবনে ব্ৰহ্মা স্তুতি কৰিলে যিমত ।
মোহিনী হৰিক যেন হৰে বুলিলন্ত ।।
আনবেদ স্তুতি আদি সকল শাস্ত্ৰক ।
বিচাৰি দেখিলে পাইবা মুকুতি দায়ক ।।৩২৯২।।
এহিমতে গুৰুজন শাস্ত্ৰ অৰ্থ আনি ।
কহিলা ৰহস্য বেদ বেদান্ত প্ৰমাণি ॥
শুনিয়া পণ্ডিত সবে ধন্য ধন্য কৰি ।
ৰাজাক বুজাইলা মাধৱক শ্ৰেষ্ঠ কৰি ।।৩২৯৩।।
মাধৱৰ মত সব বেদৰ ৰহস্য ।
সকলো শুনিয়া আমি সব ভৈল বশ্য ॥
ৰাজাবোলে বিৰু তই কি কথা কহিলি ।
পণ্ডিতে বিবোলে আঙ্ক তাঙ্ক নুবুজিলি ।।৩২৯৪।।
অকাৰণে মহাসন্ত মাধৱক দ্বেষ ।
কৰহ নিৰ্ব্বোধ তই কিছু নজানস ॥
বিৰুবোলে আমি কোঁছ মেছ অজ্ঞজন ।
বামুণে কহিলা যিবা শুনিলো তেখন ।।৩২৯৫।।
ৰাজাবোলে সিসব ব্ৰাহ্মণ দুৰ কৰ ।
আমাৰ নগৰে যেন নাসয় আৱৰ ॥

## শ্ৰীমাধৱদেৱৰ ভক্তিপন্থ সত্যৰ প্ৰমাণ আৰু ধৰ্ম্মৰাজ্যৰ গুৰু শ্ৰীমাধৱদেৱ বুলি ৰাজাৰ ঘোষণা । দামোদৰি সত্ৰত আগগুৰি হৰিনাম ॥

দেখা মাধৱৰ মত মহা বিচক্ষণ ।
জীৱৰ তৰণ পন্থ নাহিকয় আন ।।৩২৯৬।।
● আজিধৰি মোৰ নগৰৰ লোকচয় ।
মাধৱৰ মত সবে কৰোক আশ্ৰয় ॥
যত যত সাধু সন্ত সন্যাসী বৈষ্ণৱ ।
সবাৰো উপৰে ৰাজা হৈবেক মাধৱ ।।৩২৯৭।।
এহিবুলি ধৰ্ম্মৰাজা মাধৱক পাতি ।
গন্ধ চন্দন আনি দিলন্ত তহিতি ॥
আই ধাই শুনি মহা আনন্দতে নাচে ।
ৰাজা প্ৰজা সকলোৰো ৰঙ্গ ভৈল পাছে ।।৩২৯৮।।
ৰাজাবোলে বিৰুতই মাধৱক নিয়া ।
সাদৰ কৰিয়া থৱ আগক বঢ়ায়া ॥
পাছে গুৰু জনক আৰিয়া যোৰ দিয়া ।
বিৰুপাক্ষে থৈলা কিছু পথ আগুৱায়া ।।৩২৯৯।।
মহানন্দে সেৱক সহিতে গুৰুজন ।
পথত যাহান্তে শুনিলন্ত অনুক্ষণ ॥
*বলোদেৱ সত্ৰে হৰিনাম উচ্ছাৰয় ।
গুৰু বোলে কিবা ভেলা পাইলোহো নিশ্চয় ।।৩৩০০।।
সেৱকে বোলন্ত ইটো দামোদৰ সত্ৰ ।
তাহাতে গাৱয় নাম কৰি স্তুতি স্তোত্ৰ ।
একজনে বোলে নাসে নাই আগগুৰি ।
গুৰুবোলে তবু পাইবে সংসাৰ কিনাৰি ।।৩৩০১।।
হৰিনাম যেন তেন কৰয় কীৰ্ত্তন ।
দহে পাপ যেন অগ্নি দহে তৃণ বন ।
এহিমতে গুৰুগৈয়া পাইলা নিজ স্থান ।
স্নান কাৰ্য্য কৰি ৰহিলন্ত বিদ্যমান ।।৩৩০২।।
দেশ দেশান্তৰৰ সেৱক সবে শুনি ।
ধৰ্ম্মৰ উদয় ভৈলা সৰ্ব্বলোক জানি ।।
সকলে আসিয়া গুৰু ধৰ্ম্মক ধৰন্ত ।
সন্যাসী বৈৰাগী সাধু মহন্তো আসন্ত ।।৩৩০৩।।
হেনমতে গুৰুজন বেহাৰত আছে ।
পৰম আনন্দ মনে ধৰ্ম্মক প্ৰকাশে ।।
একদিন ৰাজা গুৰু জনৰ আগত ।
মহা সমাৰোহে গৈয়া প্ৰবেশ ভৈলন্ত ।।৩৩০৪।।
ৰাজা আসিবাৰ দেখি শ্ৰীৰাম চৰণ ।
আগবাঢ়ি আসি আদৰিলা তেতিক্ষণ ।।
বীৰ নাৰায়ণ প্ৰেম নাৰায়ণ গৈয়া ।
গুৰুক নমিলা মহা সাদৰ কৰিয়া ।।৩৩০৫।।
দেখি গুৰুজনে পাছে তাৰাসবে কৈব ।
বীৰ নাৰায়ণে ধৰ্ম্ম ধৰি ৰাজা হৈব ।।

প্ৰেম নাৰায়ণে ধৰ্ম্ম কৰিব বিৰোধ ।
যতেক কৰিব মানে ধৰ্ম্ম প্ৰতিৰোধ ॥৩৩০৬॥
ৰাজাবোলে দেখিবাক আসি আছো আমি ।
দিয়ো টকা বস্ত্ৰ গুৰু জনক প্ৰণামি ॥
শুনি বিৰুকাজি তেতিক্ষণতে আসিয়া ।
সেৱক সহিতে গুৰু জনক অৰ্চ্চিয়া ॥৩৩০৭॥
বিদায় কৰিয়া অনুক্ৰমে চলি গৈলা ।
ধাইৰ আগে গুৰু জনৰ কথা কৈলা ॥
ধন্য ধন্য মাধৱৰ স্থান সুশোভন ।
দেৱতা সদৃশ গুৰুজন বিদ্যমান ॥৩৩০৮॥
মহাভাগ্য মোহোৰ ৰাজ্যৰ বিচক্ষণ ।
যাৰ ধৰ্ম্ম ধৰিবে সবাৰো ভৈল মন ॥
এহিবুলি ৰাজা পাছে মনত ভাবিলা ।
ধৰ্ম্মক ধৰিবো আমি নকৰিবো হেলা ॥৩৩০৯॥
গুৰুৰ চৰিত্ৰ কথা এহিমানে খণ্ড ।
বদুলা আতাৰ কথা পুনৰপি কিছুকণ্ড ॥
শুনা নৰনাৰী ই:টা কথা বিতোপন ।
বোলাৰাম ৰাম সবে সভাসদ জন ॥৩৩১০॥

## বদলা পদ্ম কান্ত আতাই গুৰু দৰ্শন কৰাৰ চৰিত

হেনমতে গুৰুজন ধৰ্ম্ম প্ৰকাশন্ত ।
বদলাৰ আতা যেনমতে আসিলন্ত ॥
তাক কহিবাৰ কাৰ শকতি আছয় ।
সন্তৰ বচনে কিছু কহিবে লাগয় ॥৩৩১০॥
যেবে কেশ চৰণ আতা সলখক যান্ত ।
* অপেক্ষি বদুলা আতা চাহিয়া আচন্ত ॥
বৎসৰেক মানে আতা ফিৰিয়া আচন্ত ।
পুখুৰী পাৰত মাত্ৰ কিছু নেদেখিলা ॥৩৩১১॥
বদুলাৰ আতা হৰি পুখুৰী পাৰত ।
ৰহিয়া আছন্ত হৰি আতৈয়ে সহিত ॥
প্ৰতিদিনে আতাফুৰে নামক বিচাৰি ।
আতৈয়ো থাকন্ত সদা গৃহ ৰক্ষাকৰি ॥৩৩১২॥
দিনেক আসিল হাঁহ চাগ অনালোক ।
শঙ্কৰদাস আতা ঠাই চাহিলা গৃহক ॥
তেহো গৈয়া গৈলা পাছে পুখুৰী পাৰক ।
আতাৰ গৃহত স্থান দিলা তাসম্বাক ॥৩৩১৩॥

নাম গাইবে গৈল আতা নাহি সিটো দিন ।
আতাৰ গৃহত ঠাই দিলা তাৰক্ষণ ॥
শাস্ত্ৰখানি লৈয়া হৰি আতৈ নাহি ৰাইলা ।
অসন্তোষ মনে চোতালত বসি ৰৈলা ॥৩৩১৪॥
হেন সময়ত আতা গধূলিকা বেলা ।
আপোন গৃহক প্ৰতি সত্বৰে আসিলা ॥
আচম্বিতে ভৈল আতৈ কহিলা কাহিনী ।
দেখি চলি গৈলা আতা মনে খেদ গুণি ॥৩৩১৫॥
পথত যাহান্তে তমাই ৰাজখোৱা দেখি ·
আতাক নিলন্ত গৃহে খানিকো নাপেক্ষি ॥
পথত যাহান্তে তমাই ৰাজখোৱা দেখি ।
আতাক নিলন্ত গৃহে খানিকো নাপেক্ষি ॥
নয়া বস্ত্ৰ পীড়াৰ ওপৰে পাৰিদিলা ।
অসন্তোষ মনে আতা সকলো কহিলা ॥৩৩১৬॥

## মহাত্মা পদ্মকান্ত কেশচৰণ আতাৰ সঙ্গত কোঁচবিহাৰ যাত্ৰা

* বড় গুৰু মুকুন্দাৰ নয়া ঘৰ গুটি ।
আছয় বুলিয়া গুৰু কহিলা প্ৰকটি ॥
তথাতে ৰহিবে প্ৰতি নিলা তেতিক্ষণ ।
ৰহিলন্ত আতা কণ্ট মনে সেহিদিন ॥৩৩১৭॥
তথাই দিলন্ত যদুমনিক লগত ।
তাঙ্কপায়া আতাৰ মন ভৈলন্ত শান্ত ॥
পৰদিনা মুকুন্দৰ কল গছ কাতি ।
তিনি গুটি গৃহ কৰি দিলা মহামতি ॥৩৩১৮॥
আচন্ত ৰহিয়া আতা কলানি ভেটিত ।
কিমতে যাইবেক গুৰু জনৰ সহিত ॥
হেন মনে নৌকা বৈঠা আস্বাদন কৈলা ।
বনমালী কটকী ভাটি যাইবাক শুনিলা ॥৩৩১৯॥
বাপু জগন্নাথ কটকীক গৈয়া কহা ।
আমাক লগত কৰি নিবাক বোলাহ ॥
যেখনে কহিলা কটকীত এহিকথা ।
কটকী বোলন্ত মোৰ আনন্দ সৰ্ব্বথা ॥৩৩২০॥
মাতৃয়ো যাইবেক গঙ্গা স্নানৰ উদ্দেশে ।
গোসাঁইৰ সঙ্গত গৈলে আতি সুবিশেষে ॥
এহিমতে সকলো কৰিলা আয়োজন ।
* কেশচৰণ আতা আসি পাইলন্ত তখন ॥৩৩২১॥

হৰি পুখুৰীৰ পাৰে কিছু নাহিকয় ।
সুধিয়া আসিল আতা কলানি ভেটায় ॥
দুই আতা মিলি মহা আনন্দিত মনে ।
কলানি ভেটিত থাকিকৰিলা গমণে ॥৩৩২২॥
জগন্নাথ চৰণ–লোগুটি দামোদৰ ।
সকলোৱে কৈলা সাজ সজ্জাৰ নৌকাৰ ॥
মাধৱ চৰণ–বলো ভদ্ৰ মহাজন ।
যদুমণি-সমে আতা কেশ আতা সন ॥৩৩২৩॥

## বৰবিষ্ণু আতাৰ পাযত কেশচৰণ আতা

নৌকা আৰোহণ কৰি কৰিলা গমণ ।
পথত অনেক লীলা কৰিয়া গৈলন ॥
অনুক্রমে গৈয়া কাঠমীত প্রবেশিলা ।
কেশ আতা বনমালী কটকীত কৈলা ॥৩৩২৪॥
ৰাখিয়োক নৌকা আমি বিষ্ণু পাশে যাওঁ ।
অতিশীঘ্রে আসি পুনু নৌকাত সোমাওঁ ॥
নিদ্রা গৈল পদ্ম আতাৰ সেহিক্ষণ ।
কেশ আতা গৈলা বিষ্ণু আতা বিদ্যমান ॥৩৩২৫॥
তোলেক সুবৰ্ণ দিলা সলখৰ জনে ।
আতাক প্রদান কৰি চলিলা তেখনে ॥
নৌকা পাইলা বদুলাৰ আতা সুধিলন্ত ।
আমাক নিনিলা কেনে বিষম ভৈলন্ত ॥৩৩২৬॥
কেশ আতাবোলে গোচ় চুয়া আসা আগে ।
পাছত ইহান দেখা হৈবা মহাভাগে ॥
এহিবুলি নৌকামেলি শীঘ্রে চলি গৈলা ।
অনুক্রমে হাদিৰা চকি ওচৰক পাইলা ॥৩৩২৭॥
একখানি পাটবস্ত্র কেশ আতা নিয়ে ।
ধৰিবে জানিয়া কটকীৰ মাৰে কয় ॥
শুনা ভাগীৰথী আই ইটো বস্ত্ৰখানি ।
পৰিধানী বস্ত্ৰৰ ওপৰে লোৱা টানি ॥৩৩২৮॥
মহাপুৰুষ গুৰুজন কাৰণে আনিলো ।
ভাটকাছে কাচা বস্ত্র তোমাত কহিলো ॥
আইবোলে তাহাক কৰিয়া আমি নিবো ।
গৈলে কৃপাকৰি ভাট কাছেৰে দেখাইবো ॥৩৩২৯॥
এহিমতে চকিক চাৰিয়া আতা গৈলা ।
কিছুদিনে চৌখুটিৰ ঘাট প্রবেশিলা ॥
ভাটৌ কুচিৰ আতাৰ মনে মহাৰঙ্গে ।
জগন্নাথ চৰণ সমে উঠিলা ৰঙ্গে ॥৩৩৩০॥

গুৰুজন সমিপক কৰিলা গমণ ।
চৰণত পৰি দুই কৰিলা বন্দন ॥

## কেশচৰণ আতাৰ সঙ্গত জগন্নাথ চৰণৰ গুৰুদৰ্শন বৰবৈকুণ্ঠ আতৈৰ হৰিকীৰ্ত্তনত জগন্নাথ চৰণৰ প্ৰসাদ গ্ৰহণ

গুৰুজন বোলে তুমি বহুদিন কৈলা ।
উজানক প্রতি চাওঁতে গল বেকা ভৈলা ॥৩৩৩১॥
তথাপি নাপান্তে আইলো ধাইৰ প্ৰাৰ্থনাত ।
বহুদিন ভৈল তুমি আসন্তে পথত ।
ইটো কোনজন চৱা দেখো সুশোভন ।
আতাবোলে আৰ নাম জগন্নাথ চৰণ ॥৩৩৩২॥
পুৰুষ জনৰ এন্তে ভাগিন সুথাম ।
আসিছে পুৰুষজন মহাগুণ ধাম ॥
গুৰুজনে কহে আমি উজানে থাকিতে ।
মাস বাৰ উল্লেখিয়া নামক দিয়ন্তে ॥৩৩৩৩॥
আবে জগন্নাথ আদি ঈশ্বৰৰ নাম ।
প্ৰকাশ হৈ আছে দেখো শুনিতে উত্তম ॥
পিতৃৰ মাতৃৰ দেখা কিনোভাগ্য বৰ ।
সৰ্ব্ব কৰ্মে বোলে জগন্নাথ বাৰম্বাৰ ॥৩৩৩৪॥
এহিবুলি আতাৰ গৃহত ৰখাইলন্ত ।
পৰদিন উঠি স্নান কাৰ্য্য কৰিলন্ত ॥
সেহিদিনা বৰ বৈকুণ্ঠ মুকুত জনৰ ।
হৰি কীৰ্ত্তনক কৰি আচন্ত সুসাৰ ।৩৩৩৫॥
প্ৰসাদ বণ্টন কৰি দেন্ত দেউৰীজন ।
জগন্নাথ চৰণকো দিলন্ত তখন ॥
আতাৰ কাৰণে আতৈ প্ৰসাদ চাহিলা ।
কোছত দিবাক পাছে দেউৰী যাছিলা ॥৩৩৩৬।
জগন্নাথে বোলে পত্ৰখানি কৰি দিয়া ।
শুনি গুৰুজনে মহা সন্তোষ লভিয়া ॥
বাপু হৰি বল্লভ আবে পুৰুষ জনক ।
কৰি আছে মান্য দিয়ো পত্ৰখানি এক ॥৩৩৩৭॥
সেহিমতে দিলা পত্ৰ প্ৰসাদ আনিয়া ।
জগন্নাথ ওলাই আসিবে লাগিয়া ।
বিদায় কৰিলা যেবে গুৰুৰ চৰণে ।
গুৰুবোলে একেশ্বৰে চলিবা কেমনে ॥৩৩৩৮॥

চৌখুটিত লোকে যদি পথ ভুলকৰে ।
বহুকাল বিচাৰিবে লাগয় তাহাৰে ॥
এহিবুলি ৰাম ৰাম আতাৰ ভকতক ।
আদেশ কৰিলা গুৰু আতৈক নিবাক ॥৩৩৩৯॥
পাছে তাৰাসবে আতাৰ ঠাইক নিলা ।
গতণ কৰিয়া নিজ স্থানক চলিলা ॥
আতৈক দেখিয়া আতা আলিঙ্গন কৈল ।
গুৰু পাদ পদ্ম দেখি আইলা ভাগ্য ভৈল ॥৩৩৪০॥
কৃষ্ণপাদ পৰশিয়া আসি আছা বাপ ।
তোক চুই হওঁ মই পৰম নিস্পাপ ॥
এহিমতে আতৈ সমে আনন্দে ৰহিলা ।
পৰদিন আসি কেশ চৰণ মিলিলা ॥৩৩৪১॥
গুৰুৰ পাশক যাইবে আতাক বুলিলা ।
ভাৰখানি বান্ধাই আতা যাইবাক ইচ্ছিলা ॥
জগন্নাথ চৰণ আদি আৰো তিনিজন ।
বনমালী সঙ্গে তীৰ্থে কৰিলা গমণ ॥৩৩৪২॥
বদুলাৰ আতাবোলে যাও যদুমণি ।
লগাও গৈয়া তোমাৰ পিতৃৰ অস্থিখানি ॥
আতৈ বোলে তমাই দিলে তোমাৰ সঙ্গত ।
তোমাক চাৰিয়া নযাইবো কদাচিত ॥৩৩৪৩॥
পিতাৰ অস্থিক পেলাইবোহো দলিয়াই ।
তথাপি তোমাক চাৰি নযাইবো গোসাই ॥
শুনিয়া বদুলা আতা মহাতুষ্ট মনে ।
অন্য যাত্ৰী হস্তে অস্থি দিয়াইল তেখনে ॥৩৩৪৪॥
পাছে যদুমণি আতৈ ভাৰখানি লৈলা ।
দুয়োজন আতা মহা আনন্দে চলিলা ॥
অনুক্ৰমে তোৰোচা নদীক পাইলা যেবে ।
কেশৱ আতাক মাতি বুলিলন্ত তেবে ॥৩৩৪৫॥

## মহাত্মা-পদ্ম-গোপাল বা কমলাকান্ত আতাৰ মহাপুৰুষ শ্ৰীমাধৱদেৱ গুৰুজনাৰ সঙ্গলাভ

চলিয়োক আতা আগে আমি স্নান কৰোঁ ।
বস্ত্ৰ ভিজাই শুখায়া পাছতে আমি লৰোঁ ॥
এহিমতে শুচিহৈয়া আতা চলিলন্ত ।
দুইগুটি নঙ্গলা দেখি সন্দিগ্ধ ভৈলন্ত ॥৩৩৪৬॥
খৰিকটীয়া দলৈৰ ঘৰে যাইবাক প্ৰতি ।
নিকটতে আছে এক নঙ্গলা তহিতি ॥
পাছে আতা কেশ চৰণ আতা আতা বুলি ।
মাতিবে লাগিলা পাছে সুমধুৰে চলি ॥৩৩৪৭॥
শুনি গুৰুজনে জানিলন্ত তেতিক্ষণ ।
কেশৱ আতাক বোলে ইটো কোনজন ॥
আতাবোলে পুৰুষ জন আসি আছে ।
মাধৱে বোলন্ত তাঙ্ক জানি আছো সাক্ষে ॥৩৩৪৮॥
দেখিলে চিনিবো আমি চিনিলো বাক্যতে ।
সকলো সেৱকে আগবাঢ়িলা এনেতে ॥
শুনিয়া সেৱক চলি গৈলা শীঘ্ৰতৰে ।
আসিয়োক আতাবুলি মাতিলা সত্তৰে ॥৩৩৪৯॥
আতায়ো চলিলা (ক) একভাৱ প্ৰকাশিয়া ।
দেখি গুৰুজন দুইপদ আগে আয়া ॥
পাছে আতা গুৰুৰ চৰণে নমিলন্ত ।
উঠা উঠা বুলি গুৰুজনে আশ্বাসন্ত ॥৩৩৫০॥
গুৰুবাক্য ধৰি আতা এক প্ৰান্ত হৈয়া ।
বসিলন্ত আতা মহা নম্ৰভাৱ হৈয়া ॥
আনিয়া আছিল জালুকৰ মোনা খানি ।
গুৰুৰ আগত দিলা যদুমণি আনি ॥৩৩৫১॥
গুৰুজনে বোলে তযু নিবাস কোঠাই ।
কাহাৰ তনয় তব কিবা নাম হই ॥
আতাবোলে বাপ বৰ নাৰায়ণ পুৰে ।
ৰবৰ তনয় পিতা তিতা চোম দাৰে ॥৩৩৫২॥
এহিবুলি আতা আপোনাৰ নাম কৈলা ।
শুনি তুষ্ট মনে মাধগুৰু তাক্ক কৈলা ॥
তিতা চোম দাৰ নোহে চম্পা চোমদাৰ ।
চম্পা বৃক্ষ আছে পদুলিত ভয়ঙ্কৰ ॥৩৩৫৩॥
তাৰ ওপৰত চৰি তনা গচিযেন ।
লৌহিত্য নদীক দেখি মহা সুশোভন ॥
চম্পা পুষ্প পৰিধান কৰি আছো আনি ।
সাততা আঙুলৰ পাহি দেখিলো প্ৰমাণি ॥৩৩৫৪॥
সিটো বৃক্ষ গোটা কিবা এখনো আছয় ।
আতাবোলে সিটো সমলীয়া কাটিছয় ॥
গুৰুবোলে কিমতে জানিলা মোক তুমি ।
স্বপ্নত শাস্ত্ৰত দেখি জানিলোহো আমি ॥৩৩৫৫॥

(ক) মহাপুৰুষ গুৰুজনৰ ওচৰলৈ যাওঁতে বদুলা আতাই "তৃনাদপী সুনিচেন" ভাৱদশাই গুৰুজনাৰ নঙ্গলাৰ তলে সৰকি গৈছিল বুলি সাধু সকলে কয় । সংগ্ৰাহক — ধৰ্মেশ্বৰ

স্বপ্নত দেখিলে কিবা পৰিচয় হয় ।
কিবা শাস্ত্র দেখি তুমি কৰিলা নিশ্চয় ॥
আতাবোলে ৰাজ সূই ৰত্নাৱলী শাস্ত্র ।
তাক দেখি তোমোৰাক নিশ্চয় কৰি মাত্র ॥৩৩৫৬॥
মাধৱে বোলন্ত আমি সেহি দুই পুথি ।
ৰচন কৰিছো হই পদ চন্দে তথি ॥
গুৰুবোলে ইটো জালুক কৈত পাইলা ।
বেপাৰ আছন্ত কিবা বাৰীত আজ্জিলা ॥৩৩৫৭॥
আতায়ে বোলন্ত বাপ গঙ্গা যাইবে শুনি ।
গ্রামীক জনেও দেন্ত ইচ্ছা কৰি আনি ॥
গঙ্গা যাত্রী সঙ্গে আমি আসিয়া আছিলো ।
সিকাৰণে জালুক গুটিক আমি পাইলো ॥৩৩৫৮॥
মাধৱে বোলন্ত তুমি তীৰ্থে যাইবে লাগে ।
আতা বোলে তব পদ সেবি থাকো ভাগ্যে ॥

## মহাত্মা পদ্ম-গোপাল আতাক শ্ৰীমাধৱৰ দেৱে গঙ্গালৈ পঠিয়াই

তোমাৰ চৰণ বিনে তীৰ্থে কাজ নাই ।
গুৰু বোলে তীৰ্থৰ আচন্ত সমুদাই ॥৩৩৫৯॥
আতাবোলে বাতপিও শৰীৰ আমাৰ ।
নাহিকয় লগ তীৰ্থ পন্থ দেখাইবাৰ ॥
শুনিয়া বুলিল গুৰুজন তুষ্ট মনে ।
নাৰায়ণ তৈল আছে বাত নিবাৰণে ॥৩৩৬০॥
আমাক দিয়াছে ৰাজা লক্ষ্মী নাৰায়ণ ।
তোলা জুখি মাথে লৈলে পদে বাহিৰাণ ॥
তাক লৈবে লাগি দিবো চিন্তা নকৰিবা ।
কল্লাপ কেশৰী দুই যাত্রী সঙ্গে যাইবা ॥৩৩৬১॥
শুনিয়া ৰহিলা আতা মহাৰঙ্গ কৰি ।
তিনিদিন ৰহি পাছে গুৰু বাক্য ধৰি ॥
গঙ্গাক যাইবাক গুৰু জনক সেবিলা ।
পাছে গুৰুজনে বাক্য সাদৰে কহিলা ॥৩৩৬২॥
পাপীৰ ভয়ত গঙ্গা প্ৰধান ঘাটত ।
নথাকয় থাকে পাছে অন্যত্ৰ ঘাটত ॥
গুৰুজন সমে নল ঘাগৰি ঘাটত ।
স্নানিলোহো আমি বাপু জানিবা সাম্প্রত ॥৩৩৬৩॥
তুমিও সি ঘাটে গৈয়া স্নানক কৰিবা ।
প্ৰথমতে মাথে স্পৰ্শি জলত নামিবা ॥
নাভি মাত্র জলে নামি দ্ৰব্য খানি লৈয়া ।
ৰহিবা গঙ্গায়ে নিব হস্তক পাতিয়া ॥৩৩৬৪॥
ত্রিগোটা লহৰে গঙ্গা স্নান কৰাইবেক ।
নিৰ্ভয়ে থাকিবা তুমি ভক্তি পৰতেক ॥
স্নানান্তে হহকি আসি তীৰত উঠিবা ।
নিত্য কৰ্ম্ম কৰি সেহিমতে চলি আইবা ॥৩৩৬৫॥
এহিমতে শুনি পাছে গুৰুৰ চৰণ ।
যদুমণি সমে আতা কৰিলা গমণ ।
গধুলিকা ভৈল এক গৃহত ৰহিলা ।
যদুমণি আতে বসি ভটিমা* বুলিলা ॥৩৩৬৬॥
সেহি পাঠ শুনি পাছে কল্লাপ কেশৰী ।
হাঁ কিবা কহ বুলি উঠিলা উজৰি ॥
ব্ৰহ্মা মহেশ্বৰক চাকৰ বোলতই ।
বাহিৰা কৰিয়া দিয়ো দণ্ড কৰোঁ মই ॥৩৩৬৭॥
মনে মনে গুণে আতা ভাল লগ দিল ।
আহাঁৰ সঙ্গতি যাইতে বিপদ মিলিল ॥
পুনু পুনু গৰ্জ্জে দেখি আতা বিচক্ষণ ॥
পৃষ্ঠে হাতদিয়া প্ৰহাৰিলা তাৰক্ষণ ॥৩৩৬৮॥
সেহিদিনা কষ্ট মনে আতা ৰহিলন্ত ।
প্ৰভাতে দুতয় যাত্রী চলা বুলিলন্ত ॥
আতাবোলে ই সময়ে যাইবাক নপাৰি ।
তোৰা দুয়োজন আবে যায়ো আগবাঢ়ি ॥৩৩৬৯॥
আমাৰ ভাগিন জগন্নাথ নাম হয় ।
গঙ্গাস্নান কৰি সিটো আসিয়া আছয় ॥
আমাক নিবাক প্ৰতি যাল্তে আসিবেক ।
কৃপা কৰি কৈবা তোৰা সুধিয়া তাহাক ॥৩৩৭০॥
শুনি চলি গৈলা পাচে কল্লাপ কেশৰী ।
কাহা জগন্নাথ বুলি ডাকয় সত্তৰি ॥
অনুক্ৰমে পায়াতক্ষ সম্বাদ কহিলা ।
শুনি শীঘ্ৰে জগন্নাথ চলিয়া আশিলা ॥৩৩৭১॥
পথত পাইলন্ত আতৈ সন্তোষিত মন ।
আতাক সহায় কৰি নিলেক তখন ।
ক্ৰমে গৈয়া গঙ্গাৰ তীৰক লভিলন্ত ।
নল সুগ্ৰীৱ ঘাটে প্ৰবেশ ভৈলন্ত ॥৩৩৭২॥

* ভটিমা—ব্ৰহ্মা মহেশ্বৰ, যাকৰ চাকৰ তাকৰ গুণ মুহেলেহ, ইত্যাদি

মাথে পশি জলত নামিলা ব্ৰজমনে ।
গঙ্গাদেৱী সাদৰিয়া কৰাইলন্ত স্নানে ॥
শঙ্খ কঙ্কন পৰিধান হস্ত দুই ।
কৰযোড়ে পাতি নিলা যি দ্ৰব্য দিয়ই ।।৩৩৭৩।।

## পদ্ম-গোপাল আতাই গঙ্গাৰপৰা আহি গুৰু সম্ভ্ৰত ভক্তিলাভ

নাভি হৃদি মস্তকত ত্ৰিগোটা লহৰি ।
আসিয়া কৰাইল স্নান ক্ৰমতে সাদৰি ।।
পৰে হুসকিয়া আতা তীৰত উঠিলা ।
বিধিৰ বিধানে পাছে সকলো কৰিলা ।।৩৩৭৪।।
সেহিমতে তিনদিন কৰিলন্ত স্নান ।
গঙ্গাজল মৃত্তিকাক কৰিল আনন ॥
উজানক চলিলন্ত পৰম সাদৰে ।
তেতেলি বিচিত্ৰ চেনি লৈলন্ত সত্তৰে ।।৩৩৭৫।।
অনুক্ৰমে উজানক চলিয়া আসিলা ।
পথত আচন্ত চকি তাক আসি পাইলা ॥
বহুতৰ লোক মাচুলৰ অৰ্থে ৰাখি ।
আচন্ত তালাচি সেহিক্ষণে পাছে দেখি । ৩৩৭৬।।
আতাৰ ধৰিল তেজ তালাসি বোলন্ত ।
নালাগে মাচুল বাপ চলাহা মহন্ত ॥
আতাবোলে যদি কৰি আছা দয়া ।
নিৰ্ধনী সকল যাত্ৰী দিয়োক চাৰিয়া ।।৩৩৭৭।।
শুনি সিটো সকল যাত্ৰীক চাৰিদিল ।
মুক্ত হৈয়া আশীৰ্ব্বাদে হৰিধ্বনি কৈল ॥
যাৰ যেন স্থান সবে গৈলা ৰঙ্গ কৰি ।
আতায়ো চলিলা উজানৰ পথ ধৰি ॥৩৩৭৮।।
বৈশাখৰ মাসৰ বিষুৱ দিবসত ।
তিনি প্ৰহৰৰ বেলা ভৈল উপগত ।
সেহিদিনা তিনি জোৰা গায়ণে গাইলন্ত ।
গুৰুজনে হৰি বল্লভক পুছিলন্ত । ৩৩৭৯।।
কেইজোৰা গায়ণে বায়ণে গায়া আছে ।
বোলে দুইজোৰা গাইল এজোৰা বাকী আছে ॥
গুৰুজনে বোলে আমি কিনো নাসাধিলো ।
হৰি কীৰ্ত্তনতে দিন সম্পূৰ্ণে গোৱাইলো ।।৩৩৮০।।
হেনবেলা পদ্ম আতা আসিয়া পাইলন্ত ।
গুৰুৰ চৰণে পড়ি প্ৰণাম কৰন্ত ।।
গুৰুজনে বোলে বাপু আবে উঠা উঠা ।
শ্ৰীৰামে বোলন্ত যাউক তান পথ বেঠা ।।৩৩৮১।।
চৰণৰ পৰা আতা মস্তক ডাঙ্গিল ।
গঙ্গাজল মৃত্তিকাক গুৰু আগে দিল ।।
তেতেলি সুসিত শৰ্কৰাক তাত থৈলা ।
দেখি গুৰুজনে বোলে কিদ্ৰব্য আনিলা ।।৩৩৮২।।
গঙ্গাজল মৃত্তিকাক আনিয়া আছোহো ।
ভোজনৰ অৰ্থে শ্বেত চেনি তেতুলহো ॥
বদতি মাধৱ বাপু মুদ গোট খোলা ।
মেলন্তে দেখিলা পাছে সম্পূৰ্ণে আসিলা ।।৩৩৮৩।।
পোষদিয়া কিবা আনি আছা জলকুতি ।
আতা নিবেদিলা নজানোহে পোষ গুটি ।।
গুৰুজনে বোলে জল পথতে শুকাই ।
কোনো যাত্ৰী আনে তথা জলক ভেজাই ।।৩৩৮৪।।
জানিলো তোমাৰ হাতে সম্পূৰ্ণতে আইলা ।
ইটো গঙ্গাজল পায়া মোৰ ৰঙ্গ ভৈলা ।।
ধৰ্ম্মৰ পাতিছে ৰাজা মোক ইকালত ।
পায়া আছো গঙ্গাজল মৃত্তিকা বহুত ।।৩৩৮৫।
কুপকৰি স্নানিবাক পাওঁ গঙ্গাজল ।
মৃত্তিকাক পাওঁ আমি সদা দৌল দৌল ।।
ইমত জলক আমি পাইবাক নপাৰি ।
তোমাৰ হস্তত পূৰ্ণ আইল সাৰকৰি ।।৩৩৮৬।।
এহিমতে গুৰুজনে প্ৰশংসা কৰিল ।
কাতল মাচক দেখাই ধৰ্ম্মোপমা দিল ।।
যিমতে আদেশ কৈলা জগতৰ গুৰু ।
সিমতে ভোজন কৰি আতা কল্পতৰু ।।৩৩৮৭।।
ভোজনৰ অন্তে গুৰুপাশে বসিলন্ত ।
চন্দ্ৰৰ উদয়ে যেন ভেট প্ৰকাশন্ত ।।
গুৰু নিগদতি আবে শুনা আমুকাই ।
অনেক প্ৰকাৰে আমি ধৰ্ম্মকৰি চাই ।।৩৩৮৮।।
একোৱে প্ৰকাৰে জানা নাপাইলো সুগম ।
হৰিনাম কীৰ্ত্তনেসে সবাতো উত্তম ।।

## শ্ৰীমাধৱদেৱক গুৰু গ্ৰহণ কৰি পদ্ম-গোপাল আতাৰ শ্ৰীকৃষ্ণত শৰণ গ্ৰহণ

হৰি ভকতিৰ মাৰ্গ পৰম বেকত ।
তেন্তে কৃষ্ণ তুল্ট ৰাম নাম কীৰ্ত্তনত ।।৩৩৮৯।।
জানিবাহা কলিযুগে কৃষ্ণদেৱে সাৰ ।
ৰাম নাম বিনে আন ধৰ্ম্ম নাহি আৰ ।।
তাহান ভকতি বিনে নাহিকে বান্ধৱ ।
গুৰুৰ চৰণে ভক্তি মুকুতি সাধৱ ।।৩৩৯০।।

সৎ সঙ্গ গৈয়া লোকে মুকুতি লভয় ।
আতপৰে পন্থ আৰ সুগম নাহিকয় ॥
আৰু যেন মতে ৰাম নাম আছা পাই ।
আৰে এহিগোটা সুখ ত্ৰৈলোক্যতে নাই ॥৩৩৯১॥
এহিমতে গুৰুযেবে দেখাইল ভকতি ।
* আতায়ো শৰণে পশি কৰয় কাকুতি ॥
উদ্ধৱত কৃষ্ণে যিটো দেখাইলন্ত জ্ঞান ।
নাৰায়ণে ব্ৰহ্মাত ভক্তি কৰিলা ব্যাখ্যান ॥৩৩৯২॥
আতাৰ আগত গুৰু সেহি জ্ঞান দিলা ।
আতায়ো লভিয়া ভক্তি জন্ম সাফলিলা ॥
অতি শুদ্ধকায় তীৰ্থ স্নামি আসিচন্ত ।
গুৰুমুখে মহা জ্ঞানামৃতক ভূঞ্জন্ত ॥৩৩৯৩॥
পৰম আনন্দে আতি আনন্দ হৃদয় ।
নাহি ক্ষুধা তৃষ্ণা একো দুখে নবাধয় ॥
গুৰুৰ বচন যেন অমৃত বৰিষে ।
চৌভিতি ভকত সবে পিয়ন্ত হৰিষে ॥৩৩৯৪॥
প্ৰফুল্ল কমল পাশি শোভয় অমৃত ।
মধ্যেতাৰ চাক গুটি আতি মনোনীত ॥
সেহিমতে গুৰুদেৱ শোভয় মধ্যত ।
কেশৰে ব্যস্তিত মুখ্য সেৱক যত যত ॥৩৩৯৫॥
পাসিৰ সদৃশ ভক্ত প্ৰকাশে চৌভিতি ।
হেনমতে পদ্মগোট কৰয় দীপিতি ॥
সেহি পুষ্প মধ্যে আছে মধু কৰণয় ।
পৰম কৌতুকে মকৰন্দক পিয়য় ॥৩৩৯৬॥
সেহিমতে আতা ভক্তি ৰসক পিয়ন্ত ।
মাতৃয়ে পুত্ৰক যেন দুগ্ধক দিয়ন্ত ॥
তাতোকৰি স্নেহ গুৰু আতাক লাগিয়া ।
আছাগুৰু হৰিভক্তি পন্থক কহিয়া ॥৩৩৯৭॥
শুনা সভাসদ পদ থিৰ কৰি মন ।
হৰি বল্লভক হেন বুলিলা বচন ॥
প্ৰথমৰ দুখ আতি সুখৰ কাৰণে ।
পঞ্চবিধ ব্যঞ্জনক কৰিয়ো যতনে ॥৩৩৯৮॥
দিবাহা অম্বল আৰ দধি দুগ্ধ ঘৃত ।
নকৰি বিলম্ব কৰা ভোজন সম্ভৃত ॥
তাহাঙ্ক লাগিয়া ভালে দিয়ো বাসা ঘৰ ।
কৰিয়া যতন তেহো দিলন্ত সত্বৰ ॥৩৩৯৯॥
আতপৰে সূৰ্য্য পাইলা অস্তগিৰি গই ।
সেহি বেলা হৰিৰ কীৰ্ত্তন সম্বৰই ॥
বুলিলা আতাক গুৰু যায়োক বাসায় ।
আসিবা আমাৰ পাশে ভোজন আতায় ॥৩৪০০॥
নকৰি বিলম্ব শীঘ্ৰে যায়োক চলিয়া ।
বসিবোহো তুমি সমে প্ৰসঙ্গ কৰিয়া ॥
গুৰুৰ আদেশে আতা নথাকিলা ৰই ।
স্নানিয়া বাসায়ে গৈয়া ভোজন কৰই ॥৩৪০১॥
পঞ্চবিধ ব্যঞ্জনক গুৰু আজ্ঞা জানি ।
একৈক ব্যঞ্জন কৰিলন্ত পাঞ্চখানি ॥
আতিশুদ্ধে ভোজন কৰিয়া আসিলন্ত ।
প্ৰণামিয়া গুৰুৰ পাশত বসিলন্ত ॥৩৪০২॥
দেখিয়া পুছন্ত গুৰু ভোজনৰ কথা ।
গুৰুৰ আগত সবে কহিলা ব্যৱস্থা ॥
শুনি গুৰু সাধু সাধু বোলে বাৰ বাৰ ।
হৰিব্যতিৰেকে স্পৃহা নাহিকয় আৰ ॥৩৪০৩॥
ইন্দ্ৰিয়ৰ ভোগে কিছু নাহিকয় স্পৃহা ।
হৰিভক্তি ৰামনামে ভেদিলেক স্পৃহা ॥
এতেক বুলিয়া গুৰু প্ৰেম উপজিল ।
আতা ভকতি ধৰ্ম্ম সুখ প্ৰকাশিল ॥৩৪০৪॥
এহিমতে চাৰিদিবা ৰাত্ৰি আলাপন্ত ।
পৰীক্ষিত আগে শুকে যিমত কহন্ত ॥
গুৰুভৈল শুক আতা পৰীক্ষিত প্ৰায় ।
কৃষ্ণনাম গুণ ৰসে আনন্দ বঢ়াই ॥৩৪০৫॥
সেহিমতে গুৰুধৰ্ম্ম আতাক দেখাই ।
আউৰ ভাণ্ড হন্তে আউৰ ভাণ্ডক ভৰাই ॥
কহিছা সমস্তে ধৰ্ম্ম ভক্তি নিৰন্তৰ ।
চাৰি ঘোষা গীতে আৰ আলাপ বিস্তৰ ॥৩৪০৬॥
শুনা সভাসদ গুৰু আতাৰ মিলন ।
বৈকুণ্ঠ থানৰ ভক্তি পৰম নিৰ্গুণ ॥
গুৰু আতা যুগল আৰু সঙ্গ যে সত্বৰ ।
শুনিলে পুণৰাগতি নাহি সংসাৰৰ ॥৩৪০৭॥
জানিয়া ইহাৰ মহা মহিমা অদ্ভুত ।
শুনিয়োক সন্ত সাধু কথাৰ প্ৰস্তুত ।
চাৰিদিন চাৰি ৰাত্ৰি যোগবলে আতি ।
আতাত সমস্তে তত্ত্ব কহন্ত প্ৰকতি ॥৩৪০৮॥
পৰম ৰহস্য ইটো আতাত কহন্ত ।
জয় ৰাম হৰি বোলা শুনা সবে সন্ত ॥

লেছাৰি

গুৰু নিগতি মহামতি
ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপামোক কৰিলা গুৰু শঙ্কৰ ।

তাহান প্ৰসাদে পাইলো আমি
ৰাম ৰাম ৰাম ৰাম ৰাম
কহো আমুকাই জানা তুমি সাৰোত্তৰ ॥৩৪১১॥
বৈকুণ্ঠৰ যিটো মহা ধৰ্ম্ম
দেখাইলা গুৰুৱে কৰি কৰ্ম্ম
গীতা ভাগৱত সহস্ৰ নাম উপায় ।
এক যে শৰণ গীতা গ্ৰন্থে
ভজন কহন্ত ভাগৱতে
কহে ভাগৱতে সাধু সঙ্গ অনুপায় ॥
পদ্ম পুৰাণৰ স্বৰ্গ খণ্ডে
সহস্ৰ নামৰ আছে চণ্ডে
কলি যুগে গতি নাহি নাম বিনে আন ।
ইতিনি শাস্ত্ৰৰ মত আনি
নাৰদ পাঞ্চ ৰাত্ৰ প্ৰমাণি
হৰি ভকতিৰ পাতিলা গুৰু দোকান ॥৩৪১২॥

শ্ৰীমাধৱদেৱে-পদ্ম-গোপালে আতাক জ্ঞান বিজ্ঞান ভজন ৰহস্য তত্ত্বৰ শিক্ষাপ্ৰদান

সাধু সঙ্গে জানা এহিবাণী
লৈয়োক ইহাৰ সাৰজানি
লৈয়ো ৰাম নাম চিন্তিয়ো কৃষ্ণ চৰণ ।
শঙ্কৰ গুৰুৱে কহিছন্ত
কৃষ্ণেৰে উত্তম ভগৱন্ত
কহিলো তোমাত ৰহস্য ইটো বচন ॥
কৃষ্ণত বিনাই নাই নাই
দেৱতা জানিবা আমুকাই
ভকত জনৰ হৃদয় ধন ৰঞ্জন ।
কৃষ্ণ ইষ্ট দেৱ পিতা মাতা
সুহৃদ সোদৰ বন্ধুধাতা
ৰাম কৃষ্ণ হৰি জপিবাহা অনুক্ষণ । ৩৪১৩॥
এতেক কহন্ত গুৰু স্মৰি
বহে নেত্ৰণীৰ সাৰ সৰি
প্ৰেমে পুলকিত আকুল আতি হৃদয় ।
বেদৰ গুপুত আতিশয়
কৃষ্ণ যশ ৰস বিভাগয়
প্ৰকাশিলা নানা যশে আতিশয় ॥

শ্ৰীমন্ত শঙ্কৰ গুৰু নিজ
জানিবা তাহান ব্ৰহ্মবীজ
বেকত কৰিয়া থৈলা ৰাম নাম-ধৰ্ম্ম ।
তাহান কৰুণা জানিবেক
আমাত ধৰ্ম্মক থাপিলেক
থাপিলোহো ধৰ্ম্ম তোমাত কৰিয়া মৰ্ম্ম ॥৩৪১৪॥
হৰি ভক্তি ৰাজ মাৰ্গ পাই
গুৰু পাদ চন্দ্ৰে চলি যাই
লভিবা অৱশ্যে পূৰ্ণানন্দ নিৰঞ্জন ।
আনো নানা ধৰ্ম্ম সুক্ষ্ম গতি
দেখাইলা আতাত শুদ্ধমতি
ৰক্ষিলা ৰজনী ৰহস্য হেন বচন ॥

॥ পদ ॥

শুনিয়োক সাধু সব পৰম মহন্ত
পৰম অমূল্য ধৰ্ম্ম আতাত কহন্ত ॥৩৪১৫॥
মাধৱ বদতি কথা শুনা পদ্ম কান্ত ।
মোহোৰ পৰম তুমি ভকত একান্ত ॥
সেহিসে কাৰণে মই অনাইলো তোমাক ।
তুমি গুৰু হৈয়া জীৱ লাগে তাৰিবাক ॥৩৪১৬॥
কমলা বাৰীত স্থান পৰম সুন্দৰ ।
তহিতে আছয় নৱ ভক্ত শ্ৰেষ্ঠতৰ ॥
গুৰু ভক্ত সমে আমি সেহি স্থানে যাই ।
সাতদিন সাত ৰাত্ৰি হৰি গুণ গায় ॥৩৪১৭।

শ্ৰীমাধৱদেৱে-পদ্ম-গোপাল বা কমলাকান্ত আতাক নিজৰ গাৰ বদল দি উজনী অসমৰ ধৰ্ম্মাধিকাৰ পাতি পঠায় এইদিন ধৰি পদ্ম আতাৰ নাম বদলা আতানামে পৰিচিত হয়

পৰম পূণ্যৰ সিটো সাদিনীয়া থান ।
তৈকে জাগি লৈয়া তুমি তাৰা জীৱগণ ॥
সিটো ভূমিখণ্ড মহা পূণ্য মধ্যেগণি ।
ৰুক্মিণী হৰণে কৃষ্ণ আসিলা যৈ সানি ॥৩৪১৮॥
উত্তৰৰ হন্তে বিশ্বকেতু ৰাজা আসে ।
কমুবাৰী স্থানে নামি ৰহিলা নিঃশেষে ॥

ৰুক্মিণীৰ মাধাৰ কমল পৰিৱন্ত।
সিকাৰণে কমলাবাৰী নাম যে হৈলন্ত ॥৩৪১৯॥
জগত বন্দনী স্থান হৈবাক লাগয়।
তাতে সন্তকৰি ধৰ্ম্ম বঢ়াইবে লাগয় ॥
যাত এক ভাৱে সবে ব্ৰহ্ম বিচাৰয়।
তাকে ব্ৰহ্ম সত্ৰ বুলি মহন্তে কহয় ॥৩৪২০॥
ব্ৰহ্মক ভজিলে জীৱে ব্ৰহ্মক পাৱয়।
সবাৰে আত্মা প্ৰভু সবাতে আছয় ॥
জানা আমুকায় কহো শুনা দিয়া মতি।
যাইবাক লাগব তব উজানক প্ৰতি ॥৩৪২১॥
গুৰুৰ শুনিয়া হেন বচন প্ৰচুৰ।
গুৰুক প্ৰণামি আতা বোলন্ত মধুৰ ॥
যাইবাক প্ৰতি যেবে নাহি আমি আসি।
তবপাৱে সদা আমি থাকিবো উপাসি ॥৩৪২২॥
আসাম ৰাজ্যৰ কাৰ্য্য সকলে বিষম।
কিমতে বঞ্চিবো তথা অসম বিষম ॥
গুৰুজনে বোলে তুমি নকৰিবা ভয়।
তোমাৰ কাৰণে হৈব অসমে সমনয় ॥৩৪২৩॥
বাপু লৱনাটি পুনৰপি তাক প্ৰতি।
যাইবাক লাগয় ধৰ্ম্ম প্ৰকাশিবে প্ৰতি ॥
আমাক যাইবাক আজ্ঞা গুৰুয়ে কহিলা।
সখি নাৰায়ণ দাসে প্ৰাৰ্থিয়া ৰাখিলা ॥৩৪২৪॥
সেহি আজ্ঞা পালি তুমি গাৱৰ বদল।
ধৰ্ম্ম প্ৰকাশিবে লাগি উজানক চল ॥
চাৰিখানি শাস্ত্ৰ দিলো তোমাৰ লগত।
দশম-কীৰ্ত্তন-ঘোষা-ৰত্নাৱলী তত্ত্ব ॥৩৪২৫॥
পিতা পুত্ৰ সমে যাম তোমাৰ লগত।
সাহ খানি যাম থাকিবেক বাহ মাত্ৰ ॥
শুনা হৰি বল্লভ তাল মালাক আনিয়ো।
নাম মালিকা শাস্ত্ৰ খনিকো আনিয়ো ॥৩৪২৬॥
এহিবুলি আতাক কহন্ত গুৰুজন।
এহিমানে শ্ৰীশঙ্কৰে দিলে মোৰ স্থান ॥
সেৱাকৰি আছিলোহো অতদিন মানে।
সেৱা কৰিবাক লাগি দিলো এতিক্ষণে ॥৩৪২৭॥
মজিৰা তালে গুৰু নামক গাইলন্ত।
সেৱা কৰিবাক লাগি আমাক দিলন্ত ॥
তোমাক প্ৰদান কৰি ভৈলো অৱসৰ।
সেৱা কৰিবাহা তুমি প্ৰসাদ গুৰুৰ ॥৩৪২৮॥

সেৱকৰ আতমচা তুমি সন্ত বৰ।
নাম মালিকা শাস্ত্ৰ তেনয় আমাৰ ॥
ই শাস্ত্ৰ কৰিয়ো কাপ কাঠি এৰি আছো।
শেষত সেৱক শ্ৰেষ্ঠ তোমাক লভিছো ॥৩৪২৯॥
পূৰ্ব্বে দুইবাৰ ইটো শাস্ত্ৰক পঠাইলো।
জল মাৱনৰ হন্তে তেখনে নসিলো ॥
আবেসে প্ৰচাৰ হৈবে তোমাৰ হাতত।
নামেসে পৰম ধৰ্ম্ম আতেসে বেকত ॥৩৪৩০॥
বিষ্ণু যদুমণি গাভৰুথাক শাস্ত্ৰ দিবা।
তাৰা লেখি লৈবা আহি তোমাৰ থাকিবা ॥
আতাবোলে বাপ সমস্তকে আহি দিবো।
গুৰুবোলে যাক তুমি বাস্তাত লভিবো ॥৩৪৩১॥
এহিবুলি নিজ হাতে দিলা গুৰুজন ॥
হাত পাতি মাধাত কৰিলা তাৱক্ষণ ॥
আতা প্ৰাৰ্থিলন্ত বাপ সেৱকক পাইবো।
ভিক্ষাকৰি সেৱক ভক্তক পুসিবো ॥৩৪৩২॥

ধৰ্ম্মৰ ৰাজ্য বিভাজন বদলা আতাৰ ভক্ত বস্তু প্ৰাৰ্থনা, তত্ত্বজ্ঞান বিশেষ ৰূপে জানি লবলৈ বদুলা আতাক ঠাকুৰ আতা, মথুৰাদাস আতা, বৰবিষ্ণু আতা আৰু গোপাল আতাৰ ঠাইলৈ যাবলৈ কয়

মাধৱ বদতি লৱনাতি বিচক্ষণ।
ভকত বস্তুক প্ৰাৰ্থিলাহা দৃঢ়মন ॥
অতকালে কোনো জনে যাক নবাঞ্ছিলা।
হেনয় ভক্তক তুমি আমাত প্ৰাৰ্থিলা ॥৩৪৩৩॥
যিমতে কৰিলা বাঞ্ছা সিটো সিদ্ধি হৈবে।
ভকতক পাইবা তুমি হন্তে সুখী হৈবে ॥
আৰ কহিলন্ত মোক পূৰ্ণে নাহি দেখা।
বিষ্ণু মথুৰা দাস আৰ সখা দেখা ॥৩৪৩৪॥
ভনীপুৰীয়া গোপালক দেখিবা যতনে। *
চাৰিজনে চাৰি সুখ কৰিব কীৰ্ত্তনে ॥
সখিৰ ঠাইত মজিয়াৰ সুখ খানি।
বিষ্ণুৰে কৈবেক তাকনি কতাক বখানি ॥৩৪৩৫॥
মথুৰা দাসৰ থানে দোমোজাৰ সুখ।
গোপালৰ পৰা কলয়াৰ জানি সুখ ॥
এহি চাৰিজন হন্তে জ্ঞানক জানিবা।
তেবেসে আমাক তুমি সম্পূৰ্ণে দেখিবা ॥৩৪৩৬॥

জানা আমুকাই আৰু দেশৰ ব্যৱস্থা ।
সোণ কোহ হন্তে কৰতিয়া গঙ্গা যথা ॥
এই দুই সীমাকৰি জানিবা আমাৰ ।
সোণ কোঁহ হন্তে বড় নদীৰ বিচাৰ ॥৩৪৩৭॥
এহি খানি দেশ জানা মথুৰা দাসৰ ।
বৰনদী হন্তে ব্ৰহ্মকুণ্ডৰ গোচৰ ॥
দিলোহো তোমাক আমি কহিলো সকলে ।
কৰিবা প্ৰচাৰ ধৰ্ম্ম গাৱৰ বদলে ।৩৪৩৮॥
এতেক কহিয়া গুৰু চিন্তিয়া তখন ।
হৰি বল্লভক হেন বুলিলা বচন ॥
শুনা হৰি বল্লভ সন্দেশ আনি দিয়া ।
আমুকাক লাগি তিনি আঞ্জলি ভৰিয়া ॥৩৪৩৯॥
দিয়োক ভক্তক এক আঞ্জলি, এককল ।
আতাক দিয়াইল গুৰু দ্বিতয় যে কল ॥

## মহাপুৰুষে বদলা আতাক দশম, কীৰ্ত্তন-ঘোষা-ৰত্নাৱলী চাৰি শাস্ত্ৰ লগত দিয়ে আৰু নামমালিকা শাস্ত্ৰ, মঞ্জিৰা তাল, জাপ্য মালা দি বিদায় দিয়ে

জানা আমুকাই আজি একাদশী ব্ৰত ।
লভিবা পৰম দুখ যাহান্ত পথত ।৩৪৪০॥
তিনিপৰ বেলা যেবে অতিত হৈবন্ত ।
প্ৰহৰ থাকন্তে সৈৰ ডোৱাৰ পাইবন্ত ॥
সেহি স্থানে ৰৈবা চিন্তি হৰিৰ চৰণ ।
এহি সন্দেশক তৈতে কৰিবা ভোজন ॥৩৪৪১॥
হেন আজ্ঞা দিয়া গুৰু পতিত পাৱন ।
শুনি আতা শিৰে ধৰি গুৰুৰ বচন ॥
উজানক যাইবে প্ৰতি উঠিলা তখন ॥
গুৰুৰ পাৱত পৰি কৰন্ত ক্ৰন্দন ॥৩৪৪২॥
সাজিলন্ত জগন্নাথ চৰণ সম্প্ৰতি ।
আতাৰ সঙ্গত ভক্তসব শুদ্ধ মতি ॥
আনন্দে আতাক গুৰু বিদায় দিলন্ত ।
গুৰুপাৱে আতা বাৰম্বাৰে নমিলন্ত ।৩৪৪৩॥
ধৰি কৃতাঞ্জলি পাছভৰি লড়িলন্ত ।
আগবাঢ়ি উঠি গুৰু আগবাঢ়িলন্ত ॥
শ্ৰীৰাম আতা বিষ্ণু আতা আসিলন্ত ।
ভক্তজন সমে ভক্ত সমস্তে চলন্ত ॥৩৪৪৪॥

গুৰুৰ আকুলে মন সবাৰে আকুল ।
জলে যেন পল্লব উভৰি বৃক্ষমূল ॥
সূৰ্য্যৰ বিয়োগে যেন মতে পদ্ম ফুল ।
আতাৰ বিয়োগে জানা সিমতে আকুল ॥৩৪৪৫॥
হেনমতে অসন্তোষে আগক বঢ়াই ।
স্নেহাদৰে দেন্ত গুৰু আতাক পঠাই ॥
সেৱক সকলে মনে বিষাদ কৰিলা ।
সাতদিন মাত্ৰ থাকি বিদায় লভিলা ॥৩৪৪৬॥
এহিমতে বিদায় দিলন্ত গুৰুজন ।
সলোতকে মনে আতা সেবিল চৰণ ॥
অন্যে অন্যে শোকভাৱে ক্ষণিক থাকিয়া ।
চলিল প্ৰণামি আতা সুপ্ৰসন্ন হৈয়া ॥৩৪৪৭॥
ৰামৰ বিদায় যেন ৰাজা দশৰথ ।
শোক ভাৱে ৰহিলন্ত দেখি ৰাম পথ ॥
সেহিমতে হুসকিয়া আতা চলি গৈলা ।
উঠি গুৰুজনো চাৰি পদ আগুৱাইলা ॥৩৪৪৮॥

## বদলা আতাৰ গুৰুৰ আদেশে সৈৰ ডোৱাৰৰ বালীত একাদশীত ফলাহাৰ ভোজন । উজানৰ মুদৈৰ সঙ্গলাভ

গুৰুৰ আদেশে সৰ্ব্ব সেৱক চলিলা ।
কতোদূৰ মানে পাছে আগবঢ়াই থৈলা ॥
গুৰু অদৰ্শন হৈল যি পৰ্য্যন্ত লাগি ।
হুসকি চলন্ত আতা হৃয়ানন্দ ভাগি ।৩৪৪৯॥
সেৱকো ফিৰিয়া আইলা আতা চলি গৈল ।
অনুক্ৰমে গৈয়া পাছে নৌকা প্ৰবেশিল ॥
এহিমতে গৈলে পাছে বেহেৰিয়া আতা ।
ক্ৰন্দন কৰন্ত খেদ কৰি শুভ নিতা ॥৩৪৫০॥
গুৰু বোলে বিষ্ণু কেন ক্ৰন্দনক কৰা ।
আতা বোলে পুৰুষ জনক চাউলে নোজোৰা ॥
তোমাৰ পাশক আসি একলে চলিলা ।
গুৰু বোলে পিতা পুত্ৰ সমে লগে গৈলা ॥৩৪৫১॥
বাই মাত্ৰ আছে সাহ তানলগে যাইব ।
তাহাৰ চাউল তিনি ৰাজ্য লোকে খাইব ॥
এহি বুলি সিংহীপুত্ৰ দৃষ্টান্তক দিল ।
সকলো ভকতে শোক পৰি হৰি বৈল ॥৩৪৫২।

আতা চলি যান্তে সবে ডোঙাৰ এৰিলা ।
এক বুঢ়ী দেখি পাছে বচন বুলিলা ।।
ডোঙাৰ এৰিয়া আইলা গুৰু বাক্য পৰে ।
এহি বুলি অদৰ্শন হৈলা শীঘ্ৰ তবে ।।৩৪৫৩।।
পাছে আতা নৌকাখানি হোসো কায়া নিলা ।
সবে ডোঙাৰত লীলা কৰিয়া ভুজিলা ।।
সেৱক সহিতে আতা মহাৰঙ্গ কৰি ।
নৌকায়ে চলন্ত পুনু গুৰুক সুমৰি ।।৩৪৫৪।।
সি সময়ে উজানৰ মুদৈ সব আসি ।
গুৰুজনো তৈতে আছে ৰূপক প্ৰকাশি ।।
আঠে যেঠে নৌকা বান্ধি দ্ৰব্য সব নিয়া ।
সেৱা কৰি দেখে আতা আছন্ত বসিয়া ।।৩৪৫৫।।
প্ৰভাৱ দেখিয়া মুদৈ আধা দ্ৰব্য দিলা ।
বিদায় কৰিয়া পাছে প্ৰণামি চলিলা ।।
পাছে মুদৈ গুৰুজন সমিপক পাইলা ।
প্ৰভাৱ কহন্তে গুৰু হাসিয়া ৰহিলা ।।৩৪৫৬।।

বদলা আতা বৰবিষ্ণু আতাৰ সঙ্গত তাকনি কত্তাৰ তত্ত্বজ্ঞান লাভ আৰু সভ্ৰাহিত স্থিতি বৰজন আৰু বৌ-মাতৃৰ শৰণ গ্ৰহণ ।।

পুনৰ শ্ৰীমাধৱ দেৱৰ চৰিত

অনুক্ৰমে আতা কাঠমি পাইলা গই ।
বৰবিষ্ণু আতা শুনি তুলিলা তথাই ।।
সাতদিন সাতৰাত্ৰি যোগ বলে বসি ।
কৰিলা কীৰ্ত্তন বিষ্ণু আতায়ে হৰিষি ।।৩৪৫৭।।
যদুমণি মুখে বিষ্ণু আতা শুনি কথা ।
নাম মালিকা লিখি লৈলন্ত সৰ্ব্বথা ।।
আতাক বিদায় কৰি চলিলা উজান ।
কতোদিনে পাইলা নাৰায়ণপুৰ স্থান ।।৩৪৫৮।।
গধূলি ৰহিলা বৰ জনৰ গৃহত ।
বৌমাতৃক দিলা গুৰু ধৰ্ম্ম যত যত ।।
আইক মাতলগাই গৈলা কলানি ভেটিত ।
হৰি চৰণ আতৈ পাছে আদৰি নিলন্ত ।।৩৪৫৯।।
সুখেৰ সুৱায়া বাৰ্ত্তা শুধিলা গুৰুৰ ।
আতা আসিবাৰ দেখি সেৱক প্ৰচুৰ ।।
এহিমতে গুৰু আজ্ঞা পালি আতা গুৰু ।
সেৱকক ধৰ্ম্মদিলা আতা কল্পতৰু ।।৩৪৬০।।

এহিমানে সংক্ষেপিয়া আতাৰ চৰিত্ৰক ।
অৱশেষ কথা গুৰু জনৰ যতেক ।।
ঈশ্বৰ কৃপায়ে যিবা মনত উদয় ।
হৈবে তাক লিখিবাক মোৰ আশা হয় ।।৩৪৬১।।

# দশম অধ্যায়

## পুনৰ শ্ৰীমাধৱ দেৱৰ চৰিত

কেশ চৰণ আতা পাছে গুৰুক পুছিলা ।
হৰিহৰ আতা বাপ কোন ঠাইক গৈলা ।।
গুৰুজনে বোলে তেহো মোক গৈলা এৰি ।
চেপেতিয়া বিলৰ ওচৰে ঘৰ কৰি ।।৩৪৬২।।
আছন্ত বৈৰাগ্য ভাৱে ধৰ্ম্মক সুমৰি ।
কেশ আতা বোলে কিবা আনিবাক পাৰি ।।
বিদায় দিয়োক বাপ তৈকে লাগি যাওঁ ।
আনিবাক পাৰি কিবা তাক বুজি চাওঁ ।।৩৪৬৩।।
শুনা বাপু কেশৱ চৰণ শান্ত মতি ।
কৈত পাৰিবাহা সিটো কাৰ্য্যক সম্প্ৰতি ।।
আতা বোলে তোমোৰাৰ প্ৰসাদে যেন হয় ।
পুৰুষৰ পুৰুষাৰ্থ কৰিবে লাগয় ।।৩৪৬৪।।

হৰিহৰ আতা আৰু কেশ আতাৰ সঙ্গত হৰি কথা

যদিবা নাসয় আতা দেখি আসো আমি ।
দিয়োক বিদায় বাপ চলি যাও স্বামী ।।
এহিবুলি গুৰুৰ আদেশ ধৰি মনে ।
তথাক গৈলন্ত আতা পৰম যতনে ।।৩৪৬৫।।
চেপেতিয়া পাৰে বহি আতাক ডাকয় ।
বালকৰ মুখে শুনি আতা তৈকে যায় ।।
নাৱখানি নিয়া আতাক পাৰ কৈলা ।
দুয়োজন আতা প্ৰীতি সুখত বসিলা ।।৩৪৬৬।।
কেশ আতা বোলে কেনে গুৰু সঙ্গ এৰি ।
ইথানত আছা আতা অকল্প সৰকৰি ।।
হৰিহৰ আতা বোলে শুনিয়োক তুমি ।
গুৰুজন সঙ্গে আত সুখে ছিলো আমি ।।৩৪৬৭।।

তোমাৰ আগতে গুৰুজন চলি গৈল ।
দেখা তান কণ্ঠখানি ঐত পৰা ৰৈল ॥
দেখি আতা পৰম বিস্ময় মন হৈয়া ।
আতাৰ সঙ্গত তথা ৰৈলন্ত বসিয়া ॥৩৪৬৮॥
সিদিনা ৰাত্ৰিত প্ৰীতি সুখে ৰৈল ।
পৰদিন উঠি স্নান নামগুণ গাইল ॥
ভোজন কৰিয়া আতা যাইবাৰ সময়ে ।
কহিল কেশৱ আতা সবিনয় ভাৱে ॥৩৪৬৯॥
আবে চলিয়োক আতা গুৰুৰ সঙ্গক ।
তান সঙ্গে উচিত হৱয় ৰহিবাক ॥
শুনি হৰিহৰ আতাৰ কিছুৰাগ কৰি ।
কহিলা আতাক শুনা কেশৱ বিবৰি ॥৩৪৭০॥
গুৰুজন সঙ্গে আমি সদা ৰহি আছো ।
তথাপি নিবাক চাহা কিছু নুবুজিছো ॥
স্বদেশী জানিয়া আমি তোমাৰ কথাক ।
সহিলোহো জানা বাপু আমাৰ মনক ॥৩৪৭১॥
শুনি আতা বিদায় কৰিয়া চলি গৈলা ।
বৈঠাখানি লৈয়া আতা বিল পাৰ কৈলা ॥
কেশ আতা বোলে আমি কিভাগ্য কৰিলো ।
এনয় পুৰুষ জনে পাৰ কৰা পাইলো ॥৩৪৭২॥
হৰিহৰ আতাবোলে আমাসাৱ ভাগ্য ।
পাৰ কৰিবাৰ হৈলো তোমাথেৰ যোগ্য ॥
হেন আলাপতে কেশ আতা চলি গৈলা ।
গুৰুৰ ওচৰে গৈয়া প্ৰণাম কৰিলা ॥৩৪৭৩॥
মাধদেৱ বদতি যে শুনিয়ো কেশৱ ।
কিবা কথা ভৈল কিবা বুজিলা প্ৰত্যয় ॥
আতাবোলে তোমাৰ মহিমা কোনে জানে ।
আতায়ো দেখাইল যেন পাইলো বিদ্যমানে ॥৩৪৭৪॥
হেনকালে ভাগীৰথী আই আসি পাইল ।
গুৰুৰ চৰণে নিয়া আতায়ে ভেণ্টাইল ॥
আতা নিয়াছিল পাটকাপোৰ বিশেষ ।
পৰিধান কৰি গুৰু বহি আসৰিয় ॥৩৪৭৫॥
ভাটিকাচে কাছন্তে দেখিল ভাগীৰথী ।
শৰণে পশিয়া আই চলিলন্ত তথি ॥
এহিমানে পদছন্দে ভৈলেক ৰচনা ।
আতপৰে গুৰুৰ চৰিত্ৰ যেন শুনা ॥৩৪৭৬॥
সকল জানিবে কাৰ শকতি আছয় ।
ৰাম ৰাম স্মৰি যেন মোৰ মনে লয় ॥

দুলৰি

পাছে গুৰুজন বেহাৰত বহি
উদাস মনে আছিলা ।
ভৈল কাৰ্য্যশেষ নাহিকে বিশেষ
গুৰুৱে মনে মানিলা ॥৩৪৭৭॥
লক্ষ্মী নাৰায়ণ জানিলা তখন
মাধৱ মনুষ্য নয় ।
আনে ধৰ্ম্মধৰি যাইবো ভৱতৰি
কৰিলা তাঙ্ক নিশ্চয় ॥
প্ৰতিদিনে ৰাজা গুৰুক অনায়া
সোধন্ত কৃষ্ণৰ কথা ।
কৃষ্ণ কথাবিনে ৰাজাৰ সভাত
নাহিকে আৱৰ কথা ॥৩৪৭৮॥

শ্ৰীমাধৱ দেৱক ৰজায় বৈকুণ্ঠ আৰু বৈকুণ্ঠ পতি ভগবানৰ কথা সোধে, মহাপুৰুষে বৰ্ণনা কৰি কয় । ৰজাই শ্ৰীকৃষ্ণত শৰণ প্ৰাৰ্থনা কৰে

গোলোকৰ ধাম কেন কিবাঠাম
ঈশ্বৰ কিমতে থাকে ।
ভাগৱত ধৰ্ম্ম প্ৰকাশিলা কেন
সোধয় তাক প্ৰত্যেকে ॥
সভাসদ গণ ভৈল মহাজন
কৃষ্ণৰ গুণ শুনন্তে ।
ৰাজাপ্ৰজা যত ভৈল ধৰ্ম্মৰত
আইধাই দেখি নাচন্তে ॥৩৪৭৯॥
শঙ্কৰ দেৱৰ গুণযশ মানে
প্ৰকাশন্ত মাধদেৱে ।
মহাতুষ্ট মনে কৰন্ত শ্ৰৱণ
লক্ষ্মী নাৰায়ণ দেৱে ॥
একদিনা গুৰু সভাত বসিলা
ৰাজা সমাদৰ কৰি ।
কহে মৃদুভাৱে পৰি গুৰুপাৱে
শৰণ দিয়ো আমাৰি ॥৩৪৮০॥

শুনি গুৰুজন ৰাজাক কহন্ত
ৰাজাৰ নাহি শৰণ ।
দেৱ দেৱান্তৰ নপুজিলে ৰাজা
ঝিঘিনী হৈবে ৰাজন ॥
ৰাজাক শৰণ নকৰাইবে মন
চলিলা গুৰু শঙ্কৰ ।
নপাৰিবো আমি তোমাক শৰণ
কৰাইবেক নৰেশ্বৰ ॥৩৪৮১॥
ৰাজাবোলে আমি অন্যদেৱ পূজা
নকৰিবো কদাচিত ।
জানি কৃপাকৰি শৰণ কৰাও
কৃষ্ণদেৱ চৰণত ॥
এহিমতে বহু প্ৰকাৰে গুৰুক
ৰাজায়ে ধৰি প্ৰাৰ্থিলা ।
দেখি গুৰুজন সাৰিবে নোৱাৰো
বুলিয়া মনে ভাবিলা ॥৩৪৮২॥

## বৈকুণ্ঠ বৰ্ণনা

### মহাপুৰুষ মাধৱদেৱে লক্ষ্মীনাৰায়ণ ৰজাক বৈকুণ্ঠ বৰ্ণনা কৰি কোৱা কথা — ৰজাৰ শৰণ প্ৰাৰ্থনা

পদ

বৈকুণ্ঠ নগৰ যেন শুনা একচিত ।
যাত কৰি শ্ৰেষ্ঠ লোক নাহি কদাচিত ॥
নাহি তাত কাম ক্ৰোধ শোক মোহ ভয় ।
আত্মজ্ঞানী সকলেয়ো স্তুতিহে কৰয় ॥
কালৰ বিক্ৰম প্ৰকৃতিৰ গুণচয় ।
বৈকুণ্ঠপুৰত কদাচিতো নাহিকয় ॥
সৰ্ব্বক্ষণে অখণ্ড আনন্দ জয় জয় ।
কেৱলে ভকতে তাত নিবাস কৰয় ॥
সবে শ্যাম কলেৱৰ কমল লোচন ।
উত্তম অঙ্গত পীত সুৰঙ্গ বসন ॥
সৰ্ব্বাঙ্গে লাৱণ্য সুকুমাৰ আতিশয় ।
সমস্তৰে কৰ্ণতলে কুণ্ডল ডোলয় ॥
বৈকুণ্ঠপুৰত যত পুৰুষ আছয় ।
সবে চতুৰ্ভুজ মূৰ্ত্তি নাহিকে সংশয় ॥
মণিময় মুকুট মস্তকে কৰে কান্তি ।
তিলক উপৰে জ্বলে অলকাৰ পান্তি ॥
নখ চন্দ্ৰবিম্ব কণ্ঠে পদক স্বলয় ।
হিয়ে হেম মুকুতাৰ মালা বিৰাজয় ॥
অঙ্গদ কঙ্কন আদি নানা অলঙ্কাৰ ।
সবাৰো অঙ্গত আতি কৰে জ্যোতিস্কাৰ ॥
মহাৰশ্মি পুঞ্জ যেন জ্বলে কলেৱৰ ।
প্ৰবাল মৃণাল সম সুৱৰ্ণ শৰীৰ ॥
শাৰী শাৰী হুয়া সবে বিমানত থাকি ।
হাতে তাল ধৰি হৰিনাম গাৱে ডাকি ॥
কতো স্থানে ভক্তসবে কৃষ্ণকথা কয় ।
লক্ষে লক্ষে লোক বসি তাহাক শুনয় ॥

### মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে লক্ষ্মীনাৰায়ণ ৰাজাক বৈকুণ্ঠ বৰ্ণনা কৰি কোৱা কথা

পদ

কতো প্ৰেমভাৱে উঠি কীৰ্ত্তন কৰয় ।
চাপৰি বজাৱে কতো কৰে জয় জয় ॥
কতো কৃষ্ণ বুলিয়া প্ৰেমত দেই ডাক ।
কতো ঠাইত কৰে ভক্তে কৃষ্ণৰ চেষ্টাক ॥
বিমানত আছে লক্ষ্মী সম দিব্য নাৰী ।
তাৰা সবো কৃষ্ণগুণ গাৱে শাৰী শাৰী ॥
যাত লক্ষ্মী মনোহৰ মুৰুতিক ধৰি ।
কৃষ্ণৰ উৎসৱ যাত্ৰা কৰন্ত সাদৰি ॥
কৃষ্ণক দোলত কতো দোলাসনে তুলি ।
মুখে কৃষ্ণগুণ গান্ত আনন্দতে ভুলি ॥
দণ্ড ছত্ৰ চামৰ ধৰিয়া ভক্তচয় ।
জয় জয় কৃষ্ণ বুলি ফাল্গু সিঞ্চয় ॥
হেন মহা মহোদয়ে বৈকুণ্ঠ নগৰে ।
শ্ৰীকৃষ্ণদেৱক দেখিলন্ত তৃপ্তি কৰে ॥
ভকতৰ পতি যজ্ঞপতি লক্ষ্মীপতি ।
ত্ৰৈলোক্য মোহন মূৰ্ত্তি পতিতৰ গতি ॥

ঈশ্বৰৰ ৰূপ বৰ্ণন—

ঈশ্বৰ কৃষ্ণ শুনিয়োক মহা
পুৰুষ লক্ষণ সাৰ
ত্ৰিগম্ভীৰ সপ্ত ৰক্ত পঞ্চ দীৰ্ঘ
উন্নত ছয় প্ৰকাৰ ॥

গমন গম্ভীৰ বচন গম্ভীৰ
গম্ভীৰ নাভি কমল ।
এহি ত্ৰিগম্ভীৰ স্মৰণে কৃষ্ণৰ
মিলয় মহা মঙ্গল ॥
অৰুণ নয়ন অধৰ দশন
অৰুণ কৰ চৰণ ।
নখ ৰেখাচয় অৰুণ কৃষ্ণৰ
স্মৰণে দুঃখ হৰণ ॥
সুদীৰ্ঘ নয়ন গ্ৰীবা বাহুপদ
আৰৰ আঙ্গুলী চয় ।
এহি পঞ্চ দীৰ্ঘ স্মৰণে কৃষ্ণৰ
মিলে মহা মহোদয় ॥
কক্ষ উন্নত হ্ৰস্ব নাসাপদ
উন্নত নখ হৃদয় ।
এহি ছয় স্থান উন্নত কৃষ্ণৰ
স্মৰণে মোক্ষ মিলয় ॥

হেন মহা মহোদয়ে বৈকুণ্ঠ নগৰে ।
শ্ৰীকৃষ্ণ দেৱক দেখিলন্ত স্তুতি কৰে ॥
ভকতৰ পতি যজ্ঞপতি লক্ষ্মীপতি ।
ত্ৰৈলোক্য মোহন মূৰ্ত্তি পতিতৰ গতি ॥
মাথে শ্বেত ছত্ৰ যেন চন্দ্ৰৰ মণ্ডল ।
মুকুতা মুৰাৰি তাৰ স্ৰৱে অমল জল ॥
শিৰত প্ৰকাশে ৰত্ন কিৰীটি উজ্জ্বল ।
কপালে লম্বিত চাৰু অলকাসকল ॥
মৃগমদে অঙ্কিত তিলকে কৰে কান্তি ।
কাম শৰাসন গঞ্জি শোভে ভ্ৰূৰ পান্তি ॥
মুখ পূৰ্ণচন্দ্ৰ কোটি সমান মোহয় ।
তাতে দুই খঞ্জন নয়ন প্ৰকাশয় ॥
মকৰ কুণ্ডল দুই কৰ্ণত দোলয় ।
যেন সুধাংশুক সমে আদিত্য উদয় ॥
ওষ্ঠ দুই বম্পলী মুকুতা দন্তচয় ।
অৰুণ কটাক্ষ হাসি ভুবন ভুলয় ॥
প্ৰভাতৰ সূৰ্য্য যেন কৌস্তুভ কণ্ঠত ।
গজ মুকুতাৰ মালা দোলে হৃদয়ত ॥
বামভাগে লক্ষ্মীদেৱী দিয়া আছে দেখা ।
উত্তম কষত যেন সুবৰ্ণৰ ৰেখা ॥
দক্ষিণে শ্ৰীবৎস পাল্লি আতি কান্তি কৰে ।
সজল মেঘত যেন বিজুলী সঞ্চৰে ॥
আজানুলম্বিত বনমালা প্ৰকাশয় ।
তাতে পৰি মত্ত মধুকৰে গুঞ্জৰয় ॥
চাৰিখানি ভুজ শোভে চন্দনে চৰ্চ্চিত ।
অঙ্গদ বলয়া আৰু ভূষণে ভূষিত ॥
কটিতটে পাটভূনি মেখলা ৰত্নৰ ।
উৰু কৰীকৰ জানু জংঘা মনোহৰ ॥
চৰণ কমল ৰত্ন মঞ্জুৰ জুৰয় ।
উন্নত আঙ্গুলি নখচন্দ্ৰ বিৰাজয় ॥
পদতল ৰকত শুকত মনোনীত ।
ধ্বজ বজ্ৰ পদ্ম যৱ অঙ্কুশে অঙ্কিত ।
হেন মনোহৰ ৰূপ লাৱণ্য প্ৰচুৰ ।
দেখি দৰ্প হৰে আতি কন্দৰ্প কোটিৰ ॥
দিব্য সিংহাসনে বসি আছা ভগৱন্ত ।
ভৃত্যক প্ৰসাদ দিবে সম্মুখে আছন্ত ॥

নৰ নাৰায়ণ ইমতে ধৰন্ত
শ্ৰীমন্ত শঙ্কৰ দেউ ।
পৃথিৱী এৰিলা বৈকুণ্ঠে চলিলা
আমিও সিমতে যাওঁ ॥
পাছে গুৰুদেৱে ৰাজাক কহন্ত
আজি আমি সত্ৰে যাওঁ ।
ঈশ্বৰৰ ইচ্ছা হয় যদি তেবে
তোমাক শৰণ দিওঁ ॥৩৪৮৩॥
এহিবুলি গুৰু ভেমাক চলিলা
মনত বিষাদ কৰি ।
ৰজাৰ শৰণ হৈবে জানি সৰ্ব্ব
সেৱকে আনন্দ কৰি ॥
পাছে আইধাই ৰাজাক তথাই
উপবাসে ৰাখিলন্ত ।
পৰদিনা গুৰু নাসিবে দেখিয়া
আইধাই চলিলন্ত ॥৩৪৮৪॥
শুনা বুৰাভকীয়া যাব অবিলম্বে
গুৰুক আনিবে প্ৰতি ।
তেঁহে চলি গৈলা গুৰুত জনাইলা
ৰাজায়ে আছন্ত মাতি ॥
গুৰুজনে বোলে কিমতে চলিবো
আমাৰ শৰীৰ মন্দ ।
খাইত কহিবা যাইবে নপাৰিবো
নকৰিবে মোক দণ্ড ॥৩৪৮৫॥

বৈকুণ্ঠ আৰু বৈকুণ্ঠ পতিৰ কথাশুনি ৰজাৰ প্ৰেমত আকুল হৈ শৰণ প্ৰাৰ্থনা ।

ধাইত কহিলা বিস্ময় লাগিলা
ৰাজায়ো ক্ষুধাত আছে ।
ভাবি তেতিক্ষণ কহিয়া পঠাইল
নয়া ভোলা মোৰ আছে ॥
তাহাত চৰিয়া আসোক এখনে
দাসীক কৰিয়া কৃপা ।
কৈলা বুঢ়াভগ্না গুৰুৰে শুনিয়া
ভৈলা মহাক্ৰোধ ৰূপা ॥৩৪৮৬॥
কোহৰ কুচুনী কিছু নবুজয়
আমাৰ গাত্ৰৰ কথা ।
যাইবো যাইবো মই ভাল কৰি যাইবো
জানিয়ো আবে সৰ্ব্বথা ॥
শুনা হৰি তেলভ আনা শীঘ্ৰে জল
বস্ত্ৰ শীঘ্ৰে আনিয়োক ।
অঙ্গিনাত শয্যা কৰিয়ো যতন
যাইবোহো মই প্ৰত্যেক ॥৩৪৮৭॥
মুখ পখালিলা বস্তুক পিন্ধিলা
দেখিয়া সেৱক জন ।
ৰাজাৰ ঘৰক যাইবে এতিক্ষণে
সেৱকে ভাবিল মন ॥
তাত অৱসানে বসিয়া শয্যাত
যোগাসন কৰি ৰৈলা ।
হৰি হৰি ৰৱ মুখে মাত্ৰ আসে
সেৱকে বিস্ময় ভৈলা॥৩৪৮৮॥
অসুস্থ দেখিয়া ৰামৰ চৰণে
কান্দিয়া সাৱতি ধৰে ।
সকল সেৱকে পৰম আকুলে
হৰি হৰি ধ্বনি কৰে ॥
সেহি সময়ত জগতৰ গুৰু
দেখায়া মনুষ্য নয় ।
আপোনাৰ আত্মা পৰমাত্মাত থাপিলা
ব্ৰহ্মত কৰন্ত লয় ॥৩৪৮৯॥
এহিমতে পাছে কতোক্ষণে থাকি
মনুষ্যৰ লোক এৰি ।
ৰাম ৰাম ৰাম উচ্চাৰণ কৰি
লাৰিলা বৈকুণ্ঠপুৰী ॥

* পোন্ধৰ শ আঠ দশ শকে শুক্ৰ
কৃষ্ণ পক্ষ ভাদ্ৰ মাসে ।
পঞ্চমী তিথিত ডেৰপৰ বেলা
বৈকুণ্ঠে ভৈলা প্ৰবেশ ॥৩৪৯০॥
ভক্ত সাধুসব বিষাদিত মনে
নিজমে আছিল পৰি ।
আৰ্ত্তনাদ মনে গুৰু গুণ স্মৰি
উচ্চাৰিলা হৰি হৰি ॥

## ঝুমুৰি

পাছে বুঢ়া ভগীয়া ।
কহিলা ৰাজাত গৈয়া ॥
কি কহিবো মহাৰাজ ।
নাইভৈল তোমাৰ কাজ ॥৩৪৯১॥
গুৰুজন চলিলন্ত ।
বৈকুণ্ঠত প্ৰবেশন্ত ॥
শুনি ৰাজা ধাই কথা ।
বিমূৰ্চ্ছিত ভৈল তথা ॥৩৪৯২॥
হৰি হৰি কিবা ভৈল ।
বাঞ্ছাৰ বিফল ভৈল ॥
কোঁছ ম্লেচ্ছ জানি মোক ।
গৈলা গুৰু বৈকুণ্ঠক ॥৩৪৯৩॥
এহিমতে খেদ কৰি ।
সিংহাসনে ৰৈলা পৰি ॥
কতো বেলি উঠিলন্ত ।
আইধাই বুলিলন্ত ॥৩৪৯৪॥
শুনা বাপু ৰাজবৰ ।
কৰাও কাৰ্য্য নিৰন্তৰ ॥
মৰ্দ্দনা কাজিক প্ৰতি ।
ৰাজা আদেশিলা তেতি ॥৩৪৯৫।
অগৰু-চন্দন ঘৃত ।
আনো লাগে যত যত ॥
লৈয়া শীঘ্ৰে চলিয়োক ।
সংস্কাৰ কৰায়োক ॥৩৪৯৬।

* মহাপুৰুষ শ্ৰীমাধৱ দেৱৰ জন্ম ১৪১১ শক জেঠ কৃষ্ণ প্ৰতিপদ মঘা নক্ষত্ৰ ৰবিবাৰ। পয়াণ ১৫১৮ শক ভাদমাহ কৃষ্ণ পঞ্চমী দিবা ৯-১০ বজাৰ সময়ত মহাপুৰুষে বৈকুণ্ঠ পয়াণ কৰে। দুই জনাৰ মিলন ১৪৬১ শক আহিন শ্ৰীশঙ্কৰ দেৱৰ ৯৬ বছৰ শ্ৰীমাধৱ দেৱৰ ৫০ বছৰত সাক্ষাৎ ।

কাৰ্জিয়ো তেখনে গৈলা ।
তোৰোচা বালিক পাইলা ॥
স্থান সুশোভন কৰি ।
চিতাক নিৰ্ম্মাইলা বড়ি ॥৩৪৯৭॥
চৈৰ ঘৰ কৰিলেক ।
আৰ কাপোৰে বেঢ়িলেক ॥
সেৱক সকলে তথা ।
ক্ৰন্দন এৰিয়া ব্যথ ॥৩৪৯৮॥
চতুৰ্দ্দোল শান কৰি ।
গুৰুক তুলিলা ধৰি ॥
ঠাকুৰ ৰাম চৰণ ।
বলাই নৰ হৰি জন ॥৩৪৯৯॥
মুকুন্দ আতৈই সমে ।
লৈলা তুলি অনুক্ৰমে ॥
মহা সমাৰোহ কৰি ।
সেৱকে উচ্চাৰে হৰি ॥৩৫০০॥
নৃত্য বাদ্য কৰি তথা ।
গুৰুক নিলন্ত যথা ॥
চিতা আৰোহণ কৰাই ।
ৰাম চৰণে অগ্নি পৰ্শাই ॥৩৫০১॥
সকলো সেৱকে ঘেৰি ।
হৰি ধ্বনি কৰৈ বেঢ়ি ॥
হেন সময়ত তথা ।
শুনা ভৈল যেন কথা ॥৩৫০২॥
ৰাজ পৰি কৰ এক ।
জলনেই ৰজা তাক ॥
গুৰুক সাক্ষাত পাইলা ।
ভাৰ থৈয়া প্ৰণামিলা ॥৩৫০৩॥
শ্ৰীৰাম আতা বোলে বাণী ।
জল দিয়ো অঞ্জধানি ॥
কমণ্ডলু পাতিলন্ত ।
ভৰিয়া জলক দেন্ত ॥৩৫০৪॥
ভাৰি আসি পাইলা যেৱ ।
শোক কৰে ৰাজা তেবে ॥
শোধে কিবা ভৈল বুলি ।
কহে ধাই মাথা তুলি ॥৩৫০৫॥
গুৰুজন পৃথি এড়ি ।
গৈলা বৈকুণ্ঠক লড়ি ॥
আশ্চৰ্য্যতে পানী ভাৰি ।
উচ্চাৰন্ত হৰি হৰি ॥৩৫০৬॥
কি কথা কহিলা আই ।
এখনে আসিছো পাই ॥
শ্ৰীৰাম আতা সমে যান্ত ।
মোক পানী খুজিলন্ত ॥৩৫০৭॥
কমণ্ডলু ভৰি দিলো ।
পড়িয়া প্ৰণাম কৈলো ॥
দেখা জল কমি আছে ।
শুনি ধাই ৰাজা পাছে ॥৩৫০৮॥
ধন্য ধন্য পানী ভাৰি ।
সাক্ষাতে দৰ্শন কৰি ॥
সাধিলি জন্মৰ কাৰ্য্য ।
হেন বুলি মহাৰাজ ॥৩৫০৯॥
শেষ জল ভুঞ্জি তথা ।
এৰাইলা মনৰ ব্যথা ॥
পাছে ভৈল কথা সেন ।
গঙ্গা তীৰ দুয়োজন ॥৩৫১০॥
পৰম ভকত দয় ।
ৰাম নাৰায়ণ হয় ॥
আৰ হৰি নাৰায়ণ ।
হৰি বিনে নাহি আন ॥৩৫১১॥
তাৰা দুই আসি আছে ।
পথে দেখিলন্ত পাছে ॥
শ্ৰীৰাম আতা সমন্বিতি ।
চলি যান্ত গুৰু তৈতি ॥৩৫১২॥
দেখি প্ৰণামিলা দুই ।
সোধে গুৰু জনে তই ॥
আইলা তোৰা শুভক্ষণে ।
মোক পাইলা অনুক্ষণে ॥৩৫১৩॥
ইটো কিবা আনি আছা ।
তাৰা দুই কহে সচা ॥
দধি দুগ্ধ ঘৃত চেনি ।
কল মুগ চাউলাদিনি ॥৩৫১৪॥
লগাইবাক তযু পাৱে ।
আনি আছো এহি ভাৱে ॥
শুনি গুৰু বুলিলন্ত ।
শুনা দুইজন সন্ত ॥৩৫১৫॥
এখনে লাগিবে আক ।
দিবা ৰাম চৰণক ॥
মোটা চাউল মাতি সাহ ।
হৰি বল্লভক দিয়া ॥৩৫১৬॥

ভক্তক সিদ্ধাক দিব ।
দশা কাজ সবে হৈব ॥
এহি বুলি চলি গৈলা ।
তাহাৰা সেবিয়া আইলা ॥৩৫১৭॥
ভেলা ডোৱা ৰক পায় ।
নদীকুলে দেখে যাই ॥
ভয়ঙ্কৰ অগ্নি জ্বলে ।
সেৱকে বিষাদ কৰে ॥৩৫১৮॥
হৰি হৰি উচ্চাৰয় ।
তাহাৰ নিকটে গই ॥
পোচ কাক কৰে দাহ ।
হৰিধ্বনি কৰে কিয় ॥৩৫১৯॥
শ্ৰীৰাম আতা বুলিলন্ত ।
গুৰুজন চলিলন্ত ॥
তোমাসাৰ ভাগ্য নাই ॥
নেপাইলাহা সেবিবাই ॥৩৫২০॥
তাহাসবে সব কৈলা ।
পথত যেহেন ভৈলা ।
সেৱকে প্ৰশংসা কৰি ।
উচ্চাৰিলা হৰি হৰি ॥৩৫২১॥
দ্ৰব্য সব সমৰ্পিলা ।
তাহাৰে পিণ্ডত দিলা ॥
মোটা চাউল মাতিমাহ ।
সেৱক সবক দিলা ॥৩৫২২॥
সেৱকে সংস্কাৰ কৰি ।
নিয়মিলা স্থান জুৰি ॥
গৃহ আবৰণ দিলা ।
উপৰে চন্দ্ৰাতপ আৰিলা ॥৩৫২৩॥
বিষাদ কৰিয়া সবে ।
স্নান কৰি গৈলা তেবে ॥
ৰাজা নানা দ্ৰব্য দিলা ।
শ্ৰাদ্ধ বিধি সমাপিলা ॥৩৫২৪॥
নৌকা বৈঠা নিয়োজিলা ।
ৰাম চৰণ গৃহে আইলা ॥
গুৰুজন চলা কথা ।
সেৱকে শুনিলা যথা ॥৩৬২৫॥
ঠাকুৰ আতা শুনিলন্ত ।
মন দুখে কান্দিলন্ত ॥
মহা সমৰোহ কৰি ।
মহোৎসৱ কৈলা বৰি ॥৩৫২৬॥
গুৰুৰ চৰণে ধৰি ।
মধুপুৰ অধিকাৰী ॥
গুৰুভাৱে নিয়োজিলা ।
শ্ৰীঅচ্যুত গুৰু ভৈলা ॥৩৫২৭॥
সংক্ষেপে গুৰুৰ লীলা ।
এহিমানে শেষ ভৈলা ॥
লক্ষ্মীকান্ত অধিকাৰী ।
কমাবাৰী ভৰিপুৰি ॥৩৫২৮॥
চাৰি শতাধিক ভক্ত ।
গাৱে গোবিন্দৰ গীত ॥
মহীকান্ত মহাশান্ত ।
তেহো গুৰু অবিশ্ৰান্ত ॥৩৫২৯॥
শুনা গুৰু লীলা কথা ।
জন্মক নকৰা বৃথা ॥
দীননাথে কৃপাকৰি ।
ডাকিবোলা হৰি হৰি ॥৩৫৩০॥

## মহাপুৰুষ শ্ৰীমাধৱ দেৱৰ কাৰণে হৰি-কীৰ্ত্তন মহোৎসৱ

আত অনন্তৰে আই গোসানীৰ কথা ।
পুত্ৰ নাতি সমে ৰহি যি কৰিলা যথা ॥
সংক্ষেপতে সিসবৰ চৰিত্ৰ যিবা পাইলো ।
সন্তৰ লিখন পুস্তকত যি দেখিলো ॥৩৫৩১॥
সাৰোদ্ধাৰ কৰি আনি তৃতীয় খণ্ডত ।
লিখিবাক আশা কৰো সন্তৰ বাক্যত ॥
হীনমতি অজ্ঞানৰ দোষ নিৰন্তৰ ।
ক্ষমাক প্ৰাৰ্থনা মাগো চৰণে সন্তৰ ॥৩৫৩২।
শ্ৰীমাধ গুৰু বৈকুণ্ঠক যাইবে শুনি ।
আই গোসানীৰ মুখে হৰিলন্ত বাণী ॥
ঠাকুৰ সকলো মহা শোকতে আকুল ।
ৰাম ৰাই আদি শোক সাগৰে মজিল ॥॥৩৫৩৩॥
ৰাম চৰণ ঠাকুৰে সবাকে জ্ঞান দিলা ।
সকলো সেৱকে আসি একত্ৰে মিলিলা ॥
মথুৰা দাস আতা সমে সমাৰোহ কৰি ।
বৰপেটা স্থানে কৈলা মহোৎসৱ বৰি ॥৩৫৩৪॥
বদুলা আতায়ো যাত্ৰী মুখে বাৰ্ত্তা পায় ।
সাতদিন মহোৎসৱ কৰিলা জংটাই ॥
সেহিমতে সকলো সেৱক স্থানে স্থানে ।
কৰিলা গুৰু হৰি কীৰ্ত্তন প্ৰেম মনে ॥৩৫৩৫॥

হৰি চৰণ ঠাকুৰ পাছে ঠাকুৰ দুই সনে।
পাটবাউসীত ৰৈলা আই বিদ্যমানে ॥
আই গোসানীক প্ৰতি পালি আছিলন্ত।
কিছু বচৰান্তে হৰি চৰণ সুসান্ত ॥৩৫৩৬॥
পীড়াযুক্ত হৈয়া মাতৃ ভাৰ্য্যাৰ সাক্ষাতে।
প্ৰাণ পৰি হৰি মুক্তি লভিলা তথাতে ॥
শ্ৰাদ্ধবিধি কৰ্ম্ম কাণ্ড সবে সমাপিয়া।
আই গোসানীক মন সান্তনা কৰিয়া ॥৩৫৩৭॥
সেহি সময়ত উজানৰ হন্তে গৈয়া।
বদুলা আতায়ে নৌকা তথাত ৰাখিয়া ॥
আধাপোৰা কাষ্ঠ চাই অসংস্কাৰে আছে।
দেখিয়া বদুলা আতা সুধিলন্ত পাছে ॥৩৫৩৮॥

**হৰিচৰণ ঠাকুৰৰ পৰলোক। বদলা আতাৰ কামৰূপ যাত্ৰা। বৰ বাৰজনীয়াৰ আদি কথা**

কাহাক কৰিলা দাহ বুলিয়া পুছিলা।
ঠাকুৰক দাহ কৰা বুলি লোকে কৈলা ॥
শুনি আতা বিষাদ কৰিলা তাক দেখি।
সিটো স্থান পৰিস্কাৰ কৰাইলা নাপেখি ॥৩৫৩৯॥
চিলিঙ্গি বেষ্টন কৰি কদলী ৰূপিলা।
ওপৰত সুশোভন চন্দ্ৰাতপ দিলা ॥
উপবাসে থাকি পৰদিনা গৈলা সনে।
বৰপেটা স্থান প্ৰবেসিলা সাৱধানে ॥৩৫৪০॥
বুঢ়া আতা সমে কৌতুকতে লীলা কৰি।
তান সঙ্গে ৰৈলা গুৰু বাক্যক সুমৰি ॥
অনুক্ৰমে আই গোসানীৰ স্থানে গৈলা।
প্ৰণাম কৰিয়া অৱনত ভাৱে ৰৈলা ॥৪৫৪১॥
আনন্দতে আই মহা সমাদৰ কৰি।
অনেক প্ৰশংসা বাণী বুলিলা সাদৰি ॥
নিবাৰ দ্ৰব্যক দিয়া সেৱিয়া চলিলা।
দুই ঠাকুৰকো মহা আদৰিয়া গৈলা ॥৪৫৪২॥
পাছে আই পুৰুষোত্তমৰ কাৰণে।
তিনিজনা কন্যা বিবাহিলা ৰঙ্গ মনে ॥
চতুৰ্ভূজ ঠাকুৰৰো বিবাহেক ভৈলা।
কাহাৰো নভৈলা পুত্ৰ কন্যা মাত্ৰ ৰৈলা ॥৩৫৪৩॥
কতোকালে আছন্ত ঠাকুৰ দুই জন।
বৰ ভকতি আদি শিষ্ট বাৰজন ॥
অনুক্ৰমে গৈয়া তাৰা ধৰ্ম্মক প্ৰাৰ্থিলা।
বৰঠাকুৰ দেৱহস্তে ধৰ্ম্মক লভিলা ॥৩৫৪৪॥
আজ্ঞাপায়া তাৰাসবো উজানে আসিয়া।
ধৰ্ম্মাচাৰ্য্য ৰূপে ৰৈলা ধৰ্ম্ম প্ৰকাশিয়া ॥
বৰ ঠাকুৰ দেৱহস্তে ধৰ্ম্মাচাৰ্য্য ভৈলা।
সি কাৰণে বৰ বাৰ জনীয়া মহন্ত ভৈলা ॥৩৫৪৫॥
ঠাকুৰ সকলো আই গোসানীক তুমি।
বহু বৰ্ষ পাটবাউসী স্থানে আছা তুমি ॥
ধৰ্ম্ম প্ৰকাশিয়া মহা সুখদে আছন্ত।
তাতপৰে যিবা কথা ভৈল শুনা সন্ত ॥৩৫৪৬॥
তাম বঙ্গা বিলৰ মধ্যত সুশোভন।
বিচিত্ৰ পবিত্ৰ স্থান নিৰ্ম্মিয়া তেখন ॥
চতুৰ্ভূজ ঠাকুৰ তথাক লাগি গৈলা।
পাটবাউসী স্থানে পুৰুষোত্তম ৰহিলা ॥৩৫৪৭॥
হেন সময়ত পুনু বদুলাৰ আতা।
বৰপেটা যাইবাৰ কাৰণে শুভানিতা ॥
সেৱক সহিতে নৌকা পথে চলিযান্ত।
বাপু কৃষ্ণে বালিত শৰাধ পাতিলন্ত ॥৩৫৪৮॥
মাতিলাত তৈকে আতা গমন নকৈলা।
শ্ৰাদ্ধৰ যি দ্ৰব্যদিলা তাকো নুভুঞ্জিলা ॥
সেহিমতে ক্ৰোধে বাপু কৃষ্ণ আগে গৈলা।
ঠাকুৰ দেৱক মিথ্যা কুটনী লগাইলা ॥৩৫৪৯॥
শুনিয়া ঠাকুৰে ক্ৰোধ কৰি আতি।
বৰপেটা স্থানে কহি পঠালে তহিতি ॥
বদুলা আতাক আইলে স্থানে নতুলিব।
বুঢ়া আতাবোলে আমি কিমতে কৰিবং ॥৩৫৫০॥
শেষকালে গুৰুজনে সৰ্ব্বশক্তি দিয়া।
গাৱৰ বদল কৰি আছন্ত পঠায়া ॥
হেনজনে নতুলিবে কাৰ শক্তি আছে।
আমাক খেদিলে আমি কি কৰিবো পাছে ॥৩৫৫১॥
হেনযেবে বুঢ়া আতা কহিয়া পঠাইলা।
ঠাকুৰে ক্ৰোধিয়া আজ্ঞা বচন বুলিলা ॥
কীৰ্ত্তনঘোষা শাস্ত্ৰ খোজায়া নিলেক।
নিষেধ কৰিলা সেহি শাস্ত্ৰ পঢ়িবাক ॥৩৫৫২॥
বুঢ়া আতা বোলে যদি শাস্ত্ৰখানি নিলে।
ঘোষা শাস্ত্ৰখানি কেনে পঢ়িতে ৰাখিলে ॥
জীৱৰ তৰণ হেতু জগতৰ গুৰু।
কীৰ্ত্তনৰ পদছন্দে ৰচি কল্পতৰু ॥৩৫৫৩॥
সকলোকে প্ৰকাশিয়া আছয় যতনে।
তাত কিবা ঠাকুৰৰ আছয় স্বাধীনে ॥
তথাপি নিলেক শাস্ত্ৰ আজ্ঞা পালি দিলো।
ঘোষা শাস্ত্ৰখানি আমি পাইবে যোগ্য ভৈলো ॥৩৫৫৪॥

শুনিয়া ঠাকুৰে ঘোষা তেতিক্ষণে দিল ।
দুই ঠাইত দুইখানি প্ৰসঙ্গত ৰৈল ॥
হেন সময়ত বদুলাৰ আতা পাইল ।
ঠাকুৰ পাশক যাইবে আতাক কহিল ॥৩৫৫৫॥
বুঢ়া আতা বোলে বাপু কেনমতে যাইবা ।
ঠাকুৰৰ ক্ৰোধ হৈয়া আছয় জনিবা ॥
প্ৰথমতে কাৰ্য্যৰ গতিক জানিয়োক ।
শুনি পাছিলন্ত হৰি চৰণ গুৰুক ॥৩৫৫৬॥
সন্দেশ দ্ৰব্যক লৈয়া দুই ভক্ত সমে ।
হৰি আতৈ ঠাকুৰৰ আগে উপসামে ॥
সুধিবাতে আতৈ কৈলা আতাৰ কাহিনী ।
শুনি আনন্দিত ভৈলা ঠাকুৰৰ মনি ॥৩৫৫৭॥
মহাসমাদৰে পঠাইবাৰ দ্ৰব্য লৈলা ।
আসিবে আমাৰ ঠাইক বুলিয়া পুছিলা ॥
আতৈ জনাইলন্ত বাপু কেনেকৈ আসিব ।
বাতৰি জানিতে আইলো তযু আজ্ঞা লৈব ॥৩৫৫৮॥
পাছে হৰিষিত মনে ঠাকুৰে কহিলা ।
দেখিতে চিনিম আমি কাৰ্য্যতে চিনিলা ॥
পাছে পঠাইবাৰ দ্ৰব্য বিবৰিয়া দিল ।
অগ্ৰভাগ গুটি পাছে আতাক দিয়াইল ॥৩৫৫৯॥
শুনি বুঢ়া আতা মনে সন্তোষ লভিলা ।
যাও বাপুৰৰ বুলি অনুমতি দিলা ॥
সেৱকে সহিতে আতা প্ৰভাততে উঠি ।
স্নান কাৰ্য্য কৰি পাছে চলিলন্ত তথি ॥৩৫৬০॥
অনুক্ৰমে গৈয়া ঠাকুৰক প্ৰণামিলা ।
আই গোসানীকো বহু দ্ৰব্য সমৰ্পিলা ॥

## বদুলা আতা বৰপেটা, সুন্দৰী আদি সত্ৰ দৰ্শন শ্ৰীশঙ্কৰদেৱৰ ভাৰ্য্যাৰ হস্তে অন্ন ভোজন

ঠাকুৰে সকলো কথা বাৰ্ত্তাক পুছিলা ।
ভোজন কৰিবে লাগি আতাক বুলিলা ॥৩৫৬১॥
ঠাকুৰৰ সমিপতে পত্ৰ কৰি দিলা ।
ঠাকুৰে সহিতে পৰিবেশ্টনে বসিলা ॥
হেন সময়তে আতা ঠাকুৰে পুছিলা ॥
কাহাক বুলিচা গুৰুজন ভালা ভালা ॥৩৫৬২॥
শুনিয়া আনন্দ মনে ঠাকুৰে কহন্ত ।
ধন্য জিজ্ঞাসিলা গুৰু কথাক ইমত ॥
তাসুলো খাইবাক মাধগুৰু শিখাইলন্ত ।
সকলো প্ৰকাৰে গুৰু নাহি ভিন্ন ভ্ৰান্ত ॥৩৫৬৩॥
মাধৱেসে গুৰু মোৰ মাধৱেসে প্ৰাণ ।
নাই নাই উপকাৰী তান্ত বিনে আন ॥
শুনিয়া বদুলা আতা সন্তোষিত মনে ।
ভোজন কৰিতে হস্তে পৰশিলা অন্নে ॥৩৫৬৪॥
বিচিত্ৰ ব্যেঞ্জন সুগন্ধিত মনোৰম ।
দেখিয়া আতাৰ মন ভৈলন্ত বিৰাম ॥
প্ৰাৰ্থনা কৰিলা বাপ ইন্দ্ৰিয়ৰ বল ।
বাঢ়য় ইমত অন্ন ব্যঞ্জনে বিপুল ॥৩৫৬৫॥
ক্ষাৰ জল কিঞ্চিতেক পাইলে বাপ আমি ।
ভোজন কৰিতে পাৰি প্ৰসাদক স্বামী ॥
শুনিয়া ঠাকুৰ দেৱ অতি প্ৰেম মনে ।
ধন্য ধন্য বুলি প্ৰশংসিলা ঘনে ঘনে ॥৩৫৬৬॥
ৰসনাৰ স্বাদ এৰি আছন্ত যি জন ।
হেন পুৰুষকো লগাই আছয় বৈগুণ্য ॥
দেখা বাপু তুমি মোক নিন্দিয়া আছিলা ।
বুলি বাপু কৃষ্ণে আসি আমাক জনাইলা ॥৩৫৬৭॥
বোলা বাপু-বাপুকৃষ্ণ শুনত পৰোক ।
হেন পুৰুষক মোক কুট লগাইলেক ॥
আতা প্ৰাথিলন্ত বাপ তাহাঙ্ক আতিল ।
আপোনাৰ বাক্য বহ্নি সমুদ্ৰি ডুবিল ॥৩৫৬৮॥
আমাৰ বুলিবে আৰু প্ৰয়োজন নাই ।
আপোনাৰ বাক্যে তান নৰহিল ঠাই ॥
এহিমতে ভোজন কৰিল দুয়োজন ।
সেবি বন্দি আতা পাছে কৰিল গমন ॥৩৫৬৯॥
বুঢ়া আতা শুনি মনান্তৰ গুচি গৈলা ।
শাস্ত্ৰ দুইখানি পাছে পূৰ্ব্বৰতে দিলা ॥
পূৰ্ব্বে ঘোষা শাস্ত্ৰ যেবে বৰপেটা নিল ।
তেখনে ঠাকুৰে নৱ ঘোষাক কৰিল ॥৩৫৭০॥
একদিনা ঠাকুৰদেৱে বিমৰিষ কৈলা ।
আমি ঘোষা শাস্ত্ৰ কৰা অনিয়ম ভৈলা ॥
গুৰুৰ কবিতা ঘোষা সূৰ্য্যৰ সদৃশ ।
তান আগে মোহোৰ কবিতা যেন মশ ॥৩৫৭১॥
অগনিৰ আগে যেন বাতি নজলয় ।
এতেকে আমাৰ পুথি গুচাইবে লাগয় ॥
এহিবুলি জালিয়া পেলাইলন্ত ।
উপৰৰ কিছুপাত হাতত আচন্ত ॥৩৫৭২॥
বৰ ভকতে পাচে প্ৰাৰ্থনা কৰিলা ।
গুৰুৰ কবিতা আমি শিষ্য প্ৰতিভালা ॥
হেনমতে শেষ পুথি প্ৰাথিয়া ৰাখিলা ।
দুই এক ঘোষা প্ৰসঙ্গতে গাইবে লৈলা ॥৩৫৭৩॥

এহিমতে সিকথা কৰিয়া সমাপন ।
শেষ কথা গোসানীৰ কহিবো এখন ॥
চতুৰ্ভুজ ঠাকুৰ পাটবাউসী আসি ।
মাতৃক আশ্বাসি বৈল আনন্দ প্ৰকাশি ॥৩৫৭৪॥
কিন্তু বংশ জ্ঞাতিগণে অনাদৰ কৰে ।
কথায়ে কথায়ে হিংসা কাৰ্য্যক আচৰে ॥
আই গোসানীৰ মনে সুখ শান্তি নাই ।
শুনিয়া উৰ্ব্বসী আই নিবাক ইচ্ছয় । ৩৫৭৫॥
সুন্দৰী প্ৰভৃতি স্থান গ্ৰামিক সকল ।
ঠাকুৰ সমেতে আইক নিবে মন তৈল ॥
ৰামচৰণ ঠকুৰক পঠাইলা সাদৰি ।
আই গোসানীক নিলা সমাদৰ কৰি । ৩৫৭৬॥

## শ্ৰীশঙ্কৰদেৱৰ ভাৰ্য্যা কালিন্দী আয়ৰ পৰলোক গমন, ভেলা মধুপুৰ সত্ৰৰ পূৰ্ব্বকথা

বৃন্দাভেল আই নৱকুৰি বৰ্ষ ভৈলা ।
বোৱাৰী সকলো ক্ৰমে বৃদ্ধ হৈয়া গৈলা ॥
উৰ্ব্বশী আইৰ প্ৰতিপালে আচিলন্ত ।
কাল ক্ৰমে উৰ্ব্বশী আয়ো চলিলন্ত ॥৩৫৭৭॥
কিছুকাল ঠাকুৰ সকল সমন্বিতে ।
সুখতে আছন্ত আই সুন্দৰী স্থানতে ॥
অনুক্ৰমে আই পাছে বৈকুণ্ঠে চলিলা ।
ঠাকুৰ সকলে শ্ৰাদ্ধ বিধি সমাপিলা ॥৩৫৭৮॥
সকলো সেৱকে আসি সমাৰোহ কৰি ।
গোসানীৰ কৰিলন্ত মহোৎসৱ বৰি ॥
পাছে বৰঠাকুৰ গৈলা জনিয়াক প্ৰতি ।
কিছুদিন থাকি গৈল বাহাৰ সহিতি ॥৩৫৭৯॥
এহিমানে গোসানীৰ কথা সমাপিয়া ।
ভেলা মধুপুৰ কথা কহো বিবৰিয়া ॥
শ্ৰীমাধৱদেৱ বৈকুণ্ঠক গৈলা চলি ।
কতোকাল ভেলা স্থান আছিল সমূলি ॥৩৫৮০॥
বৃড়ীগো গোবিন্দ যেবে অধিকাৰী ভৈলা ।
বীৰ নাৰায়ণ ৰাজা ভক্তি আচৰিলা ॥
সিকালত তোৰোচা নদী আতিশয় ।
খহাইবে লাগিলা সত্ৰ ধাপ খাৱৈ চয় ॥৩৫৮১॥

পূৰ্ব্বে দুইজনা গুৰু সেৱক সহিতে ।
তীৰ্থ যাত্ৰা কালে অকস্মাতে তৈতে ॥
লীলা কৰি গাছতলে মধুক ভুঞ্জিলা ।
শ্ৰীশঙ্কৰ গুৰু তাত বাক্য প্ৰকাশিলা ॥৩৫৮২॥
দেখা বড়াপো কেনে স্থান বিচক্ষণ ।
তুমি আমি পৰে এত হৈবে স্থান খান ॥
মুকুত সকলে এত ৰহিব যতনে ।
নামধৰ্ম প্ৰকাশ কৰিব অনুক্ষণে ॥৩৫৮৩॥
জগত বন্দনী হৈয়া স্থান প্ৰকাশিব ।
মধুপুৰ স্থান বুলি জগতে কহিব ॥
শুনিয়া সেৱকে মহা আনন্দ লভিলা ।
দুইজনা গুৰু তথা হন্তে চলি গৈলা ॥৩৫৮৪॥

## ভেলাথান খহালত মধুপুৰত পুনৰ থান নিৰ্ম্মাণ

সেহি ঠাই খানি আছিলন্ত মনোৰম ।
ৰাজাত জনাইলা সেহি কথা গুণধাম ॥
শুনিৰাজা আপুনিয়ো সাক্ষাতে থাকিয়া ।
ভেলাস্থান ভেটিধুলা কোদালে খান্দিয়া ॥৩৫৮৫॥
হস্ত পৰিমাণ কৰি চপৰা তুলিলা ।
বড় বড় নৌকাত কৰিয়া নিয়া গৈলা ॥
সেহিধুলা নিয়া চিহ্ন থানত থাপিল ।
হাটি বাটি গুৰু গৃহ সকলে কৰাইল ॥৩৫৮৬॥
সেহিমতে কৈলা ৰাজা সত্ৰ বিচক্ষণ ।
সকলো সেৱকে তৈকে কৰিলা গমন ॥
বাক্যৰেসে স্থান মধুপুৰ সিটো আতি ।
দুইজনা গুৰু যৈত জিৰাইল তথি ॥৩৫৮৭॥
সকলো সেৱক সিটো স্থানত ৰহিলা ।
সেহি দিন ধৰি মধুপুৰ স্থান ভৈলা ॥
আজি ধৰি মধুপুৰ স্থান ৰহি আছে ।
এহি কথা সমাপিয়া কহিলোহো পাছে ॥৩৫৮৮॥
পুনৰপি বদুলা আতাৰ কথা কওঁ ।
মই দিন হীনমতি একো বিজ্ঞ নওঁ ॥
বিষ্ণু বৈষ্ণৱ আৰ সত্ৰ সত্তা কথা ।
শুনি ভনি হোৱা সবে মুকুট সৰ্ব্বথা ॥৩৫৮৯॥
এহিমানে ইটো কথা সমাপতি ভৈলা ।
ৰাম কৃষ্ণ হৰি বুলি জনক সাম্ফলা ॥
বোলো হীন দীন নাথে সত্ত ভক্তলোক ।
মোৰ মুখে সুখে দুখে নাম নচাৰোক ॥৩৫৯০॥

## দ্বিতীয় অধ্যায়

দুলড়ি

বদলা আতাৰ বৰপেটা সত্ৰত কৃষ্টি কলাৰ শিক্ষা আৰু বুঢ়া আতাৰ ওচৰত দোমোজ্ঞাৰ তত্ব জ্ঞান লাভ

বদুলা আতাৰ কিছু কথা আৰ
কহিবাক মন কৰি ।
সাধু সন্ত সবে যিমতে কহয়
তাক লেখি যত্ন কৰি ॥
ঠাকুৰ পাশৰ হন্তে আতা আসি
বৰপেটা স্থানে আসি ।
কতো দিনে তৈতে ভক্তি ৰসামৃতে
মজিয়া আছা হৰিষি ॥৩৫৭১॥
অনেক সাদৰে সমস্তে ভকতে
আছন্ত আতাক তোষি ।
আতায়ো সমস্ত নৃত্য গীত বাদ্য
শিখিলা মন সন্তোষি ॥
গুৰু বাক্যমতে দোমোজাৰ সুখ
বুঢ়া আতা মুখে শুনি ।
ভক্তি জ্ঞানামৃতে সম্পন্ন হইয়া
আতা ভৈল মহা জ্ঞানী ॥৩৫৭২॥
বুঢ়া আতা আগে কহন্ত গোসাই
কাৰণ এক আমাৰ ।
ঠাকুৰ আতাৰ স্থানক যাইবে
কৈসানি হুই যাইবাৰ ॥
শুনি বুঢ়া আতা কহন্ত ব্যৱস্থা
নকৰিয়ো চিন্তা মন ।
যাইতে মহাভাগ দিবো আমি লাগ
ৰহিয়োক কিছুদিন ॥৩৫৭৩॥
আত অনন্তৰে ঠাকুৰ আতাৰ
নন্দন আসি মিলিল ।
দেখি বুঢ়া আতা সঙ্গক মিলায়া
নৌকায়ে পঞ্চিয়া দিল ॥
গৈয়া পাইলা ঘাট ঠাকুৰ আতা সুত
আগ হুয়া চলি গৈলা ।
পিতৃক নমিয়া গোসাইৰ কথা
সমস্তে বাৰ্তা কহিলা ॥৩৫৭৪॥

বদুলা আতাৰ নাৰায়ণ দাস ঠাকুৰ আতাৰ ওচৰত মজিয়া সুখৰ তত্ব জ্ঞানৰ শিক্ষা গ্ৰহণ

শুনি ঠাকুৰ আতা আগবাঢ়ি তথা
ঘাটে উপস্থিত ভৈলা ।
কহিয়া দৃষ্টান্ত হুয়া স্নেহ মন
সাদৰে গৃহে পৈশালা ॥
গৃহে গৃহে পশি অনেক আশ্বাসি
কুশল বাৰ্ত্তা পুচিলা ।
গোসাইক চাহিয়া ঠাকুৰ আতা হেন
সম্বোধি বাক্য বুলিলা ॥৩৫৭৫॥
জানা আমুকাই দিন গঞ্জামিতা
আমাত কহি আছিলা ।
সাত দিন সাত ৰাত্ৰি ভক্তিজ্ঞান
শক্তি ভক্তি প্ৰকাশিলা ॥
মহাপুৰুষৰ ভৈলাহা স্নেহৰ
আৰু কি সাধিতে ৰৈলা ।
এহি বুলি আতা ত্ৰিংশষষ্ঠিতেক
দৃষ্টান্ত প্ৰস্থ কহিলা ॥৩৫৭৬॥
তহিতে গুৰুৰ মজিয়ালী সুখ
সাতদিন অহৰ্নিশি ।
ঠাকুৰ আতাই ভক্তি কহিলন্ত
গোসাই লভি হৰিষি ॥
গোসাই আতাক বুলি প্ৰিয়বাক
বৰপেটা আসিলন্ত ।
বুঢ়া আতা পেখি গোসাই আনন্দ
মঙ্গল বাৰ্ত্তা পুচন্ত ॥৩৫৭৭॥
গোসাই সহিতে বুঢ়া আতা তৈতে
আচন্ত ভক্তি প্ৰকাশি ।
বৰপেটা ধামে উজানৰ হন্তে
বাপুঘৰ আছা আসি ॥
পৰম সাদৰে ভকত সন্তৰে
গোপাল আতাৰ আগে ।
বন্দিয়া চৰণ বাৰ্ত্তা কহিলন্ত
শুনিয়া ভৈলা উদ্যোগে ॥৩৫৭৮॥

### ভবানীপুৰীয়া গোপাল আতাৰ বদুলা আতাক প্ৰতি প্ৰেম-প্ৰীতি গোপাল আতাৰ ওচৰত কলয়াৰ তত্বজ্ঞান লাভ

একফাল দাড়ি মুণ্ডাই আছন্ত
আউৰ ফাল থাকিছন্ত ।
তেতিক্ষণে আসি নৌকাই চৰিয়া
আনন্দ আসি লভন্ত ।।
বৰ:পেটা ধামে পাইলন্ত আসিয়া
বুঢ়া আতা পুছিলন্ত ।
মিতা আসি কেনে ভৈলা উপস্থিত
গোপাল আতা কহন্ত ।।৩৫৯৯।।
শুনিলো যিমত আসিলো সিমত
আসিছয় বাপু ঘৰ ।
মোৰ ঠাই কিয় আগে নকহিলা
কহিয়ো আবে সত্বৰ ।।
হেন বাক্য শুনি বুঢ়া আতা গুণি
কহিলা সবে বুজাই ।
উজানৰ হন্তে আসিয়া আছন্ত
যাইবন্ত তোমাৰ ঠাই ।।৩৬০০।।
কাতিৰাম নামে নাপিত মাতিয়া
বুলিলা হেন বচন ।
মিতাৰ ডাৰিক শিখিৰ কৰিয়া
মুণ্ডাও তুমি এখন ।। ।
তিনিজন আতা একত্ৰে বসিয়া
সন্ত ধৰ্ম্ম প্ৰকাশিয়া ।
কতোদিন তৈতে গোসাই সহিতে
আনন্দে আছে ৰহিয়া ।।৩৬০১।।
দ্বিতীয় দিনৰ সুস্বপ্ন দেখিয়া
গোপাল যে মহামানি ।
বুঢ়া আতা আগে আতি অনুৰাগে
কহিলা সবে কাহিনী ।।
বৰপেটা হন্তে গোপাল মহন্তে
গোসাইত মেলানি মাগি ।
ভনিপুৰ গ্ৰামে ৰহিত আছয়
তাহাক যাইবাক লাগি ।।৩৬০২।।

### বদুলা আতাৰ গোপাল আতাৰ ওচৰত কলয়াৰ তত্বশিক্ষা আৰু ৰামচৰণ ঠাকুৰৰ সঙ্গলাভ

কতোক্ষণে গৈয়া নৌকাই চৰিয়া
পাইলন্ত নিজ ভৱন ।
গোসাইক নিবাৰ সন্তাৰ মিলায়া
কৰিলন্ত আগমন ।।
নিমন্ত্ৰণ ঋষি ভকতে সাদৰি
তহিক লাগি নিলন্ত ।
গোপালক পেখি আগবাঢ়ি আসি
গোসাঁইক তুলি নিলন্ত ।।৩৬০৩।।
হৰি মন্দিৰত প্ৰবেশ কৈলন্ত
গুৰু ঈশ্বৰক নমি ।
তহিত বসিয়া বাৰ্ত্তাক পুছিয়া
ৰহিলা জগত স্বামী ।।
নবীন ভৱন কৰি আভৰণ
সন্তাৰ আছে মিলায় ।
তহিকে লাগিয়া গোসাই চলিয়া
ৰহিলা হৰি ধিয়াই ।।৩৬০৪।।
সাতদিন সাতৰাত্ৰি ভক্তি জ্ঞান
গোপাল আতা কহিলা ।
গোপাল আতায়ে কলয়াৰ সুখ
আতাত ভাঙ্গি বুজাইলা ।।
ভনিপুৰ হন্তে বৰপেটা ধামে
আসিয়া পুনু ৰহিলা ।
শ্ৰীৰাম চৰণ ঠাকুৰৰ পাশে
আতাও চলিয়া গৈলা ।।৩৬০৫।।
দেখিয়া ঠাকুৰে পৰম সাদৰে
আতাৰ বাৰ্ত্তা পুছিলা ।
বসি দুয়োজন কৰি আদৰণ
ৰাখিলা তাত কুশলে ।।
গুৰুৰ চৰিত্ৰ পৰম অমৃত
দুয়োজনে চৰ্চ্চিলন্ত ।।
আতা পাৱজানি সবে কথাখানি
ভেদ ভাঙ্গি কহিলন্ত ।।৩৬০৬।।

শ্ৰীমাধৱদেৱৰ সংবৎসৰিক কীৰ্ত্তনত
সকালোজন আতা সন্মিলিত হৈ গুৰু
কীৰ্ত্তন মহোৎসৱ পালন

জগত গুৰুৰ তাতু ৰামৰায়
হাঠিয়াৰ আছে যেত।
সবাৰো স্থানক গোসাই চলিয়া
পুছিলা কথা তহিত ॥
কৃষ্ণ কথামৃত পুছিল নিশ্চিন্ত
ভক্তি ৰসামৃত হয়।
গোসাই সবাকো সাদৰে পুছিয়া
বৰপেটা ৰহি হয় ॥৩৬০৭॥

পদ

শুনা সন্তসব কথা বিচক্ষণ চয়।
সম্বৎসৰি গুৰুৰ কীৰ্ত্তন আসিচয় ॥
হেনদেখি সন্তসব একত্ৰে মিলিল।
কৰ্ম্মাদি উৎসব হৰিকীৰ্ত্তন কৰিল।৩৬০৮॥
যাৰ যেত গৃহ সবে ভৈলা উপসন্ন।
ঠাকুৰ আতা স্থানে গোসাই কৰিল গমন।
একদিনা ঠাকুৰ আতা পাশে ৰহিচন্ত।
সেহি বেলা কেশআতা উপস্থিত হন্ত ॥৩৬০৯॥
পাছে বৰপেটা স্থানে দুইজন গৈলা।
কিছুদিন পৰে আতা যাইবে মন কৈলা ॥
উজানৰ বাপুঘৰ শুনিলা যাইবাৰ।
হাৰ যেন শক দিয়া কৰে নমস্কাৰ ॥৩৬১০॥
শুনি বুঢ়া আতা খেদ ভাৱ সম্পজিল।
ভক্তসবো আসি পাছে তহিতে মিলিল ॥
সমস্ত সেৱক আসি ভৈলা উপসন্ন।
তাসম্বাক সম্বোধিয়া বুলিলা বচন ॥৩৬১১॥
তেৰহন্তে নৌকাযানে গোসাই আসন্ত।
বুঢ়া আতা সমে ভক্তে আগবঢ়াৱন্ত ॥
আতপৰে গোপাল আতৈই শুনিলন্ত।
নৌকাতে আনিয়া সিধাক যোগাইলন্ত ॥৩৬১২॥
তৈৰহন্তে আসি পাইলা কতো দিনান্তৰে।
দিকৰাজ ঘাটে নৌকা বান্ধিলা সত্বৰে ॥
গোসাই আসিল জানি সকলো সেৱকে।
আগবাঢ়ি আসি তুলি নিলন্ত উৎসুকে ॥৩৬১৩॥

বদলা আতাৰ, উজনী অসমত ধৰ্ম্মপ্ৰচাৰ

কলানিতে থিত আতা আনন্দে ৰহন্ত।
পৰম সাদৰে সবে বাৰ্ত্তাক পুচন্ত ॥
হৰিভক্তি ৰাজমাৰ্গ প্ৰকাশ কৰন্ত।
পুৰুষোত্তম বৰুৱা জয়হৰি তান ভাতৃসন্ত ॥৩৬১৪॥
সমস্ত পৰিবাৰে আসি ধৰ্ম্মক ধৰিল।
বৰুৱাত আতা হৰি ভক্তি দান দিল ॥
অনেক সেৱক সবে ধৰ্ম্মক লভিল।
আঠাৰ বৎসৰকাল তথাতে থাকিল ॥৩৬১৫॥
বদুলা, কুৰুনী, দেবেৰাপাৰ আদি স্থানে।
কৌৰিকৰ আৰাঙনিতো থাকিয়া তেজনে ॥
সাধুজয় কৃষ্ণ স্থানে গোসাই ৰহন্ত।
তৈৰপৰা চেচুকা ভেটিক চলন্ত ॥৩৬১৬॥
তৈৰহন্তে কেচেৰু গুৰি ভেটিক গৈলেক।
কৃষ্ণকথা ৰসে ছয়মাস বঞ্চিলেক ॥
পচতিয়া স্থানে গৃহ কৰিয়া নিৰ্ম্মাণ।
আতা হৰি গুৰুসঙ্গে থাকিল তখন ॥৩৬১৭॥
ধৰ্ম্মশিক্ষা দিয়া গোসাই পচতিয়া স্থানে।
হৰিগুণ নাম সদা কৰন্ত কীৰ্ত্তনে ॥
বেবেৰা পাৰক গৈয়া ধৰ্ম্ম প্ৰচাৰণে।
তাতো লোক সবে ধৰ্ম্ম ধৰিল যতনে ॥৩৬১৮॥
তৈৰপৰা ৰঘুগুৰি স্থানে আসিলেক।
হৰিকথামৃত ৰসে তৈত আছিলেক ॥
পুৰুষোত্তম বৰুৱাই হৰি কীৰ্ত্তন পাতিলা।
আতাসমে সমস্ত সেৱকে ভুঞ্জিলা ॥৩৬১৯॥
পুৰুষোত্তম বৰুৱা মনে সন্তোষ লভিলা।
স্তুতি-নতি ভক্তি কৰি অনেক অৰ্চ্চিলা ॥
আশংসা বচনে প্ৰভু কৰিয়া আশ্বাস।
হৰি সমে পুনু আতা পশিলা আবাস ॥৩৬২০॥
তৈৰপৰা বাসুদেৱ পুখুৰীক যান্ত।
কিছু দিনান্তৰে কৰ্দ্দৈ গুৰিত থাকন্ত ॥
কৰ্দ্দৈগুৰি হন্তে হামৰাত বাসকৰি।
অনেক সেৱকে ধৰ্ম্ম ধৰি ভৰি পুৰি ॥৩৬২১॥
পুনু চকলাত যাই ধৰ্ম্ম প্ৰবৰ্ত্তান্ত।
পুনু পুনু পচতিয়া থানক আসন্ত ॥
আতপৰে গোসাইৰ ভৈলেক ইচ্ছাময়।
যামদগ্নি ব্ৰাহ্মণৰ মাটিক কিনয় ॥৩৬২২॥

শাৰ বদলে আসি স্থানক নিৰ্ম্মিলা ।
সেহিসে কাৰণে বদলা নাম ভৈলা ॥
দুতয় বছৰ সেহি স্থানে আছিলেক ।
তৈৰপৰা গৈলা পৰ্ব্বতৰামৰ বাৰীক ॥৩৬২৩॥
পৰমশ্ৰদ্ধায়ে তাত ধৰ্ম্মক খৰয় ।
পৰীক্ষিত মূদৈ প্ৰাৰ্থি আতাক নিয়য় ॥
আতাক বন্দির্য্য স্তুতি ভকতি কৰিয়া ।
তাহান পাশত ধৰ্ম্ম আছে প্ৰকাশিয়া ॥৩৬২৪॥
ইঠানতো বহুভক্তে ধৰ্ম্মক ধৰিলা ।
তাতপাছে আতাৰ শুনা যেন কথা ভৈলা ॥
গোসাই আছন্ত সুখে মূদৈৰ ভেটিত ।
হৰি গুৰু বোলে আতা শুনিয়ো যুগুত ॥৩৬২৫॥
মূদৈভেটি সংজ্ঞা কৰিবেক সৰ্ব্বজন ।
এহিহেতু স্থান লাগে কৰিবে স্থাপন ॥
হেন আলোচন কৰি আতা যেবে আছে ।
ইহাৰ মাজতে কথা শুনা ভৈল পিছে ॥৩৬২৬॥
আসাম ৰজায়ে ভক্ত পাইলে সংহাৰন্ত ।
দেৱ গোপালক আদি গোপনে থাকন্ত ॥
বড় মুকুন্দ ধৰ্ম্মাচাৰ্য্যক কাতিলা ।
দেখি সন্ত সাধুসব গোপনে থাকিলা ॥৩৬২৭॥
চুখামফা-খোৰাৰজা মৃগয়াৰ আসি ।
ভক্তে জলপাত্ৰ ৰদান্তে দেখি আসি ॥
দেখিৰাজা কিবা ইটো বুলিয়া শুধিলা ।
কৰ্ম্মচাৰী সবে পাছে সকলো কহিলা ॥৩৬২৮॥
আদেশ কৰিলা ৰাজা আনিবাক প্ৰতি ।
আতাক গৃহত দেখে অগ্নিসম দীপ্তি ॥
ভিতৰ সোমাইতে কাৰো শকতি নভৈল ।
সিসব বৃতান্ত ৰাজা আগে জান দিল ॥৩৬২৯॥
পুৰুষোত্তম বৰুৱাক কৰিলা আদেশ ।
মহন্তক মোৰ স্থানে শীঘ্ৰেনিয়া আস ॥
জলস্থল বৃন্দনুঠে দোলা হাতী ৰথে ।
ঘিলা খুওৱা খেল নৌকাৰে নিলা পথে ॥৩৬৩০॥
বৰুৱা আদৰি নিয়া ৰাজাক ভেটাইলা ।
আতাৰ তেজতে ৰাজা মহা মোহভৈলা ॥
কোন ধৰ্ম্ম প্ৰকাশিছে আতাক সুধিলা ।
* অনন্তৰে আতা গুৰুগীতক মাতিলা ॥৩৬৩১॥
এহিগীত শুনি ৰাজা কৰিলা বন্দনা ।
আতাক সুধিয়া বোলে কিকৰা প্ৰাৰ্থনা ॥
বহুমান্যে ৰাজা ঐশ্বৰ্য্যক দিবে চান্ত ।
নলাগে বুলিয়া আতা অভয় চাইলন্ত ॥৩৬৩২॥
আপোনাৰ ৰাজ্যে থাকি নামগুণ গাইল ।
তাৰ অংশ আপুনি পাইবাহা অবিকলে ॥
ঐশ্বৰ্য্য ভুঞ্জিয়া যাৰা পুণ্য কাৰ্য্য কৰে ।
অৰ্দ্ধেক ফলক পাৱে সিজনে স্বভাবে ॥৩৬৩৩॥
এতেকতে নিৰাশিক সাধুসন্ত জন ।
পুণ্য ৰাজা নামভাগ নেদয় কখন ॥
গলমেলি হৰিনাম লৈবো মুখভৰি ।
নিৰ্ভয় দিয়োক ৰাজা অনুগ্ৰহ কৰি ॥৩৬৩৪॥
হেন শুনি ৰাজা পাছে প্ৰশংসা বচনে ।
হৰিনাম গায়ো বুলি থোৱাইলা তেখনে ॥
তৈৰপৰা আসি আতা মূদৈৰ ভেটিত ।
আনন্দ কৰিয়া গাইলা হৰি গুণ গীত ॥৩৬৩৫॥

**পুৰুষোত্তম বৰুৱাই কমলাবাৰী সত্ৰ স্থাপিত কৰিবলৈ ভূমি দান কৰে, তাতে সত্ৰ প্ৰতিষ্ঠা হয় শক ১৬৯৮**

স্থান এক ভাল চাই কৰিতে উচিত ।
হেন মতে ভাবি আতা থাকন্ত তহিত ॥
সাদিনীয়া থানে গুৰু কৈলা থাকিবাক ।
কৈত পাওঁ বিচাৰিয়া বুলিলা বৰুৱাক ॥৩৬৩৬॥

* গীত ॥ ধ্ৰুং ॥ বদুলা আতাই ৰজাৰ আগত গীত গাই ধৰ্ম্মৰ বাখ্যা দিয়ে ঃ—
যেমন সেৱহু হৰি কহো চৰণা । নিকটে দেখহু নিজ মৰণা দেখত হৃৰিকহো,
চৰণ শৰণ বিনে, নাহি নাহি ভয় ভৰণা ॥ পদ ॥ চাৰিবেদ পুৰাণ, যত ভাৰত, গীতা ভাগৱত চাই । ওহিসাৰ বিচাৰ কয় ভাষত হৰিবিনে তাৰক নাই ॥ সনক সনাতন, শুকমুনি নাৰদ ধ্ৰুব বগন শূলপাণি । সহস্ৰ বয়ন আদি, গাৱত হৰিগুণ, সকল নিগম তত্ত্বজানি ॥ কৃষ্ণ নাম যশ, পৰম অমিয়া ৰস, গাৱত মুকুট নিশেষং । পৰম মূৰুখমতি, কহয় মাধৱদীন শঙ্কৰ গুৰু উপদেশং ॥

কমলাবাৰী স্থান নিৰ্ম্মাণ। শক
১৬৯৫ আষাঢ় শুক্লা একাদশী

## তৃতীয় অধ্যায়
### দুলড়ী

হৰি চৰণক আতা বুলিলেক
তুমি যোৱা শীঘ্রে চলি।
বৰুৱাক কবা তুমি একখণ্ড
আতা সত্র কৰো বুলি ॥
আতাৰ বচনে হৰি চৰণ গৈলা
পুৰুষোত্তম বৰুৱা ঠাই।
ভকতে সহিতে চলিলা আনন্দে
বুলিবে লাগিলা যায় ॥৩৬৩৭॥
শুনিয়ো বৰুৱা আতা পাঠিলন্ত
তোমাসাৰ ঠাইক লাগি।
স্থান নিৰ্ম্মাইবাক একখণ্ড ভূমি
দিয়োক আমাক লাগি ॥
শুনিয়া বৰুৱা বোলে কিনোভাগ্য
বুলিলা সানন্দ মনে।
কঠিয়াৰ তলি একখণ্ড আছে
দিলো তাক ৰঙ্গমনে। ৩৬৩৮॥
শুনি হৰি গুৰু আতা অগ্রে আসি
সমস্তে বৃত্তান্ত কৈলা।
শুনিয়া গোসাই আশীৰ্ব্বাদ দিয়া
পৰম আনন্দ ভৈলা ॥
বাৰিচোৱা আতৈ আনন্দে দেখিয়া
প্রণামি স্বপ্ন কহিলা।
দুইজনা গুৰু স্থানক নিম্মিয়া
যি যত স্থানক কৈলা ॥৩৬৩৯॥
গোসাই জানিলা মাটিক খন্দাইলা
যাতে তিনি পোহামান।
কপৌ সেনধৰে ভেকে সৰ্পমাৰে
আশ্চৰ্য্য তিনি প্রমাণ ॥
পূৰ্ব্বে গুৰুজন বুলিলা তেখন
সাদিনীয়া স্থান বুলি।
ৰুক্মিণী হৰণে আইৰ মাথাহন্তে
পৰিলা পদুম বুলি ॥৩৬৪০॥

সেহি স্থান পাই আনন্দে আতাই
স্থানক পাতিবে মনে।
হাটী বাটী গৃহ মধ্যে কীৰ্ত্তন ঘৰ
কৰি গুৰু গৃহ যতনে ॥
স্নান ভোজনৰ নিমিত্তে আতাৰ
খন্দাইলা পুখুৰী শুচি।
যেন গঙ্গাজল পুখুৰী নিৰ্ম্মল
চৌপাৰ উচ্ছিত আতি ॥৩৬৪১॥
পূৰে হৰি আতৈ আদি ভক্তে ৰহা
কৰিলা আতি শোভন।
চক্র পাণি আতৈ শ্রীৰাম আতৈ
আদি আনো ভক্ত জন ॥
দক্ষিণত ৰৈলা মুদৈ কানু আতৈ
জগন্নাথ যে ভাগিন।
আন নানা ভক্তে বাসা গৃহ কৰি
থানক কৰি শোভন ॥৩৬৪২॥
দেউৰী মধু আতৈ নাৰায়ণ আতৈ
ধৰিয়া ৰাগ হতিয়া।
মোহন আতৈ আৰু বেহেৰিয়া কানু
নিত্যানন্দ আতৈ ৰহিয়া ॥
পশ্চিমতে ৰৈলা ভকত দাস আতৈ
পুত্তম আতৈ ৰৈলা।
মনুৰপো বৰ জগথাম চৰণ
বৰ যে মুকুন্দ ৰৈলা ॥৩৬৪৩॥
উত্তৰত জয়হৰি আতৈ ৰৈলা
সুন্দৰ বনমালী আদি।
এহিমতে স্থান নিৰ্ম্মাণ কৰিয়া
চিনচাই অপ্রমাদী ॥
ভকত দাস আতৈ আদি বুঢ়া ভক্তে
স্থানৰ নামক দিলা।
কমলা কান্তৰ আতাৰ নিৰ্ম্মাণ
কমলাবাৰী নাম থৈলা ॥৩৬৪৪॥
পূৰ্ব্বে শুনি আছে মহাপুৰুষৰ
মুখৰ অমৃত বাণী।
ৰুক্মিণী হৰণে কৃষ্ণ আসিলন্ত
ৰুক্মিণী সহিতে জানি ॥

* এইজন পুৰুষোত্তম বৰুৱাৰে বংশ ৺দীননাথ বৰুৱাই এই চৰিত্র ৰচনা কৰে।

ৰুক্মিণীৰ মাথা হস্তে পৰিলেক
কমল পুষ্প যথাত।
সেহি সেতু ভেসে কম্মাবাৰী নাম
হৈ আছে নাম বিখ্যাত ॥৩৬৪৫॥
গোসাই আসিলা স্থানক দেখিলা
আনন্দে ভক্ত সহিত।
নৱস্থান লৈয়া ভকত সৱক
কহিলা পৰম হিত ॥
গুদা মুখে কেহো নাথাকি সকলে
গায়ো হৰি গুণ যশ।
যাৰ যিবা আছে ঘোষা-গীত-স্তোত্ৰ
পৰম ভকতি ৰস ॥৩৬৪৬॥
এহিমতে আতা ভকতে সহিতে
ধৰ্ম্মক প্ৰকাশি আছে।
কিছু দিনান্তৰে গোবিন্দ আতৈয়ে
স্বপ্ন দেখিলেক পাছে।
দুইজনা গুৰু খাট লৈয়া আসে
আতাক নিবাক লাগি।
দেখি আতৈ বোলে আমি সেৱ ধৰোঁ
এক বৰিষক লাগি ॥৩৬৪৭॥

## আলপ্ৰৰা আতৈৰ স্বপ্ন দৰ্শন, চাৰি মুক্তৰ বদলা আতাৰ সাক্ষাৎ আৰু তত্ত্বজ্ঞান লাভ

শ্ৰীশঙ্কৰ গুৰু মাধৱ গুৰুক
বুলিলা বড়াৰ পো দেখা।
গোবিন্দায়ে কেনে কৰে কাক নাক
এক বৰিষক ৰাখা ॥
পাছে আতৈ জাগি কি দেখিলো ভাবি
পুৱা সমস্তকে কৈলা।
ভক্তে বোলে আতৈ মিছা নুহিবেক
স্বপ্নত যিবা দেখিলা ॥৩৬৪৮॥
তোমোৰায়ো ভক্তি কৰি সুধিবাহাঁ
যি গুঢ় তত্ত্ব আচয়।
পূৰ্ব্বে উদ্ধৱত ভগৱন্ত কৃষ্ণে
কহিছা যিটো নিৰ্ণয় ॥
শুনি আতৈ আতি বিনতি কৰিয়া
নিৰ্গুণ ভক্তি সুধিলা।
তিনি নিশি পৰে এৰাইবে নপাৰি
গোবিন্দ আতৈত কৈলা ॥৩৬৪৯॥
শুনা সন্তসৱ আকস্মিত তথা
সেহি সময়ত পাছে।
হৰি আতৈ প্ৰাথি বৰলৈয়া মাগি
আগতে চলিয়া আছে ॥
আতায়ো ভাবিলা ইদেহ এৰিবে
মনে থিৰ কৰিলন্ত।
বোলে হৰি গৈলা আমাক বঞ্চিলা
ধৰ্ম্ম ভাৰ নগৈলন্ত ॥৩৬৫০॥
সেহি সময়ত মুক্ত চাৰি সিদ্ধ
আসিলা আতাৰ পাশে।
মটিয়া বৰীয়া লক্ষ্মণ সহিতে
গজপুৰিয়া ৰামো আসে ॥
দীঘল দৰীয়া নিৰঞ্জন আতৈ
মাকোৱাবীৰ কমল।
এহি সিদ্ধ সৱে ভক্তি তত্ত্ব জ্ঞান
আতাক সুধি সকল ॥৩৬৫১॥

---

* গীত—ৰাগ সিন্ধুৰা (যতিতাল)

ধ্ৰুং ॥ জয়জয় নন্দনন্দন পৰমানন্দ, বন্দোবাল গোপালং।
যো পদ পঙ্কজ ৰজ অজ বন্দয় সকল ভুবন একু পালং ॥

পদ ॥ ৰোম বিবৰ মহ, কোটি কোটি অণ্ড, যৈচন অনুপৰমাণী।
নন্দ নন্দন কতি, নাম ধৰন্ত সোহি; ওহি লীলা কয়ো জানি ॥
দীনদয়াল জগতজন তাৰণ, কাৰণ ওহি অৱতাৰ।
পৰম মুকুন্দ মতি কহয় মাধৱ দীন, গতি মেৰি নন্দ কুমাৰ ॥

পদ

ধৰ্ম্ম অৰ্থ কাম মোক্ষ পুৰুষাৰ্থ চাৰি ।
ক্ৰমে যত লোকে তাৰ উপায় বিচাৰি ॥
কৃষ্ণৰ ভকতি তাৰ পৰম উপায় ।
মহাপুৰুষাৰ্থ আত পৰে আন নায় ॥৩৬৫২॥
এহি চাৰি চৰণ ৰত্নাৱলী পদ মাতি ।
চাৰিজনে পুছিলা আতা কহিলা প্ৰকৃতি ॥
আত অনন্তৰে আতা কমলাবাৰীত ।
ধৰ্ম্মক প্ৰকাশি সদা আছন্ত তহিত ॥৩৬৫৩॥
আঢ়েই বৎসৰ তথা ধৰ্ম্ম প্ৰকাশিলা ।
তাত পৰে শুনা সন্ত যেন কথা ভৈলা ॥
মনুষ্য চেষ্টাক দেখাই অসুস্থ ভৈলন্ত ।
সেৱক সকলে চাপি আতাত পুছন্ত ॥৩৬৫৪॥
অসুস্থ ভৈলেক দেখো তোমোৰাৰ গাৱ ।
কোনে ধৰ্ম্ম প্ৰকাশিবে সেবো কাৰ পাৱ ॥
ভক্তৰ বচনে আতা বুলিলন্ত পাছে ।
কাহাক বুলিবো আমি কোনজন আছে ॥৩৬৫৫॥
এহিমতে আলোচিয়া হৰি বাসৰত ।
ধৰ্ম্মক থাপিলা প্ৰভু বৈষ্ণৱ সৱত ॥
তাত পাছে আৰু এক কথা পুছিলন্ত ।
কোনজনে পিণ্ড জলাঞ্জলিক দিবন্ত ॥৩৬৫৬॥
আমাৰ সঙ্গে আছে জয় হৰি সন্ত ।
তেহে পিণ্ড জলাঞ্জলি সপটে দিবন্ত ॥
এহিবুলি আতা পাছে যোগাসন ধৰি ॥
হাতৰ ৰেখাত মাল্লা আছে জপ কৰি ॥৩৬৫৭॥
ৰাম কৃষ্ণ হৰি হৰি জপে অবিশ্ৰাম ।
গোবিন্দ আতৈৰ গাত অ উজিয়া নাম ॥
গাল্তে হলি গৈলা দেখি ভক্তৰ বিষাদ ।
কীৰ্ত্তন ঘৰে গায়াছিল গীত একভাগ ॥৩৬৫৮॥
গোবিন্দ চিন্তহ গীত গাইয়া আছন্ত ।
শুনিলেক ভক্তে আতা বৈকুণ্ঠে যাইবন্ত ॥
গীত এৰি তাবা সবে আবৰিলা আসি ।
ভক্তক চাহিয়া আতা বুলিলা আশ্বাসি ॥৩৬৫৯॥
গীত এৰি এতিক্ষণে আসিলা কিসক ।
চলিয়োক পুনু সবে কীৰ্ত্তন গৃহক ॥
জয়জয় নন্দ গীতটি পুনৰপি গাইবা ।
সেহিসে গীতটি প্ৰিয় আমাৰ জানিবা ॥৩৬৬০॥
শুনি হেন ভক্তসবে আতাৰ বচন ।
পুনৰপি গীত গাইবে গৈলা ভক্তগণ ॥
জয়জয় নন্দ গীত যেতিক্ষণে গাইলা ।
গুনৰ্ব্বাৰ আতাৰ যাইবে মন ভৈলা ॥৩৬৬১॥
দেখি ভক্ত বস্ত্ৰ পিন্ধাইলন্ত শৰীৰত ।
মুখে ৰাম নাম ৰূপ চিন্তন্ত মনত ॥
অন্তকাল সময়ত মঙ্গল আচৰি ।
বেঢ়িয়া ভকত সবে বোলে ৰাম হৰি ॥৩৬৬২॥
আলধৰা আতৈৰ হৃদয়ত আউজিয়া ।
জাপ্যমালা কৰেধৰি উৰ্দ্ধবাহু হৈয়া ॥
ইন্দ্ৰিয়ৰ বৃত্তি এক মুখিক কৰিল ।
ঘনে ঘনে ৰামকৃষ্ণ বুলিতে লাগিল ॥৩৬৬৩॥
আপোনাৰ আত্মা পৰমাত্মাত থাপিলা ।
নিমিষেকে গৈয়া বৈকুণ্ঠত আৰোহিলা ॥
পোন্ধৰশ আঠান্নবৈ শক জ্যোতিষৰ ।
* ভাদ্ৰমাসা শুক্লা একাদশী সিদিনৰ ॥৩৬৬৪॥
সেহিদিনা আতা নৰনাট্য সম্বৰিলা ।
আকাশে বিমান পৰীক্ষিত মুদৈ দেখিলা ॥
যেতিক্ষণে আতা নৰনাট্য সম্বৰিলা ।
তেতিক্ষণে ভক্ত সব বিষাদিত হৈলা ॥৩৬৬৫॥
ব্যাকুলিত ভাৱে সবে বোলে ৰাম হৰি ।
আলধৰা গোবিন্দ জগন্নাথ জয় হৰি ॥
মুদৈ আতৈ সমন্বিতে চাৰিজনে ধৰি ।
চৌদোলত তুলি চলি গৈলা কান্ধে কৰি ॥৩৬৬৬॥
চৌদিশে ভকত সঙে বেঢ়িয়া চলন্ত ।
জয় হৰি জয় ৰাম কীৰ্ত্তন গাৱন্ত ॥
অনন্তৰে পাইলা টুনি নদীৰ তীৰক ।
নিৰ্ব্বন্ধ কৰিয়া স্থান তাতে থইলেক ॥৩৬৬৭॥

---

* আতা পয়ানৰ শক ১৫৯৮ ভাদ শুক্লা একাদশী তিথি । বয়স হৈছিল ১৩০ বছৰ । ধৰ্ম্ম প্ৰচাৰ কৰি থকা ঠাই ৩০ খন সত্ৰ আছিল । শেষত কমলাবাৰী থান গাতি ২॥ বছৰ থকাৰ পিছত বৈকুণ্ঠগামী হয় । সংগ্ৰাহক

**বৰদলা আতাৰ পৰৱৰ্ত্তি গুৰু শ্ৰীৰাম সতৰিয়া এওঁৰ দিনত সত্ৰৰ ভূমিলাভ ৰজাই দিয়া ভূমিৰ লগত বিগ্ৰহ স্থাপিত হয়**

মাধৱভূঞা শুনিলেক আতাৰ পয়াণ ।
সান্থৰ মেলিয়া নিৰ্ম্মিলেক চিতাখান ॥
আম্ৰকাষ্ঠ দেৱদাৰু অগৰু চন্দন ।
বিচিত্ৰ কৰিয়া তাতে ঘিউ দিলা দান ॥৩৬৬৮॥
স্নান কৰাই পিন্ধাই বস্ত্ৰ চিতাত তুলিলা ।
সপ্তবাৰ প্ৰদক্ষিণ চিতাক কৰিলা ॥
জয়হৰি আতৈ স্নানি মুখাগ্নি কৰিলা ।
ঘৃতৰ কলস অগৰু কাষ্ঠ জাপি দিলা ॥৩৬৬৯॥
আকাশ চানিলা বহ্নি জ্বলিল অপাৰ ।
ক্ৰব্যাদ অগ্নিয়ে দহিলেক কলেৱৰ ॥
এহিমতে আতাৰ শৰীৰ দাহ হৈল ।
শুনা আতপৰে যেন কথা তাত ভৈল ॥৩৬৭০॥
আতাৰ সৎকৰ্ম্ম ফেৰা কেনমতে হয় ।
এহি চিন্তি সেৱক সবক জান দেয় ॥
সেৱকৰ দ্ৰব্যবস্তু একত্ৰ কৰিল ।
জয়হৰি আতৈ পিণ্ডজল সমপিল ॥৩৬৭১॥
অনেক সম্ভাৰ মিলাই দশপিণ্ড দিলা ।
নানা উপহাৰে জ্ঞাতি ভক্তক তুষিলা ॥
সেহি সময়ত এক দুৰ্ঘত মিলিল ।
উইচিলা পৰিজয় আতৈই চলিল ॥৩৬৭২।
জয়হৰি আতৈৰ অন্তেষ্টিক্ৰিয়া কৰি ।
অৱসৰ ভৈল সবে শাস্ত্ৰ অনুসৰি ॥
মাসেকীয়া কৰ্ম্ম কোনে কৰিবেক আৰে ।
গোবিন্দ আলধৰাকে বুলিলেক তেৱে ॥৩৬৭৩॥
অনন্তৰে মাসেকীয়া কৰ্ম্ম সাঙ্গ কৰি ।
শ্ৰীৰাম গুৰুকে পাতিলন্ত অধিকাৰী ॥
কমলাবাৰীৰ সত্ৰে শ্ৰীৰাম অধিকাৰী ।
সত্ৰ জাতিস্কাৰ কৈলা চাৰিধাপ মাৰি ॥৩৬৭৪॥
সুমণ্ডিত কৰি স্থান ধৰ্ম্ম প্ৰতিপালি ।
আছন্ত শ্ৰীৰামগুৰু মহা পুণ্যশালী ॥
জয়ধ্বজ সিংহ মহাৰাজ যেৱে ভৈল ।
দেৱত্তৰ কৰি বহু ভূমি দান দিল ॥৩৬৭৫॥

মূৰ্ত্তিত দিলন্ত পাঞ্চ অৰ্চ্চা অৱতাৰ ।
বৈকুণ্ঠনাথ বৃন্দাবন চন্দ্ৰ বংশীধৰ ॥
কলিয়া ঠাকুৰৰ মূৰ্ত্তি পাষাণৰ ।
দেখিতে সুন্দৰ কৃষ্ণ বৰ্ণ কলেৱৰ ॥৩৬৭৬॥
তিনিশতাধিক বৰ্ষ সেহি মহাস্থানে ।
অখণ্ডিত নামধৰ্ম্ম আছে বিদ্যমানে ॥
নৃত্য-নাট্য-গীত বাদ্য অতিব সুন্দৰ ।
আছোক মনুষ্য দেৱতাৰো মনহৰ ॥৩৬৭৭॥
ত্ৰিকোণ আকাৰ স্থান তিনিগোটা আলি ।
চাৰিশতাধিক ভক্ত থাকে প্ৰতিপালি ॥
গুৱা নাৰিকল পান খৰ্জুৰ বিশেষ ।
কমলা জেনেৰু আম্ৰ পলাশ অশেষ ॥৩৬৭৮॥
তুলসী আবৃত মন্দিৰৰ চাৰি পাৰ্শ্বে ।
হাটি বাটি পকিঘাট সাধুগণ অৰ্চ্চে ॥
গুৰুগৃহ ভৰালঘৰ যাৰ পকা ভেটি ।
বিচিত্ৰ কীৰ্ত্তনঘৰ প্ৰকাশে প্ৰকতি ॥৩৬৭৯॥
নানাচিত্ৰ বিচিত্ৰ মণিকূট ঘৰ ।
তাত বিৰাজন্ত বৈকুণ্ঠ নাথ গদাধৰ ॥
মদন মোহন মূৰ্ত্তি অৰ্চ্চা অৱতাৰ ।
শালগ্ৰাম মূৰ্ত্তি আছে তাহাৰ অপৰ ॥৩৬৮০॥
মণিকূটে পূজাকৰে অৰ্চ্চা অৱতাৰে ।
চৌধ্যতি প্ৰসঙ্গকৰে কীৰ্ত্তনৰ ঘৰে ॥
গুৰুগৃহে পুৱা গোধূলা নাম গায় ।
ভক্ত সবে এহিমতে প্ৰসঙ্গক যায় ॥৩৬৮১॥
কীৰ্ত্তন ঘৰে তিনিখান দ্বাৰ মনোৰম ।
ভিতৰত সিংহাসন বৃহত পৰম ॥
গুৰুৰ আসন সিটো মহা শ্ৰেষ্ঠতৰ ।
মেহৰাপি চন্দ্ৰাতপ শোভয় ওপৰ ॥৩৬৮২॥
সিংহসব দেখি যেন উৰাহ কৰয় ।
সুৱৰ্ণ ৰজত ফুল দণ্ড প্ৰকাশয় ॥
নানান প্ৰদীপ জ্বলে দেখি মনোৰম ।
পতাকা চামৰ বেষ্টি আছয় সুসম ॥৩৬৮৩॥
পঞ্চশতাধিক চাকি লৌহসবে গছা ।
সুন্দৰ গঠন আতি চৌতি সম উচ্চা ।
প্ৰদীপ জ্বলাইলে তাক পুষ্প যেন দেখি ।
নাগেশ্বৰ-পলাশৰ উপমাত লেখি ॥৩৬৮৪॥

---

**বৈকুণ্ঠনাথ**, মদনমোহন, বৃন্দাবনচন্দ্ৰ, কলিয়া ঠাকুৰ আৰু বংশীবদন এই পাঁচ বিগ্ৰহৰ নামত বাইশ হেজাৰ পুৰা মাটি অসমৰ জয়ধ্বজ সিংহ ৰজাই দান কৰে। তাৰ পৰাই কমলাবাৰী সত্ৰ চলি থাকে। এতিয়া সেই সত্ৰ খহালে, তিতাবৰত পাতিলে ভকতৰ সংকমিল।

বাদ্যভাণ্ড অনেক শিথাৱে ঠাৱে ঠাৱে ।
পিৰালিত বসি বুঢ়ীসবে নাম গাৱে ॥
প্ৰসঙ্গ কৰন্তে ভক্তে শাৰীপাতি বৈঠে ।
দিব্য সৰোবৰে যেন ৰাজহংস উঠে ॥৩৬৮৫॥
নটুৱা বায়নে আতিশয় শোভা কৰে ।
অৰ্দ্ধচন্দ্ৰাকাৰ কৰি গায়নে আবৰে ॥
ধেমালি জুৰিয়া যেবে তোলে স্বৰ জাতি ।
দেৱমোহ যাই আন কিকহিবো খ্যাতি ॥৩৬৮৬॥
বায়ন সকল যেন সৰসি পঙ্কজ ।
দুই পাৰ্শ্বে ভক্তবৃন্দ কুমুদৰ গজ ॥
শাৰি শাৰি ভক্তসবে আয়াযাত কৰে ।
পাৰ্ষদসকল যেন বৈকুণ্ঠ নগৰে ॥৩৬৮৭॥
প্ৰধান খুটাত বসে স্থান অধিকাৰী ।
গোপগণ মাজে যেন প্ৰকাশন্ত হৰি ॥
কতেক বৰ্ণাবো শক্তি আতাৰ থানৰ ।
মনেস্থিৰ কৰিবাক নপাৰি যাহাৰ ॥৩৬৮৮॥
এহিমানে সংক্ষেপতে বৰ্ণনা কৰিয়া ।
সন্ত ধূলা শিৰে ধৰি থৈলো সমাপিয়া ॥
তুমি কৃপাময় ভক্তবাঞ্চা কল্পতৰু ।
নমো নমো জগন্নাথ মোৰ নিজ গুৰু ॥৩৬৮৯॥
পূৰ্ব্ব অৱতাৰে নানা শস্ত্ৰ সস্ত্ৰ ধৰি ।
পৃথিৱীৰ ভাৰ ক্ষয় কৰিলা মুৰাৰি ॥
তথাপি নভৈল গতি কলিৰ লোকৰ ।
জানিয়া চতুৰ্থৰূপে ভৈলা অৱতাৰ ॥৩৬৯০॥
শঙ্কৰ মাধৱৰূপে ভৈলা অৱতাৰ ।
বেদৰ গোপনি নাম কৰিলা প্ৰচাৰ ।
নৱবিধ ভক্তি প্ৰকাশিলা বনমালী ।
শ্ৰৱণ-কীৰ্ত্তন-স্মৰণ কৈলা শ্ৰেষ্ঠ তুলি ॥৩৬৯১॥
বেদৰ ৰহস্য বস্তু পৃথিৱীক আনি ।
জীৱৰ তৰণ পথ থৈলাহা বখানি ॥
সেৱক সহিতে হৰি কৰি নানা লীলা ।
ধৰ্ম্মৰ প্ৰকাশ কৰি জগত তাৰিলা ॥৩৬৯২॥
হেন নিৰঞ্জন দেৱ দৈৱকীনন্দন ।
ব্ৰহ্মা হৰে সেৱে যাৰ অভয় চৰণ ।
ভকত বৎসল প্ৰভু দেৱ জগন্নাথ ।
শৰণে পশিলো মই অজ্ঞানী অনাথ ॥৩৬৯৩॥
মই অতি মূঢ়মতি নিষ্কিঞ্চন জন ।
তথাপিতো আশা কৈলো চৰিত্ৰ ৰচন ॥
ব্ৰহ্মাহৰ অনন্তৰো অগম্য চৰিত্ৰ ।
তাক লেখিবাক পাৰি হটো বৰ চিত্ৰ ॥৩৬৯৪॥
কিন্তু বৰপেটা আৰ কমাৰাৰী স্থান ।
মধুপুৰ সুকৃতৰ সভা বিদ্যমান ॥
সেহি স্থান সমূহৰ অধিকাৰ আজ্ঞা ।
পাৰা অল্প প্ৰকাশিলো নোহো মই প্ৰজ্ঞা ॥৩৬৯৫॥
কমলাবাৰীৰ অধিকাৰী মহাসন্ত ।
গুণশীল খ্যাত শ্ৰীমন্ত লক্ষ্মীকান্ত ॥
তাহান উদ্যোগ আজ্ঞা শ্ৰেষ্ঠ ৰূপে পাইলো ।
চৰিত্ৰৰ ভাষা-পুথি তাহান্ত লভিলো ॥৩৬৯৬॥
ইকাৰ্য্য কৰিবে প্ৰতি সমূহে সহিতে ।
আশীৰ্ব্বাদ কৰি আজ্ঞা দিল ভাল মতে ॥
শ্ৰীমন্ত মহীকান্ত দেৱ অধিকাৰী ।
ইকাৰ্য্য কৰিতে অনুমতি দিলাবৰি ॥৩৬৯৭॥
তাহান চৰণ যুগে প্ৰসাদত আমি ।
অবিলম্বে চৰিত্ৰৰ কাৰ্য্য সাধো স্বামী ॥
সমূহ সহিতে যেবে শুদ্ধ আজ্ঞা দিল ।
চৰিত্ৰ লেখিতে তেবে মোৰ সাস ভৈল ॥৩৬৯৮॥
বৰপেটা মধুপুৰ স্থানতো জনাইলো ।
তথাহৈতে আৰ শুদ্ধ আদেশ লভিলো ॥
পাছে অনুক্ৰমে সংগ্ৰহক কৰিনিলো ।
দুইজনা অধিকাৰী গুৰুক জনাইলো ॥৩৬৯৯॥
কীৰ্ত্তন ঘৰ টুপত বৈঠক কৰিলন্ত ।
সমূহ সহিতে তাৰা সবে শুনিলন্ত ॥
সাতদিন চৰিত্ৰক সাৰশেষে শুনি ।
সংশোধন কৰি দিলা যথা যৈত যেনি ॥৩৭০০॥
শোধনান্তে তাৰাসবে দস্তকত কৰি ।
পুস্তক কৰিতে আজ্ঞা দিলন্ত বিস্তাৰি ।
সেহি আজ্ঞা ধৰি পাছে পুস্তক লেখিলো ।
জানি ক্ষমা কৰিবাক প্ৰাৰ্থনা কৰিলো ॥৩৭০১॥
নিজ দাস দাস বুৰিয়ো উদ্ধাৰ ।
যত অপৰাধ হৈছে ক্ষমা একবাৰ ॥
অজ্ঞৰো পৰম অজ্ঞ মহামতি হীন ।
ইকাৰ্য্যাত কিছুমাত্ৰ নহও প্ৰবীণ ॥৩৭০২॥

---

* ১৭৯১ শকত কমলাবাৰীৰ অধিকাৰ শ্ৰীশ্ৰীলক্ষ্মীকান্ত দেৱ হয় ॥ ১৮৩১ ত পয়াণ কৰে, ইয়াৰ মধ্য ভাগতে চৰিত বচনা হয় ॥ সংগ্ৰাহক-ধৰ্ম্মেশ্বৰ ।

পুৰুষোত্তম বৰুৱাৰ বংশত জন্মিলো।
কৃষ্ণৰাম বৰুৱাৰ পুত্ৰনাম পাইলো॥
পুৰাণ ভৃত্যৰ ভৃত্য বুলি কৃপা কৰা।
সেৱক চৰণে এইবাৰক উদ্ধাৰা ॥৩৭০৩॥
সন্তৰ সঙ্গক সৰ্ব্বকালে হৌক মোৰ।
কৰ্ণাঞ্জলি পান কৰোঁ যশক তোমাৰ॥
বেজবৰুৱাৰ দীননাথ মই দীন।
নিজ ভৃত্য দাস বুলি নকৰিয়ো ঘিণ ॥৩৭০৪॥
চৰণ পঙ্কজ পঞ্জৰত মন ৰৌক।
সেৱকৰ পদধূলা মাথাত থাকোক॥
প্ৰাণ পয়ানৰ কালে চৰণে ৰাখিয়ো।
ৰাম নাম বস্তুক বয়নে স্থান দিয়ো ॥৩৭০৫॥
সেৱকক দেখি প্ৰাণ যাই যেনমতে।
প্ৰাৰ্থনা কৰিছো প্ৰভুদেৱ প্ৰণিপাতে॥
নকৰিয়ো আশাভঙ্গ দেৱ কৃপাময়।
ভণে দ্বিজ দীননাথে হুয়োক সদয় ॥৩৭০৬॥
মূঢ়মতি কিবা আমি প্ৰাৰ্থনাৰ পাত্ৰ।
তথাপিতো আশা গুৰু চৰণত মাত্ৰ॥
হৃদয়ত ৰূপ মুখে কৃষ্ণ নাম।
ৰহোক সদায়ে ডাকি বোলো ৰাম ৰাম ॥৩৭০৭॥
শ্ৰীশ্ৰীকৃষ্ণ শঙ্কৰ মাধবায় শ্ৰীহৰিয়ে ব্ৰহ্মণে নমঃ॥
সাষ্টাঙ্গ প্ৰণাম ।'০॥

সংগ্ৰাহকৰ প্ৰাৰ্থনাঃ—"যথাদৃষ্টং তথা লিখিতং লিখকে দুষণং নাস্তি।
ভীমেস্যাপি ৰণভঙ্গং মুনিনাঞ্চ মতিভ্ৰমঃ॥
"ভবে ভবে যথা ভক্তিঃ পাদয়ো স্তৱ জায়তে তথা কুৰুস্ব দেবেশ! নাথস্তং নো যতঃ প্ৰভো।
নাম সংকীৰ্ত্তন যস্য সৰ্ব্বপাপ প্ৰণাশনম্॥
প্ৰণামো দুঃখ শমনস্তং নমামি হৰি পৰম্॥
"বিশ্বেশ্বৰায় বিশ্বায় বিশ্ববন্দায় বিশ্বান্তৰ্য্যামিনে,
তুভ্যং শ্ৰীকৃষ্ণায় নমো নমঃ ।।১।।
আত্মস্বৰূপ সুহৃদচাত্মনে পৰমাত্মনে,
আত্মনা ব্যাপ্তি বিশ্বায় শ্ৰীকৃষ্ণায় নমোনমঃ ।।২।।
জ্ঞান প্ৰদায় জ্ঞানায় জ্ঞানগম্যায় জ্ঞানীনে,
জ্ঞানানন্দ স্বৰূপায় শ্ৰীকৃষ্ণায় নমোনমঃ ।।৩।।
যোগেশ্বৰায় যোগায় যোগগম্যায় যোগীনে,
যোগানন্দ স্বৰূপায় শ্ৰীকৃষ্ণায় নমোনমঃ ॥৪॥
ধৰ্ম্মেশ্বৰায় ধৰ্ম্মায় ধৰ্ম্মগম্যায় ধাৰ্ম্মিনে,
ধৰ্ম্মেন্দ্ৰবন্দ্যপাদায় শ্ৰীকৃষ্ণায় নমোনমঃ ॥৫॥
জীৱ জীৱায় জীৱ জীৱন হে তবে,
জীৱান্তৰ্য্যামিনে তুভ্যং শ্ৰীকৃষ্ণায় নমোনমঃ ।।৬।।
দেৱ দেৱায় দেৱায় দেৱ দেৱদত্ত কাৰিনে,
দেবেন্দ্ৰবন্দ্যপাদায় শ্ৰীকৃষ্ণায় নমোনমঃ ।।৭।।
তত্ত্বেশ্বৰায় তত্ত্বায় তত্ত্বসত্ত্বপ্ৰদায়ীনে,
তত্ত্বান্তৰ্য্যামিনে তুভ্যং শ্ৰীকৃষ্ণায় নমোনমঃ ।৮।।

তুতি ভকতিৰ নোহোপাত্ৰ। লাওখোলাযেন মূৰ্ত্তি-মাত্ৰ। অপৰাধবিনাসন তয়ুনামে নাৰায়ণ জানিনামে পশিলো শৰণে। আনগতি নাহিকে মৰণে। অপৰাধ ক্ষমাকৰি তুমি দায়াশীল হৰি মোকৰক্ষা কৰিয়ো চৰণে॥ কৃপাৰ সাগৰ দৈৱকী নন্দন পুৰিয়ো মনৰকাম। ভকতৰ সদা নচাৰোক মুখে তুৱাগুণ নাম॥ হে দীন বন্ধু কৃপাসিন্ধু দীন দুখীতক তোমাৰ চৰণে চায়া তলত থাইদি ছপাই লোঁৱা প্ৰভু॥

১৫৯৫ শকত নিৰ্ম্মিত সত্ৰ ১৮১০ শকত আতাৰ নিৰ্ম্মিত সত্ৰ খহাই পুনৰ ১৮১৪ শকত টুনীৰ পাৰত নিৰ্ম্মাণ কৰে, সেই সত্ৰ পুনৰ ১৯৭৪ চনত খহাই পুনৰ ১৯৭৫ চনত অসম চৰকাৰে তিতাবৰ মহিমাবাৰীত সংস্থানৰ ভূমি দিয়ে বৰ্ত্তমান সত্ৰ নিৰ্ম্মাণৰ কাম চলি আছে—

সংগ্ৰাহক—ধৰ্ম্মেশ্বৰ

সমাপ্ত

## কমলাবাৰী সত্ৰৰ নামাকৰণ

১। বদলা আতাৰ নাম আছিল পদ্মকান্ত বা কমলাকান্ত তেৰাৰ স্থাপিত সত্ৰ কাৰণে কমলাবাৰী সত্ৰ বোলে।

২। সাধু সকলে কয় কুণ্ডিলৰ পৰা ৰুক্মিনীক শ্ৰীকৃষ্ণ হৰণ কৰি নিওঁতে ৰুক্মিনীৰ মূৰৰ কমল পুষ্প এই ঠাইত পৰিছিল বাবে কমলাবাৰী বোলে।

৩। কমলা নামৰ মুদৈৰ টুনীনদীৰ পাৰত বাৰী আছিল। শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ ৰতনপুৰলৈ যাম বুলি আহি কমলা মুদৈৰ বাৰীত ৭ দিন আছিল আৰু শ্ৰীশঙ্কৰদেৱে বাক্য বুলিছিল কাৰণেও কমলাবাৰী আৰু ৭ দিনীয়া বাপুঘৰ সাত দিনীয়া থানো বোলে।

—'ক' কাৰঃ পুৰুষঃ কৃষ্ণ সচ্চিদানন্দ বিগ্ৰহঃ

৪। 'ক'কাৰ অৰ্থে সৎচ্চিদানন্দ কৃষ্ণক বোলে।

'ম'কাৰাৰ্থে জীৱ সকল বিধিঃকৰ্ম্মা নিপুণঃ

'ম'কাৰ অৰ্থে বিধিমতে ঈশ্বৰৰ গুণ কীৰ্ত্তনত ৰতি প্ৰীতি কৰি থকা ভক্ত সকলক কয়।

'লা'লাক্ষণদায়কং প্ৰেমসুখং তয়োৰ কীৰ্ত্তিতম্

'লা' অৰ্থে একেজনত্ৰী কৃষ্ণৰ প্ৰেম প্ৰাপ্তিৰ কামনাৰে ভক্ত সকল সদায়ে নিমগ্ন থাকে।

এই তিনিওটি সংযোগত "কমলা" হল কৃষ্ণ প্ৰাপ্তি হেতু বাসকৰাত বাৰী নামে জাত পতিকে কমলাবাৰী সত্ৰ বোলে।

সত্ৰ অৰ্থে সমাজ ব্ৰহ্ম বিচাৰক সমাজ।

ইতি—শ্ৰীশ্ৰীকৃষ্ণাৰ্পণমস্তুঃ

৺দীননাথ বেজবৰুৱা কৃত বৰ চৰিত

জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম ১৩৭১ শক ইং ১৪৪৯ চন।

| | | |
|---|---|---|
| আলিপুখুৰীত | ৪৮ বছৰ | |
| ভাৰত ভ্ৰমণত | ১২ বছৰ | ১৪৮১ চন |
| বৰদোৱাত | ৭½ বছৰ | ১৫০২ চন |
| ৰটাত | ৬ মাহ | |
| গাংমৌত | ৪½ বছৰ | |
| কোমোৰাকটাত | ৬ মাহ | |
| বেলগুৰিত | ১৪½ বছৰ | চন ১৫১৬ পৰা |
| গজলা সুঁতিত | ৬ মাহ | |
| কাপলাত | ৬ মাহ | |
| বাতত | ২০ দিন | |
| চুনপোৰাত | ৬ মাহ | |
| কুমাৰ কুচিত | ১ বছৰ | |
| পাটবাউসীত | ১৪ বছৰ | |
| জগন্নাথত | ১ বছৰ | |
| বেহাৰত | | |
| চিলাৰাইৰ ঠাইত | | |
| ভেলাত | মুঠ ১৩ বছৰ | ১৫৪৬ চনত |

পয়াণ শক ১৪৯০ ইং ১৫৬৮ চন।

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ জন্ম

জেঠমাহ ৰবিবাৰ অমাবশ্যা, ভৰণীনক্ষত্ৰ ১৪১১ শকত জন্ম শ্ৰীশঙ্কৰদেৱৰ ৫৭ বছৰত শ্ৰীমাধৱদেৱৰ ৩২ বছৰ বয়সত সন্মিলন—

| | |
|---|---|
| ভৰালি ডুবিত | ১১ বছৰ |
| আহৰ্তগুৰিত | ৬ মাহ |
| কাপলাত | ৩ মাহ ( মাতৃচলিছে ) |
| বাৰাদিত | ৩ বছৰ |
| কলানিকুচিত | ৩ মাহ |
| গণকুচিত | ১৮ বছৰ |
| পাটবাউসীত | ১ বছৰ |
| সোন্দৰাত | ৩ মাহ |
| সুন্দৰীত | ১২ বছৰ |
| গোমুৰাত | ৬ মাহ |
| হেৰেমদত | ৩ মাহ |
| ৰৰপেটাত | ৮ বছৰ |
| বাথৰ ভাণ্ডাৰত | ৬ মাহ |
| ঘৰামৰাত | ৬ মাহ |

| | |
|---|---|
| ঢোপগুৰিত | ৩ মাহ |
| মাজদৈয়াত | ৩ মাহ |
| বৰভূক্তিত | ২ মাহ |
| মাগুৰিত | ৩ পক্ষ |
| চৰাবৰিত | ৭ দিন |
| ৰামায়ণ ঠাকুৰৰ তাত | ৩ মাহ |
| ৰামদিয়া বালীত | ৩ মাহ |
| বিজয় পুৰত | ২০ দিন |
| বেহাৰৰ ৰামৰাম আতৈৰ তাত | ৩ মাহ |
| খৰিমা দলৈৰ আৰু ভেলাত থাকি | ২ বছৰ |

১৫১৮ শকৰ ভাদ্র কৃষ্ণপঞ্চমীত
বৈকুণ্ঠ পয়াণ কৰে।

বদলা—পদ্মগোপাল বা কমলাকান্ত আতাৰ জন্ম ১৪৬৮ শকৰ জেঠৰ শুক্লা একাদশী শুক্রবাৰ কমলাবাৰী সত্ৰৰ সংস্থাপনৰ ১৫৯৫ শক আঘোণ শুক্লা একাদশী পয়াণ ১৮৯৮ শক ভাদ্র মাহ শুক্লা একাদশী।

কমলাবাৰী সত্ৰৰ স্থাপনৰ কাৰণে ৺শ্ৰীপুৰুষোত্তম বৰুৱাই ভূমি উচৰ্গা কৰে। তেওঁৰ বংশৰ ৺দীননাথ বেজবৰুৱাই এই চৰিত্ৰ সম্পাদনা আৰু ৰচনা কৰে, তেখেতসকলৰ বংশৰ ডঃ নীলকমল বেজবৰুৱাই এই চৰিত প্ৰকাশ কৰে।

সংগ্ৰাহক—ধৰ্মেশ্বৰ
নাম লগোৱা
কমলাবাৰী সত্ৰ
১৯০৭ শক ২ বহাগ
একাদশী, সোমবাৰ
গুৱাহাটী অফচেট প্ৰিণ্টাৰ্চ

## ৩ দীননাথ বেজবৰুৱাৰ বংশ পৰিচয়

